# কৃষ্ণ শৰ্মাৰ ডায়েৰী

কৃষ্ণনাথ শৰ্মা

অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩

# ভুমিকা

মহাত্মা গান্ধীৰ "মোৰ সত্য অন্বেষণৰ কাহিনী" নামৰ আত্ম-জীৱনীখনৰ বাহিৰে ভাৰতত প্ৰকৃত অৰ্থৰ আত্ম-জীৱনী প্ৰণীত হোৱা নাই, এনেধৰণৰ এটা কথা বিদেশী জীৱনীকাৰসকলৰপৰা প্ৰায়ে শুনা যায়। তাৰ কাৰণ গম্ভীৰ, ভাৰতীয় লোকে নিজৰ জীৱনৰ কিছুমান গোপন আৰু সাধাৰণ সত্য প্ৰকাশ কৰিবলৈ কুণ্ঠাবোধ কৰে। নিজৰ জীৱনৰ অখ্যাত, আৰু কেতিয়াবা কুখ্যাত, কাহিনী যিজনে প্ৰকাশ আৰু স্বীকাৰ কৰিবলৈ দ্বিধাবোধ কৰে, তেওঁৰ জীৱনী অৰ্দ্ধসত্য আৰু অসম্পূৰ্ণ হয়। পৃথিবীৰ সৰ্ব-শ্ৰেষ্ঠ ব্যক্তিজনেও জীৱনত ভুল কৰে, কিন্তু সেই এটা ভুলকে তেওঁ দ্বিতীয়বাৰ নকৰে। তেনে ভুলৰ কথা, মহাত্মা গান্ধীয়ে কোৱাৰ দৰে, স্বীকাৰ কৰাটোত তেওঁৰ মহত্ত্ব বৃদ্ধিহে পায়। তেনে ভুলৰ কথা যিজন ব্যক্তিয়ে, তেওঁ যিমানেই প্ৰখ্যাত নহওক লাগিলে, নিজৰ আত্ম-জীৱনীত স্বীকাৰ কৰিলে তেওঁৰ ক্ষতি হ'ব পাৰে বুলি ভাবে, তেনে লোকৰ জীৱনী প্ৰায়ে গ্ৰহণযোগ্য নহয়। জীৱনত যিটো ঘটিল, সেইটোহে নিজৰ জীৱনীত প্ৰকাশ পোৱা প্ৰয়োজন, যিটো ঘটা উচিত আছিল, সেইটোহে প্ৰকাশ পালে তেনে জীৱনী ৰম্যৰচনাৰ পৰ্যায়তহে পৰিব। এক সংখ্যক লোকে আকৌ পৰৱৰ্ত্তী কালৰ খ্যাতিৰ তুলনাত নিজৰ শৈশৱ কেনে হোৱা উচিত হ'ব, তেনে দৃষ্টিৰ পৰা নিজৰ শৈশৱৰ কাহিনী লিপিবদ্ধ কৰে। পৰিণামত, তেনে জীৱনী নিজক আবিষ্কাৰ কৰাৰ কাহিনী নহৈ নিজক প্ৰখ্যাত কৰাৰ কাহিনীত পৰিণত হয়।

কৃষ্ণনাথ শৰ্মাৰ এই আত্ম-জীৱনীক তেওঁৰ সত্য অন্বেষণৰ কাহিনী আখ্যা দিবলৈ আমাৰ সামান্য কুণ্ঠাবোধো নহয়। তেওঁ নিজেই এই গ্ৰন্থৰ নামকৰণ কৰি নোযোৱা-হেঁতেন, আমি তাৰ ডায়েৰী নাম নেৰাখি সত্য অন্বেষণৰ কাহিনী জাতীয় এটা নামেই নিশ্চয় ৰাখিলোঁহেতেন। জীৱনৰ ঘাত-প্ৰতিঘাতৰ অনেক কাহিনী সত্যৰ কষটি শিলত পৰীক্ষা কৰি তেওঁ প্ৰকাশ কৰিছে, নিজৰ জীৱনৰ নিদাৰুণ সত্য আৰু কষ্টস্বীকা-ৰৰ এনে দলিলৰ নজিৰ সহজে আমাৰ হাতত নপৰে। শৈশৱৰেপৰা বাৰ্দ্ধক্যলৈকে নিজে কৰা যি অন্যায়, যি ভুল, যি অসুন্দৰ, তাক মুক্তকণ্ঠে স্বীকাৰ কৰিবলৈ তেওঁ দ্বিধাগ্ৰস্ত নহয়। অথচ, তেওঁৰ প্ৰতি কৰা অজস্ৰ লোকৰ অজস্ৰ অন্যায়, সীমাহীন অত্যাচাৰ-অবিচাৰ আৰু অসঙ্গতিৰ কথা——যিবোৰ আমি আন আন মহলৰপৰা জানিবলৈ পাওঁ——তেওঁ ক্ষমা আৰু সহৃদয়তাৰে মৰিষণ কৰি গৈছে। তেওঁ কবলৈ বিচাৰিছিল—যিটো অন্যায়, যিটো অসুন্দৰ, যিটো ভয়ঙ্কৰ, সেইটো মোৰ বাবে এৰি যোৱা আৰু তুমি লগত লৈ যোৱা সেইটো, যিটো ন্যায়, যিটো পৰম সুন্দৰ। সেই হৃদয়ৰ বিশালতাৰ বাবে তেওঁ হৈছিল সকলোৰে কৃষ্ণ মামা——এজন মোমায়েকৰ উদাৰতা আৰু কৰুণাৰে তেওঁ জাতীয় জীৱনৰ এক সঙ্কট কালত অসমত অৱতীৰ্ণ হৈছিল। সহায় উপদেশ আৰু সহযোগিতা,

যিকোনো কামৰ পৰাই নিৰ্বিচাৰক লাগিলে, কৃষ্ণমামাই বন্ধুৰ হাত মেলি দিছিল। স্বাধীনতা সংগ্ৰামৰ সেই কালত আমাৰ ৰাজ্যত এনে এজন সংগ্ৰামী নাছিল, যি তেওঁৰ সেই প্ৰশস্ত হাতৰ স্পৰ্শ নোপোৱাকৈ আছিল।

কৃষ্ণনাথ শৰ্মাই নিজেই ডায়েৰী আখ্যা দিয়া এই জীৱনীত সন্নিবিষ্টৰ বাহিৰেও তেওঁৰ জীৱনৰ বহুত কথা ইয়াত প্ৰকাশ কৰা হোৱা নাই। স্বাধীনতা আন্দোলনত যোগ দিবলৈ দেশৰ অগণন লোকে ওকালতি আৰু চৰকাৰী চাকৰি ত্যাগ কৰিছিল। কিন্তু কৃষ্ণনাথ শৰ্মাই ওকালতি এৰি আন্দোলনত একান্তমনে ব্ৰতী হৈ যি নিদাৰুণ আৰ্থিক দুদশাত পৰিছিল, তাৰ তুলনা বিৰল। স্বৰাজৰ কামত ব্যস্ত থাকি কেবাদিনলৈ মুখত দিবলৈ নৌ দেখে গোটেই ঘৰ মানুহ অনাহাৰে আছে। স্বৰাজৰ কামতে যোৰহাটৰপৰা ৰেলত তৃতীয় শ্ৰেণীত গুৱাহাটীলৈ আহিবলৈ তেওঁৰ পইচাৰ অভাৱ। জেপত টিকেটলৈ বাহিৰে এটা পইচাও নাই, গুৱাহাটীৰ কোনোবা কংগ্ৰেছী নেতা বা খাদী প্ৰতিষ্ঠানে পইচা নিদিলে তেওঁ যোৰহাটলৈ উভতিবকে নোৱাৰে। কোনো এখন কংগ্ৰেছ অধিৱেশনৰপৰা উভতি আহোঁতে এটা মাত্ৰ টকাৰ বাবে অতি কাষৰপৰা তাজমহল চোৱাৰপৰা তেওঁ বঞ্চিত হ'ল, দুটা মাত্ৰ টকা নোহোৱাৰ বাবে বৃন্দাবন নোযায়ে চাব। অসমলৈ কংগ্ৰেছ অধিৱেশন নিমন্ত্ৰণ কৰিবৰ বাবে তেওঁ কাণপুৰ কংগ্ৰেছ অধিৱেশনলৈ যাত্ৰা কৰিছিল। উভতিবৰ সময়ত তেওঁৰ যি অৰ্থসংকটে দেখা দিছিল, তাৰ বিৱৰণ এই গ্ৰন্থত নপঢ়িলে উপলব্ধি কৰিব পৰা নহ'ব। অৰ্থসংকটে যিমানে তেওঁক পীড়ন কৰিছিল, সিমানে মনৰ দৃঢ়তা আৰু নৈতিক শক্তি বৃদ্ধি পাইছিল, সিমানে তেওঁ ৰাজ্যৰ অতি গৰীব জনসাধাৰণৰ লগত নিজৰ সম্পৰ্ক গভীৰ কৰিছিল।

অসমৰপৰা অস্পৃশ্যতা বৰ্জন আৰু কানিৰ নিৰ্মূলকৰণ——এই দুই ঐতিহাসিক কাৰ্যত কৃষ্ণনাথ শৰ্মাৰ নাম অসমৰ জাতীয় ইতিহাসত স্বৰ্ণমণ্ডিত হৈ থাকিব। সৰুৰেপৰা জাতিভেদ প্ৰথাৰ বিৰুদ্ধে তেওঁৰ মন বিদ্ৰোহী হৈ আছিলহি, এই ক্ষেত্ৰত মহাত্মা গান্ধীৰ নৈতিক আৰু সক্ৰিয় সহযোগ লাভ কৰি তেওঁ নিজৰ পৰিয়ালৰ নামঘৰটোকে হৰিজন আৰু আন সকলো চিৰদিন বঞ্চিত আৰু শোষিত সম্প্ৰদায়ৰ বাবে মুকলি কৰি দিলে আৰু সেই স্মৰণীয় উৎসৱ উদ্বোধন কৰিলে স্বয়ং গান্ধীজীয়ে। সেই কালত যোৰহাটৰ দৰে ৰক্ষণশীল এখন ঠাইত তেনে এক বৈপ্লৱিক কাম কৰিব বাবে মনৰ শুচিতা আৰু দৃঢ়তা তেওঁৰ আছিল। সেই কামৰ বাবে সমাজৰ ৰৰমূৰীয়া আৰু নিজৰ আত্মীয়সকলৰ পৰা যি নিৰ্যাতন তেওঁ পাইছিল, তাৰ বিৱৰণ এই গ্ৰন্থত অকণো তিক্ততা নথকাকৈ বৰ্ণনা কৰা আছে। "অসমত জাতিভেদ নাই"——অন্ততঃ ভাৰতৰ অন্য ৰাজ্যৰ তুলনাত নাই——এই কথা তেওঁ বক্তৃতাৰ যোগেদি, চিঠিৰ যোগেদি, কথা-বতৰাৰ যোগেদি ভাৰতৰ বিভিন্ন অঞ্চলত প্ৰচাৰ কৰিছিল। অসমৰ প্ৰতি থকা কিছুমান ক্ষতিকৰ ধাৰণা নিৰ্মূল কৰিবৰ বাবেও তেওঁ অপৰিসীম কষ্ট কৰিবলগীয়া হৈছিল।

কানিৰ গ্ৰাসত লুপ্ত হবলৈ ধৰা অসমীয়া সমাজক উদ্ধাৰ কৰিবলৈ তেওঁ নিজৰ সৰ্বশক্তি প্ৰয়োগ কৰিছিল। পৰিণামত, কংগ্ৰেছৰ দ্বাৰা অসমৰ কানি তদন্ত কমিটি গঠন এক ঐতিহাসিক ঘটনা। এই ক্ষেত্ৰত দীনবন্ধু এণ্ড্ৰুজ চাহাবৰ ঐকান্তিক সহযোগিতা স্মৰণীয়।

ৰয়েল কমিছনৰ প্ৰতিবেদন, আবকাৰী বিভাগৰ প্ৰতিবেদন, অসমৰ মনীষীসকলৰ অভিমত, আদি সকলো তন্নতন্নকৈ পৰীক্ষা কৰি অসমত কেনেকৈ কানিৰ বীজ প্ৰথমতে সিঁচা হৈছিল, কেনেকৈ আহোম ৰজাৰ দিনত অসমত কানি খোৱা প্ৰচলন হৈছিল, কেতিয়া ক'ত আফুখেতি আৰম্ভ হৈছিল, কানিৰ গ্ৰাসত আহোমৰ ৰাজত্ব কেনেকৈ যাব লগা হৈছিল, ইত্যাদি সকলো ঘটনা বিশেষভাৱে পৰীক্ষা কৰা হৈছিল। বৃটিচ শাসনৰ ভাৰতত আফুখেতি বন্ধ কৰি কেনেকৈ বৃটিচে কানি বিক্ৰীৰ একচেটিয়া ব্যৱসায় নিজৰ হাতলৈ আনি প্ৰজাৰ মাজত সেই বৰবিহ বহুলভাৱে প্ৰচলন কৰিছিল, তাৰ বিষয়ে বিশদভাৱে আলোচনা কৰা হ'ল। এণ্ড্ৰুজ চাহাবে ঘোষণা কৰিলে, "যদি কানিক য়ুৰোপীয়সকলৰ বাবে বৰবিহ গণ্য কৰা হয়; তেন্তে এছিয়াবাসীৰ বাবে ই ঔষধ বুলি ব্যৱহাৰ হবৰ কি যুক্তি আছে? কি পশ্চিম, কি পূৰ্ব, সকলো মানুহৰ শৰীৰ একে তেজ-মঙহেৰে গঠিত। গতিকে অসমৰপৰা কানি যে এদিন নিৰ্মূল হ'ব লাগিব সেইটো মোৰ দৃঢ় বিশ্বাস।" কানি তদন্ত কমিটিৰ প্ৰতিবেদন যথাসময়ত নিখিল ভাৰত কংগ্ৰেছ কমিটিলৈ পঠোৱা হ'ল আৰু কানিৰ গ্ৰাসত ধ্বংসমুখী অসমৰ প্ৰকৃত অৱস্থা ভাৰতবাসীয়ে উপলব্ধি কৰিব পাৰিলে। ইয়াৰ পৰিণাম স্বৰূপে বৃটিচ চৰকাৰে অসমত কানিৰ প্ৰচলন বন্ধ কৰিবলৈ বাধ্য হ'ল। কৃষ্ণনাথ শৰ্মা আৰু মহামতি এণ্ড্ৰুজৰ লগতে এই মহৎ কাৰ্যত লগত ৰোহিণী-কান্ত হাতীবৰুৱাৰ নামো অক্ষয় হৈ থাকিব।

অসমত খদ্দৰৰ প্ৰচলনত কৃষ্ণনাথ শৰ্মাই নিজক উছৰ্গা কৰিছিল বুলি ক'লে অত্যুক্তি নহয়। ইয়াৰ অৰ্থনৈতিক দিশটোৱে তেওঁক উৎসাহিত কৰিছিল। সূতা কাটি কাপোৰ বৈ বেচি অসমৰ বহুত পৰিয়ালে স্বাবলম্বনৰ ব্ৰত গ্ৰহণ কৰিছিল আৰু গৰীবৰ সহায়ক হিচাপে সূতা কটাৰ ওপৰত শৰ্মাই অত্যাধিক গুৰুত্ব আৰোপ কৰিছিল। কিছুমান গাঁৱৰ প্ৰতিবেশী তিৰোতাই গচে আধামোনকৈ কপাহ লৈ দিনে-ৰাতিয়ে সূতা কাটিবলৈ ধৰিছিল। কপাহ ধুনিবৰ বাবে ঢোৰাদীবিলাকক নিমন্ত্ৰণ কৰি চাহ-তামোল খুৱাই বহুত কপাহ একেদিনাই ধুনি পাজি কৰি লৈছিল। জোনাক নিশা একো একো ঘৰত ছোৱালী-বোৱে একেলগে স্বৰাজৰ গীত গাই সূতা কটা দেখি শৰ্মাৰ মনত পৰম আনন্দৰ উদয় হৈছিল। খেতি শেষ কৰি পুহ-মাঘ-ফাগুন-চ'ত এই কেইমাহত সকলোৱেই তাত ব'বলৈ আৰম্ভ কৰে আৰু প্ৰতিঘৰে একোখনকৈ বৰকাপোৰ তিনি-চাৰিদিনৰ ভিতৰত উলিয়াব পাৰে। সূতা কটা কামকো বৃটিছ চৰকাৰে বিদ্ৰোহীৰ কাম বুলি নানান অত্যাচাৰ কৰিবলৈ লৈছিল। কপাহ, সূতা আৰু কাপোৰ নিয়া ভলন্টিয়াৰসকলক আটক কৰিছিল আৰু শাৰী-ৰিক শাস্তি বিহিছিল। তাৰ মাজতো শৰ্মাই শুদা ভৰিৰে কান্ধত ভাৰ বৈ দিনে-ৰাতিয়ে খদ্দৰৰ কাপোৰ অসমৰ বেলেগ বেলেগ ঠাইত দোকানত দি ফুৰিছিল আৰু সেই পইচা তিৰোতাসকলক নিজে দি আহিছিল।

১৯২৬ চনত পাণ্ডুত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনক অসমলৈ নিমন্ত্ৰণ কৰিবৰ বাবে কৃষ্ণনাথ শৰ্মা ১৯২৪ চনত কাণপুৰত বহা অধিবেশনলৈ গৈছিল। মহাত্মা গান্ধীয়ে প্ৰথমতে অসমৰ দৰে পিচ পৰা অঞ্চলত আৰু মাত্ৰ ১৬ হেজাৰ লোকৰ গুৱাহাটীৰ দৰে ঠাইত কংগ্ৰেছ মহাসভা অনুষ্ঠিত হোৱাটো সম্ভৱ নহয় বুলি ভাবিছিল, কিন্তু শৰ্মা আৰু অসমৰ

পৰা যোৱা প্ৰতিনিধিসকলৰ অনুৰোধক্ৰমে পঞ্জাব আৰু আজমীৰৰ নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰি অসমত অধিবেশন পতাৰ সিদ্ধান্ত কৰা হ'ল। পাণ্ডু অধিবেশনৰ বৈশিষ্ট্য আছিল, সমস্ত অধিবেশনৰ স্থান খদ্দৰেৰে সজোৱা হৈছিল আৰু সেই খদ্দৰ কাপোৰৰ সংগ্ৰহৰ দায়িত্ব শৰ্মাই নিজে লৈছিল। প্ৰদৰ্শনীৰ আঠটা খোটালীত শিপিনীসকলক লৈ তেওঁ খদ্দৰ কাপোৰ তৈয়াৰী কৰাইছিল। সভাৰ ৭০।৮০ হেজাৰ মানুহ বহিব পৰাকৈ খদ্দৰ কাপোৰ পৰা হৈছিল। অসমৰ খদ্দৰৰ এক বিৰাট প্ৰদৰ্শনী ভাৰতৰ বহুত লোকে চাই যাব পাৰিলে আৰু তাৰ বাবে শৰ্মাৰ কৃতিত্বই প্ৰধান। মহাত্মা গান্ধীয়ে অধিবেশনৰ পিচত এনেদৰে মন্তব্য দিছিল :

"When in Kanpur, the Assam delegates gave the invitation to hold the Congress of 1926 at Gauhati and the Congress accepted the invitation, I was filled with misgivings. I felt that Assam was too far away, too unorganised and too poor to shoulder the heavy burden of holding a Congress session Gauhati has a population of only 16,000. No place with such a small population has before Gauhati had the tenacity to invite the Congress However, beat all previous records, and in an incredibly short space of time, erected in the midst of surroundings of great natural beauty on the banks of the Great Brahmaputra, a city under Khadi canvas. The huge Congress pavilion itself was made of pure Assam Khadi The Reception Committee had to import materials and men from outside in order to provide for the varied tastes of delegates and visitors from different provinces Leaders' quarters were isolated from the delegates' quarters. When I resented the isolation, I was told that it was not done intentionally but it had to be done because there was not enough ground available in one single spot to provide accomodation for all The construction of the cottages was incredibly simple. Assam bamboo, Assam mud, Assam straw, Assam Khadi and Assam labour were responsible for the very simple but artistic huts erected on the Brahmaputra bank".

কৃষ্ণনাথ শৰ্মাই কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধেও ক্লান্তিহীনভাৱে যুদ্ধ কৰিছিল। তেওঁৰ প্ৰথম পুত্ৰ শ্ৰীদুৰ্গাদাস শৰ্মাই সেই কানিংহাম চাৰ্কুলাৰ অমান্য কৰা বাবে দেউতাকৰ কৈফিয়ৎ বিচাৰি যোৰহাট চৰকাৰী হাইস্কুলৰ মেনেজিং কমিটিৰ সভাপতি কান্ট্লি চাহাবে এখন নটিচ দিছিল। প্ৰায় সকলো অভিভাৱকে ক্ষমা বিচাৰিছিল, অথবা ল'ৰাই কৰা দোষৰ বাবে ল'ৰাক দোষাৰোপ কৰি ক্ষমা বিচাৰি চিঠি লিখিছিল। শৰ্মাই উত্তৰ

দিলে, "এই কানিংহাম চাৰ্কুলাৰ ভঙ্গ কৰা বাবে মোৰ ল'ৰাই কোনো দোষ কৰা নাই। সেই চাৰ্কুলাৰ ভঙ্গ কৰাটোৱেই যোগ্য।" পৰিণামত তেওঁৰ ল'ৰা চৰকাৰী স্কুলৰপৰা ওলাই আহিব লগা হ'ল। অসমত বিশ্ববিদ্যালয় স্থাপন সম্পৰ্কে ১৯৩০ চনতে তেওঁ প্ৰকাশ কৰা মত প্ৰণিধানযোগ্য :

"যিবিলাক ৰাজকৰ্মচাৰী ৰাইজৰ মানত অপ্ৰিয় হয়, সেইবিলাক ৰাজকৰ্মচাৰীয়েই প্ৰায় দেখা যায় চৰকাৰৰ প্ৰিয়পাত্ৰ হয়। মিঃ কানিংহাম চাহাবে পেন্সন লৈ যোৱাৰ পিচতো চৰকাৰে এওঁক শিক্ষাবিভাগৰ বিশেষজ্ঞ হিচাপে অসমত বিশ্ববিদ্যালয়ৰ আঁচনি কৰিবৰ কাৰণে নতুনকৈ নিযুক্ত কৰিছিল। এখেতে অসমত বিশ্ববিদ্যালয় হ'লে শ্বিলঙত হ'ব লাগিব, নহ'লে সুৰমা উপত্যকা আৰু অসম উপত্যকাৰ ভিতৰত যি ভেদভাব আছে সেই ভেদভাব শ্বিলঙত বিশ্ববিদ্যালয়ৰ কেন্দ্ৰ নহ'লে দূৰ নহ'ব বুলি প্ৰতিবেদন দাখিল কৰিলে। এইখন বিশ্ববিদ্যালয়ৰ আঁচনি লাইব্ৰেৰীৰ কোনো আলমাৰীৰ ভিতৰত সোমাই থাকিল। অসমত বিশ্ববিদ্যালয় পতা সম্পৰ্কে আমি ভাবোঁ প্ৰত্যেক জিলাতে একোখন যাতে বিশ্ববিদ্যালয় পাতিব পৰা হয়। আমাক লাগে দেশৰ শিল্প, কৃষি উন্নত কৰা বিধৰ একো একোখন আদৰ্শ শিক্ষাৰ কেন্দ্ৰ, প্ৰত্যেক জিলাতে হেজাৰ-দুহেজাৰপূৰা মাটি লৈ গো-পালন, কৃষি-শিল্প আদি যাৱতীয় বিষয়ৰ শিক্ষা দিব পৰা সুবিধা আৰু তাৰ লগতে একো একোখন ফলৰ বাগান। প্ৰত্যেক জিলাৰ ডেকা ল'ৰাবোৰক মাতৃভাষাৰ সাধাৰণ জ্ঞান দিয়াই তিনি, পাঁচ বা সাত বছৰৰ ভিতৰত শিক্ষা সমাপ্ত কৰাই প্ৰত্যেক গাওঁতে বিশ্ববিদ্যালয়ৰ শাখা খুলি প্ৰত্যেক ঘৰ মানুহকে বিশ্ববিদ্যালয়ৰ শাখা স্বৰূপে ধৰি লৈ কৃষি, বাণিজ্য, শিল্প আদিৰ উন্নতি কৰি দেশৰ সমৃদ্ধি বৃদ্ধি কৰাত সহায় কৰিবলৈ প্ৰত্যেক জিলাত চৰকাৰে বছৰি দুই-তিনি লক্ষ টকাকৈ ধনৰাশি দি গ'লে প্ৰায় দহ বছৰৰ ভিতৰত একো একোখন জিলাত একো একোটা বিৰাট বিশ্ববিদ্যালয় স্থাপন কৰি গোটেই জিলাৰ অধিবাসীসকলক উৎকৃষ্ট খেতিয়ক, নাৱৈ, শিল্পী, বণিক আদিত পৰিণত কৰি তুলিব পৰা হয়। ইংৰাজী ভাষা, মাতৃভাষা, হিন্দুস্থানী আদি ভাষাৰ জ্ঞান দিয়াৰ ব্যৱস্থা এনে বিশ্ববিদ্যালয় সমূহত থাকিব লাগিব আৰু জনতাৰ ভিতৰত নিৰক্ষৰতা নিবাৰণৰ ব্যৱস্থা কৰিব লাগিব।"

শিক্ষাৰ পৰিবৰ্তন সম্পৰ্কেও তেওঁ এনেদৰে মত প্ৰকাশ কৰিছিল :

"বৰ্তমান শিক্ষা প্ৰণালীৰ আমূল পৰিবৰ্তন কৰি ওপৰত কোৱাৰ দৰে বিশ্ববিদ্যালয়ৰ আঁচনি তৈয়াৰ কৰিলেহে প্ৰকৃত কাম হ'ব, নহ'লে ঘূণে খোৱা বাঁহৰ খুটা লগাবলৈ গ'লে একো কাৰ্য সিদ্ধি নহ'ব। বিশ্ববিদ্যালয়ত কিছুমান ল'ৰাক বৰ্তমান শিক্ষা-প্ৰণালীৰ আদৰ্শত গ্ৰেজুৱেট কৰি চৰকাৰৰ চাকৰি দিয়াৰ আদৰ্শ লৈ এই শিক্ষা প্ৰচাৰ কৰি গৈ থাকিলে শেহত পৰিণাম ভয়াবহ হ'বই।

এই বিশ্ববিদ্যালয়ৰপৰা কিছুমান ডেকাক বিদেশলৈ পঠিয়াই টেক্‌নিকেল শিক্ষা দিয়াৰ বন্দোবস্ত কৰিব লাগিব। অসমীয়া মানুহে যদি কানি, ভাং মদ খায়েই চৰকাৰক ৩০।৪০ লক্ষ টকা দিয়ে, খাজনা হিচাপে এক কোটি টকাৰ ওপৰৰ ৰাজহ আদায় দিয়ে, গোচৰ কৰি ২০।২৫ লক্ষ টকা দিয়ে, তেন্তে প্ৰত্যেক জিলাৰ অধিবাসীসকলৰ সৰ্বাঙ্গীন উন্নতিৰ হৈ বছৰি ২।৩ লক্ষ টকা শিক্ষাৰ বাবে, বিশেষকৈ বিশ্ববিদ্যালয় স্থাপনৰ অৰ্থে, দিয়াটো একো আচৰিত প্ৰস্তাৱ নহয়।"

কৃষ্ণনাথ শৰ্মাই চিৰদিন ৰাইজৰ সেৱক হৈ থাকিবলৈকে বিচাৰিছিল। তেতিয়াৰ অসমৰ প্ৰধান মন্ত্ৰী স্বৰ্গত গোপীনাথ বৰদলৈলৈ তেওঁ লিখিছিল, "নিঃস্বাৰ্থভাৱে দেশ-সেৱা কৰা ক্ষেত্ৰ এছেম্‌ব্লি নহয়। ....দেশসেৱকে কোনো স্বাৰ্থ লৈ ধন-মান-যশস্যাৰ বাবে মন মেলিলেই সকলোফালে নিজৰ অৱনতি ঘটে। এছেম্‌ব্লিত আছে দৰমহা, মন্ত্ৰী হোৱাৰ আশা, বিলাস-বিলাসিতাৰ ঠাই, সকলোফালৰপৰা প্ৰলোভন, ক্ষমতা আৰু ধন লাভৰ কাৰণে নিজৰ ভিতৰত খোৱা-কামোৰা।........মোৰ নবছৰৰ অভিজ্ঞতাৰে বুজিলো এছেম্‌ব্লি মোৰ কাৰণে নহয়।"

নৈতিক আদৰ্শক সদায় উচ্চত ৰাখি স্বাধীনতা সংগ্ৰামত যোগ দিয়া লোকসকলৰ মাজত কৃষ্ণনাথ শৰ্মা আছিল শ্ৰেষ্ঠ। গান্ধীৰ দৰে তেওঁৰ জীৱনেই আছিল এটা বাণী। সেই জীৱনতে অসমৰ এক স্বৰ্ণমণ্ডিত অথচ সংগ্ৰামশীল যুগৰ প্ৰকৃত পৰিচয় আমি বিচাৰি পাওঁ। আমাৰ একান্ত বিশ্বাস, তেওঁৰ জীৱনৰ সকলো তথ্য আৰু কাহিনী সন্নিবিষ্ট কৰি এখন পূৰ্ণাঙ্গ জীৱনী লিপিবদ্ধ কৰিলে অসমবাসী পৰম উপকৃতই নহয়, পৰম অনুগৃহীতও হ'ব।

গুৱাহাটী
২০-১১-৭২

চন্দ্ৰপ্ৰসাদ শইকীয়া

# কৃতজ্ঞতা স্বীকাৰ

১৯৪২-৪৫ চনত যোৰহাট জেলত থকা অৱস্থাত আমাৰ পৰম আৰাধ্য পিতৃদেৱে কেবাখনো গ্ৰন্থ প্ৰণয়ন কৰি গৈছিল। তেখেতৰ মৃত্যুৰ পিচত দুই-এখন গ্ৰন্থ প্ৰকাশিত হৈ ৰাইজ আৰু কাকত-পত্ৰৰ যথোচিত সমাদৰ লাভ কৰিছে। সেউতাই আত্মজীৱনীৰ লেখায়াকৈ কংগ্ৰেছ-বুৰঞ্জীৰ ইতিবৃত্ত লিখি থৈ গৈছিল। অসম প্ৰকাশন পৰিষদে "কৃষ্ণ শৰ্মাৰ ডায়েৰী" নামকৰণ কৰি সেইখন প্ৰকাশ কৰিবলৈ মনস্থ কৰাত আমি এই অনুষ্ঠানলৈ আৰু ইয়াৰ সচিব শ্ৰদ্ধেয় শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়ালৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। মূল কিতাপখন সঙ্কলন কৰাত অৰিহণা যোগোৱা বাবে শ্বিলং এণ্ডনীজ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰদ্ধেয় মুকুন্দ শৰ্মা আৰু হেম কলিতালৈ আমাৰ কৃতজ্ঞতা জনাইছোঁ। এই গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ আমাক বিশেষভাৱে উৎসাহ প্ৰদান কৰিছিল—(সৰ্বশ্ৰী) অমিয় কুমাৰ দাস, বাগ্মীবৰ নীলমণি ফুকন, বেণুধৰ শৰ্মা, হেম বৰুৱা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, দধি মহন্ত, সতীশচন্দ্ৰ কাকতি, শ্ৰীশ্ৰীগড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভু, বিশ্বদেৱ শৰ্মা, ৰাধানাথ হাজৰীকা, ডিম্বেশ্বৰ গায়ন বৰা, পদ্মেশ্বৰ গোস্বামী, কুমুদ বৰা, মুক্তিনাথ বৰদলৈ, মুৰলীধৰ বৰুৱা (বালিগাওঁ), ঘনশ্যাম দাস আৰু প্ৰেমধৰ বৰুৱাই। আমি এইসকল ব্যক্তিৰ প্ৰতি আমাৰ গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিছো।।

কৃষ্ণনগৰ
যোৰহাট-১
২৪ কাতি, ১৮৯৪ শক।

ইতি
বিনীত
শ্ৰীলক্ষ্মণ শৰ্মা

# সূচীপত্ৰ



কৃষ্ণনাথ শর্মা

যোৰহাটৰ সৰ্বাইবন্ধা গাৰঁৰ এটা বৃহৎ পৰিয়ালৰ মাজত দেউতাৰ দ্বিতীয় পৰিবাৰৰ ময়েই প্ৰথম পুত্ৰ। দেউতাৰ প্ৰথম পৰিবাৰৰ মোতকৈ ডাঙৰ পাঁচজন ককাইদেউ আছিল; তেওঁবিলাক মোতকৈ বহুত ডাঙৰ। মোৰ এজনী বাইদেউ আছিল; তেওঁৰ নাম ধৰিত্ৰী। দেউতাৰ জন্মস্থান যোৰহাটৰ গৰখীয়া দ'লৰ ওচৰত আছিল। দীননাথ বেজবৰুৱা ডাঙৰীয়াই দেউতাৰ বংশৰ এগৰাকী ম'হলা বিয়া কৰাইছিল আৰু দেউতা সৰুতে পিতৃ মাতৃহীন হোৱাত বেজবৰুৱা ডাঙৰীয়াই তেখেতক তেখেতৰ শিৱসাগৰৰ ঘৰলৈ লৈ যায়। তাতে বেজবৰুৱা পৰিয়ালত থাকি দেউতা ডাঙৰ-দীঘল হয়।

দীননাথ বেজবৰুৱা ডাঙৰীয়া সেই সময়ৰ কোম্পানীৰ আমোলত এজন ডাঙৰ বিষয়া। বেজবৰুৱা ডাঙৰীয়াৰ ঘৰতে থাকি তেখেতৰ মৰমতে একে পৰিয়ালভূক্ত হৈ থাকোতেই দেউতাৰ প্ৰথম বিবাহ হয়। তাৰ পিচত দ্বিতীয় পৰিবাৰ মোৰ আই দেউতাৰ তৃতীয় পৰিবাৰ শিৱসাগৰত থাকোঁতেই দেউতাৰ প্ৰথম পৰিবাৰৰ এজন পুত্ৰ আৰু তিনিজনী ছোৱালী হয়। দ্বিতীয় পৰিবাৰ নিঃসন্তান হৈ মৃত্যু হয়। মোৰ আইৰ মাত্ৰ বাইদেউ ধৰিত্ৰী দেবীৰ শিৱসাগৰত জন্ম হয়। দেউতা শিৱসাগৰত প্ৰথমতে নকল-নবীশ আছিল। তেখেতৰ হাতৰ আখৰ বৰ ভাল আছিল। তাৰ পিচত দেউতা উকীল হ'ল। সেই সময়ত শিৱসাগৰত উকীল হৈ দেউতাই বহুত টকা উপাৰ্জন কৰে আৰু বেজবৰুৱা ডাঙৰীয়াৰ ঘৰৰপৰা বেলেগ হৈ নতুন ঘৰ-বাৰী লয়। তাতে ককাইদেউহঁতক পঢ়াবৰ বৰ যত্ন কৰিছিল; কিন্তু তেওঁবিলাকৰ একো বিশেষ উন্নতি কৰিব নোৱাৰি দেউতা মৰ্মাহত হৈছিল। শিৱসাগৰৰ দিখৌৰ পাৰত ক্ৰমান্বয়ে দুখন বাৰীত এঠাইৰ পিচত সিঠাইত তেখেতে মহা সমাৰোহেৰে দিন নিয়াইছিল। দেউতাৰ প্ৰথমা আৰু দ্বিতীয়া কন্যাক শিৱসাগৰতে বিয়া দিছিল আৰু শিৱসাগৰত থাকোঁতেই দেউতাৰ প্ৰথম আৰু দ্বিতীয় পুত্ৰৰ বিবাহ হৈছিল যোৰহাটলৈ যেতিয়া মহকুমা আহে তাৰ লগে লগে মোৰ আইক লৈ দেউতাই যোৰহাটত ওকালতি কৰিবলৈ আহে আৰু প্ৰথম পৰিবাৰক শিৱসাগৰৰ ঘৰতে থৈ

আছে। শিৱসাগৰৰ ঘৰ-সম্পত্তি আদি প্ৰথম পৰিবাৰক দি দেউতাৰ মোৰ আইৰে সৈতে যোৰহাটত থকাৰ ইচ্ছা আছিল। শিৱসাগৰৰ ঘৰখন এৰি দিবৰ ইচ্ছা নাছিল। শিৱসাগৰৰ স্মৃতি, বিশেষকৈ দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ মৰম-স্নেহৰ কথা তেখেতে পাহৰিব নোৱাৰিছিল। মৃত্যুৰ সময়লৈকে দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ গুণ-কীৰ্ত্তন দেউতাই কৰিছিল। শিৱসাগৰৰ সেই সময়ৰ উত্তম পুৰুষসকলৰ বিষয়ে আমাৰ আগত সৰুতে কোৱা কথাবিলাক সাধুকথা যেন লাগিছিল। দেউতা যোৰহাটলৈ আহি গোলাপ নাজিৰৰ কলবাৰী বোলা বাহৰতে কিছুদিন আছিল।

আমালোকক আগমৰ ঘৰ বোলে। গোলাপ নাজিৰো আগমৰ ঘৰৰ সম্পৰ্কত দেউতাৰ ভতিজা হয়। ইয়াতে থাকি ওকালতি আৰম্ভ কৰি দেউতাই কিছুদিনৰ পিচত সৰ্বাইবন্ধাত মাটি কিনি ঘৰ সজাই ইয়ালৈ আহে। এই ঘৰতে মোৰ জন্ম। সৰ্বাইবন্ধাত সেই সময়ত দেউতাৰ প্ৰধান বন্ধু আছিল গোপীনাথ বৰুৱা আৰু তাৰানাথ ফুকন। এই সৰ্বাইবন্ধাই সেই সময়ৰ যোৰহাট। ইয়াৰ দুফালে দুখন হাট আছিল—এখন মাছৰ হাট, আনখন চকি হাট। দুই হাটৰ নামৰ অনুসৰি হ'ল যোৰহাট। মাছৰ হাট আৰু চকি হাট আছে; কিন্তু সৰ্বাইবন্ধা আগৰ সৰ্বাইবন্ধা নহয়, এতিয়া নগৰ হ'ল। আগৰ ৰজাৰ চাৰিগড়ৰ মাজত থকা হাবি-বননি আদি ভাঙি ডাঙৰ ডাঙৰ ঘৰ হ'ল আৰু নানা ধৰণৰ মানুহ আহি নগৰ ভৰি পৰিলহি। সৰ্বাইবন্ধা সেই সময়ত নদন-বদন।

দেউতাৰ অৱস্থা দিনকদিনে আঢ্যৱন্ত হৈ উঠিছিল। কাছাৰীলৈ যাওঁতে প্ৰতিদিনে এখন বিয়াৰ মানুহ লগত গৈছিল। দৈনিক কিমান টকা পায়, হিচাপ নাই। সদায় একোটা চন্দুক ভৰি আহে। ক্ৰমে ওকালতি কৰি হাতী, মাটি, বাগিছা, অলঙ্কাৰ আদি লৈ দেউতা ধনী-মানী হৈ পৰিল। আমাৰ বাৰীখনত ঘৰ ইমান বেছি আছিল আৰু মানুহ ইমান বেছি আছিল যে এতিয়া মনত পৰিলে আচৰিত হ'ব লাগে। এটা চ'ৰা ঘৰ, দুটুপীয়া বঙলা দুটা, মাৰল ঘৰ, বৰঘৰ, ককাইদেউহঁতৰ শোৱনি ঘৰ, ৰান্ধনীঘৰ, ঢেঁকী ঘৰ, চাকৰৰ ঘৰ, গোহালি ঘৰ, গোসাঁই ঘৰ, ভঁৰাল ঘৰ আদি বহুত। সদায় জকাই জকাই ভাত ৰান্ধিব লাগে। কিমান মানুহে খায় ক'ব নোৱাৰি। আলহী-অতিথি, গুচৰীয়া-পদকীয়া আদিৰে সদায় ঘৰখন ভৰপূৰ হৈ থাকে। আমাৰ ঘৰত বাৰ্ষিক ফাকুৱা আৰু ৰাসপূজা কৰিছিল। প্ৰত্যেক উৎসৱৰ এমাহৰ আগৰপৰা এমাহৰ পিচলৈকে খোৱা-বোৱা চলি থাকে। কিমান মানুহ আহে, কিমান যায় হিচাপ নাই। দেউতাই পিতৃ-মাতৃৰ বছৰেকীয়া শ্ৰাদ্ধ সদায় মহাসমাৰোহেৰে পাতিছিল। ইয়াৰ আয়োজন প্ৰায় এমাহৰ আগৰেপৰা হয় আৰু এমাহৰ পিচলৈকে জা-জলপান খোৱা চলি থাকে। যোৰহাটলৈ দেউতা অহাৰ কিছুদিনৰ পিচতে শিৱসাগৰৰ

ঘৰ-বাৰী নামমাত্ৰ দামত বিক্ৰী কৰি বৰ আইৰ পৰিয়ালটোও যোৰহাটলৈ গুচি আহিল। শিৱসাগৰৰ ঘৰ নৰ'ল। ইয়াতো দেউতাই ককাইদেউহঁতৰ পঢ়াৰ বিষয়ে বৰ যত্ন লৈছিল; কিন্তু কোনো এজনৰ পঢ়া ভাল নহ'ল। যোৰহাটলৈ আহি দেউতাই এটা ফি-চিম্পল গ্ৰাণ্ট লয়। এতিয়া সেইখন হৈছে মেলেং যুতকীয়া বাগান। বৰ আইৰ মাজু পুতেক মাজু ককাইদেউ মৌনধৰ শৰ্মা আছিল তাৰ মেনেজাৰ। যোৰহাটত বাগিছাৰ মালিক হোৱা সেই সময়ত বেছি নাছিল। স্বৰ্গীয় ৰোমেশ্বৰ বৰুৱা আছিল যোৰহাটৰ প্ৰধান চাহ খেতিয়ক। লেটেকুজান নামৰ গ্ৰাণ্ট লৈ যোৰহাটত ওকালতি কৰি দেউতাই প্ৰায় লক্ষ টকা উপাৰ্জন কৰিছিল। দেউতাৰ মাত্ৰ এগৰাকী বিধৱা বাইদেৱেক আছিল। দেউতাই তেওঁক বাইটি বুলি মাতিছিল। সেইবাবে আমাৰ ককাইদেউসকলে বৰ আইক বাইটি বুলি মাতিছিল। মই তেওঁক দেখা মনত নপৰে। শুনিছিলো, তেওঁ মোক প্ৰাণৰ সমান মৰম কৰিছিল।

মোৰ তিনি কি চাৰিবছৰ বয়সৰ কথা মোৰ মনত পৰে। মোৰ এটা অভ্যাস আছিল—গুণ-গুণাই ৰান্ধনাঘৰৰ কলহত থকা পানীবোৰ এটা কলহৰপৰা আন এটা কলহলৈ বাকো; মোৰ মাত শুনিলে কোনোবা মাইকী মানুহ গৈ মোক সেই কাম কৰাত বাধা দিয়ে আৰু মই সুবিধা পালেই পুনৰ কামত ধৰোঁগৈ। এইদৰে মোৰ দৈনিক প্ৰাতঃক্ৰিয়া কৰি থাকোঁ। তাৰ পিচত আইসকলে কয় এটা হাঁহি উঠা কথা। সেই কথা লৈ বহুদিনলৈকে বৰবৌ, মাজুবৌ, বৰআই আদিয়ে সেই কথা সোঁৱৰাই মোক জোকাইছিল। কথাটো হৈছে—এদিন হেনো বাহিৰত মই বৰকৈ কান্দিছিলো। মোৰ কান্দোন শুনি দেউতাৰ বাই-দেৱেক, অৰ্থাৎ মোৰ জেঠাই লৰ মাৰি গৈ মোক কোলাত ল'লেগৈ আৰু মোক কি হ'ল বুলি সুধিবলৈ ধৰিলে। মই হেনো উচুপি উচুপি ক'লোঁ, ছাগলীজনীয়ে মোৰ মুখলৈ চাইছিল। এই কথা শুনি সকলোৱে হাঁহিবলৈ ধৰিলে। এই আমোদটো বহুদিনলৈকে সকলোৱে উপভোগ কৰিছিল। গাঁৱৰ মাইকী মানুহ যেয়ে আহে মোক সোধেহি, "ছাগলীজনীয়ে তোমাৰ মুখলৈ চাইছিল, নহয়নে? আইঐ দেহি!" ইত্যাদি। আৰু এটা কথা মনত পৰে—সেই সময়ত আমাৰ ঘৰত গোপিনী সভা বৰ বেছি হৈছিল। বহুত মাইকী মানুহ গোট খায়। ইমান ডাঙৰ গোপিনী সভা এতিয়া প্ৰায়েই নহয়। অকল আমাৰ ঘৰতে যে হয় এনে নহয়; গাঁৱৰ প্ৰত্যেক ঘৰতে ডাঙৰ ডাঙৰ গোপিনী সভা হৈছিল। মাহ-চাউল খাই বৰ ভাল লাগিছিল। মোৰ ককাইদেউ শ্ৰীযুত জগন্নাথ শৰ্মা মোতকৈ ৩।৪ বছৰৰ ডাঙৰ। তেওঁ আৰু মই গোপিনী সবাহলৈ প্ৰায়ে যাওঁ। মোক গোপিনী-সকলে কথাটো সোঁৱৰাই আনন্দ উপভোগ কৰে আৰু মোৰ খং তোলায়।

আশীৰ্বাদ ল'বৰ সময়ত জয় জগন্নাথ ইত্যাদি নাম লোৱা হয়। লোৱা মাত্ৰকে ককাইদেৱে গোপিনীসকলক "মোৰ নাম কেলেই লৈছ" বুলি চুলিত ধৰি টানে। এইটো ঘটনা প্ৰায়েই হয়।

শ্ৰীমান নাৰায়ণ মোতকৈ ৩।৪ মাহৰ সৰু। সিয়ে-ময়ে সদায় একেলগে ফুৰোঁ। গাৱঁৰ মানুহবিলাকে জোকায় আৰু নাৰায়ণৰ খং তুলি বৰ কাৰণে কয় "কৃষ্ণ ভাল, নাৰায়ণ বেয়া।" নাৰায়ণে লৰ মাৰি খেদি যায় আৰু যাকে য'তে পায় ধৰি ভুনৰায়। এইটো ঘটনা প্ৰায় দৈনিক ঘটে। ঘৰত মোক সদায় বৌহঁতে কয়, "তই নাৰায়ণৰ লগুৱা।" এদিন বৰআইৰ আগত বৰ ককাইদেৱে কৈছিল, "বাইটি, কৃষ্ণ নাৰায়ণৰ লেমটো।" মই উত্তৰ দিলো—"লেমটো নহয়, মই নাৰায়ণৰ লগুৱাহে।" এই কথা শুনি সকলোৱে হাঁহিলে আৰু বহুদিনলৈকে এই আমোদ চলি আছিল। মোৰ অভ্যাস এটা আছিল—কটাৰী এখন পালেই গছৰ ডাল আনি টুকুৰা-টুকুৰিকৈ কাটোঁ। এইদৰে কাটি থাকোঁতে এদিন মোৰ বাওঁহাতৰ মধ্যমা আঙুলিটো কাটি দুটুকুৰা কৰিলোঁ। তেজেৰে বাঙলী হ'ল। সকলো লৰ মাৰি আহিল। বহুত যত্ন ক'ৰ ভাল কৰিলে। তাৰ পিচৰ-পৰা মোৰ সেই অভ্যাস উৰি গ'ল। আঙুলিটোত চিন এতিয়াও আছে। আৰু এটা অভ্যাস আছিল - ফুলনিবাৰীলৈ গৈ ফুল গোটাই পূজা কৰোঁ। আৰু কলপুলিবোৰ কাটি আনি একোখন শাল পাতি কলপুলিবোৰ বলি দিওঁ। বনুৱাৰ ল'ৰা এটা আমাৰ ঘৰতে আছিল। মই সদায় তাৰ লগত এইটো কাম কৰোঁ। এদিন এখন দাঘল দাৰে সি গাঁত খানিছে। মোৰ বাওঁ ভৰিখনৰ বুঢ়া আঙুলিটোত দাৰ আগটো সোমাই গ'ল। দাখন টানি উলিয়াই ল'ৰাটো লৰ মাৰিলে। মোৰ কষ্টৰ সীমা নোহোৱা হ'ল। মই তাতে পৰি গ'লোঁ। কোনোবাই তুলি আনিলে। কেইদিনমানৰ মূৰত ভাল হ'ল। ভৰিৰ আঙুলিৰ দাগ এতিয়াও আছে।

আমাৰ ঘৰৰ আগতে হেজাৰি পাঠশালাত আমি পঢ়িছিলোঁ। মোক্ষেশ্বৰ পণ্ডিত আছিল আমাৰ পণ্ডিত। মই সৰুৰেপৰা পঢ়াত ভাল আছিলোঁ। ক-খ কিতাপ আৰু দ্বিতীয় ভাগ মোক ঘৰতে আয়ে পঢ়ুৱাই-ছিল। সেই কাৰণে স্কুলত মই পঢ়াত একো টান নাপাইছিলোঁ। ককাইদেউহঁতে মোৰ আইক মাহী বুলি মাতিছিল। ময়ো আইক মাহী বুলি মাতিবলৈ ধৰিলোঁ। বৰ আইক বৌটি বুলি মাতিছিলোঁ।

আমাৰ ঘৰৰ পাছফালে এটা পুখুৰী আছিল। এদিন ধৰিত্ৰী বাইদেউৰ লগত পুখুৰীলৈ গৈছিলোঁ। মই দলঙৰপৰা পানীত পৰিলোঁ। বাইদেৱে কেনো হাতেৰে পানী চলু চলুকৈ আনি মোক আহ আহ বুলি মাতি থাকোঁতে কোনোবাই দেখা পাই মোক পানীৰপৰা তুলি আনিলে। আমাৰ ঘৰত দুপৰ বুলি এটা হাতী-মাউত আছিল। আমাৰ ঘৰৰ

চোতালতে তাৰ ঘৰ। সি মোক আৰু নাৰায়ণক কোলাত লয় আৰু লগত গৈৰে মাছ পুৰি খাবলৈ দিয়ে। আমি পোৰা মাছৰ সোৱাদ পাই সি খোৱাৰ সময়ত তাৰ ঘৰলৈ যাওঁ। এদিন দুইৰো হাতত দুটা পোৰা মাছ দিলে। আমি খাই খাই ভিতৰলৈ গ'লো। আমাক পোৰা মাছ খোৱা দেখি মাইকী মানুহবিলাকৰ, বিশেষকৈ মোৰ আইৰ খং উঠি দুপৰক বৰ গালি পাৰিলে। দুপৰে ক'লে, "ভাত খাবৰ সময়ত ল'ৰা পঠিয়াই দিয়, এতিয়া খাবলৈ দিলত মোৰ জগৰ হল!"

মই সৰুৰেপৰা ৰামায়ণ, মহাভাৰত পঢ়িবলৈ শিকিলো। বৰ আয়ে লেখা-পঢ়া নাজানে। মোক তেওঁ মাতি নি দিনত মহাভাৰত, ৰামায়ণ পঢ়িবলৈ কয়। মই জাত লগাই পঢ়ো। তেওঁ শুনে। নাৰায়ণক পঢ়িবলৈ দিয়ে। নাৰায়ণে পঢ়িব নোৱাৰে। বৰ আইৰ বৰ বেজাৰ। মই ইমান ডাঙৰ কিতাপ পঢ়িব পৰা হলোঁ অথচ নাৰায়ণে পঢ়িব নোৱাৰে। এই-বাবেই হ'বলা মোৰ কিতাপবোৰ সিহঁতে ফালি পেলায়। কিতাপ লুকাই লুকাই থ'ব লগা হয়।

পাঠশালা স্কুলৰপৰা বৃত্তি পৰীক্ষা দিলোঁ। য'ত পৰীক্ষা হৈছিল সেই ঘৰত সোমাই ভয় লাগিল পৰীক্ষাৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলোঁ। কি লেখিলোঁ কি নেলেখিলোঁ ক'ব নোৱাৰোঁ। তাৰ পিচত আকৌ পাঠ-শালা স্কুলত পঢ়িবৰ মন নগ'ল। বেজবৰুৱা স্কুলত নাম লগালোঁ। সেই সময়ত আমাৰ ঘৰত শ্ৰীযুত জগ ককাইদেৱে মাত ইংৰাজী পঢ়ে। তেওঁ সদায় পুৱা-গধূলি "Twinkle twinkle little star, How I wonder what you are"—এই কবিতাটো পঢ়ে আৰু আন একো পঢ়াৰ কথা মুশুনো। মোৰ ইংৰাজী পঢ়িবৰ ইমান হেঁপাহ হ'ল যে কেতিয়া মই "Twinkle twinkle little star" পঢ়িব পৰা হওঁ, ভাবি অস্থিৰ।

গোবিন্দ চন্দ্ৰ বেজবৰুৱা স্কুলৰ মালিক আৰু হেড্‌মাষ্টৰ। বাঘ যেন, দেখিলে ভয় লাগে। চকুকেইটা ইমান ডাঙৰ! পোন্দোৱাকৈ চালে ভয়তে প্ৰাণ উৰি যায় যেন লাগে। তেওঁ মোক মাতি আনি গম্ভীৰভাৱে ক'লে, "তই জগন্নাথৰ লগত মুফ্‌ৰিবি। একেলগে ফুৰা দেখিলে এইডাল বেত দেখিছ, পিঠিৰ ছাল ছিঙিম।" শ্ৰীযুত জগ ককাইদেউ বৰ দুৰ্দান্ত আছিল। তেওঁৰ ভয়ত স্কুলৰ মাষ্টৰবিলাক কঁপি থাকে। বেজবৰুৱাৰ বাহিৰে আনে তেওঁক চম্ভালিব নোৱাৰে। বেজবৰুৱা নহ'লে তেওঁ যেই সেই এজন মাষ্টৰৰ লগত কাজিয়া কৰিবই আৰু মাৰিবলৈ ভয় দেখুৱাব। দুষ্ট ল'ৰাবোৰৰ লগত তেওঁৰ এটা দল আছিল। সদায় জেপত ৫।১০ টকা ৰূপ নহ'লে স্কুললৈ নাযায়। মোক আমাৰ সৰ্বাইবন্ধাতে থকা এখন মিঠাইৰ দোকানত মিঠাই খুৱাই কয়—স্কুললৈ নাযাবি। মই আগেয়ে সম্মতি দি মিঠাই খাওঁ আৰু স্কুললৈ গুচি যাওঁ। বেজবৰুৱালৈ ভয় লাগে আৰু

বেতৰ কোবত পিঠি ছিঙাৰ ভয়ত কঁপি থাকোঁ। তেওঁ প্ৰায়েই স্কুললৈ নাযায়। দেউতা কাছাৰীৰপৰা ঘৰলৈ আহোঁতে স্কুলত সোমাই শ্ৰীযুত জৰ্গ ককাইদেউ স্কুললৈ নোযোৱা খবৰ পাই ঘৰত ডাবি-ধমকি দিয়ে ; কিন্তু একো গুণ নধৰিলে। প্ৰমোশ্যনৰ সময়ত তেওঁ ওপৰ শ্ৰেণীলৈ প্ৰমোশ্যন নাপায়। বেজবৰুৱা ঘৰলৈ আহে। বৰ আয়ে জোৰ কৰি ধৰি প্ৰমোশান দিয়ায়। এইদৰে গৈ গৈ তেওঁ ক্লাছ ছেভেন (তেতিয়াৰ ক্লাছ ফোৰ) পাই পঢ়া এৰি দিলে। মোৰ কিতাপবোৰ তেওঁবিলাকে ফালি পেলায়, গাঁত খানি পোতে। মই মেকৰীয়ে পোৱালি লুকোৱাৰ নিচিনাকৈ কিতাপ লুকাই লুকাই পঢ়োঁ।

বেজবৰুৱা স্কুলত মোৰ সহপাঠী আছিল কমলেশ্বৰ বৰঠাকুৰ, উমেশ্বৰ বৰপুজাৰী। বেজবৰুৱা স্কুলত আমাক পঢ়াইছিল শ্ৰীযুত গোলাপ চন্দ্ৰ শৰ্ম্মাতিকৰ, শ্ৰীযুত ডিম্বেশ্বৰ শৰ্ম্মা, পূৰ্ণানন্দ বৰুৱা, শ্ৰীযুত বিষ্ণুৰাম বৰবড়া, খান বাহাদুৰ কেৰামত আলি, ব্ৰহ্মানন্দ দত্ত উকালে। শৰ্ম্মাতিকৰে পঢ়াত আমাক 'Folk Tales Of Bengal'ৰ সাধুকথাবোৰ কয়। তেওঁক আমাৰ বৰ ভাল লাগে। মাষ্টৰসকলে আমাৰ শ্ৰেণীৰ প্ৰত্যেক ছাত্ৰৰ প্ৰতি যত্ন লয়। মোক বিশেষকৈ ভাল পায়, কাৰণ মই শ্ৰেণীত সদায় প্ৰথম বা দ্বিতীয় স্থান পাওঁ। ষষ্ঠ শ্ৰেণীত আমাৰ ভিতৰত দুটা দল হ'ল। এটা দলত মই, উমেশ্বৰ বৰপুজাৰী আদি, সিটো দলত কমলেশ্বৰ বৰঠাকুৰ, শ্ৰীৰাম বৰঠাকুৰ আদি। এই দল দুটা ক্ৰমে বৃদ্ধি হৈ বাটত কাজিয়া কৰা অৱস্থাত পৰিণত হৈছিলগৈ। শেহত মই কমলেশ্বৰ বৰঠাকুৰলৈ ডাকত এখন চিঠি দি কিবা প্ৰকাৰে মিটমাট কৰি পেলালোঁ। বিশেষ বিৱৰণ পাহৰিলোঁ। এই দুটা দল প্ৰথমতে পঢ়াৰ অৰিয়াঅৰি লৈ হৈছিল। পিচত কাজিয়াৰ স্থল হোৱাত মোৰ মনত বেয়া লাগি মোৰ লগৰীয়াসকলৰ পৰামৰ্শ নোলোৱাকৈ মই কমলেশ্বৰ বৰঠাকুৰলৈ চিঠি দিয়াত মোক বলতে বেয়া পাইছিল। কিন্তু পিচত সকলোৰে লগত ভাল হ'ল। সেই সময়ৰ লগৰীয়া ছাত্ৰ-বন্ধুসকলৰ লগত মোৰ ইমান ভ্ৰাতৃভাৱ হৈছিল আৰু আমাৰ পৰস্পৰে ইমান ভাল পোৱা-পুই আছিল যে এতিয়াও সেই স্নেহলৈ মনত পৰি থাকে। বাল্যকালৰ বন্ধু যে কিমান মূল্যবান তাৰ কথা সুঁৱৰি অপাৰ আনন্দ অনুভৱ কৰোঁ। সেই সময়ত মোৰ বেছি ৰকমৰ গ্ৰহণী বেমাৰ হোৱাত অৰিয়াঅৰি কৰি বেজবৰুৱা স্কুলত পঢ়া বাল্যকালৰ ছাত্ৰ-বন্ধুসকলৰপৰা আঁতৰি যাবলগীয়া হৈ মোৰ অন্তৰত বিষম ব্যথা জন্মিছিল। মোৰ দুখ লাগিছিল বিশেষকৈ এই ভাবত যে মোৰ বন্ধুসকলে মোক পাছ পেলাই ওপৰ শ্ৰেণীলৈ প্ৰমোশান পাব আৰু মোৰ লগৰপৰা সহপাঠী হিচাপে তেওঁ-বিলাকক পোৱা নহ'ব। পঞ্চম শ্ৰেণীত পঢ়োঁতে মোৰ ডাঙৰ গ্ৰহণী বেমাৰ হ'ল। মাজু মোমাইদেৱে মোক চংটকলৈ লৈ গ'ল চিকিৎসাৰ কাৰণে।

## আমাৰ অৱস্থাৰ পৰিবৰ্তন

নাৰিকলৰ ভিতৰত যেনেকৈ পানী হয়, ভাল দিনত সেইদৰে কোনেও নজনাকৈ সম্পত্তি বৃদ্ধি হয় আৰু যেতিয়া বেয়া দিন হয় সম্পত্তি যায়। হাতীয়ে ঔ-টেঙাটো খাই গোটে গোটে শৌচৰ লগত উলিয়াই দিয়ে; কিন্তু ঔ-টেঙাৰ বিজলভাগ অদৃশ্য হয়। ১৮৮৮-১৯০৩।৪ চন পৰ্যন্ত আমাৰ ঘৰত গৰাখহনীয়া হোৱাৰ দৰে দেউতাৰ লাখ টকাৰ সম্পত্তি উৰি যাবলৈ আৰম্ভ কৰিলে। প্ৰথমতে আমাৰ মেলেঙৰ লেটেকুজান নামৰ 'ফি চিম্পল্ গ্ৰাণ্টটো'ৰ এজোপা সীমাৰ গছৰ বাবে চাহাবৰ লগত ককাইদেউহঁতৰ ভয়ানক কাজিয়া হ'ল। চাহাবে বাগানৰ অহা-যোৱা বাট বন্ধ কৰি দিলে। আমাৰ বাগানৰ মাজেদি বাট উলিয়াবলৈ দক্ষিণপাট সত্ৰৰ দেৱোত্তৰ মাটিৰ বাহিৰে আন উপায় নাই। দক্ষিণপাট সত্ৰৰ গৰাকীয়ে বাটৰ কাৰণে মাটি দিবলৈ সন্মত নোহোৱাত আৰু দিনকদিনে বাগানৰ ইউৰোপীয়ান চাহাবৰ লগত কাজিয়া বাঢ়ি যোৱাত আৰু সেই সময়ৰ যোৰহাট মহকুমাধিপতি মুৰ চাহাবৰ লগত দেউতাৰ বন্ধুত্বৰ সুবিধা লৈ বাগিচাৰ চাহাবে আমাৰ লেটেকুজান গ্ৰাণ্টটো চাহাবক বিক্ৰী কৰিবলৈ দেউতাক বাধ্য কৰালে।

১৮৯২।৯৩ চনত নামমাত্ৰ দহ হেজাৰ টকাত আমাৰ সকলোৰে আশাৰ মূৰত মাধমাৰ মাৰি চাহাবে গ্ৰাণ্টটো কিনি ল'লে। মাজু ককাই-দেৱে সেই দহ হেজাৰ টকা চকুৰে নাচাই হিয়া ভুকুৱাই কান্দিছিল হেনো। সেই সময়তে বিক্ৰী কৰা বাগানৰ বনুৱাবিলাক আহি আমাৰ ঘৰৰ পুখুৰীটো খনা অলপ অলপ মনত পৰে, কিন্তু বাগিছা বিক্ৰী কৰা কথা মনত নপৰে। এই টকা দেউতাৰ হাতত পৰা মাত্ৰকে যোৰহাটৰ আৰু শিৱসাগৰৰ কেইজনমানে বিপদত পৰি টকা ধাৰলৈ নিয়ে। পিচত সেই টকা উৰি যোৱা দি গ'ল। ক'ৰ টকা ক'লৈ গ'ল কোনেও গম নাপালে। মাত্ৰ মাজু ককাইদেউৰ হিয়া ভাগি গ'ল। নাৰায়ণ বেজবৰুৱাদেৱে সেই সময়ত বাগিছা খুলি বিপদত পৰিছিল। দেউতাৰপৰা পাঁচ হেজাৰ টকা ধাৰলৈ নিয়ে। চন্দ্ৰকমল বেজবৰুৱা ডাঙৰীয়াই মোৰ আগত কৈছিল যে সেই টকা নোপোৱা হ'লে তেওঁবিলাকে বাগিছা ৰাখিব নোৱাৰিলেহেঁতেন। চন্দ্ৰকমল বেজবৰুৱা ডাঙৰীয়াই সেই টকা হাতত লৈ তেওঁৰ বুদ্ধিৰ প্ৰভাৱত তেওঁবিলাকৰ যাবলগীয়া লক্ষ্মীক ৰক্ষা কৰিলে। কিন্তু আমাৰ ঘৰৰ লক্ষ্মীমাই লেটেকুজান গ্ৰাণ্টৰ লগে লগে আমাক এৰি চাহাবৰ হাতলৈ গ'ল। এতিয়া আমাৰ সেই লেটেকুজান গ্ৰাণ্ট এখন বিৰাট চাহ বাগানত পৰিণত হল। দক্ষিণপাট সত্ৰৰ গৰাকীয়ে আমাক বাট এটা দিবলৈ সন্মত নহৈছিল, কিন্তু সেই গৰাকীয়ে মেলেং বাগানৰ চাহাবক একোটা ডাঙৰ গ্ৰাণ্ট পৰ্যন্ত দি দিলে। এয়ে হৈছে নিয়তিৰ গতি!

আমাৰ মনত পৰে বেঞ্জবৰুৱাই বাগিচাৰপৰা বছৰি ডাঙৰ এবাকচ চাহ দেউতালৈ পঠিওৱাৰ কথা আৰু সমুদায় টকা সুতে-মূলে ভেখেতসকলে আদায় কৰাৰ কথা। কিন্তু যি টকা পোৱা হৈছিল এটা অমূল্য হীৰা বিক্ৰী কৰি, সেই টকাৰ প্ৰতি স্নেহ-মমতা নথকা ঘৰত, বিশেষকৈ মাজু ককাইদেউৰ মনত বিহ লগাদি লাগিছিল। দেউতাৰ উপাৰ্জনৰ অন্ত নাই। আমাৰ ঘৰৰ লোহাৰ বাকচ টকা আৰু অলঙ্কাৰেৰে ভৰি পৰিছিল, কিন্তু ঘৰখনত আনন্দ নাইকিয়া হ'ল। মাজু ককাইদেউৰ শোক নিবাৰণ কৰিবৰ কাৰণে দেউতাই গাভৰু পৰ্বতৰ ওচৰত নৰাজান নামেৰে এখন বাগান কিনি ললে। মাজু ককাই তাত আকৌ মেনেজাৰ হ'ল। মোৰ মনত পৰে, বাগিচাৰপৰা চাহৰ বাকচৰ বোজাই গৰুগাড়ীৰে যোৰহাট ষ্টেশ্যনত দিবলৈ অহা আৰু হাতীৰে গোটপজু গোটে মাৰি পঠিওৱাৰ কথা। গোটেই গাৱেঁ সেই পজু খায়। জাকে-জাকে হাইঠা চৰাই খাচত ভৰাই ভৰাই পঠিয়ায়। এদিন মই হাইঠা চৰাই কেইটামান খাবলৈ নিদি ৰাতি মনে মনে এটা পাচিৰে ঢাকি মাতিত থৈ দিছিলোঁ। পিচদিনা পুৱা আটাইকেটা চৰাই ঠেৰেঙা হৈ মৰি থাকিল। হাইঠা মাটিত নপৰা অৰ্থটো মই পিচত বুজিলোঁ। বাগিচাৰপৰা দীঘল কাকবাঁহৰ চুঙাত দৈ গাখীৰ, কচু আদিৰ ভাৰ প্ৰতি সপ্তাহত আহিবলৈ ধৰিছিল। ইফালে দেউতাৰ ম'ক্কেলবিলাকে অজস্ৰ ভাৰ ভেটী আনি ঘৰ নধৰা কৰি দিছিল। আমাৰ পুৰোহিতে কৈছিল যে তোমালোকৰ গাখীৰৰ ঘৰৰ চুঙাৰ খৰিৰে আমি ভাত ৰান্ধি খাইছিলোঁ। বহুত বেমেজালি হোৱাত, বিশেষকৈ মই বেছি লাজকুৰীয়া হোৱাত, প্ৰায়েই ভাত খাবলৈ ৰান্ধনী ঘৰলৈ নোসোমাওঁ। প্ৰায়ে লঘোনে থাকোঁ। পিচত কোনোবাই খবৰ পাই মোক খাবলৈ দিয়ে। মাইকী মানুহৰ আগত মই ওলাবলৈ লাজ কৰোঁ। সেই সময়ত আমাৰ ঘৰত ককাইদেউহঁতে তাচ খেলে আৰু মোক ঘনে ঘনে ভিতৰৰ পৰা তামোল আনিবলৈ কয়। মই ভিতৰলৈ সোমোৱাৰ ভয়তে তাচ খেলা চোৱা আনন্দও এৰিব লগীয়াত পৰে। দেউতাই সেই কাৰণেই হ'বলা আমাৰ পৰিয়ালৰ বাবে এটা সুকীয়া ৰান্ধনী ঘৰ সাজি দিলে। আমি বেলেগে খাওঁ। মোৰ আনন্দৰ সীমা নোহোৱা হ'ল। আমাৰ ভিতৰত এখন সুকীয়া ভঁৰালী চাং হ'ল। খোৱা বস্তু ভৰি থাকে। আমাৰ কাৰণে এজনী সুকীয়া গাইগৰুও দিলে। দিন ভালকৈ চলিলে ভেটুৱা বস্তু আৰু বাগিচাৰপৰা অহা বস্তুৰ ভাগ আমাক বেলেগে দিবলৈ ধৰিলে। ককাই-দেউহঁতে মুখৰ গাখীৰখিনি খাই বাকীডোখৰ পেলাই দিয়ে। এইদৰে নদন-বদন হৈ আমাৰ ঘৰ চলিবলৈ ধৰিলে। বাগিচা আমাৰ নাইকিয়া হৈছিল; এতিয়া বাগিচা হ'ল। হাতী তিনিটা আমাৰ ঘৰলৈ প্ৰায়ে আহে। টকাৰ অভাৱ নাই। এনে অৱস্থাৰ ভিতৰত মই প্ৰতিপালিত

হৈছিলোঁ। আটাইতকৈ দেউতাই মোক বেছি মৰম কৰিছিল। দেউতাৰ ওচৰলৈ ককাইদেউহঁত যাবলৈ ভয় কৰে। তেওঁৰ মাত বৰ ডাঙৰ আছিল আৰু কেতিয়াবা উগ্ৰ খং উঠিছিল।

# মোৰ মইমতালি

## [নৱাজান বাগিছা দৰ্শন]

মই বৌটিক সদায় ভাল পাওঁ। তেওঁৰ লগত য'লৈকে ত'লৈকে যাওঁ; মোৰ আয়ে মোক ৰাখিব নোৱাৰে। আমাৰ বাগিছাখন চাবলৈ মোৰ মনতে বৰ হেঁপাহ আছিল। এদিন মাজু ককাইদেউ মাজুবৌক লগত লৈ আমাৰ ঘৰৰপৰা ২৭ মাইল দূৰত থকা নৱাজান বাগিছালৈ যাবলৈ ওলাল। মই গম পাই তিনি মাইলমান দূৰত আগবাঢ়ি আছিলোঁ। গধূলি বেলিকা প্ৰায় বেলি পৰোঁ পৰোঁ অৱস্থাত কেন্দুগুৰিমানত গাড়ীখন দেখি মই ওচৰ চাপিলোঁ। মাজু ককাইদেৱে মোক দেখি খঙতে বলিয়া হোৱাৰ দৰে হ'ল আৰু মোক ডাবি দিলে। পিচত উপায় নাপাই গাড়ীত তুলি ল'লে। সেইদিনা ৰাতি মেটেলীৰ ঘৰত আমি থাকিলো। তাতে ভাত-পানী খালোঁ। আমি অহা গম পাই ওচৰত থকা বিল এখনত জুই একুৰা লৈ মাছ মাৰি আনিলে। কেবাটাও শ'ল মাছ ধৰিলে। বাৰীতে এডৰা মাহনি আছিল। হেঁপাহ পলুৱাই মাহ খালোঁ। ৰাতি হাবিৰ মাজেদি গাড়ী যাবলৈ ধৰিলে। হাবিত বাঘ ওলায়। টিন বজাই বজাই যাব লাগে। মাজু ককাইদেৱে মোক ভয় খুৱাইছিল—"বাঘৰ মাজত তই বাগিছালৈ আহিবিনে?" মই তেতিয়া মনে মনে ভাবিলো: এইবাৰৰপৰা আৰু এনে কাম নকৰোঁ। ৰাতিপুৱা আমি এটা ডাঙৰ পৰ্বত পালোঁ। গাড়ী তাৰপৰা বগাই যাব লাগে। মানুহ নামিলে, গাড়ীৰ চকা বান্ধি দিলে আৰু গৰুহালে গাড়ীখন দৌৰাই লৈ গ'ল। মোৰ জীৱ উৰি গ'ল। কোনোমতে বাগিছা পালোঁগৈ। বাগিছাত একো নাই। মাত্ৰ থকা ঘৰ এটা আছে। চাহপাত মৰা ঘৰ এটা আৰু চাহপাত শুকোৱা ঘৰ এটা আছে। আলিৰ কাষে-কাষে কুলীৰ ঘৰবোৰ। মই তাতে থাকিলো। ৰাতি বাঘ আৰু পহুৰ খেদাখেদি লাগে। বিকট চিঞৰ। সেইদিনা ৰাতি আমি শোৱা ঘৰটোৰ পিৰালিত বাঘ আৰু পহু এটাই খেদাখেদি কৰি আছিল। বৰ শৰপহু এজনী ৰাতি-য়েই মাজু ককাইদেৱে বন্দুকেৰে মাৰিলে। পহুজনীৰ পেটত পোৱালি এটা আছিল। ইমান বিননি পহুজনীৰ! শুনি প্ৰাণ কান্দি উঠিল। সেই দৃশ্য

যেন কেতিয়াও দেখিবলৈ নাপাওঁ। মই ইয়ালৈ কেতিয়ালৈ আহিছিলো আৰু কেতিয়া ঘৰলৈ যাম—ভাবি অস্থিৰ হ'লো। বাগিচা চাবলৈ যাওঁ যাওঁ কৰোঁ। মাজু ককাইদেৱে নেদেখুৱায় আৰু কয় "তই দুঅনাৰ ভাগ বিচাৰি আহিছ।" মই বুজি নাপাওঁ—দুঅনাৰ ভাগ কি। এদিন লগতে মোক বাগিচালৈ লৈ গ'ল। ভাত একো নাই, মাত্ৰ কিছুমান গছ সমানে কাটি থৈছে আৰু কিছুমান টকলা কৰি কাটি থৈছে। মাজে মাজে কুলীবিলাকে কোৰ মাৰিছে আৰু একোটা খৰাহিত চাহপাত ভৰাই ভৰাই চাহ মৰা ঘৰলৈ লৈ আহিছে। ইয়াৰপৰা চাহ কেনেকৈ হয়? এইবোৰ দেখি মোৰ বেয়া লাগিল। মাজু ককাইদেৱে লেটেকুজান বাগান বেচাত কিয় বেজাৰ কৰিছিল? হাবিৰ মাজত বাঘে-পহুৱে ভৰা পৰ্বতৰ টিঙত বগাই আহি কিয় এইবোৰ বাগিচা ল'বলৈ তেওঁৰ ইমান হেঁপাহ? মোৰ সৰু সৰু আদমহীয়া, সিকিবোৰ দেখি বৰ ভাল লাগিছিল। কুলীক দৰমহা দিবলৈ কিছুমান সিকি, দুআনী ঠাক ঠাক কৰি থৈছিল। মই ভাবিলো -মাজু ককাইদেৱে মোক দুঅনাৰ ভাগ ল'বলৈ অহা কথাটো কিয় কয়। তেওঁ নথকাত মনে মনে তাৰ পৰা ২০।২৫ টা দুআনী আনি চাহঘৰতে এঠাইত পুতি থ'লো। ভাবিলো—ঘৰলৈ উভতি যাওঁতে এইবোৰ লগত লৈ যাম। ঘৰলৈ আহিবৰ দিনা দুআনীবোৰলৈ পাহৰিলো। বাটত মনত পৰিছিল। কাকো আগত নক'লো। পিচতহে জানিলো—আমাৰ তেতিয়া আঠজন ককাই-ভাই, বৰ আইৰ ছজন, আমাৰ দুজন—মই আৰু মোৰ ভাই শ্ৰীমান ৰাধা। বাগিচাখন আঠভাগ হ'ব। ভাগত দুঅনাকৈ পৰিব।

## দেওপানীলৈ যাত্ৰা

আমাৰ বৰ আইৰ এগৰাকী বাইদেউ দেওপানীৰ ইন্দু কেৰাণীৰ জীয়েক বৰদা আইদেউৰ বিয়া। তাৰবাবে বৰ আই শ্ৰীমান নাৰায়ণ আদিৰে সৈতে দেওপানীলৈ যাবলৈ ওলাইছে। মই আৰু শ্ৰীমান ৰাধা। মই বাগিচালৈ যোৱাৰ নিচিনাকৈ দুমাইলমান দূৰত আগবাটি আছোঁ। বাটত গাড়ী লগ ধৰিলো আৰু আমাক দুইকো বৰবোৱে গাড়ীত তুলি ল'লে। আমি দেওপানী পালোগৈ। বিযাৰ ধুমধাম। বাগিচাত বিয়া পাতিছে। বনুৱাবিলাক আৰু আন আন নিমন্ত্ৰিত মানুহেৰে ঘৰ ভৰপূৰ। সেই বাগানত ইমানবোৰ তগৰ ফুল দেখিলোঁ যে মোৰ মনত লাগিল—আমাৰ বাগিছাতহে এনে ফুল নাই। সেইখন বাগিছা বেয়া। বিয়া হৈ গ'ল। তাতো মাইকী মানুহ ইমান বেছি যে থাকিবৰ মন নগ'ল। দেওপানীৰপৰা বৰবোৱে মোক আৰু শ্ৰীমান নাৰায়ণক শিৱসাগৰৰ হাঁহচৰালৈ পঠিয়ালে। তাৰপৰা মাজু ককাইদেউৰ ছোৱালী এজনী আনিবলৈ আমি গাড়ীৰে গৈ শিৱসাগৰ পালোগৈ। তাতে ইন্দু ভিনীহিৰ ঘৰত থাকিলো। পিচদিনা গাড়ীখন

আগেয়ে হাঁহচৰা কুজিবালিলৈ গুচি গ'ল। আমি উপায় নাপাই দুয়ো বাটৰ মানুহক সুধি সুধি হাঁহচৰা পালোগৈ। তাত হাঁহ নেদেখিলো। মোৰ মনত খেলাইছিল, কিয়নো হাঁহচৰা নাম হ'ল? যি কি নহওক, তাতে গাৰোৱান লগ পালো। তাৰপৰা আহি বিয়াৰ আগতে আমি দেওপানী পালোগৈ। বিয়া ভগাৰ পিচত শ্ৰীমান ৰাধা আৰু মই আমাৰ মোমাইদেউ নামতিত আছে বুলি খবৰ পাই মানুহক বাট সুধি সুধি নামতিৰ বামুণগাওঁ পালোহি। তাত আমাৰ বৰ জেঠাইৰ ঘৰ। কোনোমতে চিনাকি দি জেঠাইৰ ঘৰত আলহী হ'লো জেঠায়ে দেখি বিচুতি খালে। "তহঁত কেনেকৈ ইয়ালৈ আহিলি?" বুলি আমাৰ আইক বহুত গালি পাৰিলে। তাৰপৰা মোমাই-দেউৰ ঘৰ পালোগৈ। পিচত কেনেবাকৈ ঘৰলৈ উভতি আহিলো। বৰ আই আৰু ইন্দু কেৰাণী ভিনীহি আমাক বিচাৰি হায়ৰাণ হ'ল আৰু বাটৰুৱাৰ মুখে খবৰ পালে যে আমি নামতিলৈ গ'লো। ইয়াৰ পিচত ঘৰ পাই মোৰ বৰ ডাঙৰ বেমাৰ হ'ল। মোৰ চেহেৰা একেবাৰে বদলি হ'ল। মোৰ আইৰ ধাৰণা যে মোক কিহবাই পালে। সেইটো ভাব মোৰ আইৰ মনত নিগাজী-ভাৱে থাকিল। কাৰণ, তেতিয়াৰপৰা মোৰ আগৰ চেহেৰা নাইকিয়া হ'ল। কিন্তু সেইবোৰ একো নহয়। আমি কষ্ট কৰি থকা-মেলাৰ বাবে স্বভাৱতে আমাৰ চেহেৰা বেয়া হৈছিল। তেতিয়াৰপৰা মোক পেটৰ অসুখে নেৰা হ'ল। তাৰ পিচত গ্ৰহণী বেমাৰত মোৰ কথমপি প্ৰাণ বাচিল।

## চংটক যাত্ৰা

ইয়াৰ পিচত ঘৰত খং উঠি এদিন মই মনে মনে খোজ কাঢ়ি আহি মৰিয়নি ষ্টেশ্যন পালো। তাৰপৰা নাজিৰালৈ টিকট কিনি চংটকলৈ যাওঁ বুলি ওলাই আহিলো। যেনে-তেনে-প্ৰকাৰে বামুণপুখুৰী বাগান পাই তাতে ৰাতিটো থাকি পিচদিনা পুৱা চংটক বাগান পালোগৈ। তাত মাজু মোমাইদেউ আৰু সৰু মোমাইদেউ অছিল। তেওঁবিলাকে মোক দেখি আচৰিত হ'ল। কেইদিনমান তাত থাকি আকৌ ঘৰলৈ কেনেকৈ আহিলো পাহৰিলো।

## ঘোঁৰাত উঠা

আমাৰ ঘৰত এটা পথৰা ঘোঁৰা আছিল। বাবুৰ আলিৰপৰা আমাৰ ঘৰলৈ প্ৰায় তিনিশ গজমান দূৰ হ'ব। আমি লগৰীয়া কিছুমান লৈ ঘোঁৰা দৌৰাওঁ। এটাই ঘোঁৰাত উঠে, আন এটাই ঘোঁৰাটোৰ পিঠিত এছাৰিৰে কোবাই দিয়ে। ঘোঁৰা দৌৰ মাৰি ঘৰৰ ফালেই আহে। মই

ঘোঁৰাত উঠি লেকামত ধৰিছোঁ। পিচৰপৰা কোনোবাই ঘোঁৰাৰ পিঠিত এছাৰিৰে কোব মাৰি দিলে। ঘোঁৰা দৌৰি আহি আমাৰ ঘৰৰফালে নাহি আমাৰ ঘৰৰ ওচৰৰ বকুল গছ এজোপাৰ ওচৰেদি হাবিলৈ মোক লৈ গ'ল। মই ঘোঁৰা চম্ভালিব নোৱাৰিলো। মাত্র সেইদিনাহে মই ঘোঁৰাত উঠিছিলো। হাবিলৈ মোক লৈ যোৱাত তাতে এজোপা মধুৰিআমৰ তলেদি মোক লৈ গ'ল। মই মধুৰি আমজোপাৰ ডাল এটাত ধৰি প্ৰাণ ৰক্ষা কৰিলো। ঘোঁৰা লৰ মাৰিলে। সেইদিনাৰপৰা ঘোঁৰাত উঠাৰ চেষ্টা এৰি দিলো।

আকৌ এদিন সেই ঘোঁৰাটো দেবেশ্বৰ বৰপূজাৰীৰ আগচোতালত চৰি আছিল। মই পিচফালৰপৰা এছাৰি এডাল লৈ ঘোঁৰাটো খেদাই দিছিলোঁ। ঘোঁৰাই পাছঠেঙেৰে মোৰ পেটৰ ওচৰত গোৰ মাৰি দিলে। মই উশাহ ল'ব নোৱাৰা হ'লোঁ। মোৰ অৱস্থা দেখি আটাইবোৰ ল'ৰাই ভাঁহিবলৈ ধৰিলে। অলপতে মই পৰি গ'লোঁ। মোৰ চেতনা নাইকিয়া হ'ল। কোনোবাই লৈ গৈ মোক আমাৰ ঘৰৰ বিচনাত থৈ দিলে। পেটত ঘোঁৰাৰ খোজ বহিল। উখহি গ'ল। অত্যন্ত বিষ। মোক বহুত চিকিৎসা কৰি দহ-বাৰদিনমানৰ মূৰত বিষ ভাল কৰিলে। সেইটো ভয়ঙ্কৰ বিপদৰ-পৰা ভগবানে ৰক্ষা কৰিলে।

আৰু এদিন মনত আছে, মই অকলে খেলমাটিত ঘোঁৰা-দৌৰ চাবলৈ গৈছিলোঁ। স্কুলৰপৰা বাজে বাজেই ঘৰত মই সন্ধ্যালৈকে নহা দেখি শ্ৰীযুত লক্ষ্মী ককাইদেৱে ঘোঁৰাত উঠি মোক নগৰৰ ফালে বিচাৰি গৈছিল। মই উলটি আহি ৰঘুনাথ বৰুৱাৰ পদূলি পাইছোঁ, এনেতে বৈদ্য ককাইদেৱে মোক দেখি এডাল এছাৰি লৈ এচাত লগাই কলে, "তই ক'ত ফুৰিছ, লক্ষ্মীয়ে তোক বিচাৰি ফুৰিছে।" মই এছাৰিৰ কোব খাই শ্ৰীযুত লক্ষ্মী ককাইদেৱে মোক লগ পাই মাৰে বুলি ভয়তে মনে মনে গৈ আইৰ ওচৰত বহি সকলো কথা ক'লোঁ। আইৰ মনলৈ শান্তি আহিল। শ্ৰীযুত লক্ষ্মী ককাইদেউ উভতি আহি আৰু একো নকৰিলে। মই ৰক্ষা পৰিলোঁ। মনতে ভাবিলোঁ, আকৌ খেলমাটিলৈ নাযাওঁ।

## মোমাইদেউৰ ঘৰলৈ যাত্ৰা

মই পঞ্চম শ্ৰেণীলৈ প্ৰমোশ্যন পাইছোঁ। এনেতে মোৰ গ্ৰহণী হ'ল। আমাৰ পৰিয়ালৰ সকলোৰে বেমাৰ। আমাৰ মাজু মোমাইদেউ শ্ৰীযুত মুক্তিনাথ ভট্টাচাৰ্যই চংটক বাগিছাত কেৰাণী কাম কৰিছিল। তেওঁ আমাৰ ঘৰলৈ আহিছিল। মোক আয়ে বজাৰলৈ পঠিয়ালে মাছ আদি কিবাকিবি কিনি আনিবলৈ। মই বজাৰলৈ নগৈ থিয়েটাৰ চাবলৈ গ'লোঁ। ৰাতি বাৰ কি এক বজাত ঘৰ পালোঁগৈ। মোমাইদেউ লঘোণে থাকিল।

মোক আয়ে সুধিলে, "তই ইমানবেলি ক'ত আছিলি ? মোমাইদেৱেৰৰ ভাত খোৱা নহ'ল।" মই লাজত তলমূৰ কৰিলোঁ। মোৰ যে কিমান দোষ হ'ল, ভাবি অন্ত নাপালোঁ। পিচদিনা মোমাইদেৱে আমাৰ গোটেই পৰিয়ালকে লগত লৈ আহিল। নামতি আলি ষ্টেশ্যনৰপৰা ঘৰলৈ এমাইল দূৰ। তাতে এটা বৰ ডাঙৰ চাপৰিৰ মাজত মোমাইদেউহঁত এঘৰ মানুহ। তাত মোৰ গ্ৰহণী বেছি হ'ল। বৰ মোমাইদেৱে ৰাজহঁাহৰ মঙহ খালে। সেইদিনা ৰাতি মোৰ গ্ৰহণী বেছি হ'ল। ৰাতি মই শোৱা ঘৰতে বহি গোটেই ৰাতিটো শৌচ কৰি গোটেই ঠাইখন লেতেৰা কৰিলোঁ। ৰাতিপুৱা লাজতে মই ক'ত থাকিম, ক'লৈ যাম, ভাবি অস্থিৰ হ'লো। ৰৰমাই উঠি আহি দেখি অবাক হ'ল।

ৰৰমায়ে মোৰ আইক মাতি ক'লে, "আইটি চোৱাঁহি, তোমাৰ কৃষ্ণই কি কৰি থৈছে।" তাৰ পিচত আই আহি সকলো দেখি ঠাই চাফ্ কৰি পেলালে। আৰু দুই-তিনি দিনৰ ভিতৰতে মাজু মোমাইদেৱে আমাক চংটকলৈ লৈ গ'ল। তাত মোৰ চিকিৎসা আৰম্ভ হ'ল। মাজু মোমাইদেৱে মোৰ কাৰণে কিমান যত্ন লৈছিল মই প্ৰকাশ কৰি ক'বলৈ অসমৰ্থ। তাত মোৰ চিকিৎসা ভাল ৰকমে হ'ল। মই কিন্তু কেতিয়া ঘৰলৈ যাওঁ, কেতিয়া আকৌ স্কুলত এই বছৰৰ ভিতৰতে পঢ়িব পাৰোঁ—এই চিন্তাত মগ্ন। তথাপি এবছৰ পাৰ হ'ল। বেমাৰ অলপ ভাল হ'লত ঘৰলৈ আহিলোঁ। মোৰ আগৰ চেহেৰা নাইকিয়া হ'ল। আঠুৰ ঘিলা ওলাই পৰিল। বেজবৰুৱা স্কুললৈ গ'লো। মোৰ লগৰীয়া বন্ধুসকলে ওপৰ শ্ৰেণীলৈ প্ৰমোশ্যন পালে। বেজবৰুৱাই মোক আঙুলিয়াই মোৰ বন্ধুসকল ওপৰ শ্ৰেণীত থকা ঠাইলৈ দেখুৱালে, মানে এই, "তুমি পাছ পৰিলা।' আকৌ সেই মৰমৰ বন্ধুসকল, বিশেষকৈ কমলেশ্বৰ বৰঠাকুৰ আৰু উমেশ্বৰ বৰপূজাৰী, যাৰ লগত মোৰ বৰ প্ৰতিযোগিতা চলিছিল, আকৌ লগ ধৰিব নোৱাৰি মনত বৰ বেজাৰ লাগিল। যি কি নহওক, পঢ়িবলৈ আৰম্ভ কৰিলোঁ। পঞ্চম শ্ৰেণীৰপৰা তৃতীয় শ্ৰেণী পালোঁগৈ। মোৰ বেমাৰ ভাল নোহোৱা দেখি মোমাইদেৱে মোক শিৱসাগৰত পঢ়ুৱাব বুলি লৈ আহিল। মোৰ মনত সৰুৰেপৰা এনে এটা ভাবৰ উদয় হৈছিল যে চৰকাৰী স্কুলৰ পঢ়া ভাল হয়, বেজবৰুৱা স্কুলৰ পঢ়া ভাল নহয়। সেইবাবে মই সদায় বেজবৰুৱা স্কুলৰপৰা নাম কাটি চৰকাৰী স্কুলত নাম লগাবলৈ যত্ন কৰিছিলোঁ। কিন্তু জি. বেজবৰুৱাই কোনোমতে এৰি নিদিয়ে। তেখেতৰ এইটো বৰ হেঁপাহ আছিল যে, আমাৰ ঘৰৰ ভিতৰত মোৰ শিক্ষা যাতে ভালকৈ হয়, যাতে মই বি-এ এম্-এ, পাছ কৰি আমাৰ ঘৰৰ মৰ্যাদা ৰক্ষা কৰোঁ; তাৰ বাবে তেখেতে যত্ন লোৱা যেন অনুমান হৈছিল। মোৰ ভাই শ্ৰীমান ৰাধাই যোৰহাট চৰকাৰী স্কুলত পঢ়িছিল। তাকো বেজবৰুৱা ডাঙৰীয়াই চৰকাৰী স্কুলৰপৰা নাম

কাটি বেজবৰুৱা স্কুললৈ আনিবলৈ যত্ন কৰিছিল। সি কিন্তু কোনোমতেই মান্তি নহল। শিৱসাগৰলৈ গ'লে মই চৰকাৰী স্কুলত পঢ়িবলৈ পাম বুলি ভাবি মোমাইদেউৰ লগত আহিলোঁ।

প্ৰথমতে আমাৰ বাইদেউ ধৰিত্ৰী দেবীৰ আদৰত মই আত্মহাৰা হৈছিলোঁ। মোৰ প্ৰতি তেওঁৰ ইমান মৰম যে আয়েও মোক সিমান মৰম কৰা নাছিল। চেৰেকাপাৰৰ বাহৰত মোক থাকিবলৈ দিলে। তাঁহঁ-চৰাত মোজাদাৰ আছিল মোৰ ভিনীহি শ্ৰীযুত যদুনাথ বৰঠাকুৰ। তেওঁ চেৰেকাপাৰতে থাকে। ল'ৰা প্ৰায় দহ-বাৰটাই পঢ়ে। মোক সকলোৱে মামা বুলি মাতে, কাৰণ, সম্পৰ্কত মই মোমায়েক হওঁ। বাইদেউৰ সম্বন্ধত বুঢ়া মৌজাদাৰ আৰু মৌজাদাৰণীয়ে মোক বৰ মৰম কৰিছিল। গোলাপচন্দ্ৰ বৰ-ঠাকুৰ আছিল খালৈঘোগৰাৰ মৌজাদাৰ। তেওঁলোকৰ ঘৰখনো আমাৰ ঘৰৰ দৰে জংজয় মগময়। কিমান মানুহ আছে আৰু কিমান যায় হিচাপ নাই। আমি প্ৰায় শনিবাৰে, দেওবাৰে তাঁহঁচৰালৈ যাওঁ। তাতো মই লাজতে ভিতৰলৈ নোসোমাওঁ। সকলোৱে ভাত খাই উঠে। মোক বাইদেৱে বিচাৰ কৰে। তেওঁ বৰ লাজকুৰীয়া আছিল। মাতটো নিচেই সৰু আৰু কোমল। তেওঁ মাতৰ কাৰণেই বুঢ়া শাহু-শহুৰেকৰ মৰমৰ পাত্ৰী হৈছিল। সেই কাৰণেই বাকীবিলাক জা-ছোৱালীয়ে ভাল নাপাইছিল। ৰান্ধনী ঘৰত ডাঙৰ মজিয়া; প্ৰায় ২০।২৫ জনে একেলগে খায়। তেওঁবিলাকৰ প্ৰায়-বিলাক মানুহেই বৰ বলা আৰু বহুত বেছিকৈ খাব পাৰে। মই হলো বেমাৰী। মোক একোৱে নুসুজে। বুঢ়ী মৌজাদাৰণীয়ে মোক বহুত অসমীয়া দৰৱ খুৱাইছিল। তেওঁ মোৰ সুবিধাৰ কাৰণে মোৰ বাইদেউক চেৰেকা-পাৰলৈ পঠিয়ালে। তাত বাইদেউৰ যত্নত মই বৰ আৰামেৰে থাকি পঢ়িলো। গাৱঁৰ মানুহবিলাকেও মোক 'মামা' 'মামা' বুলি মাতিবলৈ ধৰিলে। মই সকলোৰে প্ৰিয়পাত্ৰ আছিলো। সেই শিৱসাগৰত পোৱা 'মামা'ই মোক নেৰিলে। মামা বোলা মানুহৰ সংখ্যা বাঢ়িবলৈ ধৰিলে আৰু মই মোৰ জীৱনৰ সকলো ক্ষেত্ৰতে মামা হৈ পৰিলোঁ।

এদিন কিবা এটা কথাত মোৰ খং উঠিল আৰু চেৰেকাপাৰ ভাল নলগা হ'ল। মই দুই-তিনিদিনৰ পিচতে চেৰেকাপাৰৰপৰা শিৱসাগৰৰ মৰিদিখৌৰ পাৰত বেজবৰুৱা স্কুলৰ কাষতে থকা এটা ঘৰত থাকিবলৈ ললোঁ। সেইটো নাজিৰাৰ সোমেশ্বৰ বৰুৱাদেৱৰ ঘৰ। তাতে গুৱাহটীয়া আধাবলিয়া মানুহ এটা আছিল। সিয়েই চকিদাৰ। সি দিনটো মাগিবলৈ ওলাই যায়। সন্ধ্যা আহে। ৰাতি ভালকৈ এসাজ খায়। ৰাতিৰ ৰাতিটো নোশোৱে। সি প্ৰায়ে তাঁহি থাকে আৰু দা এখন লৈ ১০।১৫ মিনিটৰ পিচে পিচে বাহিৰলৈ ওলাই যায়। কিবাকিবি বকি থাকে, তাঁহে আৰু ভিতৰলৈ আহি আহি বিচনাত বহেহি। এইদৰে এঘণ্টা-দুঘণ্টাকৈ

বাহিৰত তাৰ নিত্যকৰ্ম কৰি শেষত শোৱে। তাৰ এখন আঠুৰা আছিল। ম'হে কামুৰিলে সি কয়, "ওহাই মাৰেঁা, সোহাই যায়।" --এইদৰে দুই এবাৰ কৈ মোৰ হাঁহি তোলে। সি মোৰ লগৰীয়া হ'ল। মোক একো দিগদাৰ নিদিয়ে। পিচলৈ তাক মই বৰ ভাল পোৱা হ'লেঁা। সেই চৌহদতে মোৰ লগত পঢ়া এজন ছাত্ৰবন্ধু শ্ৰীযুত ঠানুৰাম গগৈ আছিল আৰু ওচৰতে শ্ৰীযুত ডালিম বাবু বুলি এজন অতি ভদ্ৰলোক আছিল। তেওঁৰ ঘৰতে মোৰ বন্ধু শ্ৰীযুত ভৱকান্ত দত্ত আছিল। এতিয়া তেওঁ স্কুলৰ ডেপুটী ইন্সপেক্টৰ হৈ আছে। ওচৰতে শ্ৰীযুত কালীপ্ৰসাদ কটকীৰ ঘৰ আৰু সিফালে আমাৰ বংশৰ সেই গোলাপ চন্দ্ৰ বৰুৱা, আমাৰ দেউতা যাৰ কলাবাৰী বোলা বাহৰত প্ৰথমতে যোৰহাটলৈ গৈ আছিলগৈ। তেওঁ যোৰহাটৰপৰা শিৱসাগৰলৈ বদলি হৈ গৈছিল

এইদৰে তাত কিছুদিন থকাত তালৈ বৰ মোমাইদেউৰ পুতেক শ্ৰীমান দুৰ্গা আৰু মাজু মোমাইদেউৰ পুতেক মোক্ষনাথ ভট্টাচাৰ্যও আহিল। আগেয়ে তেওঁলোকে তেওঁলোকৰ মোমায়েকহঁতৰ ঘৰত আছিল। মই খং কৰি চেৰেকোপাৰৰপৰা অহাৰ দৰে সিহঁতো মোৰ লগত থাকিলহি। তাত থাকোঁতে আমাৰ তিনিওৰে বেমাৰ হ'ল। মোৰ টেষ্ট পৰীক্ষাৰ ওচৰ। মই তেতিয়া প্ৰথম শ্ৰেণী পাইছোঁহি। সেইবাবে মই নাহিলোঁ। শ্ৰীমান দুৰ্গা আৰু মোক্ষ চংটকলৈ গুচি আহিল। মই গোলাপ নাজিৰ থকা ঘৰলৈ আহিলোঁ। তাত যিমানদিন আছিলোঁ, মই লাজতে গোলাপ নাজিৰৰ ঘৈণীয়েকৰ লগত কথা-বতৰা পাতি দেখা-দেখি হোৱা নাছিলোঁ। তাত থাকোঁতেই এটা ঘটনা ঘটিছিল। ঈশ্বৰৰ অনুগ্ৰহত ৰক্ষা পৰিলোঁ। ৰাতি মোৰ বিচনাত শুই পঢ়াৰ অভ্যাস আছিল। বাগিছাৰপৰা নিয়া মমবাতি এডাল লগাই কিতাপবোৰৰ ওপৰত থৈ মই পঢ়ি থাকোঁতেই মোৰ টোপনি আহিল। পুৱা সাৰ পাই খিৰিকীখন মেলি মোৰ মুখৰ ওপৰত এটা ক'লা দ'ম ওখ হৈ থকা দেখি ভয় লাগিল। মোৰ ওচৰতে নাজিৰৰ গোপাল বোলা চাকৰ এটাও শুইছিল। তাক জগালোঁ। পিচত চাকি জ্বলাই চাই দেখোঁ, মমবাতিডাল পৰি মোৰ কিতাপ-বহী আটাইবোৰ পুৰি ছাইৰ দ'ম হৈ আছে। পুহ মাহৰ ৰাতি জাৰত মই লেপৰ তলত শুই আছিলোঁ। কাপোৰত জুই লগা হলে মোক টোপনিতে পুৰিলেহেঁতেন। ভগবানে কিতাপ-বহীবোৰ নষ্ট কৰি মোৰ প্ৰাণ বচালে। তাৰ কিছুদিনৰ পিচত গোলাপ নাজিৰৰ লগত যোৱা এজনী বুঢ়ী চাকৰণীৰ বেমাৰ হ'ল। আমি শোৱা কোঠাৰ বাৰাণ্ডাতে এটা কোঠা কৰি তাইক শুবলৈ দিছিল। এদিন ৰাতি তাই কাহি আছে। লাহে লাহে কফ্ হৈ ঘেৰ-ঘেৰাই আছে। নাজিৰে শোৱা কোঠাৰপৰা "বুঢ়ী বাই, বুঢ়ী বাই" বুলি মাতি আছে আৰু মোক কৈছে "কৃষ্ণ বোপা, বুঢ়ীজনী চোৱাচোন"। এইদৰে চিঞৰি

থকাৰ মাজতে বুঢ়ীৰ ঘেৰঘেৰণি বন্ধ হ'ল। নাজিৰ উঠিল। আমিও উঠিলোঁ। বুঢ়ীৰ প্ৰাণবায়ু উৰি গ'ল। মোক ওচৰৰে কেইঘৰমান মানুহক খবৰ দিবলৈ পঠিয়ালে। মই মৰসাহ কৰি দুই-এঘৰলৈ গ'লোঁ। মানুহ মাতি মাতি মাত নাপালোঁ। ওচৰতে এঘৰ মানুহ আছিল। সেইঘৰৰ বুঢ়াজন আমি থকা ঠাইলৈ আহিল আৰু পুৱালৈকে থাকিল। পিচদিনা দুই-এজন মানুহ আহি কোনোমতে বুঢ়ীক শেষ ঠাইত থৈ দিলে। ইয়াৰ কিছুদিনৰ পিচত কিবা এটা কাৰণত মই নাজিৰৰ ঘৰ এৰি আকৌ আন এঠাইলৈ গ'লোঁ।

জাঁজীৰ যদুনাথ ফুকনৰ ঘৰত মোৰ মাজু জেঠাইৰ পুতেক শ্ৰীমান কৃষ্ণনাথ শৰ্মা আৰু জাঁজীৰ শ্ৰীযুত দীননাথ শৰ্মাই ঘৰ সাজি আছিল। ময়ো তালৈকে গ'লোঁ। আমি তিনিজন হলোঁগৈ। শ্ৰীযুত দীন মোৰ লগতে একে শ্ৰেণীতে পঢ়ে। ওচৰতে নন্দীনাথ ফুকনৰ ঘৰ। তেওঁ নাজিৰাত কাম কৰে। মোক বৰ মৰম কৰে। দুজন কৃষ্ণ থকাৰ বাবে তেওঁ মোৰ নাম ডবল কৃষ্ণ দিছিল। তেওঁৰ ঘৈণীয়েকে আমাক বৰ মৰম কৰিছিল আৰু মাজে মাজে আমালোকক মাতি ভাত খুৱাইছিল। তেওঁৰ ঘৰতে জাঁজীৰ শ্ৰীযুত যোগেশ্বৰ বৰুৱা থাকি পঢ়িছিল। তেওঁ গৱৰ্ণমেণ্ট স্কুলত আমাৰ লগত একে শ্ৰেণীতে পঢ়িছিল। নন্দী ফুকনৰ ককায়েক তাৰা ফুকনৰ জীয়েকৰ বিয়া লৈ এটা হুলস্থুল হৈছিল। দৰা আছিল বয়োবৃদ্ধ। আনকি ছোৱালীৰ বাপেকতকৈও বয়সত বৃদ্ধ। এই সংবাদ পাই ছোৱালী-জনীয়ে বৰকৈ কান্দিছিল। নন্দী ফুকনে মোৰ মতামত সুধিছিল। মই বৰ আপত্তি কৰিছিলোঁ। পিচত কিন্তু সেই বিয়া হ'ল। বহুত দিন হ'ল, ক'ব নোৱাৰোঁ বিয়াৰ পৰিণাম কি হ'ল। ১৯২২ চনত হঠাতে এটা কামৰ বাবে মোৰ বন্ধু গোলাঘাটৰ শ্ৰীযুত গোলাপ গোস্বামীদেৱৰ গোলাঘাটৰ ঘৰত আলহী হ'ব লগাত তাত খবৰ পালোঁ যে গোস্বামীদেৱৰ দ্বিতীয় পৰিবাৰ সেই বৃদ্ধ-তৰুণীদ্বয়ৰ তনয়া।

এই বাহৰত থাকোঁতে আমাৰ আৰু এটা দুৰ্ঘটনা ঘটিছিল। আমি বাঁহৰ দুৱাৰত তলা মাৰি তিনিওজন স্কুললৈ গ'লোঁ। যাওঁতে একেলগে গৈছিলোঁ আৰু আহোঁতেও একেলগে আহিলোঁ। আমাৰ ঘৰৰ বাঁহৰ দুৱাৰখনৰ পোলা কাটি কোনোবা চোৰ সোমাই মোৰ টিনৰ বাকচৰ কজ্জা চিঙি পেৰাৰপৰা ৰূপ আঠ টকা, মুগাৰ কাপোৰ ছহাত আৰু শ্ৰীমান কৃষ্ণৰ সৰু বাকচ এটা দাঙি ৰূপ দুটকা চোৰে নিলে। আমি খবৰ-খাবাৰ কৰি একো কৰিব নোৱাৰি, কাৰ বুধিত ক'ব নোৱাৰোঁ, পুলিচৰ থানাত জনালোঁ। থানাত দাৰোগা আছিল জগত বৰুৱা আৰু শ্ৰীযুত ঠানুচন্দ্ৰ বৰুৱা। তেখেতসকলে প্ৰথমতে আমাৰ তিনিওজনক এজন এজনকৈ বেলেগে মাতি সুধিলে। তেখেতসকলৰ সন্দেহ হৈছিল যে, আমাৰ তিনিজনৰ ভিতৰৰ

কোনো এজনে এইটো কাম কৰিলে। আমাক জেৰা কৰি একো উলিয়াব নোৱাৰি আমাক ভেকাহি মাৰি ক'লে — "টকাত কি চিন আছে ? আমি কেনেকৈ উলিয়াম ? কাৰোবাৰ ওপৰত সন্দেহ আছে যদি কোৱা।" আমি নিৰুপায় হ'লোঁ। পুলিচৰপৰা সহায় পোৱা দূৰতে থাওক, আমাৰ পঢ়াত ব্যাঘাত জন্মিল। পুলিচৰ থানালৈ কেবাদিনো যাবলগীয়া হৈছিল। পিচত পুলিচ আমাৰ ঘৰলৈ আহি যদু ফুকনৰ ঘৰত থকা চাকৰ ল'ৰা এটাক ধম্‌কি দি তাৰ বুকু কঁপাই দিলে। তাৰ ফলত তাত আমাৰ থকাটো অসম্ভৱ কৰি তুলিলে। ফুকননীয়ে আমাক মাতিবলৈ এৰি আন ঠাইলৈ যাবলৈ আদেশ কৰিলে আৰু আমাক অনেক প্ৰকাৰে তিৰস্কাৰ কৰিলে। যি কি নহওক, আমি কোনোমতে সেই যাত্ৰাৰপৰা ৰক্ষা পৰিলোঁ। আমি তাতেই থাকিলোঁ। যি অসন্তোষৰ সৃষ্টি হৈছিল, পুলিচে চাকৰটোৰ ওপৰত একো নকৰাত অসন্তোষ দূৰ হ'ল; কাজেই আমাৰ পুলিচৰ কাৰ্য-পদ্ধতি সম্পৰ্কে অলপ অভিজ্ঞতা জন্মিল। পিচত ঘুমুক্-ঘানাক্‌কৈ শুনিলো যে ই আমাৰ তালৈ সদায় অহা-যোৱা কৰা এজন বন্ধুৰ কাম। অৱশ্যে কোনো প্ৰমাণ নাই। আন এঠাইতো চুৰি হৈছিল। সেই বন্ধুজনক তেওঁ বিলাকে চিনি পাই আমাক কৈছিল। আমি বিশ্বাস কৰিলোঁ যদিও সঁচা-মিছা প্ৰমাণিত নোহোৱাত এই কথা কাৰো আগত প্ৰকাশ নকৰিলোঁ।

যোৰহাট বেজবৰুৱা স্কুলৰপৰা শিৱসাগৰলৈ যোৱাৰ মোৰ যি উদ্দেশ্য আছিল, শিৱসাগৰ বেজবৰুৱা হাইস্কুলৰপৰা নাম কটাই চৰকাৰী স্কুলত নাম লগোৱা অসম্ভৱ হ'ল। কাজেই তাতেই পঢ়িলোঁ আৰু প্ৰথমে মই তৃতীয় শ্ৰেণীৰপৰা দ্বিতীয় শ্ৰেণীলৈ গোটেই স্কুলৰ ল'ৰাতকৈ বেছি নম্বৰ পাই প্ৰমোশ্যন পালোঁ আৰু এটা পুৰস্কাৰো পালোঁ।

শিৱসাগৰ বেজবৰুৱা স্কুলৰ দ্বিতীয় শ্ৰেণীত পঢ়োঁতে এটা ঘটনা হৈছিল। তালৈ জি, বেজবৰুৱা এবাৰ স্কুল পৰিদৰ্শন কৰিবলৈ গৈ এটা নিয়ম বান্ধি দি আহিল। স্কুল ছুটীৰ ঘণ্টা দিলে প্ৰথমে অষ্টম শ্ৰেণীৰ ল'ৰাবোৰে দুবাৰ উঠা-বহা কৰি শাৰী পাতি এটা এটাকৈ বাহিৰলৈ যোৱাৰ নিয়ম কৰি আহিলে। তাৰ পিচত তাৰ ওপৰ শ্ৰেণী। এইদৰে পঢ়াৰ শেহত উঠা-বহা কৰি প্ৰথম শ্ৰেণীৰ বাহিৰে সকলোৱে স্কুলৰ ঘৰৰপৰা ওলাই যাব, নহ'লে শাস্তি হ'ব। আমি দ্বিতীয় শ্ৰেণীৰ ল'ৰাবোৰে আপত্তি কৰিলোঁ আৰু এসপ্তাহ স্কুললৈ নাহিলোঁ। যোৰহাটলৈ ৰিপোৰ্ট গ'ল। জি, বেজবৰুৱাই কেইটামান ল'ৰাক ৰাষ্টিকেট্ কৰিলে আৰু মোৰ বাহিৰে বাকীবোৰক দুটকা নে পাঁচটকাকৈ জৰিমনা কৰিলে। সুৰেন বানাৰ্জী বুলি বঙালী ল'ৰা এজন আমাৰ লগত আছিল। তেওঁ আমাৰ লগত যোগ নিদিলে। পিচত বেজবৰুৱাই স্কুলৰপৰা বাহিৰ কৰি দিয়া ল'ৰাকেইজনে

যদি গোটেই স্কুলৰ আগত বাৰ বেতকৈ ল'বলৈ মান্তি হয়, তেনেহলে সেইবোৰ ল'ৰাক স্কুলত পুনৰ ভৰ্তি কৰিবলৈ তেওঁ সম্মত হ'ল। সেইবোৰৰ ভিতৰত মাত্ৰ এজনে এইদৰে শাস্তি গ্ৰহণ কৰিলে। অৱশ্যে বেত দিয়াটো নামমাত্ৰহে হৈছিল। আনবোৰে ফাইন দিলে। মোক কিয় ৰেহাই দিলে বুজিব নোৱাৰিলোঁ। এই ঘটনাৰ পিচত সেই নিয়ম উঠি গ'ল। জি, বেজবৰুৱাৰ কঢ়া হুকুম লৰচৰ হোৱাত আমি আনন্দিত হ'লো আৰু আমি কষ্ট কৰি জৰিমনা আদি ভৰাৰ পিচতো যদি সেই নিয়ম থাকিলহেঁতেন, মোৰ পঢ়া সিমানতে শেষ হ'লহেঁতেন।

ফুকনৰ চৌহদত থাকোঁতে মোৰ এটা অসুবিধা হৈছিল। প্ৰত্যেক শনিবাৰে শ্ৰীমান কৃষ্ণ আৰু শ্ৰীযুত দীন ঘৰলৈ আহে আৰু সোমবাৰে স্কুল পোৱাকৈ যায়। কাজেই প্ৰতি সপ্তাহত দুৰাতি হাবিৰ মাজত অকলশৰীয়া ঘৰত অকলৈ শুব লাগে। মাজনিশা সদায় এটা বিকট শব্দ দৌলৰ মুখৰপৰা শুনা যায়। সেই শব্দটো মই থকা ঘৰৰ ওচৰেদি ক্ৰমান্বয়ে বেছি বিকটময় হৈ আহে আৰু দিখৌ মথাউৰিৰ ফালে শব্দটো মাৰ যায়। সেই সময়ত মোৰ ধাতু নাথাকে। চাকি এটা জ্বলাই থওঁ আৰু লেপখন মূৰত লৈ লেপৰ তলত সোমাই থাকোঁ। ক্ৰমে এইটো অভ্যাস সহ্য হৈ পৰিছিল। কোনো কোনো ৰাতি সেই শব্দ শুনা নগৈছিল।

শিৱসাগৰত মোক ৰাধিকা শৰ্মা, কণক শৰ্মা, প্ৰেমধৰ চলিহা, নৱকুমাৰ বৰুৱাই পঢ়াইছিল। আটাইকেইজন মাষ্টৰকে মই বৰ ভাল পাইছিলোঁ। বিশেষকৈ নৱকুমাৰ বৰুৱাই মোক বৰ মৰম কৰিছিল, কাৰণ, তেওঁ পঢ়োৱাত মই মন দি পঢ়িছিলোঁ, যিকোনো প্ৰশ্নৰ উত্তৰ তৎক্ষণাৎ সুন্দৰৰূপে দিব পাৰিছিলোঁ আৰু সাপ্তাহিক পৰীক্ষাবোৰত বহুত বহুত নম্বৰ পাইছিলো। কণক শৰ্মাই মোক তেওঁবিলাকৰ ঘৰলৈ মাতি নিছিল আৰু ঘৰ-দুৱাৰবোৰ দেখুৱাই কৈছিল—"এইবোৰ ঘৰ, এইখন বাৰী, এই-বোৰ চাহ গছ তোমালোকৰ। আমি এনেয়ে পালোঁ দেউতাৰা যেতিয়া যোৰহাটলৈ গ'ল, তোমাৰ বৰ আয়ে আমাৰ আইক এই ঘৰ-বাৰী দি গুচি গ'ল। দাম কিবা এটা দিলোঁ" কণক শৰ্মাৰ মাকে মোক বৰ মৰম কৰিছিল। দিখৌ নৈৰ পাৰত এনে ৰম্য ঘৰ-বাৰী দেখি, কেলেইনো সেই ঘৰ-বাৰী বিক্ৰী কৰিলে, শুনি অলপ দুখো লাগিছে। নৱকুমাৰ বৰুৱাই মোক ঘৰলৈ মাতি নিছিল। তেখেতৰ মাতৃদেৱীয়ে মোক বৰ মৰম কৰি মোৰ আইৰ কথা সুধিছিল। এইদৰে কুঞ্জ দুৱৰাৰ মাক আদি অনেকে মোক মতাই নি আমাৰ ঘৰৰ খবৰ-বাতৰি লৈছিল। দীননাথ বেজবৰুৱা ডাঙৰীয়া কেবাবছৰবো আগেয়ে স্বৰ্গী হ'ল। তেখেতসকলৰ টোলটো এখন গাৱঁৰ দৰে। মোক মাতি নি বিষ্ণু বেজবৰুৱা, বিনন্দ বেজবৰুৱা আদিয়ে আমাৰ দেউতা থকা ঘৰৰ ভেঁটিটো দেখুৱাই কৈছিল, "ইয়াতে তোমাৰ দেউ-

তাৰা আমাৰ ককাই-ভাইৰ দৰে একে পৰিয়ালভুক্ত হৈ আছিল। তুমি আমাৰ ঘৰৰ ল'ৰা, সদায় আহি-গৈ থাকিবা।"

## মোৰ বেমাৰৰ উৰা-বাতৰি

শিৱসাগৰত পঢ়ি থাকোঁতে এসময়ত আমাৰ যোৰহাটৰ ঘৰত এটা উৰা-বাতৰি ওলাল—মোৰ হেনো বৰ টান বেমাৰ। মোৰ আইৰ ধাতু উৰি গ'ল। সেই সময়ত আমাৰ তাত গৌৰীপ্ৰসাদ মাজুজনা পৰ্বতীয়া গোস্বামী আছিল। মোৰ মাতৃদেৱীয়ে মোৰ হৈ তেখেতৰ ওচৰত পূজা দিলে আৰু মোৰ কাৰণে তেখেতৰ হতুৱাই কবচ এটা লৈ শিৱসাগৰলৈ যাবৰ কাৰণে শ্ৰীযুত লক্ষ্মী ককাইদেউৰ লগত পৰামৰ্শ কৰি পুৱা যাত্ৰা কৰিবলৈ বন্দো-বস্ত কৰি থ'লে। মই সেইদিনাই শিৱসাগৰৰপৰা যোৰহাটলৈ আহিছোঁ। ন-কছাৰী ষ্টেশ্যনত মানুহে কোৱা-কুই কৰিছে—যোৰহাটত কলেৰা হৈছে আৰু সৰ্বাইবন্ধাত বাঘ ওলাইছে বুলি। মোৰ কাণত কথাকেইটা ভালদৰে পৰিল। মই গৈ ৰাতি বাৰমান বজাত যোৰহাট ষ্টেশ্যন পালোঁগৈ। চ'ক বজাৰমানলৈকে বাটত মানুহ লগ পালোঁ। তাৰপৰা অকলশৰীয়াকৈ যাবলগীয়া হ'ল। বাটত কেইবাখনো ভয় লগা ঠাই আছে। এখন হৈছে ৰজামৈদাম; তাত হেনো ভূত ওলায়। তাৰ পিচত মাছৰ হাট, য'ত কলেৰা হৈছে। তাৰ পিচত শ্ৰীমান কুলকমল বৰুৱাৰ ঘৰৰ ওচৰত থকা হাবিখন। তাৰ পিচত আমাৰ ঘৰলৈ যোৱা বাটৰ বকুল গছজোপা; তাত হেনো বক্ ডাওৰীয়া থাকে তাৰ পিচত আমাৰ বঙলা ঘৰটো। এইকেইবিধ মই নিশা এন্ধাৰত কেনেকৈ পাৰ হৈ যাম ভাবিব লগীয়াত পৰিল। ভয় লাগিল। ৰজামৈদামৰ ওচৰত সৰু সৰু নঙঠা ল'ৰা দুটামান; এন্ধাৰত মৈদামটোৰ ওপৰত উঠি ফুৰা যেন দেখি। ভয়ত প্ৰাণ উৰি যোৱা যেন লাগিল। তাৰ পিচত বৰ কোবাকুবিকৈ গৈ আছোঁ। মাছৰ হাট পালোঁগৈ। তাত কাঞ্চনী পোহাৰীৰ ঘৰৰ ওচৰ পালো। কাঞ্চনী পোহাৰীয়ে টিপ্‌চাকি এটা জ্বলাই ঘৰৰ বাৰাণ্ডাত বহি বলকি আছে, "মৰাশ এটা ঘৰৰ ভিতৰতে পৰি আছে, মোৰ ওচৰলৈ কোন ক'ত আহ আহ্।" মই গৈ সেই ঠাইতে বৈ "কি হৈছে" বুলি সুধিলোঁ। মোৰ লগত বহুত সময় কথা পাতিলে। মই লাহে লাহে আগ বাঢ়িলোঁ। কিন্তু মোৰ এনে লাগিল, যেন কোনোবা এটাই মোৰ পাছে পাছে খোজ কাঢ়ি গৈছে। মই পাছলৈ চাওঁ। একো নেদেখোঁ। ঘোপমৰা এন্ধাৰ; মাজে মাজে বিজুলী মাৰিছে। এইদৰে গৈ মই মাছৰ হাট পাৰ হ'লোঁ। সময় নাযায়হে নাযায়। খোজ যিমানে আগলৈ গৈছে, বাট চুটি নহয়। তাৰ পিচত ৰায়চাহাব দেৱেশ্বৰ বৰুৱাৰ ঘৰ পালোঁগৈ। তাতে শিয়াল এটা মোৰফালে আগবাঢ়ি অহা দেখিলোঁ। মোৰ ন-কছাৰী ষ্টেশ্যনত শুনা বাঘৰ কথালৈ মনত পৰি ভয়ত গাৰ নোম শিয়ঁৰি উঠিল।

হাতত ছাতি এটা আছিল। তাৰে মাটিত মাৰ মাৰি দিলোঁ। শিয়ালটো লৰ মাৰিলে। মোৰ ভয় কিছু কমিল। তথাপি আৰু বিশ নলমানত সেই হাবিখন। সেই ঠাই এন্ধাৰ আৰু ঘোপমৰা। তাতে মোৰ চকু কঁপিল; কিন্তু ভগৱানে আগবঢ়াই নি আছে। গৈ পালোঁগৈ আমাৰ আলিৰ মুৰ। তাৰপৰা বকুল গছজোপাত এজন বগা মানুহ মুৰত পাগ মাৰি বহি থকা দেখিলোঁ। উপায় নাই। মৰসাহ দি গৈ আছোঁ। বকুলগছ পাৰ হ'লোঁ। এতিয়া একমাত্ৰ আমাৰ চ'ৰাঘৰটো বাকী আছে। চ'ৰাঘৰত সোমালোঁগৈ। ভিতৰত চাকি জ্বলি আছে। মোৰ মাতৃদেৱীয়ে শিৱসাগৰলৈ যোৱাৰ আয়োজন কৰি শ্ৰীযুত লক্ষ্মী ককাইদেউৰ লগত কথা পাতি আছে। এনেতে মই বৰঘৰৰ দুৱাৰমুখ পাই 'মাহী-মাহী' কৰি মাত লগালোঁ। মোৰ আইক মই 'মাহী' বুলি মাতোঁ। মোৰ মাত শুনা মাত্ৰকে মোৰ আয়ে "ইমান ৰাতি তই ক'ৰপৰা আহিলি?" বুলি দুৱাৰ মেলি দিলে। মই ভিতৰলৈ সোমোৱাৰ পিচত আইৰ মুখৰপৰা মোৰ বেমাৰৰ আদ্যোপান্ত সকলো শুনিলোঁ। মোৰ ভয় দূৰ হ'ল।

দেউতায়ো সাৰ পালে। শ্ৰীযুত লক্ষ্মী ককাইদেউ আহি ওচৰতে বহিলহি। আয়ে ভাত ৰান্ধিলে। ভাত হ'লত তপত পানী গা ধুবৰ কাৰণে বাহিৰত থৈ মোক গা ধুবলৈ ক'লে আৰু তেওঁ মোলৈ ভাত বাঢ়িলে। মই অকলে বাহিৰলৈ ওলাই ভয়তে গা ধুব নোৱাৰিলোঁ। মাত্ৰ অলপমান পানীৰে ভৰি-হাত ধুই লৰ মাৰি ভিতৰ সোমালোঁ। মোক আয়ে "ভয় কৰিছ নেকি? গা সুধুলি দেখোন! ইমান ৰাতিখন তই কেনেকৈ আহিলি?" ইত্যাদি বহুত প্ৰশ্ন কৰিলে। মই ভয় নাই লগা বুলি ক'লোঁ আৰু লৰালৰিকৈ ভাত দুটামান খাই আইৰ লগত শুলোঁ। ৰাতি বহুত সপোন দেখিলোঁ।

পুৱা হ'ল। সকলো ভয়-চিন্তা দিনৰ পোহৰৰ লগত ক'ৰবালৈ গ'ল। গোসাইৰ ওচৰলৈ গ'লোঁ। গোসায়ে আশীৰ্বাদ দিলে আৰু কৱচ পিন্ধালে। গাৱঁৰ মানুহে মই অহা গম পাই চাবলৈ আহিল। এই দুখৰ অধ্যায় শেষ হ'ল। মাতৃদেৱী শিৱসাগৰলৈ যাবৰ আৱশ্যক নহ'ল। ঘৰত কিছুদিন থাকি আকৌ শিৱসাগৰলৈ গ'লোঁ। তাত মোৰ বন্ধু দুৰ্গানাৰায়ণ বৰুৱা আৰু শ্ৰীযুত কুশৰাম বৰুৱা একে শ্ৰেণীতে প'ঢ়িছিল। সেইবাৰ টেষ্ট পৰীক্ষাত তেওঁবিলাক দুজনক ফাইনেল পৰীক্ষা দিবলৈ অনুমতি দিলে। মই পাছ নহ'লোঁ। মোৰ হিয়া ভাগি গ'ল। কি কৰিম? আকৌ এবছৰ পঢ়িব লাগে। আকৌ এবছৰ পঢ়িলোঁ। ১৯০৮ চনত পৰীক্ষা দিবৰ কাৰণে মোক অনুমতি দিলে। পৰীক্ষা দিব লাগে গুৱাহাটীত। মোৰ লগত আছিল শ্ৰীযুত হিমধৰ বৰুৱা। তেওঁ আৰু মই দুয়ো শিৱসাগৰৰ পৰা গুৱাহাটীত পৰীক্ষা দিবলৈ গলোঁ। তাত তেওঁৰ মিতিৰ শ্ৰীযুত

যজ্ঞেশ্বৰ শৰ্মা স্কুলৰ ছাব্-ইন্সপেক্টৰ হৈ উজান বজাৰত থাকে। আমি তাতে থাকিলোঁ। পৰীক্ষা হৈছে কটন কলেজত। কলেজৰ হোষ্টেল চাবলৈ গ'লোঁ। তাত কমলেশ্বৰ বৰঠাকুৰ, উমেশ্বৰ বৰপূজাৰী আৰু শ্ৰীযুত যোগেশ চন্দ্ৰ বৰুৱাক লগ পালোঁ। মোক তেওঁবিলাকে বৰ উৎসাহ দিলে। ময়ো ভাবিলোঁ—কলেজত পঢ়িব পাৰিম। পৰীক্ষা আৰম্ভ হ'ল। ভালেই হৈছিল; অঙ্কৰ দিনা মোৰ ভাল নহ'ল। পাছ নহওঁ বুলি বিশ্বাস হ'ল। মন ভাগি গ'ল। পিচদিনা সংস্কৃত আছিল। নপঢ়িলোঁ। পৰীক্ষা দিবৰ ইচ্ছাই নাছিল। লোকে বেয়া পায় বুলি পৰীক্ষা দিলোঁ; কিন্তু পৰীক্ষাত পাছ নহওঁ বুলি কিবাকিবি এসোপা লেখি গুচি আহিলোঁ। সদায় পৰীক্ষাত মোৰ ভয় লাগে। প্ৰাইমেৰী পৰীক্ষা দিওঁতে মনৰ যি গতি হৈছিল প্ৰায় সকলোবোৰ পৰীক্ষাতে তেনেকৈ মোৰ মনত উগুল-থুগুল লাগে। পৰীক্ষা দি গুচি আহি ঘৰ পালোঁহি। কেইমাহমানৰ পিচত খবৰ ওলাল। মই পাছ নহ'লোঁ। শিৱসাগৰলৈ যোৱাটো শেষ হ'ল। মোমাইদেৱে গালি পাৰি মোলৈ চিঠি দিলে আৰু বাগিছাত কাম শিকিবলৈ বৰকৈ মাতিলে। মই কিন্তু আৰু এবাৰ পৰীক্ষা দিম বুলি দৃঢ়প্ৰতিজ্ঞ। ইমানদিনে মোৰ পঢ়াৰ খৰচ মোমাইদেৱে দি আছিল। এতিয়া খৰচ দিব নোৱাৰোঁ বুলি ক'লে। মন ভাগি গ'ল। যি কি নহওঁক, কোনোমতে যোৰহাটৰ বেজবৰুৱা স্কুলত নাম লগালোঁ, বন্ধ খোলাৰ দুমাহ-মানৰ পিচত। স্কুললৈ খবৰ আহিল, মই হেনো সংস্কৃতত দুটা মাৰ্কৰ বাবে ফেইল হ'লোঁ। শোকে খুন্দা মাৰি ধৰিলে। মোৰ মূৰ্খামিৰ বাবে বহুত পৰিতাপ কৰিলোঁ। সেইবাৰ মোৰ ভাই শ্ৰীমান ৰাধায়ো পৰীক্ষা দিব। দুয়ো পৰীক্ষা দিলোঁ। খবৰ ওলাল—শ্ৰীমান ৰাধা প্ৰথম ডিভিজনত পাছ হ'ল। মোৰ খবৰ আহিল—"Sorry name not found in the list."। এইটো খবৰ চাৰিওফালে বিয়পি গ'ল। মই এন্ধাৰে এন্ধাৰে টেলিগ্ৰাফ অফিচৰপৰা ঘৰলৈ গৈছোঁ। বাটত আমাৰ গাঁৱৰ মানুহ কেই-জনমানে কথা পতা শুনিলোঁ। তেওঁবিলাকে কৈছে—"শ্ৰীমান ৰাধা পাছ হ'ব, এইটো আমি জানো। কৃষ্ণ ফেইল হ'বই।" মোক দেখি তেওঁবিলাকে কথাটো বন্ধ কৰিলে। মই জানিলোঁ, ফেইল হোৱা মানুহৰ ওপৰত সাধাৰণতে মতামত এইদৰেই হয়। যি কি নহওক, দুই দিনৰ পিচত আকৌ এখন টেলিগ্ৰাম আহিল—ময়ো প্ৰথম ডিভিজনত পাছ হলোঁ। খবৰ পাই সেইকেইজন মানুহেই মোক ক'লেহি, "আমি জানো, তুমি পাছ হ'বাই। মিছাকৈয়ে তুমি বেজাৰ কৰিছিলা।"

উচ্চ শিক্ষাৰ বাট মুকলি হ'ল। এতিয়া কলেজত পঢ়ো কেনেকৈ? আমাৰ ঘৰৰ অৱস্থা আগৰ নিচিনা নহয়। কেনেকৈ সেইখন ঘৰৰ লক্ষ্মী আয়ে পিঠি দিলে আমি ক'বকে নোৱাৰিলোঁ। চকুৰ আগতে ধন-সোণ,

মাটি-বাৰী-বাগান, হাতী আদি অদৃশ্য হ'ল। আমি দুবেলা-দুমুঠি ভাত খাবলৈকো টান হ'ল। মই এতিয়া বেজবৰুৱা স্কুলত কাম কৰিলে ২০৷২৫ টকা দৰমহা পাওঁ। মোৰ কিন্তু কলেজত পঢ়াৰ হেঁপাহ প্ৰবল হ'ল। মই বহি নাথাকিলোঁ। মোমাইদেৱে স্পষ্ট জবাব দিলে—শ্ৰীমান ৰাধা কলেজলৈ যাওক, কৃষ্ণই কাম কৰক। মই দুটা ল'ৰাক পঢ়াব নোৱাৰোঁ।

## আমাৰ মোমাইৰ ঘৰ

বৰ আইৰ এজন ককায়েক আৰু দুজন ভায়েক আছিল। বৰ মোমাইদেউৰ নাম শ্ৰীৰুদ্ৰৰাম শৰ্মা। হাতী যেন মানুহ। প্ৰায় ছফুটমান দীঘল। প্ৰায়েই আমাৰ ঘৰলৈ আহে। একাহী একাহী ভাত খায়। বৰ বলী মানুহ। লোকে খাব নোৱাৰা দেখিলে ডাবি দিয়ে। তেওঁৰ লগত বহি ভাত খাবলৈ মোৰ ভয় লাগে। মই বেছি খাব নোৱাৰোঁ। তাতে মোৰ পেটৰ অসুখ একৰকম লগৰীয়া হৈ পৰিল। দেওপানীৰপৰা অহাৰপৰাই মোৰ স্বাস্থ্য ভঙ্গ হ'ল। হজম কৰা শক্তি বহুত কমিল। সদায় বাছি খাবলগীয়া হ'ল। মোৰ কাৰণে সদায় আয়ে সুকীয়াকৈ বনশাকৰ আঞ্জা ৰান্ধি থুৱায়। বৰ মোমাইদেউ আহিলে তেওঁ আইক ডাবি দিয়ে আৰু কয়, "কেৰেলা খালে লেৰেলা হয়, জিকা খালে চিকা হয়।" বৰ মোমাই-দেউ এজনী লেণ্ডেৰী হাতীৰে আমাৰ ঘৰলৈ আহে। সুমথিৰা টেঙা আৰু আন ভাৰ-ভেঁটী লৈ আহে। হাতীজনী আমাৰ ঘৰতে জগা। সেইজনী হাতী বৰ আয়ে মোমাইদেউক দিলে হেনো। পিচত কিন্তু তেওঁ সাত শ টকা দাম লৈছে কিনি নিছিল বুলি আমাৰ আগত কয়। মাজু মোমাইদেউ যদুনাথ। তেওঁ আঠখেল বাগিছাৰ কেৰাণী। আমাৰ ঘৰৰ ভিতৰত তেওঁৰ নাম প্ৰখ্যাত। বৰ আয়ে দিলে তেওঁৰ হাতত দেউতাৰ সকলো সম্পত্তি, বিশেষকৈ লোহাৰ বাকচত ভৰাই নগদ টকা, সোণৰ খাৰু আদি অলঙ্কাৰ। মাজু ককাইদেউ নৰাজান বাগানৰ মেনেজাৰ। মাজু মোমাইদেউ আঠখেল হেন এজন ডাঙৰ বাগানৰ কেৰাণী। তেওঁৰ প্ৰতিপত্তি আমাৰ ঘৰত বহুত বেছি। কিয় নহ'ব? কেতিয়াবা তেওঁ আমাৰ ঘৰলৈ আহিলে আমি আটাইবোৰ তেওঁৰ ওচৰৰপৰা নাযাওঁ। মাজু ককাইদেউ আৰু মাজু মোমাইদেউ দুজনৰ প্ৰায় একে চেহেৰা আৰু দুজনৰ ভিতৰত অতি বেছি স্নেহ আছিল। সৰু মোমাইদেউৰ নাম আছিল কণ শৰ্মা। হোলগোজ ভকত। এই তিনিজন মোমাইদেউ আমাৰ ঘৰলৈ অহা-যোৱা কৰে। আমি তেওঁবিলাকক আমাৰো মোমাই বুলি ভাবো। তেওঁবিলাকৰ ঘৰ আমগুৰি ষ্টেশ্যনৰপৰা পোৰা মাইলৰ ভিতৰত। অৱস্থা বৰ ভাল। সৰুতে আমি কিবা কাৰণত তেওঁবিলাকৰ ঘৰলৈ গৈছিলোঁ। বাৰীত

সুমথিৰা টেঙাৰ গছ বহুত আছিল। হেঁপাহ পলুৱাই টেঙা খাইছিলোঁ। দেউতাৰ ওচৰত কিন্তু এওঁবিলাকৰ বিশেষ ঘনিষ্ঠতা নাই। মাজু মোমাই-দেউৰ লগত অলপ ঘনিষ্ঠতা আছিল।

আমাৰ আইৰো দুজন ককায়েক আৰু এজন ভায়েক আছিল। বৰজন মোমাইদেউৰ নাম শ্ৰীযুত শশধৰ ভট্টাচাৰ্য মাজুজন শ্ৰীযুত মুক্তিনাথ ভট্টাচাৰ্য—চংটক বাগানৰ কোৰণী। সৰুজনৰ নাম শ্ৰীগদাধৰ শৰ্মা ভট্টাচাৰ্য, চংটক বাগানৰ হাজিৰা মহৰী। আমি আমাৰ নিজৰ আপোন মোমাই-দেউসকলক দেখা নাছিলোঁ, সেইবাবে তেওঁবিলাকৰ কথা বিশেষ কৰি নাভাবো, কাৰণ, নেদেখিলে আকৰ্ষণ নহয়।

আমাৰ আইৰ বিয়া লৈ এটা গল্প আছে। দেউতাৰ দ্বিতীয় পৰিবাৰৰ মৃত্যু হোৱাত দেউতাই আকৌ বিয়া কৰাবৰ অভিপ্ৰায় কৰিলে। তেতিয়া দেউতা শিৱসাগৰত এজন প্ৰখ্যাত উকীল। বয়স প্ৰায় পঞ্চাশ বছৰৰ ওপৰ হ'ব। বৰ আইৰ চাৰিজন ডেকা পুতেক, দুজনী ছোৱালী বিয়া দি উলিয়াই দিছে। এনে অৱস্থাত আমাৰ ককাদেউতাই হেনো এই প্ৰস্তাৱত সন্মত নহৈছিল। পৰ্বতীয়া গোসাঁই প্ৰভুৱে জোৰ কৰি আইৰ নাম সলাই গিৰিবালা নাম দি দেউতাৰ লগত বিয়া দিবলৈ ককাদেউতাক বাধ্য কৰালে। গুৰুৰ বাক্য পেলাব নোৱাৰি বান্ধত পৰিল। পৰ্বতীয়া গোসাঁয়ে বহুত আশীৰ্বাদ দিলে আৰু ককাদেউতাক বুজাই-বঢ়াই সান্ত্বনা দিলে। সৰু মোমাইদেউৰ নাম আছিল শ্ৰীগঙ্গাধৰ ভট্টাচাৰ্য। দেউতাৰ নামো আছিল শ্ৰীগঙ্গাধৰ। সেইবাবে দেউতাই সৰু মোমাইদেউৰ নাম শ্ৰীগদাধৰ দিলে। তেতিয়াৰেপৰা তেওঁৰ নাম শ্ৰীগদাধৰ ভট্টাচাৰ্য হৈ পৰিল। আইৰ নাম সলোৱাৰ লগে লগে সৰু মোমাইদেউৰ নামো সলনি হ'ল। মোমাইদেউ 'দিলিহিয়াল ভট্টাচাৰ্য'ৰ ঘৰৰ। প্ৰবাদ আছে যে তেওঁবিলাকৰ ঘৰত অনন্তই সাপ হৈ জন্ম লৈছিল। যিজনা প্ৰকৃতিৰ গৰ্ভত সাপ জন্ম হৈছিল .নামটো ক'ব নোৱাৰোঁ আৰু কিমান পুৰুষৰ আগত তাকো মই নাজানো। মাত্ৰ এইটো শুনিছোঁ বোলে, যেতিয়া সাপ জন্ম হ'ল মাকে ভয়তে লৰ মাৰিলে আৰু সাপক এৰি দিলে। ৰাতি মাকে সপোন দেখিলে। সাপটোৱে হেনো তেওঁৰ ওচৰলৈ আহি কৈছে, "মোক পেলাই নিদিবা। মোক তোমালোকৰ গোসাঁই ঘৰত থৈ দিয়া। প্ৰতিদিনে তোমালোকে মোৰ নেজৰ চাৰি আঙুলকৈ সোণ কাটি কাটি নি থাকিবা।" এইদৰে হেনো প্ৰতিদিনে সাপৰ নেজৰ চাৰি আঙুলকৈ কাটি কাটি নি থাকে। সাপ কিমানদিন আছিল ক'ব নোৱাৰোঁ। এদিন মাক যাব নোৱাৰাত আন এগৰাকীয়ে সাপৰ নেজৰ ফালে হেনো চাৰি আঙুলতকৈ বেছিকৈ কটাত সোণৰ ঠাইত তেজ ওলাল। সাপ নাইকিয়া হ'ল। ৰাতি মাকক সাপে হেনো পুনৰ স্বপ্ন দেখু-

ৱাই কলে, "তোমালোকৰ ঘৰৰ ল'ৰাবিলাক পণ্ডিত হ'ব আৰু ছোৱালীবিলাক বিধৱা হ'ব।" এইদৰেই হেনো বহু বছৰ সাপৰ কথা ফলিয়াইছিল। দিলিহিয়াল ভট্টাচাৰ্যৰ ঘৰৰ ছোৱালী বিয়া দিয়া মাত্ৰেই বিধবা হয়। পিচত মোমাই-দেউৰ ঘৰৰ ছোৱালী কোনেও এই ভয়তে বিয়া নকৰা হৈছিল। ৰজাই বলেৰে বিয়া দিয়াইছিল। ল'ৰাবিলাক প্ৰায়েই পণ্ডিত হৈছিল। কালক্ৰমত এই সাপৰ অভিশাপ দূৰ হ'ল। ছোৱালী বিধবা হোৱাটো আন বংশৰ ছোৱালীৰ দৰে হ'ল আৰু পণ্ডিত হোৱা কথাও কমি আহিল। তেনে বংশৰ ছোৱালী দেউতাই গোসাঁইৰ ভৰিয়তে নাম সলনি কৰিও বিয়া কৰাইছিল। কাজেই সেই সময়ত ভট্টাচাৰ্যৰ ঘৰৰ ছোৱালী বিয়া কৰোৱা ভয় নাছিল।

শিৱসাগৰত থাকোঁতে মোৰ আয়ে ককাইদেউহঁতৰ বহুত দৌৰাত্ম্য সহ্য কৰিবলগীয়াত পৰিছিল। সতিনীয়েকেই নহয়, লগত ডেকা ল'ৰা চাৰি-জনো। আমাক সৰুতে আয়ে তেওঁবিলাকৰপৰা কিমান নিৰ্যাতন ভোগ কৰিছিল, সেইবোৰ হৃদয়বিদাৰক কথা শুনাইছিল। এই কাৰণেই হ'বলা দেউতাই শিৱসাগৰৰপৰা যোৰহাটলৈ আহে আৰু বৰ আইৰ পৰিবাৰক শিৱ-সাগৰৰ ঘৰ-দুৱাৰ, মাটি-বাৰী আদি দি একেবাৰে শিৱসাগৰত থৈ মোৰ আইক সতিনী আৰু সতিনী পুতেকহঁতৰ দৌৰাত্ম্যৰপৰা ৰক্ষা কৰিবলৈ চেষ্টা কৰে। পাচে সেইটো হৈ নুঠিল। যোৰহাটতো সেই একে অৱস্থা হ'ল। মাত্ৰ কেইমাহমান সুখেৰে থকাৰ পিচত বৰ আইৰ পৰিয়াল যোৰহাটলৈ আহিল আৰু আগৰ দৌৰাত্ম্য শিৱসাগৰৰ দৰে নহ'লেও কম-বেছি হ'বলৈ ধৰিলে। আমিও সেই জুইৰ তাপত পৰিছিলোঁ। মোৰ কথা সুকীয়া। কিয় ক'ব নোৱাৰোঁ, মোক বৰ আয়ে বৰ মৰম কৰিছিল। মাজু ককাই-দেৱে বিশেষকৈ মৰম কৰিছিল। খোৱা-পিন্ধাত দুখৰ অন্ত নাই; কাৰণ, আমি এইটো অন্তৰেৰে বুজিব পাৰিছিলোঁ যে আমি মানে-যশে তেওঁবি-লাকৰ সমান হ'ব নোৱাৰোঁ। দেউতাৰ সম্পত্তি ভোগ কৰিবৰ আমাৰ অধিকাৰ নাই। তেওঁলোকে অনুগ্ৰহ কৰি আমাক যি দিব আমি তাকেহে পাব পাৰোঁ। বৰ আইৰ হাতত ভঁৰালী চাং। আচল গুদাম, টকা, অল-ঙ্কাৰ আদি তেওঁৰ হাতত। দেউতাই আইৰ হাতত টকা বা অলঙ্কাৰ দিয়া গম পালে বৰ আই অগ্নি শৰ্মা হৈ উঠে আৰু আমাৰ আইক গালি পাৰে। আমাৰ আইৰ হাতত এটা লোহাৰ বাকচ আছিল। তাত টকা আৰু অল-ঙ্কাৰ ভৰি থকা দেখিছিলোঁ। দেউতাই যি টকা পায় সৰহভাগ বৰ আইৰ হাতত দিয়ে। কেতিয়াবা টকাটোৰ ভিতৰত দুঅনা আইৰ হাতত দিয়ে। ককাইদেউহঁতে আমাৰ আইক লোহাৰ বাকচৰ এটা ডাঙৰ তলা দিছিল। সেই তলাৰ যে দুপাত চাবি আছে আয়ে ক'ব নোৱাৰে। লোহাৰ বাকচৰ টকা নাইকিয়া হ'বলৈ ধৰিলে। দেউতাই একো গম নাপায়। আমাৰ

ভিতৰতো ভঁৰালী-চাং আছিল। খোৱা-বস্তু ভৰি থাকে। কিন্তু তাৰপৰা কোনে কেতিয়া নিয়ে আমি ক'ব নোৱাৰোঁ। খোৱা-পিন্ধাত আমাৰ বৰ কষ্ট হ'বলৈ ধৰিলে। এইদৰে আইৰ লগত আমি বহুত নিৰ্যাতন ভোগ কৰিছিলোঁ। দেউতাৰ অৱস্থা ভাল থকাত এইবিলাক একোৱেই নহৈছিল, কাৰণ, যি খাইছিলোঁ, সি যে কম, এনে নাছিল; কিন্তু মোৰ মনত সদায় অসহ্য যন্ত্ৰণা হৈছিল। মোৰ ওপৰত দেউতাৰ ইমান মৰম তথাপি মই কিয় খাবৰ সময়ত লোকৰ মাত-কথা শুনি থাকিব লাগে? আমাৰ পোছাক আদি দিয়াত সমান ব্যৱহাৰ ককাইদেউ আৰু বৰ আয়ে কিয় নকৰে? আমাৰ যেতিয়া পঢ়াত উন্নতি হ'বলৈ ধৰিলে আমাৰ ওপৰত অসৎ ব্যৱহাৰ ক্ৰমে বৃদ্ধি হৈ দৈনিক আমাৰ ঘৰত একোখন কাজিয়া হ'বলৈ ধৰিছিল, কাৰণবোৰ কি আমি ভু পোৱা নাছিলোঁ। পিচত বুজিলোঁ যে, আইৰ লোহাৰ বাকচ মনে মনে খালী হোৱাৰ কথা আয়ে গম পাই দেউতাক কয় আৰু পাৰেমানে ককাইদেউহঁতক গালি পাৰে, শাও দিয়ে। বৰ আই জ্বলি উঠে। আমি সেইবোৰ কথালৈ কাণ নকৰোঁ। শ্ৰীমান ৰাধা আৰু মই, দুয়ো পঢ়ি সময় কটাওঁ। কাজিয়া লাগে আৰু ভাগি যায়।

এইদৰে যেতিয়া গৃহকন্দল আৰম্ভ হ'ল, লগে লগে নৰাজান বাগান ৰথুমলা স্বৰূপ হৈ পৰিল। আমাৰ আইৰ লোহাৰ বাকচৰ টকা-অলঙ্কাৰ অদৃশ্য হোৱাৰ লগে লগে বৰ আইৰ তাতৈকে দহগুণে বেছি টকা-অলঙ্কাৰ ক্ৰমে নাইকিয়া হ'বলৈ ধৰিলে। দেউতাৰো কাছাৰীৰ উপাৰ্জন কমি আহিল। বৰ ঘৈণী আৰু সৰু ঘৈণীক টকা খুজি নোপোৱা হ'ল। আন আন ককাইদেউসকলে দেউতাৰ মাটি-হাতী দেউতাৰপৰা লেখাই লৈ বিক্ৰী কৰিবলৈ ধৰিলে। দুখ-কষ্টত দেউতায়ো নামমাত্ৰ মূল্যত দহ-বাৰ পুৰামান মাটি বিক্ৰী কৰিছিল। এইদৰে সম্পত্তি যাবৰ দিনত যাবলৈ ধৰিলে। আমাৰ ঘৰৰ ঘাই গুৰিয়াল মাজু ককাইদেউৰ হঠাৎ নৰাজান বাগানত মৃত্যু হ'ল। ইফালে আঠখেল বাগানৰ কেৰাণীৰো আগতে মৃত্যু হৈছিল। বৰ আইৰ মূৰত বজ্ৰপাত পৰিল। আমাৰো ঘৰৰ মূৰত ৰামটাঙোন পৰিল। মাজু ককাইদেউৰ মৃত্যুত মোৰ হিয়া ভাগি গ'ল। তেওঁৰ মৰমৰ কথা কেনেকৈ পাহৰোঁ? নৰাজান বাগান হাবি হ'ল। বনুৱাবিলাকে দৰমহা নাপাই দিহা-দিহি গ'ল। তাত থকা ৰূপীত মাটিৰ দখল ল'লে। আমাৰ বৰ ককাইদেউ যোগধৰ শৰ্মা। তেওঁ বৰ ডাঙৰ খেতিয়ক আছিল। সৰু-মাজু ককাইদেউ ডম্বৰুধৰ শৰ্মাই বাগিছাখনৰ দখল ল'লে। এই বাগিছা তেওঁক লাগে। নিজাকৈ নহ'লে তেওঁ কিয় পৰিশ্ৰম কৰিব? ঘৰৰপৰা যিমান পাৰে নি টকা খৰচ কৰিলে। অৱশেষত দেউতাক বুজাই-বঢ়াই কৈ নৰাজান বাগান তেওঁ নিজৰ নামলৈ বিক্ৰী দলিল কৰাই লৈ বাগিছা চলাবৰ কাৰণে বাগানলৈ গ'ল। পিচত আন মাটি আদি বেচি-কিনি কিছুদিন বাগান চলোৱাৰ

পিচত তেওঁৰ অকাল মৃত্যু হ'ল। বাগান জঙ্গল হ'ল। বছৰি খাজনাৰ বাবে ঘৰ ক্ৰোক, মাটি ক্ৰোক হ'ল। আনকি খাজনা নিদিয়াৰ বাবে দেউতাৰ উকীলৰ চাৰ্টিফিকেট পৰ্যন্ত ডেপুটী কমিছনাৰে বন্ধ কৰিলে। পিচত জি, বেজবৰুৱাই লেখা-লেখি কৰাৰ ফলত উকীলৰ চাৰ্টিফিকেট উলিয়ালে; কিন্তু দেউতাৰ ওকালতিতো নহ'ল। যি দুটকা-চাৰিটকা পায়, সিতো একো কামত নাহে!

কেবাবছৰমানৰ পিচত নৰাজান বাগান জাঁজী কোম্পানীয়ে গ্ৰাস কৰিলে। মৌজাদাৰক চৰকাৰী খাজনা দিয়েই বাগান দখল কৰিলে। ইফালে নৰাজান বাগান আমাৰ ঘৰৰ কাৰণে শিল স্বৰূপ হৈ নিজেও ডুবিলে আৰু আমাৰ ঘৰৰ আন সম্পত্তিও ডুবালে। বাগান গ'লেহে আমালোক ৰক্ষা পৰোঁ। এনে অৱস্থাত নৰাজান বাগান উৰি গ'ল। ৰূপীত মাটি যি আছিল তাকো বৰজনা ককাইদেৰে বিক্ৰী কৰি ঘৰ পালেহি। এইদৰে ১৮৮৮ চনৰ পৰা ১৯০৯ চনৰ ভিতৰত লাখ টকাৰ ওপৰ উপাৰ্জন কৰা দেউতাই শেষ অৱস্থাত দাৰিদ্ৰ্যৰ কঠোৰ কষ্টত দিন নিয়াৰ লগাত পৰিছিল। সেই সময়ত দেউতাৰ প্ৰবল বায়ুৰোগ হ'ল। তেওঁৰ মনৰ স্থিৰতা নোহোৱা হ'ল। "অৰ্থম্ অনৰ্থম্" বোলা কথাটো মানুহে সুবুজি অৰ্থসঞ্চয় কৰে। কিন্তু মানুহে সুবুজে যে অৰ্থই যেনেকৈ আনন্দ দিয়ে, তেনেকৈ নিৰানন্দও কৰে। দেউতাৰ যি সময়ৰ কথা কৈছোঁ তেতিয়া দেউতাৰ মাটি-বাৰী আদি লৈ ৬।৭ হাজাৰমান টকাৰ সম্পত্তি আছিল। কিন্তু দেউতাই সেই সম্পত্তি বিক্ৰী কৰি যাব লাগে বুলি নাভাবিছিল। এনে অৱস্থাৰ মাজত ১৯০৯ চনত দেউতাক এৰি থৈ আমি দুয়ো কটন কলেজত পঢ়িবলৈ যাত্ৰা কৰিলোঁ। জি, বেজবৰুৱা ডাঙৰীয়াই আমাৰ ঘৰলৈ আহি দেউতাক কৈছিল, "আপোনাৰ এই দুটা ল'ৰাই বি,এ পাছ কৰিব। ঘৰৰ নাম ৰাখিব।" যাবৰ সময়ত দেউতাই আমাক আশীৰ্বাদ দিলে আৰু ক'লে, "তোমালোক যোৱা, কিন্তু মোক আৰু নোপোৱা। মই বেছিদিন জীয়াই নাথাকোঁ।" মই সেই সময়ত কলেজত পঢ়িবলৈ নগৈ বেজবৰুৱা স্কুলতে কাম কৰা হ'লে হয়তো দেউতাক অন্তিম সময়ত অলপ সহায় কৰি তেখেতৰ দুখৰ লাঘৱ কৰিব পাৰিলোহেঁতেন। কিন্তু সেই ভাব মোৰ বিশেষকৈ প্ৰবল হোৱা নাছিল আৰু দেউতাই যে ইমান সোনকালে আমাক এৰি যাব ভবাই নাছিলোঁ। আমি কলেজত পঢ়িবলৈ যোৱাৰ লগে লগে মোৰ আইৰে সৈতে মোৰ ভনী শ্ৰীমতী তাৰিণী, মোৰ সৰু ভাই, শ্ৰীমান শিৱ সেই ঘৰত থকাটো অসম্ভৱ হৈ পৰিল। আটাইৰে বেমাৰ আৰম্ভ হ'ল। কাজেই মাজু মোমাইদেৰে উপায় নাপায় দেউতাক বৰ আইৰ পৰিয়ালৰ জিম্মাত থৈ আইক শ্ৰীমান শিৱ আৰু শ্ৰীমতী তাৰিণীৰে সৈতে চংটকলৈ লৈ গ'লগৈ। শ্ৰীমান শিৱক

জাঁজীত পঢ়িবলৈ দিলে। আমি একেবাৰে নিজৰ ঘৰ এৰি চংটকত মোমাইদেউৰ আশ্ৰয় ল'বলগীয়াত পৰিলোঁ।

পূজাৰ বন্ধত সৰ্বাইবন্ধাৰ ঘৰলৈ আহিছিলোঁ। দেউতাই মোক দেখি ইমান আনন্দ পাইছিল যে তাক প্ৰকাশ কৰিব নোৱাৰি। তেওঁ আমাৰ পৰিয়ালটোৰ বাবে অন্তৰত বেদনা পোৱা যেন অনুভৱ কৰিছিলোঁ। মোৰ আইৰ অবিহনত যেন তেওঁৰ খোৱা-শোৱা সকলো অসহ্য হৈ উঠিছিল আৰু আমাৰ অবিহনত দেউতাৰ হাবি-জঙ্গলত থকাৰ দৰে লাগিছিল। মোৰ হৃদয় দেউতাৰ মনৰ দুখৰ বাবে গলি গৈছিল। কিন্তু উপায় নাই। মনতে ভাবিছিলো আৰু চাৰিবছৰ পঢ়ি বি, এ পাছ কৰি দেউতাৰ দুখ দূৰ কৰিম। এই আশা পূৰ্ণ নহ'ল। ১৯০৯ চনৰ ডিচেম্বৰ মাহত দেউতা স্বৰ্গী হ'ল। মই ৰাতি কলেজত থাকোতে দেউতাক স্বপ্নত দেখিলোঁ। পিচদিনা দুপৰীয়া ভাত খাওঁতে ভাত গৰাহৰ লগতে এটা মাখি সোমাই গ'ল। ঘিণ লাগিল। ভাত নাখালোঁ। আবেলি দেউতাৰ মৃত্যুৰ সম্বাদ লৈ এখন টেলিগ্ৰাম পায় আমি দুয়ো ঘৰ পালোঁহি। দেউতাই মৃত্যুৰ সময়ত আমাক বিচাৰিছিল। আমাৰ পৰিয়ালৰ কোনো এজনেও মৃত্যুৰ সময়ত দেউ-তাক দেখা নাপালে।

পিতৃদেৱতাৰ শ্ৰাদ্ধাদি কৰি সৰ্বাইবন্ধাৰ ঘৰ-বাৰী কেইবছৰমানলৈ এৰি দি আমালোকে মোমাইদেউৰ লগত চংটকত নিগাজীকৈ থাকিবলৈ ল'লোঁহক। ১৯০৯ চনৰপৰা ১৯১৪ চন পৰ্যন্ত আমি আছিলো চংটকত। মোমাইদেউ আৰু মামীসকলৰ স্নেহত আমি পৰৰ ঘৰত আছোঁ বুলি অনুভৱ কৰা নাছিলোঁ, মাত্ৰ আন আলহী মানুহ আহি যেতিয়া আমাৰ তাত থকাৰ কাৰণবোৰ সোধে তেতিয়া আমাৰ মনত অত্যন্ত দুখ লাগে। আমাৰ নিজৰ ঘৰ নাই, লোকৰ ঘৰত আলহী হৈ আছোঁহি—ভাবি মনে মনে মই কেতিয়াবা চকুপানী টোকোঁ। দেউতালৈ মনত পৰে। আমাৰ সেই নদন-বদন অৱস্থালৈ মনত পৰে। দেউতাই যে আমাক একমুহূৰ্তৰ কাৰণেও এৰি আন ঠাইলৈ নপঠিয়াইছিল, আমাক যে তেওঁ চকুৰ মণি যেন দেখিছিল, এতিয়া সেই দেউতাই আমাক এৰি থৈ ক'লৈ গ'ল। মাজু মোমাইদেউৰ অকৃত্ৰিম স্নেহৰ কাৰণে আমি দেউতাৰ অভাৱ পাহৰি গ'লোঁ। সৰু মোমাই-দেউক আমাৰ লগৰ সমনীয়া যেনহে লাগে। তেওঁ আমাৰ কি অভাৱ ভাবি-চিন্তি চাই কলেজলৈ যাওঁতে মাজে মাজে দুই-এটা বস্তু দি পঠিয়ায়। মাজু মোমাইদেৱে আমাক বি, এ পাছ কৰাব পাৰিলে তেওঁৰ জীৱন সাৰ্থক হ'ব বুলি ভাবিছিল। নিজৰ ল'ৰাতকৈ তেওঁ আমাক বেছি মৰম কৰিছিল আৰু আমাৰ আইক বিশেষকৈ মৰম কৰি তেওঁৰ অসহ্য মনৰ বেদনা পাতলাই দিছিল।

সকলোতে মোমাই বুলিলে আমি তাঁজীৰ মোমাইদেউসকলকহে জানো। আমাৰ বৰ মোমাইদেউ হেনো আমাৰ ঘৰৰ বাৰ্ষিক ৰাসপূজাৰ পুৰোহিত আছিল। নামতিৰপৰা ৰাতিপুৱা খোজকাঢ়ি আহি যোৰহাট পাইছিলহি আৰু পূজা কৰি ঔটাই আকৌ যোৰহাটৰপৰা খোজকাঢ়ি গৈ গধূলি নামতিলৈ উভতি গৈছিল। তেওঁ কটীয়া। তাঁজীৰ বৰ মোমাইদেউৰ আগত তেওঁক এটা ল'ৰা যেনহে দেখি। বৰ মোমাইদেউক মোৰ উপনয়নৰ সময়ত আৰু দুই-এবাৰ আমাৰ ঘৰত লগ পাইছিলোঁ। মাজু মোমাইদেউ শ্ৰীযুত মুক্তিনাথ ভট্টাচাৰ্যৰ চেহেৰা সুন্দৰ, দেখিবলৈ মনোমোহা। আমি কেতিয়াবা এদিন নে দুদিন মাত্ৰ আমাৰ ঘৰত তেওঁবিলাকক দেখিছিলোঁ। আমাৰ বৰ মোমাইদেউ আৰু মাজু মোমাইদেউ গ'লে দেউতাই তেওঁবিলাকক প্ৰাণ যেন দেখে আৰু বৰ আদৰ কৰে। আমাৰ আনন্দৰ সীমা নোহোৱা হয়। আমি ভাবোঁ, মোমাইদেউহঁত সদায় কিয় আমাৰ ঘৰলৈ নাহে। সৰু মোমাইদেৱো দুই-এবাৰ গৈছিল। এতিয়া সেই মোমাইদেউৰ ঘৰলৈ আমি একেবাৰেই উঠি আহিলোঁ। কোনে ভাবিছিল, আমাৰ ঘৰৰ অচলা লক্ষ্মীয়ে ইমান সোনকালে আমাৰ ঘৰ এৰি যাব আৰু আমি গৈ পৰৰ ঘৰত আলহী হ'ব লাগিব ?

## আমাৰ জেঠাই

আমাৰ জেঠ-পেহা সেই সময়ৰ কোম্পানী চৰকাৰৰ পুলিচৰ দাৰোগা। তেওঁ বৰ প্ৰতাপী আছিল। অসমৰ স্বাধীনতা সূৰ্য অস্ত যোৱাৰ পিচত প্ৰতিষ্ঠা হোৱা ইংৰাজ শাসনতন্ত্ৰত যিবিলাক কোম্পানীৰ চৰকাৰৰ বিষয়া হৈছিল, সেইবিলাক দুৰ্দান্ত লোক হৈ পৰিছিল। অসমীয়া জাতি মানৰ আক্ৰমণত জুৰুলা হৈ পৰিল। বহুত মানুহ মানৰ লগত যুঁজ কৰি মৰিল। তাৰ পিচত ভয়ানক আকাল হৈ হেজাৰে হেজাৰে মানুহ মৃত্যুমুখত পতিত হ'ল। যি বাকী থাকিল, সেইবিলাক কোম্পানীৰ আমোলত ক্ৰমে শান্তি আৰু দুখত কাল কটাবলৈ আৰম্ভ কৰিলে। আহোম ৰাজ্য যোৱাৰ লগে লগে আহোমৰ শাসন-প্ৰণালী, সমাজৰ বান্ধোন, বৰা, শইকীয়া হাজৰিকা, বৰুৱা, ফুকন, চেতিয়া, সন্দিকৈ, গোহাঁই, বৰগোহাঁই, কাঁড়ী, বেটী, বান্দী সকলোৰেই পৰাধীনতাৰ শিকলি পিন্ধিলে। বহুদিনলৈ অসমীয়াই কোম্পানীৰ কামত ভৰ্তি হোৱা নাছিল। কাৰণ, সোণৰ অসম ধনে-ধানে ভৰা; সকলোৰে অৱস্থা নদন-বদন। ইংৰাজৰ শাসন চলাবৰ কাৰণে মানুহ লাগে, স্থানীয় মানুহ নহ'লে নহয়। কাজেই দুই-এজনকৈ মানুহ কোম্পানীৰ কামত ভৰ্তি হ'ল। জেঠাইৰ ঘৰ বৰ প্ৰতাপী হৈ উঠিছি-

তেওঁৰ পাঁচজনী ছোৱালী আৰু এটা ল'ৰা হৈছিল। জেঠাই বিধবা হ'ল আৰু তেওঁৰ একমাত্ৰ ল'ৰা 'পুৰুষ'ক বনৰীয়া হাতীয়ে মাৰিলে। তেতিয়াৰ-পৰা জেঠাইৰ মনত সুখ বোলা বস্তু নোহোৱা হ'ল। দেউতাও তেওঁৰ একমাত্ৰ ভায়েকৰ ঠাই শিৱসাগৰলৈ উঠি গ'ল। বহুকাল বায়েক-ভায়েকৰ বিচ্ছেদ হৈ থকাৰ পিচত দেউতা যোৰহাটলৈ আহি যোৰহাটত ওকালতি কৰি যোৰহাটতে ঘৰ সাজি থাকিবলৈ লোৱাত জেঠাইৰ জীৱনৰ অৱলম্বন হিচাপে জেঠায়ে আমাৰ ঘৰলৈ অহা-যোৱা কৰি প্ৰায় আমাৰ ঘৰতে থাকি-বলৈ ধৰিছিল। দেউতাৰ তৃতীয় পৰিবাৰৰ মই প্ৰথম পুত্ৰ। তাতে দেউতাৰ অৱস্থাৰ দিনকদিনে ব্ৰহ্মপুত্ৰৰ ঢল অহা দি উন্নতি হৈছে। হাতী, মাটি, চাহবাগান, সোণৰ খাৰু আদি সকলো সম্পূৰ্ণ। গোটেই যোৰহাটত দেউতা এজন ধনী-মানী, সকলোৰে প্ৰিয়পাত্ৰ মানুহ। জেঠাইৰ পক্ষে দেউতা তেওঁৰ আদৰৰ ধন, দেউতাৰ সম্পত্তি-বিভূতিৰ কাৰণে নহয়; দেউতা যে তেওঁৰ একে মাতৃৰ গৰ্ভৰপৰা ওপজা মৰমৰ ভাই। দেউতালৈ যিমান মৰম, মোৰ ওপৰতো মৰম প্ৰায় সিমানেই। মোৰ আইৰ মানত তেওঁ এজনা দেৱী। আইৰ অনেক দুখ-কষ্টৰ মাজত তেওঁ আছিল শান্তিৰ নিজৰা। আইৰ মুখে জেঠাইৰ গুণাগুণৰ কথা শুনি আমি মোহিত হৈছিলোঁ। মই স্বপ্নতো জেঠাই দেখিবলৈ কেনেকুৱা আছিল ভাবোঁ। দেউতা তীৰ্থ কৰি-বলৈ যাওঁতে জেঠায়ো গৈছিল। তেওঁ মথুৰাত স্বৰ্গাৰোহণ কৰিলে। দেউতাৰ ভাগিনীয়েককেইজনীৰ ওপৰত বৰ মৰম আছিল। তিনিগৰাকী আমাৰ ঘৰৰ ওচৰতে পৰিছিল। আমি দেখিছিলোঁ। নাম আছিল ক্ৰমান্বয়ে—পদুমী, লক্ষ্মীদা, ৰত্নী, মাণিকী, সৰুটি। পাছৰ দুজনাক আমি দেখা নাছিলোঁ। আটাইকেইজনা বাইদেউৰ সন্তি-সন্ততি আছে। প্ৰথম তিনিজনা বাইদেউৰ ঘৰলৈ দেউতা প্ৰায়ে অহা-যোৱা কৰে। মৃত্যুৰ সময়লৈকে দেউ-তাই তেওঁবিলাকৰ ঘৰলৈ অহা-যোৱা কৰিছিল। আৰু এজনা জেঠাইলৈ মনত পৰে। তেওঁ দেউতাৰ মাতৃ-বংশৰ ফালৰ দূৰ সম্পৰ্কীয়া বায়েক। আমি পাতুৰী জেঠাই বুলি মাতোঁ। তেওঁ প্ৰায়েই আমাৰ ঘৰলৈ আহে আৰু সদায় পিঠা-লাড়ু আদি খোৱা বস্তু আমাৰ কাৰণে লৈ আনে। আমি পাতুৰী জেঠাই অহা দেখিলে বেঢ়ি ধৰোঁ আৰু হাতত অনা বস্তুবোৰ কাঢ়ি খাওঁ। তেওঁ আমাৰ আইৰ ফালে থাকে আৰু ভাতো আমাৰ ফালে খায়। তেওঁৰ দুজন ল'ৰা আছিল গেন্ধেলা আৰু মোহন।

## সোণাৰাম মোমাই

দেউতাৰ মাতৃদেৱী হৈছে বামুণ বৰা ঘৰৰ। সোণাৰাম মোমাই দেউতাৰ মাকৰ আপোন ভায়েক হয় নে নহয় ক'ব নোৱাৰোঁ। হ'ব পাৰে

দেউতাৰ মাকৰ বৰ দেউতাকৰ পুতেক ভায়েক নতুবা আপোন ভায়েক। দেউতাৰ প্ৰাণটো সোণাৰাম মোমাইৰ ওপৰত আছিল। ঘৰ আছিল গৰ-খীয়া দ'লত। আমাৰ ঘৰত যিমানবোৰ ডাঙৰ ডাঙৰ সকাম হয়, সোণা-ৰাম মোমাই আৰু কোৰোকা তলিৰ গেন্ধেলা, মোহন তনুৰাম এইদৰে ৬০/৭০ জন ব্ৰাহ্মণ আহি আমাৰ ঘৰৰ শোভা বৃদ্ধি কৰিছিল। আটাই-বিলাকে একেলগে আহি ওলোৱা দৃশ্য দেখি আমি বৰ আনন্দ লাভ কৰিছিলোঁ। সোণাৰাম মোমাইৰ ল'ৰা নাছিল। ছোৱালী তিনিজনী আছিল। মামীৰ ঘৰলৈ দেউতা প্ৰায়ে অহা-যোৱা কৰিছিল। দেউৰাম দেউতাৰ তৰণী আছিল। তেওঁ সম্পৰ্কত দেউতাৰ মোমায়েকৰ পুতেক ভায়েক হয়। সোণাৰাম মোমাইৰ জীয়েকহঁতৰ লৰা-ছোৱালী আছে।

## দেউতাৰ বৌ

আগমৰ ঘৰৰ বিখ্যাত বৰপূজাৰী ঘৰ— আমাৰ সৰ্বাইবন্ধা ঘৰৰ বাৰু আলিৰপৰা আমাৰ ঘৰলৈ যাওঁতে তেওঁবিলাকৰ ঘৰ পাইহে আমাৰ ঘৰ পোৱা যায়। সিদ্ধেশ্বৰ বৰপূজাৰীয়ে দেউতাক লগুণ দিছিল। তেওঁৰে ভনীয়েকক দীননাথ বেজবৰুৱা ডাঙৰীয়াই বিয়া কৰাইছিল। জি, বেজবৰুৱা, শ্ৰীনাথ বেজবৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, বিনন্দ বেজবৰুৱা, শ্ৰীযুত হৰিনাথ বেজবৰুৱা তেখেতৰ পুতেক। দেউতা শিৱসাগৰৰ বেজবৰুৱা ঘৰত থকা দিনত পূজাৰীৰ জীয়ৰীৰ সন্তান দেউতাৰ সহোদৰ স্বৰূপ একাত্মা-আত্মা আছিল। ইফালে দেউতাৰে সৈতে সিদ্ধেশ্বৰ বৰপূজাৰী ৬৭ পুৰুষমানৰ ভিতৰত থকা বংশৰ বন্ধু। দেউতাই বৰপূজাৰিয়নী আইক বৌ বুলি মাতিছিল। তেওঁক আইহঁতে বাইদেউ বুলি মাতিছিল। তেওঁৰ দেবেশ্বৰ বৰপূজাৰী আৰু ঘনকান্ত বৰপূজাৰী নামৰ দুজন পুতেক আছিল। দেবেশ্বৰ বৰপূজাৰীয়ে দেউতাৰ তৰণী কাম কৰিছিল। জি, বেজবৰুৱাৰ মাতৃদেৱী যোৰহাটলৈ আহি বেজবৰুৱা ডাঙৰীয়াৰ লগতে আছিল। দেউতাই প্ৰায়ে তেখেতক দেখা কৰিছিল। আমাৰ আইহঁতো মাজে-সময়ে দেখা কৰিবলৈ আহিছিল।

যোৰহাটত আগমৰ ঘৰৰ দেউতাৰ বংশৰ সম্বন্ধীয় মাত্ৰ কেইঘৰমান মানুহ আছিল—গোলাপ নাজিৰ, দেবেশ্বৰ বৰপূজাৰী, ৰজনী বৰুৱা আৰু শ্ৰীমান বিষ্ণুকান্ত বৰুৱা। নৰনাৰায়ণ ৰজাৰ দিনত কনৌজৰপৰা অহা আমাৰ পূৰ্বপুৰুষজনৰ নাম আছিল অনন্ত কন্দলী। দীননাথ বেজবৰুৱা ডাঙৰীয়াই আগমৰ ঘৰৰ দেউতাক গা-গছৰপৰা কাটি নি শিৱসাগৰত কৰৰ চেষ্টা কৰিছিল। পিচে দেউতাস্বৰূপ আগমৰ ঠালটো পুনৰ যোৰহাটৰ মাটি গছলৈ ঘূৰি আহি বন্ধু-বান্ধৱ, মিতিৰ-কুটুম, বংশ-পৰিয়ালৰ মাজত

পুনৰ লগ লাগি আগমৰ ঘৰৰ জেউতি বঢ়াই যোৰহাট মহকুমাত জয়জয় ময়ময় হৈ পৰিলহি।

আমাৰ ঘৰৰ চাকৰ-চাকৰণী আৰু ওচৰৰ দুই-চাৰিজন সকুতে মনত থকা মুনিহ-তিৰোতাৰ কথা পাহৰিব নোৱাৰো। দেউতাৰ মোক্কেল সদৰ আৰু তাৰ ঘৈণীয়েক বকুলী আমাৰ ঘৰতে বহুকাল আছিল। বকুলীক সদৰে ধৰি আনিছিল। দেউতাই তাহাঁতক আদালতৰ আশ্ৰয়ত লগ লগাই দিলে। সিহঁত আমাৰ ঘৰত বহুবছৰ আছিল। বকুলী সভা-শুৱনী গাভৰু। আমাৰ বাইদেউ ধৰিত্ৰী আৰু কণ আইটীৰ সমবয়স্কা। তাইৰ আনন্দ কি চাব! সদৰ আমাৰ ককাইদেউহঁতৰ বয়সৰ। এই দুই দম্পতীৰ স্নেহ-মমতা দেখি আমি বিভোল হৈছিলোঁহক। মাটিৰাম বুলি আৰু এটা দেউতাৰ মোক্কেলো আমাৰ ঘৰত বহুদিন আছিল। আমাৰ গাৱঁৰ পাহিতা বুলি এজনী মাইকী মানুহ সতিনীৰ ফেৰত পৰি বৰ কষ্ট পাইছিল। তাই হৈছিল মোৰ আইৰ লগৰীয়া। মাতৃৰ দুখত সমবেদনা জনাই তাই মোৰ মাতৃৰ দুখ-কষ্ট দূৰ কৰিছিল। জিভি বুলি গাৱঁৰ এজনী মাইকী মানুহ সদায় আমাৰ ঘৰলৈ অহা-যোৱা কৰি আইৰ সকলো কাম-বন কৰি সহায় কৰিছিল। ডুপৰ হাতী-মাউতো আমাৰ ঘৰত বহুদিন আছিল। এবাৰ সি পলাই গৈ এমাহমান আন কাৰোবাৰ ঘৰত আছিলগৈ। পিচত আকৌ ঘূৰি আহি দেউতাক ক্ষমা প্ৰাৰ্থনা খুজিছিলহি। পিচত হাতী নাইকিয়া হ'লত সি আমাৰ জাঁজীৰ মোমাইদেউৰ ঘৰলৈ গৈ বহুদিন তাতে থাকি মৰিল।

সৰ্বাইবন্ধাত প্ৰধানতঃ গোপীনাথ মৌজাদাৰ, তাৰানাথ মৌজাদাৰ দেউতাৰ নলে-গলে লগা বন্ধু আছিল। লেটেকুজান বাগান বেচি অনা টকাৰে তেওঁবিলাকে টকা ধাৰলৈ দি বিপদত ৰক্ষা কৰিছিল। তেওঁবিলাকৰ পদূলিমুখত টোকোলাইত এখন দলং আছিল। দুয়োজন দলঙত বহি বাট চাই থাকে। কাছাৰীৰপৰা উভতি আহিলে বাজে বাজে দেউতাই প্ৰথমে গোপীনাথ বৰুৱা আৰু তাৰানাথ ফুকনৰ ঘৰলৈ গৈ গা ধুই জলপান খাইহে আমাৰ ঘৰলৈ তিনিও আহি ৰং-ধেমালি কৰি কথা-বাৰ্তা পাতি ৰাতিলৈকে থাকে। তাৰানাথ ফুকন প্ৰকাণ্ড মানুহ আছিল। তেওঁ বাহুবলী আছিল। মুদ্গৰ ব্যায়াম কৰিছিল। কলগছ এজোপাত হেনো তৰ্জনী আঙুলিটো খোঁচ মাৰি সুমুৱাব পাৰিছিল। গোপীনাথ মৌজাদাৰ আছিল কঁটীয়া, কিন্তু শৰীৰৰ গঠন বৰ শকত-আবত। দেখিবলৈ ধুনীয়া। ৰঘুনাথ বৰুৱা, যদুনাথ বৰুৱা দেউতাৰ সমবয়স্ক। দেৱেশ্বৰ বৰুৱা আৰু উমাই মৌজাদাৰ দেউতাতকৈ বয়সে সৰু আছিল। তেওঁবিলাককো দেউতাই টকা ধাৰলৈ দি বিপদত সহায় কৰিছিল। ওচৰত আছিল ভোলা মহৰী, শ্ৰীযুক্ত কণ মহৰী। এইসকলৰ লগত বৰ আইৰ ফালৰপৰা আমাৰ সম্বন্ধ আছিল। হেজাৰি

মৌজাদাৰৰ ঘৰৰ ওচৰত আছিল ৰজাৰ ঘৰ। ডিম্বেশ্বৰ বৰঠাকুৰ আছিল বাগিছাৰ বৰ মহৰী। তেওঁৰ ভায়েকৰ নাম আছিল তীৰ্থনাথ। এওঁ ঘৰতে বহি ঘৰ চলায়। গতিকে তেওঁক সকলোৱে 'ৰজা' বুলি মাতিছিল। লগতে ঘৰখন ৰজাৰ ঘৰ নাম হৈছিল। এইবিলাক আগৰ ৰজাদিনৰ খিতাপধাৰী ভদ্ৰলোক। সকলোৱে কোম্পানীৰ ঘৰত চাকৰি লৈ নদন-বদন। প্ৰায়-বিলাকৰ ঘৰত দুৰ্গাপূজা হয়। ধুমধামকৈ উৎসৱ হয়। মাছৰ হাট পাৰ হৈ আছিল দেউতাৰ বন্ধু আৰু একেলগৰ উকীল দুৰ্গাধৰ বৰুৱা। দেউতাই তেওঁক 'ভাইটি বুলি মাতিছিল।

সেই সময়ত যোৰহাটৰ পুৰণি ৰজাঘৰীয়া খিতাপ থকা উচ্চ বংশৰ ভদ্ৰলোকসকলে কোম্পানীৰ আমোলত কাম লৈ নদন-বদন হৈ আছিল। সৰ্বাইবন্ধাত ৰাজখোৱা নামঘৰ আছিল। তাত মহাসমাৰোহেৰে বাৰ্ষিক ৰৰসভা, কালিপূজা আদি হৈছিল। দেউতাই শিৱসাগৰৰ পৰা যোৰহাটলৈ আহি এক বিৰাট সমাজৰ মাজত চন্দ্ৰৰ দৰে জিলিকিছিল। বৈদ্যনাথ ফুকন, তাৰানাথ ফুকনৰ ভায়েকক আমি দেখা নাই। তেখেতৰ আগেয়ে মৃত্যু হ'ল। তেখেতৰ পৰিবাৰ এজনা সভা-শুৱনী মহিলা আছিল। তেওঁ মোৰ আইৰ অকৃত্ৰিম বন্ধু আছিল। আমাৰ বৰ আই আছিল বৰ কথকী। তেওঁ দীঘল-ডাঙৰ, বলী আৰু বৰ সাদৰী আছিল। সতিনীৰ ফেৰত আইৰ ওপৰত ঈৰ্ষা থাকিলেও আমালৈ তেওঁৰ মৰম আছিল। তেওঁৰ আক্ৰোশৰ আন এটা ঘাই কাৰণ আছিল দেউতাৰ আইলৈ থকা বিশেষ মৰম।

যদু মৌজাদাৰ সেই সময়ত বৰ প্ৰতাপী আছিল। নগাওঁৰ ৰায়-বাহাদুৰ জগন্নাথ বৰুৱা, তেওঁ বি, এ, বাবু বুলিও জনাজাত আছিল। জি, বেজবৰুৱা দেউতাৰ বাল্যবন্ধু, একেলগে ডাঙৰ-দীঘল হোৱা। বি, এ, বাবুৰ বাগান আছিল। মাজে মাজে আমাৰ ঘৰলৈ যোৱা মনত পৰে।

## সৰ্বাইবন্ধা-ঘৰত হোৱা উৎসৱ

ডম্বৰু ককাইদেউ, শ্ৰীযুত লক্ষ্মী ককাইদেউৰ বিয়া যোৰহাটত হৈছিল। সেই সময়ত দেউতাৰ অৱস্থা বৰ ভাল আছিল আৰু ককাই-দেউসকলৰ চেহেৰাও আছিল বৰ সুন্দৰ, জাকত-জিলিকা। জাঁজীৰ শিৰোমণি ভট্টাচাৰ্যৰ ঘৰৰ ছোৱালী ডম্বৰু ককাইদেউৰ লগত আৰু শ্ৰীযুত লক্ষ্মী ককাইদেউৰ লগত দেবানন্দ বৰুৱাৰ জীয়েকৰ বিয়া হ'ল। দেবানন্দ বৰুৱাৰ ঘৰ আমাৰ ঘৰৰপৰা আধা মাইল। কণ আইটী বাইদেউক সেই সময়ৰ নামজাদা দেৱানী চিৰস্তাদাৰৰ পুতেক শ্ৰীযুত বেদকণ্ঠৰ লগত বিয়া

দিয়া হ'ল। এইঘৰ আমাৰ পুৰণি মিত্ৰৰ দেউতাৰ বায়েক কেশ চিৰস্তা-দাৰৰ দদায়েকলৈ পৰিছিল। মোৰ বাইদেউ ধৰিত্ৰী দেৱীক মোৰ আয়ে যোৰহাটতে দিবলৈ বৰ আশা কৰিছিল; কিন্তু যাৰ কন্যা তাৰ বিবাহ।

বৰআইৰ প্ৰথমা কন্যাক দেউতাই দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ নাতিয়েক লোকধৰ বৰুৱালৈ বিয়া দিছিল আৰু বেজবৰুৱা ডাঙৰীয়াৰ লগত নতুনকৈ সেই বিবাহৰ বাবে সম্বন্ধ ঘটাইছিল। বিয়া দিয়াৰ পিচত তেওঁৰ মৃত্যু হ'ল। সন্তান-সন্ততি একো নাথাকিল। শিৱসাগৰৰ হাঁহচৰাৰ মৌজাদাৰ জীৱেশ্বৰ বৰঠাকুৰৰ জীয়েকক মাজু ককাইদেৱে বিয়া কৰাইছিল। তেওঁকো দেউতাই টকা ধাৰলৈ দি বিপদৰপৰা ৰক্ষা কৰিছিল। মৌজাদাৰে দেউতালৈ মহাদাশ্ৰয় বুলি সম্বোধন কৰি চিঠি লেখি আছিল। মাজু ককাইদেউৰ যত্নত মোৰ বাইদেউক শিৱসাগৰৰ হাঁহচৰা মৌজাদাৰৰ সৰু-মাজু পুতেক শ্ৰীযুত যদুনাথ বৰঠাকুৰলৈ বিয়া দিয়া হ'ল। ককাইদেৱে বৰ আই আৰু সৰু আইৰ ভিতৰত সদায় কাজিয়া হৈ থকাটো ভাল নাপাইছিল। তেওঁ এইধন বিয়াৰে তেওঁবিলাক দুজনা সতিনীৰ ভিতৰত কাজিয়া বন্ধ হব বুলি আশা কৰিছিল। কিন্তু সেয়া নহ'ল। বৰআয়ে মোৰ আইক ঠাট্টা কৰিছিল গৰু সলনা-সলনি কৰিলি বুলি।

যি কি নহওক, ধৰিত্ৰী বাইদেউৰ জন্ম হৈছিল শিৱসাগৰত। তেওঁৰ বাবে দৰাও শিৱসাগৰতে বিধাতাই বাছি থৈছিল। শ্ৰীযদু ভিনীহি উপযুক্ত পাত্ৰ আছিল। কোনো সন্দেহ নাই, বাইদেউৰ স্বামী-ভক্তি অচল-অটল আছিল। দুটা ল'ৰা আৰু এজনী ছোৱালী থৈ দেউতাৰ মৃত্যুৰ প্ৰায় এমাহৰ আগতে তেওঁৰ মৃত্যু হ'ল। দেউতা জীয়াই থাকোঁতে শ্ৰীযুত জগ ককাইদেউ, শ্ৰীমান নাৰায়ণ, মোক আৰু শ্ৰীমান ৰাধাক উপনয়ন দি গ'ল। দেউতাই আমাৰ গোসাঁই ঘৰটো উৎসৰ্গা কৰি গ'ল। পুখুৰীটো উছৰ্গা কৰিবলৈ ইচ্ছা কৰিছিল; কিন্তু কৰিব নোৱাৰিলে। শিৱসাগৰৰ লগত আমাৰ পৰিয়ালৰ এয়ে প্ৰথম সম্বন্ধ। কণ মাইটি বাইদেউ আমাৰ ঘৰৰপৰা ছমাইলৰ ভিতৰতে কেশৱৰাম চিৰস্তাদাৰৰ নন্দন-বন্দন ঘৰত পৰি তেওঁ সেইঘৰৰ জ্যোতি বঢ়াই দি তেওঁলোকৰ ঘৰৰ শ্ৰী বঢ়াই দিলে। তেওঁ গিৰিয়েকৰ ঘৰৰপৰা আহি আমাৰ আগত তেওঁ-বিলাকৰ ঘৰৰ কিমান যে কথা কয়! আমি যাঁড়ৰ ঘৰ বুলি হাঁহো। তেওঁ হাঁহি উৰাই দিয়ে। তেওঁ ঘৰৰ এগৰাকী উপযুক্ত ঘৈণী, বোৱাৰী আৰু জীয়ৰী আছিল। আমাৰহে ভাগ্যত সেইদৰে আমাৰ ধৰিত্ৰী বাইদেউক দেখা নাপাওঁ। বিয়া দি উলিয়াই দিয়াৰ বহুদিনৰ পিচত তেওঁৰ প্ৰথম ল'ৰা শ্ৰীমান চণ্ডী জন্ম হোৱাৰ পিচত ধৰিত্ৰী বাইদেউ আমাৰ ঘৰলৈ আহিছিল। প্ৰায় ২।৩ মাহমান আমাৰ লগত আছিল। বিয়া দিয়াৰ পিচত বাইদেউৰ লগত এয়ে আমাৰ প্ৰথম দেখাদেখি।

আমাৰ ভিনীহিক দেখা নাপাওঁ, কিন্তু কণ আইটী বাইদেৱে আমাক মাহীৰ পুতেক ভাই বুলি ভবা নাছিল, বৰং তেওঁ নিজৰ ভাই-হঁতক্তকৈ আমাকহে বেছি মৰম কৰিছিল। আমি, বিশেষকৈ শ্ৰীমান ৰাধা আৰু মই, ক্ৰমে স্কুলত পঢ়ি, এশ্ৰেণীৰপৰা সিশ্ৰেণীলৈ প্ৰমোশ্যন পাই গৈ আছোঁ। আগলৈ উঠি অহা জীৱন সকলোৱে সুখৰ হ'ব বুলি কৈছিল আৰু ভাবিছিল—মানুহৰ একাল, বাঁহৰ এফাল। আমাৰ আইৰ দুখৰ মাজত আমিয়েই তেওঁৰ সকলো। তেওঁক টকানো কেলৈ? অলঙ্কাৰ কেলৈ? আমাৰ পঢ়া ভাল হ'লে সকলো আহিব। তেওঁৰ হাতত থ'বলৈ দিয়া ধন আৰু অলঙ্কাৰ ক্ৰমে নাইকিয়া হ'ল। লোহাৰ বাকচৰ দুপাত চাবি—এপাত আইৰ হাতত, আনপাত ককাইদেউহঁতৰ হাতত। কোন সময়ত টকা নাইকিয়া হয় কোনেও নাজানে। দেউতাই টকা থ'বলৈ দিলে আয়ে দুৰ্যোৰ আপত্তি কৰে; কিন্তু আপত্তি নুশুনি আমাৰ লোহাৰ বাকচত দেউতাই যিমানেই টকা থ'লে সিমানেই বাকচৰ ফুটাই দি ওলাই গ'ল। মাত্ৰ মোৰ আইৰ মৰ্মভেদী মাজে মাজে একোটা দীঘল হুমুনিয়াহ ওলায় আৰু তাৰ লগে লগে আমাৰ ভৱিষ্যত ভৰণ-পোষণৰ কথা ভাবি তেওঁ একো একো সময়ত আউলী-বাউলী হৈ পৰে। দেউতাই থ'বলৈ দিয়া টকা ৰাখি যাব নোৱাৰি তেওঁ ব্যাকুল হৈছিল। তেওঁৰ টকা মেকুৰীয়ে পোৱালি লুকোৱাৰ দৰে মাটিত পুতি থৈছিল। তাতে পোৱাই পাইছিল। কিছু টকা দেউতাই বৌৰ হাতত জমা দিছিল। তেওঁ কৃপণে খৰচ কৰাৰ দৰে কৰিছিল। কেতিয়াবা মই কাবৌ কৰি কিবা দৰকাৰত পইচা খুজিলে আয়ে কয়, "ব'ল বাৰু, পূজাৰীয়নী আইৰপৰা ধাৰলৈ দুটকা ৰূপ লৈ আহোঁগৈ।" মোক লৈ গৈ তেওঁৰ ওচৰত কুটুৰি থাকোঁতে থাকোঁতে গেজেৰা মাৰি পইচা উলিয়াই দিয়ে। মোৰ জানিবলৈ বাকী নাথাকে যে আয়ে তেওঁৰ হাতত জমা থোৱা টকাৰপৰা মোক টকা দিছে। মোৰ মনত সন্দেহ উপস্থিত হৈছিল যে তেওঁ দিয়া টকাবোৰ আইক সমুদায় ঘূৰাই নিদিয়ে, কাৰণ আয়ে এটকা ৰূপৰ পইচা ভঙাই আনি দিলে লেখিব নাজানে। সেইদৰে তেওঁ টকা য'তে ত'তে লোহাৰ বাকচৰপৰা হেৰোৱাৰ ভয়ত অলপ-অলপকৈ বৰঘৰৰ ভিতৰত ৰান্ধনীঘৰত পুতিছিল। মই এবাৰ পোতা ঠাইৰ চিন পাই ৮।১০ টকা ৰূপ চুৰ কৰি ক'ত থ'ম, ক'ত নথ'ম চিন্তাত পৰিছিলোঁ। এবাৰ চুৰ কৰি অনা টকা চুৰিয়াৰ খোচনিত থৈছিলোঁ। পিচদিনা পুখুৰীত সাঁতোৰোঁতে পানীত পৰি গ'ল। বজাৰত পইচা খৰচ কৰিব জনা নাছিলোঁ। শপত খালোঁ—এইবাৰৰপৰা আৰু থোৱা টকা হাতেৰে নোচোওঁ।

এদিন আকৌ টকা বিচাৰি পূজাৰীয়নী বাইদেউৰ ওচৰলৈ গৈ আয়ে মোৰ কাৰণে টকা খোজাত তেখেতে ক'লে, "মই তীৰ্থ কৰিবলৈ যোৱা টকা

দিব নোৱাৰোঁ।” মোৰ মুখ শুকাল। মই ক’লোঁ, “পুণ্য আমাৰহে হ’ব।” এইটো কথা আয়ে মোক বহু দিনলৈকে কৈ প্ৰশংসা কৰিছিল। মোৰ মনত বৰ ভয় হৈছিল আৰু সেই সময়ত আইৰ টকা হেৰোৱাৰ বাবে বেজাৰ কৰা দেখি মই নিজকে দোষাৰোপ কৰি মনে মনে নানো বুলি প্ৰতিজ্ঞা কৰিছিলোঁ। যেতিয়া আমাক পঢ়াৰ খৰচৰ বাবে টকাৰ আৱশ্যক হ’ল তেতিয়া আইৰ হাত শুদা হ’ল। দেউতায়ো মোৰ হাতত কাছাৰীৰপৰা আহি সদায় দুই-এটকা ৰূপ থ’বলৈ দিছিল। টকাৰ আৱশ্যকতা তেতিয়া মোৰ মুঠেই নাছিল; কিন্তু টকাৰ জন্ জন্ কৰা শব্দটো শুনি ভাল পাইছিলোঁ, বিশেষকৈ আদমহীয়া আৰু চাৰিমহীয়াবোৰ পালে লুকুৱাই থ’বৰ মন গৈছিল।

আমাৰ খোৱা বস্তু কিনিবৰ আৱশ্যক নাছিল। খোৱা বস্তু ভঁৰালী চাঙত উপচি পৰি থাকে। মাখন, গাখীৰ, ঘিউ, মাছ সদায় আছেই। কাপোৰ-কানি আমি কিনি আনিব নালাগেই। জোতা পিন্ধা লৈ মাজে মাজে টকাৰ আৱশ্যক হৈছিল। মই কেৰ্‌কেৰাই যোৱা জোতা পিন্ধিবলৈ হেঁপাহ কৰিছিলোঁ। লেটিমাৰ কোম্পানীৰ জোতা তেতিয়া ওলাইছিল সেই জোতা কিনিবলৈ টকা বিচাৰি দেউতাৰ বৌৰপৰা দুটকা আনি আৰু মোৰ হাততো থকা টকা গোটাই জোতা কিনা হ’ল নে নাই পাহৰিলোঁ। ককাইদেউহঁতেও খুজি খুজি আইৰপৰা টকা নিয়ে। তেওঁবিলাকে কয়, “তোমাৰ ল’ৰা-ছোৱালী আমিহে পুহিব লাগিব। দেউতা বুঢ়াই হ’লহি।” আয়ে টকা নিদিলে উপায় নাই দেখি টকা দিয়ে আশাত। আইৰ হাতত দেউতাই এবাৰ এশটকীয়া নোট কেইখনমান থ’বলৈ দিছিল। তেওঁ ৰান্ধনী ঘৰৰ বেৰত খোঁচ মাৰি থৈছিল। এদিন হেনো সেই এশটকীয়া নোট তিনিখনৰ ভিতৰত দুখন জুইত পুৰি পেলালে। মাজু ককাইদেউ নে আন কোনোবাই দেখি চাৰিখন নোট বচালে। হেজাৰ হেজাৰ টকা থ’বলৈ দিলে আয়ে উপায় পায় কেনেকৈ?

১৯০৯ চনত আমি দুয়ো এণ্ট্ৰেঞ্চ প্ৰথম বিভাগত পাছ হ’লোঁহঁক। শ্ৰীমান ৰাধাৰ বাবে খৰচৰ অভাৱ নাই, কাৰণ মোমাইদেৱে গাত ল’লে মোৰ বিপদ। মই সেই সময়ত কেইজনমান ভদ্ৰলোকৰ সহায় খুজি লৈ কেবাঠাইতো হতাশ হ’লোঁ। টকাৰ অভাৱ নথকা দুই-চাৰিজনে সহায় কৰিম বুলি কৈ ক্ৰমে ৭।৮ মাহমান খৰচ দি পিচত নিমাত হ’ল।

যোৰহাটত দেউতাক নজনা মানুহ প্ৰায় নাছিল। পঢ়াৰ খৰচ বিচাৰি গৈ মোৰ যি অভিজ্ঞতা সেই সময়ত হৈছিল তাক জীৱনত পাহৰিব নোৱাৰোঁ। এওঁবিলাকে টকা ঘটি ডাঙৰ মানুহহে বোলায়. মই ঈশ্বৰক খাটিছিলোঁ, যেন এইবিলাক মানুহৰ ওচৰত মোৰ হাত পাতিব লগা নহয়। এই কথাটোৱে মোৰ মনত দকৈ সাঁচ বহুৱালে। সেইবাবেই হ’বলা মোৰ ধনী মানুহৰ কথা শুনিলে তেওঁবিলাকৰ কৃপণালিলৈ মনত পৰে আৰু

গৰীৱ দুখীয়াসকলৰ প্ৰতি তেওঁবিলাকৰ অৱজ্ঞাৰ কথা ভাবি মনলৈ দুখ আহে। এজনে মাত্ৰ দুবছৰৰ কাৰণে মাহে পাঁচ টকাকৈ দি আছিল। কেইমাহমানৰ পিচৰপৰা মোৰ খৰচো মোমাইদেউৰ ওপৰতে পৰিল। তেওঁ কোনোমতে জোৰা মাৰিছিল। ইফালে শ্ৰীযুতা আই, শ্ৰীমান শিৱ আৰু মোৰ ভনী শ্ৰীমতী তাৰিণী আইদেউকো আমাৰ সৰ্বাইবন্ধা ঘৰৰপৰা লৈ আহিবলৈ বাধ্য হ'ল। শ্ৰীমান শিৱক জাঁজীৰ জেঠাইৰ ঘৰত থ'লে। তাতে আমি জাঁজীৰ এম, ই, স্কুলত পঢ়িবলৈ ধৰিলোঁ। সৰ্বাইবন্ধাৰ ঘৰত দেউতা অকলশৰীয়া হ'ল।

## বেজবৰুৱা স্কুল আৰু গৱৰ্ণমেণ্ট স্কুল

যোৰহাটত থাকোঁতে বেজবৰুৱা স্কুল আৰু গৱৰ্ণমেণ্ট স্কুলৰ ভিতৰত বৰ জেদাজেদি আছিল। সেই সময়ত বেজবৰুৱা স্কুলৰ ওপৰ শ্ৰেণীত পঢ়িছিল ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা আৰু গৱৰ্ণমেণ্ট স্কুলত পঢ়িছিল দেবেন্দ্ৰ নাথ বৰুৱা। গৱৰ্ণমেণ্ট স্কুলৰ ল'ৰাবোৰে বেজবৰুৱা স্কুলৰ ল'ৰাবোৰক দেখিলে কয়, "Bezbarooa college have no knowledge. Boys are monkeys, masters are donkeys." বেজবৰুৱা স্কুলৰ ল'ৰাই গৱৰ্ণমেণ্ট স্কুলৰ ল'ৰাক দেখিলে কয়, "Government school have no rule. Boys are bulls, masters are fools." শিৱসাগৰলৈ গৈ আকৌ তেনে ধৰণৰ অভিজ্ঞতাকে পালোঁগৈ।

এজন পেঞ্চনভোক্তা পুলিচৰ ইন্স্‌পেক্টৰে সদায় বেজবৰুৱা স্কুলৰ আগত টহলি থাকে। মোক লগ পালে সোধে, "তুমি কোন শ্ৰেণীত পঢ়িছা।" মই কওঁ, "প্ৰথম শ্ৰেণীত।" তেতিয়া প্ৰশ্ন কৰে, "কোন স্কুলৰ?" মই কওঁ, "বেজবৰুৱা স্কুলৰ।" তেতিয়া তেওঁ কয়, "অঁ, তুমি গৱৰ্ণমেণ্ট স্কুলৰ চতুৰ্থ শ্ৰেণীৰহে যোগ্য।" মই কওঁ, "কিয়, বেজবৰুৱা স্কুলৰ ল'ৰাক প্ৰথম শ্ৰেণীৰপৰা এণ্ট্ৰেন্স পৰীক্ষা দিবলৈ তেন্তে কিয় দিয়ে?' তেতিয়া তেওঁ মোক কয়, 'বাৰু, এইটো ইংৰাজী কৰা, তোমাৰ কিমান বিদ্যা চাওঁ—পুলিচে চোৰক নখত বেজী দিয়ে আৰু নাইত কুমতি মেলে।" এইটো ইংৰাজী কৰিব নোৱাৰিলত তেখেতে ক'লে, "আমাৰ অমুকে হ'লে পাৰে।" এইদৰে প্ৰায়ে তেওঁ মোক প্ৰশ্ন কৰে আৰু প্ৰায় একেদৰে বেজবৰুৱা স্কুলৰ ল'ৰাৰ লগত গৱৰ্ণমেণ্ট স্কুলৰ ল'ৰাৰ তুলনা কৰে। মোৰো মনত সেই ভাবেই আছিল আৰু সেইবাবে সদায় বেজবৰুৱা স্কুলৰপৰা নাম কাটি গৱৰ্ণমেণ্ট স্কুলত নাম লগাবৰ চেষ্টা কৰিছিলোঁ। কিন্তু যেতিয়া বাহিৰা মানুহ এজনে বেজবৰুৱা স্কুলৰ বদনাম কয় মোৰ খঙে মূৰৰ চুলি পায়গৈ। এতিয়া বুজিছোঁ, স্কুলৰ দোষতকৈ নিজৰ দোষতহে পঢ়া-শুনা ভাল-বেয়া হয়। এইজনা পুলিচৰ

কৰ্মচাৰীৰ লগত দেউতাৰ হেনো বিবাদ হৈছিল। দেউতাৰ দ্বিতীয় পৰিয়ালৰ মৃত্যু হোৱাত মৃতকক দাহ কৰাৰ ঠাই লৈ হকা-বধা কৰিছিল। দেউতাৰ উগ্র খং উঠি তেওঁক গালি পৰাত তেওঁ হেনো সেই সময়ৰ বৰ চাহাবলৈ দেউতাই পুলিচৰ লগত যুদ্ধ দিব খুজিছে বুলি লিখি কিছুমান সশস্ত্র পুলিচ বিচাৰিছিল। ইউৰোপীয়ান বৰচাহাবে ভিতৰুৱাকৈ সকলো সম্বাদ লৈ পুলিচৰ ইন্স্পেক্টৰক আজ্ঞা নিদিলে। সকতে দেউতাৰ মুখে এইজনা পুলিচ কৰ্মচাৰীৰ বিষয়ে শুনা নাছিলোঁ।

পুলিচে চোৰক শাস্তি দিয়াৰ বিষয়ে এটা ঘটনা মোৰ মনত আছে। এসময়ত ন-কছাৰী মৌজাৰ এটা মানুহ আমাৰ ঘৰত আছিল। সি হেনো চোৰ। হাজোতৰপৰা পলাই আমাৰ ঘৰত আশ্রয় লৈছিল। এদিন দেউতাই চ'ৰাঘৰত বহুত মানুহৰ লগত কথা পাতি আছিল। সিও তাতে আছিল। দুটা মানুহ সাধাৰণ পোচাক পিন্ধি চ'ৰাঘৰ সোমোৱা মাত্রকে সি বৰঘৰৰ ভিতৰলৈ লৰ মাৰিলে। সেই দুটা মানুহ আছিল পুলিচ। পুলিচ দুটাই ভিতৰলৈ তাক খেদি গ'ল। দেউতা অবাক। ভিতৰলৈ গৈ পুলিচৰ এটাক ধৰিলে। এটা লৰ মাৰিলে। সি গৈ ৰিপোর্ট দিলে যে দেউতাই পলাতক চোৰক ঘৰত আশ্রয় দিছে। দেউতাইও পুলিচ, চোৰ আদিক লৈ চাহাবৰ বঙলাত সকলো বৃত্তান্ত ক'লে আৰু মানুহটোক নাঙঠ কৰি দেখুৱালে। তাৰ গা ঘাৱে গেলি আছিল। ৰাতি পুহমহীয়া নিশা হেনো তাক পানীত হেঁচা মাৰি ধৰি থাকে আৰু ফলীয়া বাঁহেৰে চুৰিয়াৰ তলত থকা ঠাইবোৰত চেপি তাক সৈ কঢ়ায়— ইত্যাদি লোমহর্ষক কথা শুনা মনত পৰে। বিচাৰত আচামীক খালাচ দিলে।

## কটন কলেজ

১৯০৯ চনত কটন কলেজত শ্রীমান ৰাধা আৰু মই দুয়ো নাম লগালোঁ। মই আই. এছচি. ক্লাছত, শ্রীমান ৰাধাই আই. এ. ক্লাছত। ইয়াত অসমৰ সকলো স্কুলৰপৰা অহা ল'ৰাবোৰ লগ হয়। ইয়াত বেজবৰুৱা স্কুল আৰু চৰকাৰী স্কুলৰ ভেদাভেদ নাই। কটন কলেজ হ'ল অসমৰ ব্রহ্মপুত্র, হাইস্কুলবোৰ সৰু সৰু নৈ। তেতিয়া তাত থার্ড ইয়াৰ খুলিছিল। দুর্গানাৰায়ণ বৰুৱা আৰু শ্রীযুত ইন্দ্রেশ্বৰ বৰঠাকুৰ, শ্রীযুত কুমুদৰাম বৰা, শ্রীযুত ভৰত চন্দ্র চলিহা আদি কেবাজনেও বি. এ. ক্লাছত পঢ়ে। কমলেশ্বৰ বৰঠাকুৰ আৰু উমেশ্বৰ বৰপূজাৰী কলেজ এৰি গ'ল। শিৱসাগৰত পঢ়োতে শ্রীযুত ইন্দ্রেশ্বৰ বৰঠাকুৰ আৰু দুর্গানাৰায়ণ বৰুৱা এই দুজন ওখ-ডাঙৰ সভাশুৱনী সর্বজনপ্রিয় মানুহ আছিল। কটন কলেজতো এওঁলোক দুজন মাতব্বৰ হৈ আছিল। মনত যে কিমান আনন্দ! পঢ়া

আৰম্ভ হ'ল। ক্ৰমে মই প্ৰথম ১০/১২ জনৰ ভিতৰত লেখত পৰিলোঁ। আমাতকৈ আগৰ শ্ৰেণীৰ অৰ্থাৎ ছেকেণ্ড ইয়াৰৰ সিদ্ধেশ্বৰ গোহাঁইদেৱ, শ্ৰীযুত হেঙুলৰাম হাজৰিকা, শ্ৰীযুত লক্ষেশ্বৰ বৰুৱা, শ্ৰীযুত কমলেশ্বৰ বৰুৱা আদিৰ লগত বিশেষ বন্ধুত্ব ঘটিল। মই "মামা" হ'লোঁ।

কটন কলেজত মোৰ কথা সকলোৰে জনা হ'ল। কিমান কষ্ট কৰি কেনেকৈ পঢ়িবলৈ আহিছোঁ, কথাবোৰ জনা-জনি হ'ল। মোৰ পঢ়া ভাল দেখি সকলোৱে মোক হোষ্টেলত খোৱা খৰচ নিদিয়াকৈ থাকৰ কাৰণে প্ৰস্তাৱ কৰিছিল। মই মান্তি নহ'লোঁ। কাজেই এই কথা কোনেও নুলিয়ালে। যদিও টকাৰ অভাৱ হৈছিল, তথাপি কোনোমতে চলি গ'ল। পূজাৰ বন্ধত সৰ্বাইবন্ধাৰ ঘৰলৈ আহি মোৰ শিক্ষাগুৰু জি. বেজবৰুৱাক দেখা কৰিলোঁ। তেখেতে মোক মাতি দিলে যে, "তুমি পোন্ধৰটকীয়া এটা বৃত্তি পাইছিলা। তোমাৰ নাম লগোৱাত পলম হ'ল। এটা শ্ৰেণীত পূৰা এবছৰ নোহোৱাৰ বাবে তোমাৰ বৃত্তিটো নিদিলে। মই শুনি বৰ বেজাৰ পালোঁ।" কিবা কথা লৈ বেজবৰুৱা ডাঙৰীয়াৰ লগত তৰ্ক হৈছিল। কিহৰ বাবে মনত নাই, মই কিন্তু সেই সময়ৰপৰা বি. এল. পাছ কৰা পৰ্যন্ত বেজবৰুৱাক দেখা কৰিবলৈ এৰি দিছিলোঁ। এই বছৰৰ ডিচেম্বৰ মাহত দেউতাৰ মৃত্যু হ'ল। সৰ্বাইবন্ধা ঘৰৰ লগত দেউতাৰ মৃত্যুৰ লগে লগে আমাৰ টান নোহোৱা হৈছিল। দেউতাই আমাক বি. এ. বি. এল্. পাছ কৰা দেখি আনন্দ পাবলৈ বাট নাচালে। মৃত্যুৰ সময়ত দেউতাৰ বয়স ৭৭ বছৰ হৈছিল।

পৰীক্ষা দুবছৰৰ মূৰত। ১৯১১ চনত আই. এছচি. পৰীক্ষা দিলোঁ। মোৰ সেই পুৰণিকলীয়া পৰীক্ষাৰ ভূতৰ ভয় মোৰ ছাত্ৰ-জীৱনৰ লগৰীয়া হৈ পৰিছিল। ফিজিক্সৰ পৰীক্ষাৰ প্ৰশ্ন বৰ বেয়া হ'ল। পাছ নহ'ম বুলি দৃঢ় বিশ্বাস হ'ল। বাকীকেইটা পৰীক্ষা নিদিওঁ বুলি প্ৰতিজ্ঞা কৰিলোঁ। আমাৰ প্ৰফেছৰ শ্ৰীযুত সুৰেন্দ্ৰনাথ চাটাৰ্জীয়ে মোৰ কথাৰ খবৰ পাই হোষ্টেললৈ আহি প্ৰশ্নবোৰ কেনে ধৰণে উত্তৰ দিলোঁ সুধি মোক "পাছ হ'বা" বুলি সান্ত্বনা দিলে। যি কি নহওক, এবাৰ সাপে খুঁটিয়ালে কেঁচুলেকো ভয়। এণ্ট্ৰেন্স পৰীক্ষাৰ কথা মনত পৰাত মই পৰীক্ষা ঘৰলৈ আহিলোঁ। বন্ধৰ ভিতৰত খবৰ ওলাল যে মই দ্বিতীয় বিভাগত পাছ হৈছোঁ। বি. এছচি. পঢ়িবলৈ গুৱাহাটীলৈ পুনৰ যাত্ৰা কৰিলোঁ। সৌভাগ্য-বশতঃ কুৰিটকীয়া বৃত্তি এটা পালোঁ। পঢ়াৰ খৰচৰ বিষয়ে একৰকম নিশ্চিন্ত হ'লোঁ।

গুৱাহাটীৰ দৃশ্য আমাৰ বাবে মনোমোহা হৈছিল। চাৰিওফালে পৰ্বত। ব্ৰহ্মপুত্ৰৰ মাজত উমানন্দ। অশ্বক্লান্ত, কামাখ্যাধাম, উগ্ৰতাৰা আদি নানা ৰকমৰ দেৱালয়, নৱগ্ৰহ, বশিষ্ঠাশ্ৰম আদিয়ে অসমৰ কীৰ্তি-স্তম্ভ স্বৰূপে প্ৰাতঃস্মৰণীয় প্ৰাগজ্যোতিষপুৰৰ মহিমা আৰু গৌৰৱৰ কাহিনী

প্ৰচাৰ কৰি আহিছে। এইহেন পুণ্য আশ্ৰমৰ মাজত কটন চাহাবে অসমৰ শিক্ষাকেন্দ্ৰ কটন কলেজ স্থাপন কৰি অসমৰ কাৰণে নৱযুগৰ সূচনা কৰি গ'ল। প্ৰথম বাৰ্ষিকত পঢ়োঁতে এটা ঘটনা ঘটিছিল। আমি কটন কলেজৰ বহুত ছাত্ৰ বশিষ্ঠাশ্ৰম চাবলৈ গৈছিলোঁ। তাতে খোৱা-বোৱা কৰি বশিষ্ঠাশ্ৰমত স্নান কৰি সেই ঠাইৰ পুণ্যময় স্মৃতিৰে ভৰা হাবি আদি পৰিদৰ্শন কৰি আমালোক উভতি আহিছোঁ।

বৰপেটাৰ শ্ৰীযুত ধনীৰাম তালুকদাৰ আমাৰ মাজত বৰ বাহুবলী আছিল। এজন ইউৰোপীয়ানৰ লগত হোৱা কাজিয়াত উভয়ে মৰামৰি কৰিলে। গধূলি কটন কলেজ হোষ্টেলত হুলস্থুল হ'ল। পিচত ডেপুটী কমিশ্যনাৰ চাহাবে বিচাৰ কৰিছিল। তালুকদাৰে কৈছিল, 'He gave me an European fist, and I returned an Indian slap." উভয়ে ক্ষমা প্ৰাৰ্থনা খোজা-খুজি হ'ল। গুৱাহাটীৰ প্ৰবীণ উকীল ললিত মোহন লাহিড়ীয়ে শ্ৰীযুত ধনীৰাম তালুকদাৰক এটা পুৰস্কাৰ দিছিল আৰু তেওঁ বৰ আমোদ উপভোগ কৰিছিল।

কটন কলেজৰ দ্বিতীয় বাৰ্ষিক ক্লাছত পঢ়োঁতে মোৰ বৰ জ্বৰ হৈছিল। ডাক্তৰে কুইনাইন দিছিল। ডাক্তৰে মোৰ টাইফয়ড্ হৈছে বুলি কোৱাত মোৰ বৰ খং উঠিছিল। মই কুইনাইন নাখাওঁ আৰু কোনো ডাক্তৰৰ দৰৱকে নাখাওঁ বোলাত হোষ্টেল চুপাৰিণ্টেণ্ডেণ্ট চুনী বাবু আৰু প্ৰিন্সিপালে মোক ডাবি দিছিল আৰু দৰৱ নাখালে বেমাৰ টান হব বুলি ভয় খুৱাইছিল। কিন্তু মই দৰৱ নাখালোঁ। অলপ দিনৰ পিচত পূজাৰ বন্ধ হ'ল। চংটকত ডাক্তৰৰ ঔষধ খাই মোৰ জ্বৰ ভাল হ'ল। কিবা কাৰণত আমাৰ হোষ্টেলৰ ডাক্তৰজনৰ প্ৰতি মোৰ আস্থা নাইকিয়া হৈছিল। ডাক্তৰে মোক ঔষধ লৈ খাবলৈ দিয়াত মই পেলাই দিলোঁ। আই. এছচি. পাছ কৰি বি. এছচি পঢ়িবৰ কাৰণে কলিকতালৈ যাত্ৰা কৰিলোঁ। ধুবুৰীত তেতিয়া শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মা, ৰজনী বৰদলৈ ই. এ. চি. আছিল। তেখেতৰ জোৱায়েক শ্ৰীযুত প্ৰেমধৰ বৰুৱা আৰু শ্ৰীযুত গোলোক বৰুৱা উকীল তালৈ গৈছিল। মই শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মাৰ ঘৰত আলহী আছিলোঁ। তাতে মোৰ হাতত এটা বিহফোহৰা হ'ল, তাত কটন কলেজত কাজিয়া লগা ডাক্তৰজনক লগ পালোঁ। তেওঁ মোৰ বিহফোহৰা ফালি দিলে আৰু ঔষধ দি ভাল কৰিলে। সেই ডাক্তৰজনৰ নাম বসন্ত কুমাৰ ৰায়। মোক তেওঁ অনুৰোধ কৰিছিল যে শ্ৰীযুত ডি. শৰ্মাক তেওঁৰ বিষয়ে ভাল প্ৰশংসা কৰি ক'ব লাগে। মই নক'লোঁ।

কলিকতা পালোঁগৈ। তাত অসমীয়া ছাত্ৰ থকা 'ওল্ড বৈঠক-খানা ৰোড'ৰ ঘৰত থাকিলোঁ। আমাৰ বৰ ককাইদেউৰ পুতেক শ্ৰীমান ৰাম তাতে আছিল। সি কলিকতাত কাম কৰিছিল। মই কলিকতাৰ

কলেজত ছিট্ নাপালোঁ। কলিকতাত মোৰ জ্বৰ হ'ল। এদিন জ্বৰত অকলে আছোঁ। দুপৰীয়া দুজন ইংৰাজ পাদুৰী আহি মোক জ্বৰ হৈ থকা দেখি ক'লে, "Think of the feat physician who is the curer of all maladies." মই ভয় খালোঁ। মোৰ বেমাৰ কিজানি টানেই। সেই ছাত্ৰাবাসতে মেলেঙৰ শ্ৰীযুত ইন্দ্ৰেশ্বৰ শৰ্মাই আৰ্ট স্কুলত পঢ়িছিল। ডাঃ পি. ডি. ঘোষ কলিকতাৰ এজন নামজাদা ডাক্তৰ আছিল। তেওঁ তাৰপৰা ঔষধ আনিছিল। তাত লেখা আছিল, "To be taken thrice a day"— শ্ৰীযুত শৰ্মাই শুনিলে, "To be taken thrice an hour." মই দিনে তিনি পালিৰ ঠাইত ঘণ্টাই তিনি পালি দৰৱ খালোঁ। হঠাৎ মোৰ হাত ভৰি চেঁচা পৰি গ'ল। কোনো নাই। মই গৰম কাপোৰ লৈ গা গৰম কৰিবৰ যত্ন কৰিছোঁ। এনেতে শ্ৰীযুত তীৰ্থ ফুকন ডাঙৰীয়া আহিল। মোক দেখি সুধিলে, "জ্বৰ হৈছে নেকি?" মই ক'লোঁ, "মোৰ হাত-ভৰি চেঁচা পৰি গৈছে।" তেওঁ তৎক্ষণাৎ সকলো কথা সুধি বুজিলে যে দিনে তিনি পালিৰ ঠাইত ঘণ্টাত তিনি পালি খোৱাৰ কাৰণেই এই অৱস্থা হৈছে। তাৰ্লৈ ৰজনী বৰদলৈ গৈছিল। নবীন বৰদলৈও তাতে আছিল। মোক ব্ৰাণ্ডি খুৱাই দিলে ভাল হ'ব বুলি ক'লে। মই শুনিলোঁ আৰু ভাবিলোঁ যে প্ৰাণ গলেও ব্ৰাণ্ডি নাখাওঁ। ডাক্তৰৰ আগত সকলো কথা কোৱা হ'ল। ডাক্তৰে আহি চাই পুনৰ দৰৱ দিলে। বেমাৰ ভাল হ'ল। গুৱাহাটীলৈ উভতি আহি আকৌ কটন কলেজত নাম লগালোঁ। কুৰিটকীয়া বৃত্তি পালোঁ। খৰচৰ বাবে ভয় নাই। ক্ৰমে মোৰ পঢ়া বেয়া হৈ আহিল। পদাৰ্থ, ৰসায়ন আৰু অঙ্ক তিনিওটা বিষয়ত ক্ৰমান্বয়ে দুই-তিনি মাহ ফেইল হোৱাত প্ৰিন্সিপালে বৃত্তি বন্ধ কৰি দিলে। হোষ্টেলৰ টকা আৰু কলেজৰ 'ফি' নিদিয়াত প্ৰিন্সিপালে কলেজৰপৰা নাম কাটি দিলে। শ্ৰীযুত বিজয় বাবুৱে হোষ্টেলৰ ডিউজ নিদিয়াত মোৰ লগত তৰ্কাতৰ্কি হৈছিল। মই ক'লোঁ, "মোৰ বৃত্তি নিদিলে মই ক'ৰপৰা টকা দিম?" বিজয় বাবুৱে ক'লে, "যদি তুমি বৃত্তি নাপালাহেঁতেন, তেতিয়া কি কৰিলাহেঁতেন?" মই উত্তৰ দিলোঁ, "আপুনি যদি দৰমহা নাপালেহেঁতেন, তেতিয়া কি হ'লহেঁতেন?"

যি কি নহওক, তাৰে দুই-এদিনৰ পিচত মই প্ৰিন্সিপাল থকা অফিচলৈ দুৱাৰ ঠেলা মাৰি সোমাই গ'লোঁ আৰু ছমাহৰ বন্ধ কৰি থোৱা স্কলাৰশ্বিপটো মোক দিব লাগে বুলি ক'লোঁ। চুডমাৰ্ছনৰ বৰ খং উঠিল আৰু বলকিবলৈ ধৰিলে। ময়ো তেওঁৰ কথা নুশুনা যেন দেখুৱাই যিহকে তিহকে ক'বলৈ ধৰিলোঁ আৰু ক'লোঁ, "মই বি. এছচি. নপঢ়োঁ; বি. এ পঢ়িম। ফিজিক্স পঢ়োৱা প্ৰফেছৰ অকৰ্মন্য, তেওঁ পঢ়াব নাজানে। কেনেকৈ মোৰ পঢ়া ভাল হ'ব?" চুডমাৰ্ছনে এই কথা শুনি একেচাতেই

ফিজিক্সৰ ক্লাছলৈ গৈ প্ৰফেছৰক জুয়ে ধৰা দি ধৰিলে আৰু মোৰ কথাত অলপ প্ৰত্যয় কৰি সেইদিনাই ছমাহৰ স্কলাৰশ্বিপ দি দিলে। মোৰ সকলো অসুবিধা দূৰ হ'ল। লাহে লাহে পঢ়া ভাললৈ আহিল। বি. এছচি. পৰীক্ষা আৰম্ভ হ'ল। ফিজিক্সৰ প্ৰেক্টিকেল। এটা বৰ টান এক্সপেৰিমেণ্ট নকৰোঁ বুলি প্ৰতিজ্ঞা কৰিলোঁ। শ্ৰীযুত সুৰেন বাবুৱে কৈ কৈ মোৰ দ্বাৰা সেই এক্সপেৰিমেণ্ট কৰোৱাব নোৱাৰিলে। পৰীক্ষাৰ দিনত ঢাকা কলেজৰ এজন য়ুৰোপীয় অধ্যাপক আহিছিল। ৭জন ছাত্ৰৰ মাজত ৭ টুকুৰা কাগজ দিলে। আমি গাইপতি একোখনকৈ ল'লোঁ। মোৰ ভাগত সহজ প্ৰশ্ন এটা পৰিল। মই সুৰেন বাবুক দেখুৱালোঁ। তেওঁ মোৰ পিঠিত থপৰিয়াই হাঁহি গুচি গ'ল। সেই টান এক্সপেৰিমেণ্টটো পৰিল যি আটাইতকৈ বেছিকৈ খাটিছিল তেওঁৰ ভাগত। ৰসায়নৰ প্ৰেক্টি-কেল পৰীক্ষাৰ দিনা পৰীক্ষাৰ ভূতে লগ ধৰিলে। মোৰ এক্সপেৰিমেণ্টৰ গিলাচ জুইত তাপ দিওঁতে ভাগি গ'ল। ভাগ্যে ডঃ থমছন ওচৰত নাছিল। কোনোমতে পৰীক্ষা দিলোঁ। পাছ হোৱাৰ আশা এৰি নিৰাশ হৈ ঘৰলৈ আহিলোঁ। তিনিমাহ বৰ চিন্তাত থাকিব লগীয়া হৈছিল। শেহত বি. এছচি. পৰীক্ষাত পাছ হ'লোঁ। শ্ৰীমান ৰাধাও বি. এ. পৰীক্ষাত পাছ হ'ল। মোমাইদেউৰ আনন্দৰ সীমা নাই। আমি দুটা এতিয়া গ্ৰেজুৱেট। আমাৰ ওপৰত সকলোৰে চকু পৰিল। সকলোৱে আমাৰ ভৱিষ্যত উজ্জ্বল বুলি কৈ আনন্দ প্ৰকাশ কৰিলে।

১৯১৩ চনত বহুত ল'ৰাই বি. এ., বি. এছচি. পাছ কৰিলে। স্কুল বিভাগত বহুত মাষ্টৰ হোৱাৰ সুবিধা ঘটিছিল। মিঃ কানিংহাম আছিল ডি. পি. আই.। দুৰ্গাধৰ বৰকটকী আছিল এছিষ্টেণ্ট ইন্সপেক্টৰ অব্ স্কুলছ। দৰমহা মাহে ৫০ টকা। আমালোকৰ বি. এ., বি. এছচি. পাছ কৰা বহুতে ৭৫ টকা দৰমহা নিদিলে কাম নকৰোঁ বুলি সিদ্ধান্ত কৰি মাষ্টৰী কাম নল'লে। সেই সুযোগতে বহুত বঙালী লোকৰ সুবিধা হৈছিল। পিচত উপায় নাপাই অসমীয়া গ্ৰেজুৱেটেও মাষ্টৰ কাম ল'বলৈ বাধ্য হ'ল। অসমীয়া ল'ৰাই বি. এ. পাছ কৰিবলৈ ধাৰ-ঋণ কৰি পঢ়ে। পঢ়া শেষ কৰি আহি কামত নোসোমালে উপায় নাই। গতিকে ৫০ টকা বেতনত কাম লোৱাটোৰ বিৰুদ্ধে ক'বলৈ একো নাই। চৰকাৰৰ নীতিহে দোষণীয়। অসমীয়াৰ স্বাৰ্থ নষ্ট কৰি আন প্ৰদেশৰ লোকক কাম দিয়াটো যুক্তিসঙ্গত নহয়। আমাৰতো ঘৰেই নাই, পানীত ওপঙি ফুৰাৰ দৰে। তথাপি মোৰ মত পৰিবৰ্তন কৰি কামত সোমাবলৈ ইচ্ছা নকৰিলোঁ।

মোৰ ছাত্ৰ-জীৱনত সকলোৰে লগত বন্ধুৰ ভাব আছিল। কাৰো লগত কাজিয়া কৰা মনত নপৰে। মই সৰ্বজনপ্ৰিয় আছিলোঁ। "মামা"

নামটো ইমান প্ৰচাৰ হ'ল যে চাকৰেও মোক "মামা" বুলি মাতিছিল। এইটো মৰমৰ উপাধি বুলি মই লৈছিলোঁ। কলিকতাতো বঙালী ছাত্ৰসকলে মোক "মামা" বুলি মাতিছিল। এই "মামা" উপাধিয়ে মোক ছাত্ৰ-জীৱনত, ৰাজনৈতিক জীৱনত আজিলৈকে এৰা নাই। আমাৰ লগত পঢ়া বন্ধুসকল, যি চৰকাৰী কামত আছে, সকলোৱেই মোক দেখিলে "মামা" বুলি মাতে। তেওঁলোকে মৰম এৰা নাই।ময়ো মোৰ লগৰীয়া বন্ধুসকল য'ত যেনেকৈ আছে, যি কামতে আছে, দেখিলে আঁকোৱাল মাৰি ধৰোঁ, উন্নতি হোৱা দেখি আনন্দ লাভ কৰোঁ। এই আনন্দ একমাত্ৰ অন্তৰত থকা ভ্ৰাতৃপ্ৰেমৰ বাহিৰে আন হ'ব নোৱাৰে। ৰাজনীতি ক্ষেত্ৰত পৰি মোৰ জীৱনত বহুত পৰিবৰ্তন ঘটিল; কিন্তু কলেজ আৰু স্কুলৰ বন্ধুসকলৰ মৰম পাহৰা নাই! অসমৰ সকলো জিলাতে আমাৰ বন্ধুৰ অভাৱ নাই। সেই পুৰণি বন্ধুসকলেও মোৰ নাম লয়। উচ্চপদস্থ চৰকাৰৰ কৰ্মচাৰী হ'লেও তেওঁলোকে মোক ভালপোৱা কথা জানো। যি মুলা বাঢ়িব তাৰ দুপাততে চিন। কলেজত পঢ়া কালত যিসকল ছাত্ৰৰ উচ্চ আদৰ্শ আৰু আকাঙ্ক্ষা আছিল সেইবিলাক ক'ৰবালৈ উৰি গ'ল। নিজ নিজ অভিৰুচিমতে ক্ষুদ্ৰ গণ্ডীৰ মাজত পৰাধীন দেশত প্ৰায় সকলোৱে নিজ নিজ ঠাই বিচাৰি ল'লে। নিজৰ ল'ৰা-তিৰোতা পোহপাল দিবলৈ সৰু-বৰ চাকৰি লৈ প্ৰায় সকলোৱেই চৰকাৰৰ শোষণযন্ত্ৰৰ অঙ্গ হৈ পৰিল।

## মোৰ বিয়া

প্ৰথমতেই মোৰ বন্ধু দুৰ্গানাৰায়ণ বৰুৱাদেৱে মোলৈ চাৰি পিঠি ভৰা দীঘল চিঠি এখন দিছিল ঢাকাৰপৰা। চিঠিখন পঢ়ি বৰ ভাল লাগিছিল। এই পুৰণা বন্ধুজনৰ লগত মোৰ অকৃত্ৰিম স্নেহ আছিল। শিৱসাগৰত পঢ়োঁতে তেওঁ মোক বৰ মৰম কৰিছিল। সেই সময়ত তেওঁ শিৱসাগৰত জয়চাঁদৰ পাৰ্ট লৈ থিয়েটাৰ কৰা আৰু নানা ৰকমে শিৱসাগৰত ধেমালি কৰা কথাবোৰ মনত পৰিল। বন্ধুৱে প্ৰস্তাৱ দিছিল জি.জি. ফুকনৰ জীয়েকৰ। সৰুতে জি.জি. ফুকনক দেখা মনত পৰে। তেওঁ অসমীয়াৰ মাজত এজন সিংহপুৰুষ আছিল। তেওঁ বৰ ওখ। লক্ষ মানুহৰ মাজতো তেওঁ দেখনীয়াৰ। ইংৰাজ ৰাজপুৰুষবিলাকৰ লগত দেখা-সাক্ষাৎ কৰা কথা মনত পৰে। শিৱসাগৰতো তেওঁক দেখিছিলোঁ। বন্ধুৰ ঘৰৰ ওচৰতে তেওঁৰ ঘৰ আছিল। মই বন্ধুৰ ঘৰলৈ অহা-যোৱা কৰোঁতে তেওঁক ঘৰত দেখিছিলোঁ। মই নিজে তেওঁৰ ঘৰলৈ যোৱা নাছিলোঁ। জি.জি. ফুকনৰ ঠাঁচৰ অসমীয়া মানুহ কমহে আছিল। এনে এজন সিংহ-

পুৰুষ আৰু অদ্বিতীয় জননেতাৰ লগত সম্বন্ধ কৰাটো আনন্দৰ কথা বুলি মোৰ মনলৈ ভাব আহিল। বন্ধুৰ চিঠিখনত যে ইমান মৰমসনা কথা আছিল, মই কি কৰোঁ কি নকৰোঁ ভাবি বিমোৰত পৰিছিলো। চিঠিখন মোৰ ভাই শ্ৰীমান ৰাধাক দেখুৱালোঁ। সি চিঠিখন লৈ গ'ল। মোক আৰু ঘূৰাই নিদিলে। আমাৰ সেই সময়ৰ অৱস্থালৈ চাই ডিঙিত বান্ধ ল'বলৈ ইচ্ছা নকৰি বন্ধুক জনালোঁ। তাতেই এই প্ৰস্তাৱ গ'ল।

তাৰ পিচত গৰমৰ বন্ধত চংটকলৈ যাওঁতে সৰু মায়ে মোৰ বিয়া পাতিছে বুলি হাঁহি হাঁহি ক'লে। ক'ৰ ছোৱালী, কেতিয়া বিয়া একো নাজানো। মই দৃঢ়প্ৰতিজ্ঞা কৰি ক'লো যে মই বিয়া নকৰাওঁ। মোমাই-দেৱে সকলো কথা শুনি বিয়া ল'ৰাই নকৰে বুলি টেলিগ্ৰাম দি বিয়া ভাঙি পেলালে। ছোৱালী আছিল ডিব্ৰুগড়ৰ। শ্ৰীযুত মুক্তি বাবুৰ জীয়েক। এইদৰে বিয়াৰ প্ৰস্তাৱ আহিল। ইতিমধ্যে মই আই, এছচি পাছ কৰি গৱৰ্ণমেণ্টৰ বৃত্তি লৈ বি. এছচি. পঢ়িছোঁ। বিয়াৰ প্ৰস্তাৱ দলিয়াই পেলাই বি. এছচি. পাছ কৰা অসম্ভৱ হ'ল; আকৌ বিয়াৰ প্ৰস্তাৱ আহিল। মোৰ আপত্তি শুনিবলৈ মোমাইদেউ অমান্তি হ'ল। ছোৱালী চাই আহিলগৈ। মই কিমান জোৰ কৰিম। মোৰ থাকিবলৈ ঘৰ নাই, পঢ়াত কি হয় কোনে জানে, এইদৰে নানা আপত্তি কৰি চালোঁ; কিন্তু বিয়াত সন্মতি নিদিলে মোমাইদেউ মৰ্মাহত হোৱা যেন দেখি আৰু আয়ে অনেক কথা কৈ বুজোৱাত মই সন্মতি দিবলৈ বাধ্য হলোঁ। ধুম-ধামেৰে নামতিৰ মোমাইদেউৰ ঘৰৰপৰা মোৰ বিয়া হৈ গ'ল। সেই সময়ত দেউতালৈ মনত পৰি আৰু আমাৰ সৰুকালৰ কথাবোৰ সুঁৱৰি মোৰ মনত শোকে খুন্দা মাৰি ধৰিছিল। মোৰ শহুৰ মুক্তানাথ ফুকন আছিল লাহিং বাগিছাৰ হেড্ মহৰী। তেওঁৰ ভায়েক শ্ৰীযুত দিবাকৰ ফুকন আছিল ভেলউগুৰি বাগানৰ কামজাৰী মহৰী। এওঁবিলাকৰ ঘৰ যোৰহাটতে আছিল। বিয়াৰ দিনা বৰ বৰষুণ হৈছিল। বাগিছাৰ মাজেদি যোৱা বাট ভয়ানক বোকা হৈছিল। বৰযাত্ৰীৰ লগত মোৰ কলেজৰ সহপাঠী বন্ধু অনেক আছিল। বিয়া হৈ গ'ল; কিন্তু মই মোৰ সহধৰ্মিনীক দেখিবলৈ নাপালোঁ। সকলোৰে মুখে মুখে কোৱা শুনিলোঁ—ছোৱালী ভাল। মই নিজ চকুৰে দেখিবলৈ নাপাই মনতে অশান্তি বোধ কৰিলোঁ। ইফালে মুখেৰে ক'লেও লোকে হাঁহিব। মনৰ কথা মনতে থাকিল।

বিয়াৰ পিচত কেবাবাৰো লাহিঙলৈ গৈছিলোঁ, কিন্তু মোৰ শান্তি বিয়া নোহোৱা পৰ্যন্ত সহধৰ্মিনীক দেখা পোৱা নাছিলোঁ। কলেজৰপৰা চিঠি লেখা-লেখি কৰিছিলোঁ। মোৰ বিয়া হ'ল ১৯১২ চনৰ বহাগ মাহত। ১৯১৩ চনত বি. এছচি পাছ কৰিলোঁ। মোৰ বিয়াৰ অলপ দিনৰ পিচত শ্ৰীযুত সেৱক চন্দ্ৰ বৰঠাকুৰৰ প্ৰথমা কন্যাৰ বিবাহ নন্দনাথ গোস্বামীৰ

লগত তেওঁবিলাকৰ টীয়কৰ ঘৰৰপৰা হৈছিল। তেওঁ মোৰ পৰিবাৰৰ বাল্যবন্ধু আছিল। সেই বিয়ালৈ মই গৈছিলোঁ। আৰু মোৰ পৰিবাৰৰ মাতৃবংশৰ বন্ধু-বান্ধৱসকলে মোক বেঢ়ি ধৰি চাইছিল। নন্দনাথ গোস্বামী এজন বৰ ধুনীয়া ডেকা আছিল। তেওঁৰ অকাল মৃত্যু হ'লত মোৰ বৰজনা মোমাশহুৰ শ্ৰীযুত সেৱক চন্দ্ৰ বৰঠাকুৰ ডাঙৰীয়াই পাহৰিব নোৱাৰা শোক পালে। পিচত নন্দৰ বিধবা পত্নীবো ১০৷১২ বছৰৰ পিচত মৃত্যু হ'ল।

আমি কলেজলৈ পঢ়িবলৈ যোৱাৰ লগে লগে আমাৰ আই, শ্ৰীমান শিৱ আৰু আমাৰ ভনীছোৱালী শ্ৰীমতী তাৰিণী আইদেউ মোমাইদেউৰ ঘৰলৈ অহাৰ যাই কাৰণ হৈছিল শ্ৰীমতী তাৰিণী আইদেউৰ বিয়াৰ বিষয় লৈ। আগেয়ে আমাৰ ঘৰৰ ছোৱালীলৈ দৰাহে আগবাঢ়ি আহিছিল আৰু দেউতাই দৰা বাছি লৈছিল। এতিয়া ছোৱালীৰ কাৰণেহে দৰা বিচাৰি ফুৰিব লগা হ'ল। তথাপি এই সময়তো দেউতাৰ বিষয়ে জনা এজনে ৰাজগুৰু ফুকনৰ ঘৰৰ ল'ৰালৈ আমাৰ ভনীক বিয়া কৰাবলৈ ইচ্ছা কৰি দৰাৰ বাপেক আমাৰ ঘৰলৈ আহিছিল। দেউতাই সম্মতি দিছিল। আমাৰ মত নথকা বাবে সেই প্ৰস্তাৱ নিটিকিল। পিচত ১৯১০-১১ চনত তামুলীছিগাৰ শ্ৰীযুত বসুকান্ত বৰকটকীলৈ বিয়া দিয়া হ'ল। আমাৰ আপত্তি কৰিবলৈ নহ'ল। তেতিয়া আমি কলেজত পঢ়ো। মই বিয়ালৈ আহিব নোৱাৰিলোঁ। তাৰ পিচত শ্ৰীমান শিৱক ভঁাজীৰ মাইনৰ স্কুলত নাম লগাই দি আমাৰ আয়ে চংটকত শ্ৰীযুত মাজু মোমাইদেউ আৰু সৰু মোমাইদেউৰ আদৰত থাকি সকলো দুখ-কষ্ট পাহৰিবলৈ ধৰিলে। তেতিয়া আমাৰ বুঢ়ী আই জীয়াই আছিল। বুঢ়ী আইৰ মৰমৰ কথা কৈ অন্ত কৰিব নোৱাৰি। তেখেতৰ পেটমোচা সুমলী ছোৱালীক অনেক প্ৰকাৰ ধুমুহা-বতাহৰ মাজেদি নি শেহত নাতিনী ল'ৰা-ছোৱালীৰে সৈতে পাই বুঢ়ী আইৰ আনন্দৰ সীমা নোহোৱা হল।

## আমাৰ বুঢ়ীআই

করুণাসাগৰ অথবা নামতিদ'লত আমাৰ মোমাইদেউৰ ঘৰ। আমাৰ তিনিজন মোমাইদেউ, দুজনা জেঠাই। বুঢ়ীআই তিনিটা ল'ৰা আৰু তিনিজনী ছোৱালীৰ মাক। বৰ মোমাইদেউ পণ্ডিত। তেওঁ ঘৰতে থাকি পণ্ডিতালি কাম কৰে। কেবাবছৰো আমাৰ ঘৰত পুৰোহিত আছিল। তেখেতে কালিপূজা, দুৰ্গাপূজা, ৰাসপূজা আদিও কৰিছিল। সেই সময়ত তেওঁৰ যথেষ্ট উপাৰ্জন আছিল। মাজু মোমাইদেউ আৰু সৰু মোমাইদেউ

চংটকত কেৰাণী আৰু হাজিৰা মহৰী আছিল। বৰ জেঠাই আছিল নামতিদ'লৰ। তেওঁ বৰঠাকুৰৰ ঘৰলৈ পৰিছিল। দেউতাই আইক বিয়া কৰোৱাৰ পিচত নামতিদ'লত পূজা পাতিবলৈ সুবিধা কৰাই দিয়াত আজিলৈকে নামতিদ'লত পূজা চলি আছে। এওঁবিলাকৰ ঘৰ আছিল নামতিদ'লৰ ব্ৰাহ্মণ গাৱঁত। ভতিজাইঁতৰ লগত কাজিয়া লাগি থকা বাবে শ্ৰীযুত মাজু মোমাইদেৱে তেওঁবিলাকক ঘৰৰ ওচৰলৈ আনি মাটি-বাৰী দি ঘৰ সজাই দিয়ালে। এতিয়াও তেওঁবিলাক তাতে আছে। সৰুজেঠাই জাঁজীলৈ পৰিছিল। শ্ৰীযুত হেম ককাইদেউহঁতৰ মাক বৰ জেঠাইৰ তিনিটা ল'ৰা, দুজনী ছোৱালী। সৰু জেঠাইৰ তিনিটা ল'ৰা, এজনী ছোৱালী আৰু আমাৰ আইৰ তিনিটা ল'ৰা আৰু দুজনী ছোৱালী আছিল। আমি আগেয়ে জেঠাইসকলৰ কথা বিশেষ নাজানিছিলোঁ আৰু দেখাও নাছিলোঁ। নামতিলৈ অহাৰ পিচত জাঁজীৰ মানুহৰ লগত আমাৰ জনা-শুনা হয়। সেই সময়ৰ মানুহবিলাক দেখি ভাল লাগিছিল। জাঁজীৰ মানুহবিলাকে আমাক বৰ মৰম কৰিছিল। প্ৰায়বিলাক মানুহে দেউতাৰ বিষয়ে সাধুকথাৰ দৰে কোৱা-কুই কৰিছিল। বুঢ়ী আয়ে আমাৰ আইৰ দেউতাৰ লগত কেনেকৈ বিয়া হ'ল সকলো কথা কৈছিল। বুঢ়ীআই কঁটীয়া আছিল। ৰাতিপুৱাই উঠি গা ধোৱে। ধাননিৰপৰা ধান দাই মুঠি বান্ধি আনি ভৰিৰে মাৰি ঢেঁকীত খুন্দী পিঠাগুৰি কৰি পিঠা, পৰমান আদি আমাক খুউৱা মনত আছে। তেওঁ বৰ মৰমিয়াল আছিল আৰু বাটৰপৰা মানুহ মাতি আনিও খুৱাইছিল। তেওঁ শুইছিল চোৰচাংত। চোৰচাং — বৰঘৰৰ এটা খোটালীত এখন চাং। ই দিনতে আন্ধাৰ হৈ থাকে। ৰাতি তালৈ চোৰ সোমাব নোৱাৰে, কাৰণ ই ওখ আৰু ইয়াৰ দুৱাৰ বন্ধ। নামতিত থাকোঁতে আমাৰ পৰিয়ালটো বুঢ়ীআইৰ লগতে শোৱে। আই চংটকলৈ যোৱাত বুঢ়ী আয়ো চংটকলৈ গৈ তাতে বহুদিন আছিল। মোৰ বিয়াৰ আগতে নে পিচতে তেওঁৰ মৃত্যু হ'ল।

আমি বুঢ়ীআইৰ মৰম পাহৰিব নোৱাৰোঁ। আমাৰ আয়েও বুঢ়ীআইৰ কোলাত শেষ সময়ত বিশ্ৰাম লাভ কৰিছিল; কিন্তু দেউতাৰ মৃত্যুৰ সময়ত দেখিবলৈ নোপোৱা বাবে আইৰ শোকাতুৰ মনলৈ সান্ত্বনা অনা কঠিন হৈ পৰিছিল। আমাৰ আয়ে ১৪ বছৰ সাবিত্ৰী ব্ৰত কৰিছিল। প্ৰত্যেক বছৰে আয়ে সাবিত্ৰী পূজা কৰাৰ কথাও মনত পৰে। তেওঁ নিজে কাপোৰ-কানি বয়। সকলো বস্তু গোটাই ল'বলৈ প্ৰায় ছমাহৰ আগৰপৰা আয়োজন কৰে। আই এজনা উৎকৃষ্ট শিপিনী আছিল। তাঁত বোৱাটো দৈনিক কামৰ ভিতৰত আছিল। এজকা এজকা ভাত বহাই ৬০।৭০ জন মানুহক দৈনিক খুৱাই ঘৰৰ সকলো কাম-বন কৰি তাঁত ব'বলৈ কেনেকৈ আজৰি উলিয়াইছিল ভাবিব নোৱাৰি।

## ১৯১৩ চন : আমাৰ কলিকতা যাত্ৰা

শ্ৰীমান ৰাধা আৰু মই বি. এ. আৰু বি. এছচি. পাছ কৰি কলিকতাত পঢ়িবলৈ যোৱাটো স্থিৰ কৰা হৈ গ'ল। মোৰ পঢ়াৰ খৰচ দিবলৈ মোৰ শহুৰ মুক্তানাথ ফুকনে গাত ল'লে। মোৰ শহুৰে তেতিয়া লাহিং বাগানত কাম কৰিছিল। মোক পঢ়া খৰচ দিব পৰা অৱস্থা নাছিল। তেওঁ বৰ খৰচী আছিল। নিজৰ তিনি-চাৰিখনমান গৰুগাড়ী আছিল। মাহে প্ৰায় ডুশ-আঢ়েশমান পাইছিল। মোক মাহে ৩৫ টকামানকৈ দিবলৈ সন্মতি দিলে। কটন কলেজত পঢ়োতেই, মোৰ বিয়াৰ পিচত, আমি দুয়ো তেতিয়া চতুৰ্থ বাৰ্ষিক শ্ৰেণীত। শ্ৰীমান ৰাধাৰ বিয়াৰ বিষয়ে শিৱসাগৰৰ শ্ৰীযুত কালীপ্ৰসাদ কটকীয়ে মোমাইদেউৰ লগত একৰকম বন্দোৱস্ত কৰি মোলৈ লিখা-লিখি কৰে। মোৰ মনত আছে, তেখেতে এনে কিছুমান কথা লিখিছিল যিবোৰ কথাত মোৰ মত নিমিলিছিল। ছোৱালী দিওঁতে দৰাক টকা দিয়া, অলঙ্কাৰ আদি দিয়া, দৰ বান্ধি লৈ বিয়াৰ বন্দোৱস্ত কৰা ইত্যাদি কথা আগতে অসম দেশত নাছিল কলেজৰ শিক্ষা লাভ কৰা ডেকাক বঙ্গদেশৰ কোনো কোনো ধনী কন্যাদাতাই কলেজত পঢ়া লৰাবিলাকক টোপ দেখুৱাই ফান্দত পেলোৱাটো মোৰ মনত একেবাৰে ঘৃণনীয় যেন লাগিছিল। আমি কলেজৰ ছাত্ৰই ছোৱালী বিয়া কৰাওঁনে টকা বিয়া কৰাওঁ ? যদি বিয়া কৰাবলৈ ধন নাই, তেন্তে বিয়া অলপীয়াকৈ পাতিব লাগে। যদি ছোৱালী বিয়া দিওঁতে কন্যাৰ ঘৰ দেউলীয়া হ'বলগীয়া হয়, তেন্তে তাৰবাবে কলেজৰ শিক্ষিতকেইটাই দায়ী কিয় নহ'ব ? এইদৰে কিছুমান কথা লৈ মই শ্ৰীযুত কালীপ্ৰসাদ কটকীদেৱৰ লগত লিখালিখি কৰিছিলোঁ। পিচত বিয়া নহ'ল। মোৰ মত কিন্তু আজিও একে হৈ আছে। অসমৰ সুন্দৰ প্ৰথাৰ সলনি বঙ্গদেশৰ দৰা কিনা প্ৰথা আমদানি কৰাত পুৰণিকলীয়া অসমীয়া ছোৱালী বিয়া দিয়া নিয়মটো প্ৰায় উঠি যোৱাৰ দৰে হৈ দুখীয়া পৰিয়ালৰ ছোৱালী বিয়া দিয়াটো কঠোৰ প্ৰশ্ন হৈ উঠিছেহি। কলেজত পঢ়াৰ কুফল স্বৰূপে কোনো কোনো ধনী মানুহে ধনৰ টোপোলা দেখুৱাই বহুতো কলেজৰ ছাত্ৰক জালত পেলোৱা নিয়ম চলাবলৈ ধৰিলত দুখীয়া মানুহে ছোৱালীৰ বিয়াৰ প্ৰস্তাৱ লৈ কলেজত পঢ়া ছাত্ৰৰ ওচৰ চাপিবলৈ সাহস নকৰা হৈছেহি। মোৰ জি, বেজবৰুৱাৰ লগত কাজিয়া হোৱাৰ ভিতৰত এইটোও এটা কাৰণ আছিল। জি, বেজবৰুৱাই মোক বিদ্ৰূপ কৰি কৈছিল, "কোনো ধনী মানুহৰ ছোৱালী বিয়া কৰাম বুলি কৈ পঢ়াৰ খৰচ উলিয়াই লোৱা।" বহুদিনৰ মূৰত শ্ৰীযুত কালীপ্ৰসাদ কটকীদেৱে মোক লগ পাই মোৰ চিঠিৰ কথা উল্লেখ কৰি মোক প্ৰশংসা কৰি কৈছিল, "মই তোমাৰ চিঠিখন থৈ

দিছোঁ।" শিৱসাগৰত থাকোঁতে মই শ্ৰীযুত কালীপ্ৰসাদ কটকীদেৱৰ ঘৰৰ ওচৰতে আছিলোঁ। তেখেত এজন নিৰ্ভীক মানুহ আছিল, ৰাজহুৱা কামত যোগদান কৰিছিল আৰু পুৰণি ধৰণেৰে মূৰত অসমীয়া পাগুৰি মাৰি ফুৰিছিল।

এইখন বিয়া সঠিক হৈ নুঠিব বুলি জনাৰ আগতে সেইবাৰ মই কলেজৰপৰা বাহিৰে বাহিৰে যোৰহাটলৈ আহিছিলোঁ। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাদেৱে আমাৰ ঘৰলৈ গৈ মোৰ আগত শ্ৰীমান ৰাধাৰ কাৰণে তেওঁৰ প্ৰথমা কন্যাৰ কথা কয়। তেতিয়া তেখেতৰ মুখে শুনিলোঁ যে শ্ৰীযুত কালীপ্ৰসাদ কটকীৰ জীয়েকৰ লগত বিয়া নহ'ল। মই তেতিয়া শ্ৰীযুত মাজু মোমাইদেউৰ লগত কথা-বাৰ্তা পাতিবৰ কাৰণে তেখেতক ক'লোঁ। তেখেতে মোক কৈছিল, "এতিয়া তোমালোকৰ ঘৰটো হ'ল। মাত্ৰ মুধচ কৰিবলৈ বাকী আছে।" আমাৰ দেউতাৰে সৈতে তেখেতৰ দেউতাকৰ বন্ধুত্ব আৰু মোৰ শহুৰ তেখেতৰ সম্বন্ধত ভাগিনীয়েক—এইদৰে বহুত সাদৰি কথা কৈ মোৰ মন আকৃষ্ট কৰিলে আৰু মই বাস্তৱিকতে শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাদেৱৰ আচৰণত মুগ্ধ হৈছিলোঁ। ভয় আছিল, জানোচা মোৰ ভাইৰ বাবে ইমান ধনী মানুহৰ ছোৱালী আনি আমি ভৱিষ্যতে একেলগে থাকিব নোৱাৰিম! জানোচা মোৰ ভায়ে ধনী মানুহৰ ছোৱালী আনি সকলো কাম-বন কৰি খোৱা আমাৰ দুখীয়া মানুহৰ নিয়মমতে চলিব নোৱাৰি ঘৰত কন্দলৰ সৃষ্টি কৰে! এইদৰে কিছুমান ভাবৰ উদয় হৈছিল। ইফালে মোৰ পঢ়া খৰচ দিবলৈ মোৰ শহুৰে গাত লৈছিল। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা মোৰ শহুৰৰ তুলনাত হেজাৰগুণে চহকী। তেওঁ প্ৰথমতে পঢ়া খৰচৰ বিষয়ে একো কোৱাই নাছিল। আমি কলিকতালৈ যাত্ৰা কৰাৰ আগতে বিয়াৰ প্ৰস্তাৱ ঠিক হ'ল। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা-দেৱে নামতিলৈ গৈ মোমাইদেউ আৰু আমাৰ আইৰ লগত কথা-বতৰা পাতি বিয়া ঠিক কৰি পেলালে। শ্ৰীমান ৰাধাক কলেজত পঢ়াৰ খৰচ তেওঁ দিবলৈ গাত ল'লে।

দুয়ো গৈ কলিকতাৰ ল' কলেজত নাম লগালোঁ। দুয়ো হাৰ্ডিঞ্জ হোষ্টেলত থাকিবলৈ দিহা কৰিলোঁ। এই বছৰতেই প্ৰথমেই আমালোক হাৰ্ডিঞ্জ হোষ্টেলত থাকোঁ। চাৰিমহলীয়া এটা প্ৰকাণ্ড ঘৰ। হাৰ্ডিঞ্জ হোষ্টে-লত শ্ৰীযুত ৰবীন্দ্ৰৰাম খাউণ্ড, সিদ্ধেশ্বৰ গোহাঁই, শ্ৰীযুত নকুলচন্দ্ৰ বৰুৱা, শ্ৰীযুত মোক্ষনাথ ফুকন, শ্ৰীযুত দেবেশ্বৰ বৰুৱা আৰু আমি দুই ভাই-ককাই অসমীয়াৰ ভিতৰত। বঙালী, উৰিয়া আৰু বিহাৰী ছাত্ৰও তাত আছিল।

১৯১৪ চনৰ মাঘ মাহত শ্ৰীমান ৰাধাৰ বিয়া আমাৰ যোৰহাটৰ সৰ্বাইবন্ধাৰপৰা হয়। শ্ৰীমান ৰাধাই মোমাইদেউৰ ঘৰৰপৰা বিয়া পাতি-

বলৈ আপত্তি কৰিলে। বাধ্য হৈ মোমাইদেৱে যোৰহাটৰপৰা শ্ৰীমান ৰাধাৰ বিয়া পাতিলে। মোমাইদেউৰ ঘৰৰ মাহীহঁত আৰু মোমাইহঁতৰ গোটেই ঘৰখনেই উঠি আহিছিল। আমাৰ বৰঘৰ আছিলেই, তাৰ দুকোঠালিত শ্ৰীযুত লক্ষ্মী ককাইদেউ আছিল, একোঠালি খালী আছিল। আগতে এটা সৰু খেৰৰ ঘৰ সজা হ'ল। পিচফালে ৰান্ধনিঘৰ এটা সাজি ১৯০৯ চনতে এবি যোৱা পুৰণা ঘৰটোত আমি সোমালোঁহি। বিয়া ধুমধামেৰে হৈ গ'ল। বৰ আই তেতিয়া আমাৰ ফুলনিবাৰীৰ ফালে ঘৰ সজাই শ্ৰীমান নাৰায়ণ আৰু শ্ৰীযুত জগন্নাথ ককাইদেউৰে সৈতে থাকে। বৰ ককাইদেউ আমাৰ আগফালৰ বাৰীত ঘৰ কৰি আছিল। বিয়ালৈ কলিকতাৰপৰা যোৰহাটলৈ অহাৰ সময়ত কলেজৰ অসমীয়া বন্ধুসকলে আমাৰ এখন ফটো তুলিছিল আৰু শ্ৰীমান ৰাধাক ফুলৰ মালা পিন্ধাইছিল। শ্ৰীমান শিৱয়ো মাইনৰ স্কুল পাছ কৰি হাইস্কুলত পঢ়িবৰ আৱশ্যক হোৱাত শ্ৰীযুতা আই বিয়াৰ পিচত ঘৰতে থাকিবলৈ ধৰিলে।

শ্ৰীমান শিৱই চৰকাৰী হাইস্কুলত নাম লগালে। মাইনৰ পাছ কৰি পাঁচটকীয়া বৃত্তি এটাও পালে। শ্ৰীমান ৰাধাৰ বিয়া প্ৰায় এবছৰৰ আগতে বন্দোবস্ত হৈ আছিল। কিছু মানুহে কোৱা-কুই কৰিছিল যে শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাই ভাল দৰা বিচাৰিছে। শ্ৰীমান ৰাধাক মাত্ৰ কথা দি থৈছে। আমাৰ কাণতো বহুত কথা পেলাইছিল। পূজাৰ বন্ধত ঘৰলৈ আহোঁতে শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াই মোক এইবোৰ কথাত বিশ্বাস নকৰিবলৈ কৈছিল। ময়ো সেই বিষয়ে একো ভবা নাছিলোঁ। আমাৰ বিয়া ভঙা-পতা কেবাখনো হৈছিল। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াৰ ছোৱালী বিয়া কৰিবলৈ নাপালে আমাৰ কিবা যে লোকচান হ'ব ভবা নাছিলোঁ আৰু হ'লেই যে আমি কিবা এটা হ'ম সেইটোও ভবা নাছিলোঁ। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাদেৱৰ অৱস্থা এতিয়া আগৰদৰে নহয়। তেওঁ খেৰৰ ঘৰৰ কেঁচা ভেটীত থকা অৱস্থাতে ৰায়বাহাদুৰ জগন্নাথ বৰুৱাদেৱৰ জীয়েকক বিয়া কৰাইছিল। ছোৱালী বিয়া দিয়াৰ অলপ দিনমানৰ আগলৈ সেই ঘৰতে আছিল। মোৰ আন ভাৱহে মনত খেলাইছিল আৰু বৰুৱা ডাঙৰীয়াৰ আগত প্ৰকাশো কৰিছিলোঁ যে ধনী মানুহৰ ছোৱালী বিয়া কৰাই বহুত ভাই-ককাই একেলগে থাকিব নোৱাৰা দৃষ্টান্ত মই বহুত দেখিছোঁ। শাহু-বোৱাৰীৰ ভিতৰত কাজিয়া হোৱাও দেখিছোঁ। কিন্তু মোৰ ভাই শ্ৰীমান ৰাধাৰ ওপৰত বিশ্বাস আছিল যে সি ধনী মানুহৰ ছোৱালী বিয়া কৰাই আকাশত চাং নাপাতে। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাদেৱো এজন অমায়িক মানুহ। তেখেতে আমাৰ তিনি ভাইৰ ওপৰতে মৰম-স্নেহ দেখুৱাইছিল। বিয়াৰ পিচত আকৌ আমি কলিকতাত পঢ়িবলৈ গ'লোঁ।

## চৰকাৰৰ ওচৰত চাকৰি প্ৰাৰ্থনা

প্ৰথমতে মই আইন আৰু অঙ্কত এম. এ. পঢ়িছিলোঁ। প্ৰথম বছৰতে এম. এ. এৰি দিলোঁ। আইনৰ প্ৰথম পৰীক্ষা দিলোঁ। পৰীক্ষাৰ ভূতে লগ ল'লে। তিনিওটা বিষয়তে ফেইল হ'লোঁ। শ্ৰীযুত দেবেশ্বৰ বৰুৱাও ফেইল হ'ল। আমি দুয়ো এটা আমোদ কৰিলোঁ: হাৰ্ডিঞ্জ হোষ্টেলত থকা ল'ৰাবিলাকৰ মাজত মই প্ৰচাৰ কৰি দিলোঁ যে আমি দুয়ো বিশ্ববিদ্যালয়ৰ প্ৰথম আইন পৰীক্ষাত প্ৰথম আৰু দ্বিতীয় স্থান পাইছোঁ। ল'ৰাবিলাক আচৰিত হ'ল। সকলোৱে খবৰ ল'বলৈ গ'ল। শেহত কথাটো ওলাই পৰিল। শ্ৰীযুত দেবেশ্বৰ বৰুৱা হতাশ হ'ল। তেওঁ বন বিভাগৰ এটা বৃত্তিৰ কাৰণে আবেদন কৰিলে। মই সেই সময়ত শিক্ষা বিভাগত মাহিলি ৭৫ টকা বেতনত কেইজনমান 'মেনুৱেল ইন্‌ষ্ট্ৰাক্টৰ' ল'ব বুলি জাননী দেখি এখন দৰ্খাস্ত অসমৰ 'ডিৰেক্টৰ অব পাব্লিক ইন্স-ট্ৰাক্সন'লৈ পঠিয়ালোঁ। আমাৰ লগত পঢ়া এজন বঙালী ল'ৰায়ো কটন কলেজত অঙ্কৰ প্ৰফেছৰ নিযুক্ত হ'বৰ কাৰণে অসমৰ ডি. পি. আই.লৈ এখন দৰ্খাস্ত দিছিল আৰু বিহাৰ চৰকাৰলৈকো একে ধৰণৰ দৰ্খাস্ত কৰিছিল। শ্ৰীযুত দেবেশ্বৰ বৰুৱাই বন বিভাগৰ বৃত্তি পালে। তেওঁ ডেৰাডুনত পঢ়িবলৈ গ'ল। মোৰ দৰ্খাস্তৰ উত্তৰ নাহিল। বিহাৰ চৰকাৰে বঙালী বন্ধুজনলৈ উত্তৰ দিলে, "It appears that he is not a native of this province. So, his case cannot be considered." অসমৰ ডি. পি. আয়ে উত্তৰ দিলে, "There is no vacancy at present. However, his name is registered and when vacancy occurs he will be informed." মই মৰ্মাহত হ'লোঁ। উপায় নাই। পৰীক্ষা পাছ কৰিবৰ আশা নেদেখি অনেক চিন্তা হ'ল। লোকৰ টকা কিয় মিছাতে খৰচ কৰিছোঁ! মাহে ৫০ টকাত কাম নকৰোঁ বুলিয়েই পঢ়িবলৈ আহিলোঁ। এতিয়া এবছৰৰ পিচত কোনটো নাক লৈ ৫০ টকাত মাষ্টৰি কাম লওঁগৈ! সেই সময়তে ঘনশ্যাম বৰুৱাদেৱে কলিকতাত আমাক বুজাইছিল, "৫০ টকা বেতনত কাম নল'লে বঙালী সোমাই পৰিব। আগলৈ অসমীয়াৰ বাট বন্ধ হ'ব।" আমি তেখেতক বহুত চোকা চোকা উত্তৰ দিছিলোঁ।

পিচ বছৰত মই প্ৰেছিডেন্সী কলেজত ফিজিক্সৰ এম্. এছ্.চি. ক্লাছত নাম লগাই এইছ্. ইডেন হিন্দু হোষ্টেললৈ গ'লোঁ। ভাত এবছৰ পঢ়িলোঁ। ইফালে আইন পৰীক্ষাত প্ৰিলিমিনাৰী পৰীক্ষাও পাছ কৰিলোঁ। ১৯১৫ চনত ঘৰলৈ আহিলোঁ। যোৰহাটৰ সৰ্বাইবন্ধা ঘৰত মোৰ টান বেমাৰ হ'ল। পৰ পালি দিয়া অৱস্থা। কেবামত ডাক্তৰে চিকিৎসা কৰি-

ছিল। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাদেৱে বহুত যত্ন লৈছিল। ছয়-সাতদিন মোৰ জ্ঞান নোহোৱা হৈছিল। সেই অৱস্থাতে মোৰ শহুৰ মুক্তানাথ ফুকন আৰু দাদাশহুৰ শ্ৰীযুত দিবাকৰ ফুকনে মোক চাবলৈ গৈছিল। বেমাৰ অলপ ভাল হোৱাত শ্ৰীমান ৰাধাৰো বেমাৰ হ'ল। শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাদেৱে আমাৰ দুয়োকো তেওঁৰ ঘৰলৈ আনি বহুত প্ৰতিপাল কৰাত আমি আৰোগ্য হ'লোঁ। মই ক'লিকতালৈ যোৱা কথা এৰি দিলোঁ। গুৱাহাটীৰ আৰ্ল ল কলেজত সেই বছৰ তৃতীয় বাৰ্ষিক খুলিলে। মই গুৱাহাটীৰ আৰ্ল ল কলেজত নাম লগালোঁ। পঢ়াৰ খৰচ মোৰ শহুৰে দিব নোৱাৰা হ'ল। আকৌ দোধোৰ-মোধোৰত পৰিলোঁ। মাত্ৰ এবছৰ আছে, কোনোমতে বি. এল্. পাছ কৰি নিজৰ মান কেনেকৈ ৰক্ষা কৰোঁ চিন্তাত পৰিলোঁ।

## স্নেহলতা

আমি কলিকতাত থাকোঁতে স্নেহলতা নামেৰে এজনী ছোৱালীয়ে কেৰাচিন তেল জ্বলাই আত্মহত্যা কৰিছিল। আত্মহত্যাৰ কাৰণ, দৰাৰ দাম বহুত বেছি হ'ল। স্নেহলতাৰ বাপেকে বহুত যত্ন কৰি নিজৰ ঘৰ বিক্ৰী কৰিও টকা যোগাৰ কৰিব নোৱাৰি হতাশ হৈছিল। কলেজত পঢ়া ল'ৰাৰ দাম বৰ বেছি। এটা পাচ, দুটা পাচ, তিনিটা পাঁচ ইত্যাদি লেখ আছে। তিনি-চাৰি হেজাৰ টকা নগদ দিব লাগে। অলঙ্কাৰো দৰা ঘৰৰপৰা লিষ্টি কৰি দিয়ামতে দিব লাগে। দৰাৰ লগত যোৱা বৰযাত্ৰীৰ অহা-যোৱা ৰেলভাৰা আদি দিব লাগে। লিষ্টিৰ উপৰি লিষ্টি। এজনী ছোৱালী বিয়া দিওঁতে বহুত টকা খৰচ হয়। এই প্ৰথা ইমান প্ৰচলিত হৈছিল যে কোনো ল'ৰাই যদি পণ নোলোৱাকৈ ছোৱালী বিয়া কৰাম বুলি কয় তাক পাগলৰ শাৰীত ৰাখে। কলিকতাত এই ঘটনা লৈ হুলস্থুল কাণ্ড হ'ল। সুৰেন্দ্ৰনাথ বানাৰ্জীয়ে কলেজ স্কোৱাৰত কলেজৰ হেজাৰ-বিজাৰ ল'ৰা নিমন্ত্ৰণ কৰি বক্তৃতা দিবলৈ ধৰিলে আৰু ছাত্ৰবিলাকক পণ নোলোৱাকৈ ছোৱালী বিয়া কৰাম বুলি প্ৰতিজ্ঞা কৰোৱালে। বক্তৃতা হৈ যোৱাৰ পিচত এদল কৰ্মীয়ে হোষ্টেলে হোষ্টেলে গৈ একোখন কাগজত প্ৰত্যেক বিয়া কৰাবলগীয়া ছাত্ৰৰপৰা প্ৰতিজ্ঞা-পত্ৰত চহী কৰাই লৈছিল। আমাৰ ওচৰলৈকো গৈছিল। আমি অসমত পণ প্ৰথা নাই বুলি কোৱাত বিশ্বাস নকৰিছিল। সেই সময়ত এই প্ৰথাৰ বিৰুদ্ধে কিছুমান বঙালী ছাত্ৰই আগৰণুৱা হৈ উঠা দেখা গৈছিল।

আমাৰ লগত পঢ়া ল কলেজৰ এজন ছাত্ৰৰ নাম আছিল শ্ৰীযুত দিবাকৰ মজুমদাৰ। তেওঁৰ তিনি-চাৰিজনী ছোৱালী আছিল। কেতিয়াবা বিয়াৰ শোভাযাত্ৰা আদি যোৱা দেখিলে তেওঁ কৈছিল, "মেয়েৰ

বাপেৰ শ্ৰাদ্ধ!" প্ৰত্যেক ছাত্ৰকে কিছুমান ল'ৰাই গৈ প্ৰতিজ্ঞা কৰাৰ চিন স্বৰূপে হাতত একোডাল সূতা বান্ধি দিছিল। সুৰেন্দ্ৰনাথ বানাৰ্জীৰ বক্তৃতা শুনি মন অস্থিৰ হৈ উঠিছিল। এই সৰ্বনশীয়া প্ৰথাৰ লোপ সাধনৰ বাবে ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰিছিলোঁ। সুৰেন্দ্ৰনাথ বানাৰ্জীয়ে প্ৰায় দহ-বাৰদিনমান বিৰাট জনতাৰ মাজত বক্তৃতা দিছিল। তেতিয়া তেখেত আছিল বঙ্গকেশৰী।

উত্তেজনাৰ লগে লগে এই প্ৰথা উঠি যাব বুলি আশা হৈছিল; কিন্তু সকলো কুসংস্কাৰ উঠি যাবলৈ বহুত ত্যাগৰ আৱশ্যক। বঙ্গদেশত প্ৰচলিত এই কুপ্ৰথা সহজে উঠি যোৱা বিধৰ নহয়। ইংৰাজী শিক্ষা বিস্তাৰৰ লগে লগে এই প্ৰথাৰ বিস্তাৰহে দেখা গ'ল।

## গোপালকৃষ্ণ গোখলে

তেতিয়া দক্ষিণ আফ্ৰিকাত বিৰাট আন্দোলন আৰম্ভ হৈছিল। তাত মহাত্মা গান্ধীয়ে ভাৰতবাসীৰ মান-সম্মান ৰক্ষা কৰিবৰ কাৰণে আন্দোলন কৰি হেজাৰ-বিজাৰ লোকক কাৰাবৰণ কৰিবলৈ উদ্গনি দিছিল। দক্ষিণ আফ্ৰিকাত প্ৰত্যেক ভাৰতীয় মানুহেই আইনমতে ৰেজিষ্টাৰ বহীত নাম ভৰ্তি কৰিব লাগে। প্ৰত্যেকজনে প্ৰতি বছৰে তিনি পাউণ্ড (প্ৰায় ৪০ টকা) কৰ দিব লাগে। ইত্যাদি অনেক আইনৰ দ্বাৰা ভাৰতীয় প্ৰজাৰ সাধাৰণ অধিকাৰ পৰ্যন্ত বন্ধ কৰি দিয়া হৈছিল। প্ৰায় ডেৰ লক্ষ ভাৰতীয় প্ৰজা তেতিয়া কাৰাগাৰত। গোখলে আহি কলিকতাৰ কলেজ স্কোৱাৰত লক্ষাধিক প্ৰজাৰ মাজত বক্তৃতা দিছিল আৰু মহাত্মাজীয়ে কৰা আন্দোলনৰ বিষয়ে কৈ সকলোৰে মন গলাই পেলাইছিল। গোখলেৰ বক্তৃতা মই প্ৰথম শুনিছিলোঁ। তেখেতে বহি বহি মহাত্মাজীয়ে বক্তৃতা দিয়াৰ দৰে লাহে লাহে কথা কোৱা দি কয়; কিন্তু বক্তৃতাৰ ভাষা আৰু বক্তৃতা দিয়া নিয়ম দেখি আমি মন্ত্ৰমুগ্ধ হোৱা দি হৈছিলোঁ। সেই সভাতে প্ৰায় ডেৰ লক্ষ টকা উঠে। কলিকতাত থাকোঁতে আমি ডাঙৰ ডাঙৰ নেতাসকলৰ বক্তৃতা শুনাৰ এটা সুযোগ পাইছিলোঁ। বিপিন পাল, ৰাসবিহাৰী ঘোষ, গুৰুদাস বানাৰ্জী, বৰ্ধমানৰ মহাৰাজাধিৰাজ, আশুতোষ মুখোপাধ্যায়, হেৰম্ব সিং আদি কলিকতাৰ বিখ্যাত বিখ্যাত নেতাসকলৰ বক্তৃতা আমি শুনিবলৈ গৈছিলোঁ। আমি কলিকতাত থাকোঁতেই ১৯১৪ চনত জাৰ্মান যুদ্ধ আৰম্ভ হয়। এই যুদ্ধৰ বাতৰি প্ৰায়ে আবেলিৰ একোখন কাকতত ওলায়। সেই কাকত পঢ়িবলৈ আমি উৎকণ্ঠিত হৈ থাকোঁ। ইয়াত লাই-

ত্ৰেৰীৰ অভাৱ নাই। য'তে ত'তে খবৰ কাকত পঢ়িবলৈ পোৱা যায়। জাৰ্মানীয়ে বেলজিয়াম আৰু কৰাছী দেশ আক্ৰমণ কৰা খবৰ বৰ আগ্ৰহেৰে পঢ়িছিলোঁ।

## হিন্দু হোষ্টেল খানাতালাচ

এদিন প্ৰায় সন্ধ্যা সময়ত ইডেন হিন্দু হোষ্টেল সশস্ত্ৰ পুলিচে ঘেৰাও কৰি পেলালে আৰু আমাক বাহিৰলৈ যাবলৈ বন্ধ কৰি দি হোষ্টেলৰ প্ৰতিটো কোঠালা খানাতালাচ কৰিলে। কিয় কৰিছিল, কি বাবে কৰিছিল আমি জনা নাছিলোঁ। হঠাৎ ছায়াবাজীৰ দৰে এই কাম হৈ গ'ল। কোনো বিশেষ খবৰ নাপালোঁ। এই খানাতালাচৰ ফলত একো মামলা-মোকদ্দমা হোৱাও নাছিল।

এদিন আৰু এটা ঘটনা হৈছিল। আমি সন্ধ্যা ফুৰি অহাৰ পিচত হিন্দু হোষ্টেলত থকা এটা ল'ৰাই হঠাৎ মাতিব নোৱাৰা হ'ল। লৰা-লৰিকৈ খবৰ আহিল বোলে কোনো ক'লৈকো যাব নোৱাৰে। ডাক্তৰ আহিল আৰু ডাক্তৰে পৰীক্ষা কৰি চাই ক'লে যে সেই ল'ৰাজনৰ বৰ আই ওলাইছে। তেওঁক বচাবলৈ উপায় নাইকিয়াৰ দৰে হ'ল। তৎক্ষণাত এটা বেলেগ কোঠাত তেওঁক ৰাখিলে। পিচত ল'ৰাজনৰ মৃত্যু হ'ল।

আৰু এদিন এটা ঘটনা হৈছিল। আমি সন্ধ্যা ফুৰি হোষ্টেল প্যাইছোঁহি। এনেতে কিছুমান ল'ৰাই বমি কৰিবলৈ আৰম্ভ কৰিলে। ডাক্তৰ আহিল। দেখা গ'ল যে যিবিলাকে ভাত খাইছে সেইবিলাকেই বমি কৰিছে। ভাত নোখোৱাবিলাকক ভাত খাবলৈ বন্ধ কৰি দি ভাত ৰন্ধা ঘৰ ভালকৈ চাই ভাত দাইল আটাইবোৰ পেলাই দিয়ালে। পিচত দেখা গ'ল যে দাইলৰ জকাত এটা সাপ সিজি আছিল। দুই-চাৰিদিন কষ্ট ভোগ কৰি লৰাবিলাক ভাল হ'ল। কোনো বিশেষ বেমাৰ নহ'ল।

## এজন মাদ্ৰাজী হাইকোৰ্ট জজ্

হাৰ্ডিঞ্জ হোষ্টেলত থাকোঁতে এদিন এজন মাদ্ৰাজী ভদ্ৰলোকে এটা বেগত কিছুমান ষ্টেচনাৰী বস্তু বেচিবলৈ আমাৰ ওচৰলৈ আহিছিল। এজন বঙালী বন্ধুৱে তেখেতক মাদ্ৰাজ হাইকোৰ্টৰ ভূতপূৰ্ব জজ্ বুলি চিনাকি কৰি দিছিল। তেওঁ আমাক বেগৰপৰা বস্তু উলিয়াই দেখুৱাই কৈছিল যে তেওঁ বস্তুবোৰ ইংলণ্ডৰ দৰত বেচিব। দুটকাত মই এখন ক্ৰপ্ ৰেজৰ কিনিলোঁ।

আৰু এখন কম দামৰ ফণী লাগে বুলি কোৱাত তেওঁ পিচবেলা আনি দিম বুলি ক'লে। মই তেওঁক চাহ খাবলৈ অনুৰোধ কৰাত ক'লে, "মই এইবেলা একো নাখাওঁ। গধূলি আহি আপোনাৰ অনুৰোধ ৰক্ষা কৰিম।" গধূলি আহি তেওঁ মোক ফণীখন দিলে। চাহ মাত্ৰ একাপ খালে। দুই-চাৰিদিন অহা-যোৱা কৰি মোৰ লগত তেওঁৰ বন্ধুত্ব হৈছিল আৰু মোক তেওঁৰ বৰনগৰৰ দোকানলৈ যাবলৈ অনুৰোধ কৰিছিল। মই ট্ৰেইনৰ ভাৰা কিমান বুলি সোধাত তেওঁ ক'লে, "মই প্ৰতিদিনে খোজ কাঢ়ি আহোঁ আৰু খোজ কাঢ়ি ঘুৰি যাওঁ। প্ৰায় ১২ মাইল মই দৈনিক ফুৰোঁ। মোৰ বয়স এতিয়া ৫২ বছৰ।" নিজৰ জীৱনৰ বিষয়ে তেওঁ মোৰ আগত এইদৰে কৈছিল যে তেওঁ হাইকোৰ্টৰ জজ্ হৈ থকাৰ সময়ত ৰেলত যাত্ৰা কৰোঁতে এজন ইউৰোপীয় কৰ্মচাৰীয়ে ওপৰ শ্ৰেণীত তেওঁক তেওঁৰ ছিটৰপৰা খেদাই দিয়ে আৰু তেওঁ জোৰ কৰি সোমাবলৈ ধৰোঁতে তেওঁক ইউৰোপীয় ভদ্ৰলোকজনে এটা ঘোচা মাৰি দিয়ে। তেৰোঁ ইউৰোপীয়ানজনক এটা ঘোচা মাৰি দিলে। তিনি মাহৰ পিচত ইউৰোপীয়ান ভদ্ৰলোকৰ মৃত্যু হ'লত তেওঁৰ ওপৰত প্ৰায় কেবালক্ষ টকাৰ ক্ষতিপূৰণৰ মোকৰ্দমা হৈছিল। মোকৰ্দমাত তেওঁৰ জয় হয়; কিন্তু চৰকাৰে তেওঁক হাইকোৰ্টৰ জজৰ উচ্চ আসনত বহিব পৰা সুবিধা নিদি অপমান কৰাত তেওঁ কাম ইস্তফা দিলে। তেওঁৰ এজন পূৰ্বপুৰুষে ইংৰাজৰ লগত মহাৰাজ ৰঞ্জিৎ সিংহৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। এখন বৃটিছ নিচান তেওঁৰ পূৰ্বপুৰুষে শত্ৰুৰ হাতৰ-পৰা কাঢ়ি আনি বৃটিছ কৰ্মচাৰীৰ হাতত দিয়াৰ সময়ত তেওঁক পাছফালৰ-পৰা কোনোবাই আহি হত্যা কৰে। পুৰস্কাৰ স্বৰূপে বৃটিছ চৰকাৰে তেওঁক এটা জমিদাৰী দিয়ে। তেওঁৰ মাত্ৰ এজন পুত্ৰ আছিল। তেওঁ বি. এ. পৰীক্ষাত মাদ্ৰাজ বিশ্ববিদ্যালয়ত প্ৰথম হৈছিল। তাত ঘোঁৰাদৌৰৰ পৰীক্ষা এটা দিব লাগে। ঘোঁৰাদৌৰতো প্ৰথম হৈছিল। হঠাৎ ঘোঁৰাৰপৰা পৰি তৎক্ষণাত তেওঁৰ মৃত্যু হ'ল।

এই ভদ্ৰলোকজনৰ কেবাজনীও ছোৱালী আছে। ঘৈণীয়েক বেমাৰী। তেওঁৰ নিজৰ খৰচ মাত্ৰ ৩০ টকা। প্ৰতিদিন সন্ধ্যা এসাজ খায়। নিৰামিষ আহাৰ। এসেৰমান গাখীৰ, ৰুটি আদি আৰু ফলমূল। জজ্ হৈ থকা অৱস্থাতে তেওঁৰ দোকান দিবৰ হেঁপাহ আছিল। এতিয়া অৱসৰ পাই কলিকতাত এখন দোকান দিছেহি। সেইবাবে তেওঁ নিজে আহি স্কুল আৰু কলেজৰ ছাত্ৰবিলাকৰ লগত চিনাকি হৈ কাৰবাৰ আৰম্ভ কৰিছেহি। এইবোৰ গল্প তেওঁৰ মুখে শুনি আমাৰ মনত বৰ বিশ্বাস হোৱা নাছিল। তেওঁ মোক অসমৰ ধনী-মানী মানুহৰ নাম সুধিছিল। মই ক'লোঁ, "আপোনাৰ দৰে হাতত বেগ লৈ খোজ কাঢ়ি মাল বেচি ফুৰা এনে ধনী আৰু মানী মানুহ অসমত নাই বুলিলেও মিছা কোৱা নহ'ব।"

মই কলিকতাৰ বহুত কথাত প্ৰত্যয় নগৈছিলোঁ, কাৰণ কলিকতীয়া ফাঁকি বুলি এষাৰ কথা কলিকতালৈ যোৱাৰ আগতে শুনি থোৱা আছিল। যি কি নহওক হঠাৎ এদিন গোপালকৃষ্ণ গোখলেৰ মৃত্যুৰ বাতৰিয়ে আমাৰ মূৰত বজ্ৰপাত পেলালে। এদিন মাত্ৰ গোখলেক দেখিছিলোঁ, এটা মাত্ৰ বক্তৃতা তেখেতৰ শুনিছিলোঁ। সেই মহাপুৰুষে ইমান অলপ সময়ৰ ভিতৰতে ইহলীলা সম্বৰণ কৰি আমাক অনাথ কৰি যাব, স্বপ্নতো ভবা নাছিলোঁ। টেলিগ্ৰাম আহিল—গোখলে আৰু ইহ জগতত নাই।

কলিকতাত বিৰাট সভা হ'ল। সভাঘৰ ভৰপূৰ। আমি সভাঘৰত বহি আছোঁ। তেনেতে আমাৰ বন্ধু হাইকোৰ্টৰ জজ বুলি চিনাকি দিয়াজন সভাৰ ঘৰলৈ আহিল। তেওঁক দেখি সুৰেন্দ্ৰনাথ বানাৰ্জী আদি মঞ্চত বহি থকা সকলো উঠি তেওঁক আগবঢ়াই নি ওচৰতে বহুৱালে। তেতিয়া মোৰ তেওঁ কোৱা কথাবোৰ বিশ্বাসযোগ্য যেন লাগিল। তেওঁৰ নামটো পাহৰিলোঁ। পিচতো সেই বিষয়ে একো অনুসন্ধান কৰা নহ'ল। মোৰ বিশ্বাস যে মাদ্ৰাজৰ এনে এজন মানুহ যদি আছিল, যদি তেওঁ কোৱা কথা সত্য তেনেহ'লে তেওঁৰ বিষয়ে আমাৰ মাদ্ৰাজী বন্ধুসকলে ক'ব পাৰিব।

সুৰেন্দ্ৰনাথ বানাৰ্জীয়ে এই বুলি সভা আৰম্ভ কৰিলে "The greatest Rishi of Modern age Gopal Krishna Gokhle passed away." সকলোৰে চকুপানী ওলাইছিল। আমাৰ নিজৰ কোনো আপোন মানুহৰ বিয়োগত শোকত পৰা দি আমি প্ৰত্যেকেই মৰ্মাহত হ'লোঁ। কিয় ক'ব নোৱাৰোঁ।

## বি· এছ্. চি· ডিগ্ৰী প্ৰাপ্তি

কলিকতাৰ চিনেট হলত বি.এ, বি. এছ্.চি, এম্. এ, এম্. এছ্.চি আদি ডিগ্ৰী দিবলৈ বছৰি এখন সভা বহে তালৈ যাবৰ কাৰণে প্ৰত্যেকে গাউন আৰু মূৰত হুড্ পিন্ধি যাব লাগে। কোট-পেণ্ট কৰি ল'ব লাগে। গাউন আৰু হুড্ ভাৰা কৰিবলৈ পায়। পাঁচ টকা দিব লাগে। কোট্-পেণ্ট চিলাবৰ কাৰণে মই কলিকতাৰ চৌৰঙ্গী চোকত অৰ্ডাৰ দি আহিলোঁ। কোট্-পেণ্ট কৰাবলৈ যাওঁতে কলিকতাৰ দোকান এখনৰপৰা এযোৰ 'হেল্‌থ ছু' কিনিছিলোঁ। দোকানীৰ লগত বহুত পৰ কথা পাতি আছিলোঁ। অসমৰ বহুত কথা সুধিছিল। পিচত জোতাযোৰ মোক বান্ধি দিলে। মই লৈ আহিলোঁ। হোষ্টেল পাই দেখিলোঁ যে, জোতাৰ দাম দিবলৈ নহ'ল। এতিয়া উপায় কি? দোকানৰ নামো মনত নাথাকিল। ইফালে বঙালী ল'ৰাই ভয়

খুৱাই দিলে যে, পইচা দিবলৈ গ'লে "জোতা চুৰ কৰি নিছ" বুলি পুলিচত দিব। বহুত দিগ্‌দাৰী কৰিব।

ইফালে কোট্‌-পেণ্টৰ দুটা বেলেগ বেলেগ কাপোৰ পচন্দ কৰি আহিলোঁ। ল'ৰাবিলাকে ক'লে, "একে ৰকমৰ কাপোৰ হ'ব লাগে।" মই আকৌ উভতি গ'লোঁ। জোতাৰ কেবাখনো দোকানত সোমালোঁ। কোনখন দোকানৰপৰা জোতা কিনিলোঁ চিন ধৰিব নোৱাৰিলোঁ। ইফালে দৰ্জিৰ ওচৰলৈ গৈ ক'লোঁ "কোট্‌ আৰু পেণ্টৰ একে কাপোৰ কৰি দিব লাগে।" দৰ্জিয়ে ক'লে, "এতিয়া উপায় নাই। কাপোৰ কটা হৈ গ'ল। যদি ওপৰঞ্চি পাঁচ টকা দিয়ে আগৰ অৰ্ডাৰ বদলি ক'ৰি দিব পাৰিম।" অগত্যা পাঁচ টকা ওপৰঞ্চি দিবলৈ মান্তি হ'লোঁ।

জোতাযোৰৰ দাম আছিল ছটকা কি চাৰে ছটকা। এঠাইত লাভ হ'ল, আনফালে তপতে তপতে লোকচান ভৰিলোঁ। মই ইচ্ছা কৰি জোতাৰ দাম নিদিয়াকৈ থকা নাছিলোঁ। তথাপি অনিচ্ছাকৃত ভুলৰ বাবেও ভৰণি হ'ল। মোৰ মনত সদায় এইটো ভাব আছিল যে ঠগ-প্ৰৱঞ্চনা এটা মহাপাপ। সৰুতে পুৰাণ পঢ়িছিলোঁ। কি পাপ কৰিলে কি শাস্তি হয় তাৰে বিষয়ে পঢ়ি পাপলৈ বৰ ভয় হৈছিল। এই অজ্ঞানকৃত পাপৰ বাবে বহুদিন পৰিতাপ কৰিছিলোঁ, কিন্তু এক পক্ষে মোৰ ভৰণি হোৱাত ভালকে পালোঁ এই বুলি যে মোৰ পাপৰ প্ৰায়শ্চিত্ত হ'ল।

ছিনেট হলত কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ্‌ চেঞ্চেলৰ বঙ্গদেশৰ শাৰ্দুল পুৰুষ-সিংহ শ্ৰীযুত আশুতোষ মুখোপাধ্যায়ে বিশ্ববিদ্যালয়ৰ ডিগ্ৰী বিতৰণ কৰিছিল। প্ৰত্যেকজনকে একেটা কথা কৈ ডিগ্ৰীৰ পাৰ্চমেণ্ট কাগজ বিতৰণ কৰিছিল। মই মূৰ দোঁৱাই প্ৰণাম ক'ৰি মোৰ বি.এছ্‌চি. ডিগ্ৰী লৈছিলোঁ। আশুতোষ মুখাৰ্জীয়ে এইদৰে কৈছিল, "I, Ashutosh Mukherjee, Vice-Chancellor of the University of Calcutta, offer you the degree of the Bachelor of Science and I hope that ever in your life and conversation you will be worthy of the same." এইকেইটা কথা এনে গম্ভীৰ আৰু দৃঢ়ভাৱে কৈছিল যে মোৰ অন্তৰত কথাকেইটাই দ সাঁচ বহুৱাই দিলে। বি. এছ্‌চি. ডিগ্ৰী প্ৰদান কৰি এটা দায়িত্বৰ বোজা আশুতোষ মুখাৰ্জীয়ে মোৰ ওপৰত দি দিলে। এই বোজাৰ সম্মান ৰক্ষা কৰি ভৱিষ্যতে চলিব্‌ পাৰিমনে ?

শ্ৰীমান ৰাধা আৰু মই দুয়ো বাৰ্মিজ্‌ শ্বেফাৰ্ড কোম্পানীত ফটো উঠিছিলোঁ। ফটো উঠাৰ পূৰ্বতে মোৰ গাউন আৰু হুড্‌ ওভোতাই দিয়া হৈছিল। গতিকে মই সুদা কোট্‌-পেণ্ট পিন্ধিয়েই ফটো উঠিছিলোঁ। সেই ফটো এতিয়াও আমাৰ ঘৰত আছে। মই ইতিপূৰ্বে বেলেগে গোটেই পোছাক পিন্ধি ফটো উঠিছিলোঁ।

## কলিকতীয়া ফাঁকিত এবাৰ পৰিছিলোঁ

কলিকতাৰ বেণ্টিঙ্ক ষ্ট্ৰীটৰ ওপৰত কিছুমান মানুহে একো একোখন সৰু ধুনীয়া কাৰ্ড চাইজৰ ফটো দেখুৱাই বাটৰ মানুহক কয়, "মশাই, চাৰ আনায় এক ফটো।" তাৰ লগত কথা পাতোঁতেই পৰিলোঁ ধৰা। মই কথা সুধিবলৈহে পালোঁ, সি "আসুন মশাই, ভাল ফটো এক্ষণে কৰে দিচ্ছি" বুলি মোক এটা ঘৰৰ মাজেদি লৈ গ'ল। সেই বিৰাট জনতাৰ মাজত মোক এটা নিজান অন্ধকাৰ খোটালীলৈ লৈ গ'ল আৰু তৎক্ষণাত এখন ফটো তুলি ক'লে, "মশাই কাৰ্ডবোৰ্ড দিব। তাৰপৰ একটা ফ্ৰেম নেবেন। তাৰপৰে ফ্ৰেমে গ্লাস্ লাগাতে হ'বে।" এই-দৰে সি ফটোৰ দাম দুটকা কৰি বহিল। মোৰ হাতত দুটকা ৰূপ আছিল আৰু এটা 'ৱেষ্ট এণ্ড ৱাট্‌ছ'ৰ ঘড়ী আছিল। মোৰ বৰ খং উঠিল আৰু ক'লোঁ, "তুমি এটা ঠগবাজ। মই চাৰি অনাৰ বেছি নিদিওঁ।" সি কিবাকিবি বলকিবলৈ ধৰিলে। ময়ো শিয়ালৰ গৰালত পৰিলোঁ। উপায় নাই। অকলশৰীয়াকৈ পাই ডকাইতি কৰি সি মোৰপৰা সৰ্বস্ব ল'ব পাৰেই। ৰূপ এটকা দি ফটোখন তাৰ হাতৰপৰা লৈ তাতে ভাঙি পেলালোঁ। সি আৰু একো নকৰিলে। টকাতো পালেই আৰু ময়ো কোনোমতে শিয়া-লৰ গৰালৰপৰা ওলাই আহিলোঁ। পিচদিনা তাক সেই ঠাইতে লগ পাই তাৰ মুখলৈ চাই ক'লোঁ, "মশাই, চাৰ আনায় একখানা ফটো আৰ বল-বেন না।"

এবাৰ মই কলিকতালৈ গোৱালণ্ড হৈ গৈছিলোঁ। লামডিঙৰপৰা বদৰপুৰেদি যোৱা ৰেলৰে লাইনটো প্ৰায় ৩০।৩২ টা পৰ্বতৰ সুৰুঙাই দ সৰকি গৈছে। এইবোৰৰ মাজেদি গৈ বৰ ভাল লাগে। পৰ্বতৰ মাজত একোটা প্ৰকাণ্ড সুৰঙ্গ খানি তাৰ মাজেদি ট্ৰেইন চলা দেখি ৰেল কৰ্তৃপক্ষক প্ৰশংসা নকৰি নোৱাৰি। এইটো লাইনেদি এইবাৰ প্ৰথমেই মই অকলৈ কলি-কতালৈ আহিছিলোঁ। ষ্টীমাৰত ভোক লাগিল। ঘৰৰপৰা কোমল চাউল লৈ গৈছিলোঁ। বাটি এটাত তিয়াই থৈছিলোঁ। জাহাজতে দৈ গাখীৰ কিনি কোমল চাউলৰ জলপান খাবলৈ ধৰিলোঁ। ভদ্ৰমহিলা এগৰাকীয়ে তেওঁৰ ল'ৰা-ছোৱালীকেইটা মোৰ ওচৰৰপৰা মাতি নি ক'লে, "ওখানে যাবেনা, ও পান্তা ভাত খেয়েছে।" মোৰ পেটে পেটে হাঁহি উঠিল। বঙালীয়েতো কোমল চাউল দেখা নাই! দেখিছে পান্তা ভাত। চাউল যে চেঁচা পানীত তিয়াই থ'লে ভাত হয়—এইটো অসমীয়াৰ বাহিৰে কোনে জানে? বঙালী ভদ্ৰমহিলাগৰাকীয়ে অস্পৃশ্যতাৰ ভাব দেখুৱাই মোৰ ওচৰৰ-পৰা ল'ৰা-ছোৱালীকেইটা আঁতৰাই নিছিল।

জাহাজ কলিকতাৰ পাৰ পালেহি। গোৱালাণ্ডা ষ্টেশ্যনত এজন বঙালীয়ে চিঞৰি চিঞৰি ক'লে, "মশাই, পাকা পায়খানা যাবেন, ভালো।" মোৰ সেই সময়ত শৌচ কৰিবৰ ভাব হৈ আছিল। পকা পায়খানাৰ নাম শুনি ক'লোঁ, "কোথায় পাকা পায়খানা তোমাৰ?" তেতিয়া বঙালী ভদ্ৰলোকে মোৰ মালবোৰ কুলী এটাৰ হাতত দি মোক তেওঁৰ পঁজালৈ লৈ গ'ল। ব্ৰহ্মপুত্ৰ নদীৰ পাৰত সজা দৰে এটা খেৰৰ ঘৰ। তাতে ভাত ৰান্ধে আৰু ভাত-আঞ্জা বিক্ৰী কৰে। দাম সাজেপতি চাৰি অনা। মোক পকা পায়খানা দেখুৱাই দিলে। পায়খানা সাধাৰণভাৱে সজা, কিন্তু তালৈ যাবৰ সাধ্য নাই। যি কি নহওক, তাতে কোনোমতে শৌচ কৰিলোঁ আৰু গা ধুবলৈ গৰম পানী খোজাত সি ক'লে, "হাঁ মশাই, গৰম জল আছে। এক আনা দিতে হবে।" এক আনা দি দুবাল্টি পানী—এবাল্টি ঠাণ্ডা আৰু এবাল্টি গৰম পানীৰে গা ধুলোঁ। তাৰ পিচত ভাত খাবলৈ দিলে। ভাত হৈছে—গোৰোৱা ধানৰ চাউল আৰু আঞ্জা—ইলচা মাছৰ। গোন্ধত খাব নোৱাৰিলোঁ। কিন্তু চাৰি অনা দিলোঁ। ঠাকুৰে বৰ দুখ কৰিলে। কি হ'ব, উপায় নাই। পইচা নলে নোৱাৰে।

দাৰ্জিলিং মেইলত উঠিলোঁ। ঘণ্টাত ৪৫ মাইলৰপৰা ৫৫ মাইল পৰ্যন্ত ট্ৰেইন যায়। ইঞ্জিনৰপৰা গোটেই গাড়ীখনৰ মাজে মাজে বাট। টিকেট চেকাৰে চলন্ত ট্ৰেইনত চাব পাৰে। এজন ইউৰেচিয়ান টিকট চেকাৰে শুই থকা মানুহবোৰক ভৰিৰ জোতাৰে খুচি খুচি জগাই "টিকেট টিকেট' কৰি টিকেট চেক কৰি ফুৰিছে। এজন চুটি মানুহক তেনে কৰাত সি' বাঘৰ দৰে উঠি টিকেট চেকাৰৰ ডিঙিত ধৰি দুটা কি তিনিটা ঘোচা মাৰিলে। আমি সেই দীঘল ৰেলৰ তৃতীয় শ্ৰেণীৰ কোঠাৰ ভিতৰত থকা সকলোৱেই ৰং পালোঁ। টিকেট চেকাৰজনে একো নকৈ আগফালে গুচি গ'ল। মই এটা মূৰত আছিলোঁ। তেওঁ মোৰ ওচৰলৈ আহি মোক ক'লে, "লাগেজ," তেতিয়া মই মোৰ ৱাকচটো আৰু বিছনাখন দেখুৱাই দিলোঁ। মোৰ বাকচটো হাতত থকা স্প্ৰাং বেলেন্সেৰে ওজন কৰি ক'লে, "Babu, you are to pay Rs. 6·00 or so." মই ক'লোঁ, "মোৰ হাতত পইচা নাই। শিয়ালদহ ষ্টেশ্যনত দিম।" তেওঁ মোৰ টিকটটো লৈ গ'ল।

শিয়ালদহ ষ্টেশ্যন পাই এটা বুধি ওলাল। ৰেলৰপৰা মানুহ-বোৰ নামি গৈছে। ওলাই যোৱা গেটৰ ওচৰত সেই টিকেট চেক্ কৰা চাহাবজন দেখিলোঁ। এটা কুলীক ক'লোঁ, "মোৰ মালবোৰ তই দেওনাৰ ওপৰেদি পাৰ কৰি নে। মই ৰেলৰ পাচফালৰপৰা ঘূৰি আহিম। তোক আঠ অনা পইচা দিম।" সি তৎক্ষণাত মান্তি হ'ল। মই গৈ তাক লগ ধৰিলোঁ আৰু আনন্দেৰে তাক আঠ অনা পইচা দিলোঁ। তাক আঠ অনা

পইচা দিয়া দেখি ঘোঁৰা গাড়ীৰ গাৰোৱানে সুধিলে, "কি হৈছে?" সি ক'লে, "বাবুকা টিকট নাহি থা। বিনা টিকট ৰেলমে আয়া থা।" হোষ্টেললৈ গাড়ী এতিয়া দুটকাৰ কমে নিনিয়ে। সাধাৰণতে ঘোঁৰাৰ গাড়ী আঠ অনা দহ অনাত পোৱা যায়। মই বাধ্য হৈ দুটকাত গাড়ী এখন ভাৰা কৰি উঠিলোঁ। হাৰ্ডিঞ্জ হোষ্টেলত নমাই দিলেহি। হোষ্টেলৰ দাৰোৱানৰ হাতত মই দুটকা ৰূপ গাৰোৱানক দিবৰ কাৰণে দিলোঁ। সি আচৰিত হ'ল। "বাবু, দো ৰূপয়ে কিউ দেতে হায়।" মই ক'লোঁ, "বন্দোবস্ত কৰিহে দিছোঁ।" মই ওপৰলৈ উঠি গ'লোঁ। দাৰোৱানে গাৰোৱানক বাৰ অনা দি পিচত মোক এটকা চাৰি অনা ফিৰৎ দিলে।

কলিকতাত ইডেন হিন্দু হোষ্টেলত এজন চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ শ্ৰীযুত ৰমাপতি বানাৰ্জীৰ লগত মোৰ বন্ধুত্ব আছিল। তেওঁলৈ মুখাৰ্জী বংশৰ এজন ভদ্ৰলোকে ছোৱালী বিয়া দিবৰ কাৰণে প্ৰস্তাৱ দিছিল আৰু মোক সেই বিষয়ে সহায় কৰিবৰ কাৰণে অনুৰোধ জনাইছিল। এদিন শ্ৰীযুত ৰমাপতি বানাৰ্জীয়ে মোক লগত লৈ দক্ষিণেশ্বৰ মন্দিৰ চাবলৈ যাওঁ বুলি লগত লৈ গ'ল। তাত আছিল এজন পেঞ্চনভুক্ত চব্‌জজৰ প্ৰকাণ্ড দুমহলা ঘৰ। তাৰ ওচৰতে ঋষিকেশ লাহাৰ প্ৰকাণ্ড কম্পাউণ্ডৰ সৈতে বৃহৎ অট্টালিকা আছে। শ্ৰীযুত ৰমাপতি বাবুৱে মোক চিনাকি নিদিবলৈ ক'লে। আমি দুয়ো চব্‌জজৰ ঘৰলৈ গ'লোঁ। শ্ৰীযুত ৰমাপতিৰ নাম বদলি কৰি মই ক'লোঁ। পিচে তেওঁবিলাকে ৰমাপতি বাবুক চিনি পালে। শ্ৰীযুত ৰমাপতি বাবুৱেও মোক লাজত পেলাই তেওঁৰ নামটো কৈ দিলে। ভিতৰত ডাঙৰ আয়োজন হ'ল। আমাক এৰি নিদি নানা ৰকম কথা কৈ শেহত দুয়োকো ভিতৰলৈ মাতি নিলে। ভিতৰত বিৰাট আয়োজন। দুজনী যোল্ল-সোতৰ বছৰীয়া ছোৱালী পোছাক-অলঙ্কাৰ পিন্ধাই আমাৰ আগত থৈ আমাক ছোৱালী দুজনীক প্ৰশ্ন কৰিবলৈ ক'লে। ছোৱালী দুজনীয়ে ইংৰাজী জানে। গান গাব পাৰে। আমাৰ আগত গান গালে আৰু আমি দুই-এটা কথা ইংৰাজীৰে সুধিলোঁ। দেখিবলৈ ছোৱালী দুজনী ভাল। আমাক খাবলৈ দিলে। ছোৱালী দুজনীয়ে আমাক নিজে মিঠাই, সন্দেশ, চাহ আদি দিছিল আৰু মাজে মাজে "একটি সন্দেশ খান" ইত্যাদি কৈ দুটা-এটা সন্দেশ আমাক দি আছিল। ভিতৰত প্ৰায় এঘণ্টামান আছিলোঁ। বাহিৰলৈ ওলাই অহাত আমাক মুখাৰ্জীৰ ঘৰৰ এজন ভদ্ৰলোকে ক'লে, "আপোনালোক দুইজনে দুইজনী ছোৱালী বিয়া কৰক। বিলাত পৰ্যন্ত পঢ়াৰ খৰচ দিম।" শ্ৰীযুত ৰমাপতিৰ কথা মোক ক'লে আৰু মোৰ কথা শ্ৰীযুত ৰমাপতি বাবুক ক'লে। মই ক'লোঁ, "মইতো বঙালী নহওঁ, মই অসমীয়া।" তেতিয়া তেখেতে ক'লে, "আপনিতো ব্ৰাহ্মণেৰ ছেলে। বঙালী-অসমীয়াতো একই।" অৱশ্যে মই

কোৱা নাছিলোঁ যে মই বিবাহিত। মই আচৰিত হৈছিলোঁ। অৱশেষে শ্ৰীযুত ৰমাপতি বাবুক মই ছোৱালীজনী বিয়া কৰাবলৈ টানি কৈছিলোঁ। তেওঁ মান্তি নহ'ল। পিচত ভদ্ৰলোকজন কেবাবাৰো আমাৰ হোষ্টেললৈ গৈছিল। শেহত নিৰাশ হ'ল। মই তেতিয়া প্ৰেছিডেন্সী কলেজত এম্. এছ্. চি পঢ়িছিলোঁ। এই অধ্যায় শেষ হ'ল।

কলিকতাত এটা কিম্বদন্তী আছিল যে অসমলৈ মানুহ গ'লে ভেড়া হয়। আমাৰ লগত ল কলেজত পঢ়া ল'ৰাবোৰে সোধে। মই ধেমালি কৰি কওঁ, "হয়, অসমীয়াই যাদু জানে। কচুপাতৰ পানীত মন্ত্ৰ কৰি সেই পানী ছটিয়াই দিলেই মানুহ ভেড়া হয় আৰু ঘাঁহ খাবলৈ ধৰে।" ইয়াকে কোৱা শুনি মোৰ বন্ধু এজনৰ পেটে পেটে ভয় হ'ল আৰু মোৰ ওচৰত নবহা হ'ল। মোক তেওঁ দূৰৈৰপৰা প্ৰণাম কৰি কয়, "দাদা, মোক ভেড়া নকৰিবা।" আমি অসমীয়া ল'ৰাকেইজনে বৰ আমোদ উপভোগ কৰিছিলোঁ।

হিন্দু হোষ্টেলৰ তিনি তলাত আমি আছিলোঁ। সেইটো ৱাৰ্ডৰ নাম আছিল "হাইলেণ্ডছ"। তাত প্ৰায় ল'ৰাবোৰে নপঢ়ে। সদায় ৰং-তামচা কৰি কটায়। কিতাপবোৰ লুকুৱাই থয়। বিচনাবোৰ অদল-বদল কৰে। ক'ৰ বস্তু ক'লৈ নিয়ে ক'ব নোৱাৰি। ৰাতি ভূতৰ মাত মাতি ভয় খুৱায়। এইদৰে তিনিমাহমান আমোদ কৰোতেই দিন যায়। মোৰ কোঠাত দুজন ছাত্ৰ আছিল। এজনৰ নাম আছিল শ্ৰীযুত বলীন্দ্ৰলাল দাস। তেওঁ বঙালী—বিহাৰৰ স্থায়ী বাসিন্দা। তেওঁৰ ভায়েকৰ নাম আছিল শ্ৰীযুত শচীন্দ্ৰলাল দাস। বিশ্ববিদ্যালয়ত প্ৰথম স্থান অধিকাৰ কৰা ল'ৰা। ককায়েক আছিল বৰ দুৰ্দান্ত। আৰু এজন ল'ৰা আছিল, তেওঁৰ নামটো পাহৰিলোঁ। তেওঁ পি. এন. বসুৰ পুতেক। আমাৰ অসমৰ বলিনাৰায়ণ বৰাৰ লগত তেওঁবিলাকৰ সম্বন্ধ। তেওঁ বৰ নম্ৰ আছিল। বিলাতত পঢ়িবলৈ যোৱাৰ কথা আছিল। যুদ্ধ হোৱা বাবে যোৱাটো নহ'ল।

এসময়ত প্ৰেছিডেন্সী কলেজৰ ল'ৰাৰ লগত ফুটবল খেলিবলৈ বৰহমপুৰ কলেজৰ ছাত্ৰ আহি হিন্দু হোষ্টেলত থাকিবলৈ আহিছিল। মই সন্ধ্যা ফুৰি গৈ দেখোঁ ছয়-সাতটা কোঠাৰ বেৰ গুচাই ধলা-বিচনা পাৰি আটাইবিলাক ল'ৰাই তাত ৰং-ধেমালি কৰিছে। মোৰ বিচনা, খাটিয়া আৰু আলমাৰিৰ কিতাপ নাই। মই ক'ত শুম, ক'ত পঢ়িম? মোৰ খাটিয়াখন মোৰ শোৱা ঠাইলৈ বাহিৰৰপৰা লৈ আহিলোঁ। বলীন্দ্ৰলাল দাস গৰ্জি উঠিল, "মশাই, আপনাক আমি খাটসুদ্ধ তিন তালা থেকে ফেলে দিব।" মোৰো উগ্ৰ খং উঠি কিবাকিবি বহুত ক'লোঁ। তাত এজন বিহাৰী ছাত্ৰ আছিল। নাম আছিল মুকুটধাৰী। তেওঁ মধ্যস্থ হৈ আমাৰ বিবাদ ভাঙি দিলে। মোৰ কিতাপবোৰ বলীন্দ্ৰলালে দলিয়াই মাটিত পেলাই দিলে।

পিচদিনা কোনোবাই ভুলি আনিলে। পিচত আৰু কান্দিয়া ভাগিল।

ৰাতি বহুত পৰলৈকে তাচ খেলোঁ। তাতে প্ৰথমে আমি অক্সন ব্ৰীজ খেলিবলৈ শিকোঁ। এইদৰে প্ৰথম তিনিমাহ হাইলেণ্ডছত নানা আমোদ-প্ৰমোদ কৰি থকাৰ পিচত তাত থকা mischief making Party ৰ তৰফৰপৰা শৈলেন বুলি এজন দীৰ্ঘজীৱী বলিষ্ঠ ছাত্ৰই আমাক তেওঁৰ বিয়া হৈছে বুলি জনালে আৰু প্ৰায় তিনি-চাৰি দিনৰ আগতে তেওঁ হোষ্টেলৰ-পৰা গুচি গ'ল। সকলোকে কলিকতাৰ ঠিকনা এটা দি আমাক নিমন্ত্ৰণ কৰিছিল। সকলোৱে উপহাৰ কিনি গাড়ী ধৰি বিয়াৰ নিমন্ত্ৰণ খাবলৈ গ'ল। মই কিবা এটা কাৰণত যাব নোৱাৰিলোঁ। পিচত ল'ৰাবোৰে উভতি আহি হাঁহি-তামচা কৰিবলৈ ধৰিলে। বিয়াৰ কথা মিছা! যিটো ঠিকনাত বিয়া হ'ব বুলি কৈছিল, ল'ৰাবিলাকে তাত এটা মুচীয়ে জোতা চিলাই কৰি থকা অৱস্থাত পালেগৈ। শৈলেন বাবুক সকলোৱে প্ৰশংসা কৰিবলৈ সভা এখন পাতি তেওঁক এটা পুৰস্কাৰ দিয়া হল। প্ৰথম তিনি-মাহমান এই 'মিচচিফ মেকিং পাৰ্টি'ৰ নানা ধৰণৰ ৰং-ধেমালি আমাৰ অসহ্য হৈছিল। পিচত ভালহে লাগিবলৈ ধৰিলে।

হিন্দু হোষ্টেলত থাকোঁতে কলিকতাৰ বিখ্যাত ষ্টাৰ থিয়েটাৰত হোষ্টেলৰ ল'ৰাবিলাকে অভিনয় কৰিছিল। মই একো পাৰ্ট লোৱা নাছিলো; কিন্তু আমি সকলোৱে ষ্টাৰ থিয়েটাৰত অভিনয় চাবলৈ দৰ্শক হিচাপে গৈছিলোঁ।

কলিকতাত থাকোঁতে মোৰ এটা ঘটনা হৈছিল। গড়ৰ মাঠলৈ ফুৰিবলৈ গৈছিলোঁ। ৰাতি বহুত হ'ল। ন বজাত হোষ্টেল পাবহি লাগে। মই ৰাতি হোৱা দেখি দৌৰি আহিছোঁ। মোক লৰ মাৰি অহা দেখি মোৰ পিচে পিচে পুলিচ এটাই খেদি আহিল আৰু মোক লগ ধৰি সুধিলে, "ক'লৈ যোৱা?" মই ক'লোঁ, "ৰাতি বহুত হ'ল, হোষ্টেললৈ যাওঁ।" তেওঁ তেতিয়া বুজিলে আৰু ক'লে, "আস্তে আস্তে যাও, নহীতো পুলিচ থানামে লে জায়েগা।" কলিকতাত থাকোঁতে দুবাৰ নে এবাৰ আমি হাওৰাত শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ ঘৰত নিমন্ত্ৰণ খাবলৈ গৈছিলোঁ। তেওঁৰ লগত মোৰ চিনাকি নাছিল আৰু চিনাকি দিবলৈকো নহ'ল। ধেমেলীয়া কথা কৈ তেওঁ অসমীয়া ছাত্ৰবিলাকক আনন্দ দিছিল।

## শ্বিলং যাত্ৰা

পূজাৰ বন্ধত এইবাৰ ঘৰলৈ নাহি শ্বিলং যাত্ৰা কৰিলোঁ। গুৱাহাটীত মটৰত উঠিলোঁ পুৱা। নংপুত দুপৰীয়া হ'ল। কাপোৰৰ বাকচ

মটৰত দিলোঁ। শ্বিলং পোৱাৰ আগতে বৰ জাৰ লাগিল। গাত বেছি কাপোৰ নাছিল। জাৰত ঠেৰেঙা হ'লোঁ।

যাহওক, শ্বিলং মটৰ অফিচলৈ শ্ৰীযুত বেদকণ্ঠ ভিনীহি আহিছিল। তেওঁ তেতিয়া শ্বিলঙত কাম কৰে। লাবানত প্ৰায় গোটেই মাহটো থাকিলোঁ। তেতিয়া শ্বিলঙত কাম খালী থাকে। মই থকা মাহত কাম খালী নাছিল। সেইবাবে চৰকাৰী কাম কৰা সোৱাদ ল'বৰ সুবিধা নঘটিল। এতিয়াৰ দৰে তেতিয়া শ্বিলঙত মানুহ নাছিল। অসমীয়া কেৰাণী-মহৰী মাত্ৰ কেইজনমান, আঙুলিৰ মূৰত লেখিব পৰা। প্ৰায় এমাহ শ্বিলঙত থাকি ঘৰলৈ আহিলোঁ। এইমাহ শ্বিলঙৰ হাৱা-পানীয়ে মোৰ শৰীৰ বৰ ভাল কৰিলে। কাম বিচাৰি শ্বিলঙলৈ যোৱা নাছিলোঁ। কাম পোৱা হ'লে অৱশ্যে কৰিলোঁহেঁতেন ; অন্ততঃ শ্বিলঙলৈ অহা-যোৱা খৰচটোকে উলিয়ালোঁহেঁতেন।

অসমীয়া মানুহ তাত আৰু কোন আছিল মনত নাই। দেউতাৰ ভাগিন-জোঁৱাই এজন তাত আছিল। তেওঁ মোক চাবলৈ আহিছিল তেওঁৰ নাম শ্ৰীযুত ৰত্নেশ্বৰ ঠাকুৰ। মানুহ যোৰহাটৰে। আগেয়ে তেওঁক দেখা নাছিলোঁ। ভিনীহিয়ে নিজে ভাত ৰান্ধে। খাছিয়া চাকৰণীয়ে আন কামবোৰ কৰি দিয়ে। তেওঁৰ লগত তেওঁৰ ভায়েক এজন আৰু কোনোবা এজন নে দুজন আছিল। ৰাতিপুৱা ফুৰিবলৈ বৰ ভাল লাগে আৰু দিনত হ'লে জলপ্ৰপাত আদি শ্বিলঙৰ ধুনীয়া পৰ্বতৰ মনোমোহা দৃশ্যবোৰ চাই হেঁপাহ পলুৱাওঁ। ৰাস্তাবোৰ ধুনীয়া। তাত মাখি-মহ নাই। কেনে বিতোপন অসমৰ ৰাজধানী।

তেতিয়াৰপৰা দ্বিতীয়বাৰ শ্বিলং দেখাদেখি হয় ১৯৩৭ চনৰ এপ্ৰিল মাহত এছেমব্লী মেম্বৰ হিচাপে। শ্বিলঙৰ চেহেৰা ইমান পৰিবৰ্তন হ'ল যে তাক ভাবিব নোৱাৰি। প্ৰায় ২৩ বছৰৰ ভিতৰত শ্বিলং এখন প্ৰকাণ্ড নগৰত পৰিণত হ'ল। আগৰ দৰে জাৰ নাই। কাপোৰৰ অভাৱত জাৰত কঁপিব লগা হোৱা নাছিল।

## আৰ্ল ল কলেজ

১৯১৫ চনৰ জুলাই মাহত আৰ্ল ল কলেজত নাম লগালোঁ। শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা প্ৰিন্সিপাল, দেশভক্ত তৰুণৰাম ফুকন, সত্য নাথ বৰা আৰু ব্ৰাউন চাহাব প্ৰফেছৰ। হোষ্টেলত আমি মুঠতে ১৩/১৪ জন ছাত্ৰ আছিলোঁ। আমাৰ আৰু বৰুৱাৰ ভিতৰত বৰ *হলিগলি আছিল। সদায় বৰুৱাদেৱে আমালৈ এটা নহয় এটা খোৱা বস্তু পঠিয়াই থাকে।*

ৰাতি আমাক মাতে। তেওঁৰ ঘৰত গান-বাজনা কৰে। এবাৰ ফুকনে চিকাৰ কৰি আমাৰ হোষ্টেললৈ বহুত বনৰীয়া চৰাই পঠাইছিল। আৰু এদিন প্ৰায় ৩০ সেৰমান ওজনৰ এটা পিঠিয়া মাছ বৰশাৰে ধৰি পঠিয়াইছিল।

শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাই আমাৰ হোষ্টেলৰ ল'ৰাবিলাকক বন্ধু হিচাপে ব্যৱহাৰ কৰিছিল। তেখেতসকলে সপৰিবাৰে আমাক লৈ এবাৰ বশিষ্ঠাশ্ৰমলৈ গৈছিল। তাতে ভাত-পানী খোৱা হৈছিল। বৰুৱাৰ ঘৰত চাকৰ-নাকৰ বহুত আছিল। তেখেতৰ খুলশালীয়েক আৰু শহুৰেক লগতে আছিল। ৰাতি হ'লে ল'ৰাবোৰে ভূতৰ মুখা পিন্ধি আমাৰ হোষ্টেলৰ খিৰিকীয়েদি ওলাই ভয় খুৱাইছিল। বৰুৱাক আমালোকে হোষ্টেলত নিমন্ত্ৰণ কৰি ভাত খুৱাইছিলোঁ। একে মজিয়াতে প্ৰফেছৰ আৰু ছাত্ৰ ভাত খাই একেদৰে ৰং-ধেমালি কৰি দিন নিওৱা অতি বিৰল।

আৰ্ল ল কলেজৰ এবছৰ মোৰ মানত ছাত্ৰজীৱনৰ আদৰ্শ আৰু সুখৰ বছৰ। আমাৰ প্ৰিন্সিপাল জে. বৰুৱা এজন আদৰ্শ পুৰুষ আছিল। তেওঁ আমাক সমনীয়াৰ দৰে ব্যৱহাৰ কৰিছিল। তেখেতৰ পৰিবাৰে আমাক বৰ মৰম কৰিছিল। নতুন নতুন বস্তু কৰি সদায় আমাক খুৱাইছিল। ল কলেজত এই প্ৰথমে আমি এটা আপোন পৰিয়ালৰ মাজত থকা দি থাকিলোঁ। ৰাতিপুৱা দুঘণ্টা কলেজ কৰি গোটেই দিনটো তাচ খেলি নানা আমোদ-প্ৰমোদৰ মাজত কটাইছিলোঁ।

দীঘলী পুখুৰীৰ পাৰত প্ৰাগ্‌জ্যোতিষপুৰৰ ৰাজধানী গুৱাহাটী নগৰত এই ল কলেজ স্থাপন কৰি অসমৰ চীফ্ কমিছনাৰ আৰ্ল চাহাবে অসমত আইন পঢ়িবলৈ বহুতক সুবিধা দি গ'ল। তাতে আকৌ প্ৰথমে আমি অসমীয়া প্ৰিন্সিপালৰ তলত আটাইবিলাক অসমীয়া। অসমীয়া প্ৰফেছৰৰ তলত পঢ়ি কেনে যে আনন্দ অনুভৱ কৰিছিলোঁ তাক প্ৰকাশ কৰা টান।

জে. বৰুৱাৰ ঘৰত দৈনিক খোৱা-বোৱা চলি থাকে। আমাৰ ল কলেজৰ ছাত্ৰবিলাকৰ লগত জে. বৰুৱাই আগৰ পুৰণিকালৰ অসমীয়া সাধুকথা আৰু তেওঁৰ বিলাতৰ অভিজ্ঞতা আদি কৈ আমাক মোহিত কৰিছিল। দেশভক্ত তৰুণৰাম ফুকন, যাক অসমৰ মুকুটবিহীন ৰজা বুলিব পাৰি, তেওঁ আমাক পঢ়ুৱাইছিল। তেওঁৰ বক্তৃতা শুনি আমি স্তম্ভিত হৈছিলোঁ।

সত্যনাথ বৰা এজন সাধু পুৰুষ আছিল। তেখেত গহীন-গম্ভীৰ। পঢ়াৰ সময়ত গহীনভাৱে পঢ়ুৱাইছিল। আন বাহিৰা কথা কোৱা অভ্যাস তেখেতৰ নাছিল। আৰ্ল ল কলেজত এই অসমীয়া ত্ৰিমূৰ্তিৰ মিলন বৰ সৌভাগ্যৰ কথা আছিল। ইংৰাজ প্ৰফেছৰ ব্ৰাউন চাহাবো এগৰাকী খ্যাতনামা পণ্ডিত আছিল। তেখেতৰ লগত মোৰ মাজে-সময়ে বাক্‌যুদ্ধ চলিছিল।

তেখেতে যিটো বিষয় আমাক পঢ়ুৱাইছিল সেই বিষয়টো তেখেতে ভালকৈ নাজানিছিল। কাজেই আমি তেখেতৰ ক্লাছলৈ নগৈছিলোঁ, মাত্ৰ প্ৰেজেণ্ট মাৰ্কটো ল'বৰ কাৰণে ক্লাছত উপস্থিত হৈছিলোঁ। এদিন তেখেতৰ খং উঠি আমাক ডাবি দিয়াত মই কলোঁ, "আপোনাৰ ক্লাছলৈ আহি একো লাভ নাই। কাৰণ, আপুনি কিতাপ পঢ়োৱা দূৰৰ কথা, কিতাপ পঢ়িবকে নাজানে।" তেতিয়া তেখেতে ক'লে, "হয়, মই এই বিষয়ে আগেয়ে পঢ়া নাছিলোঁ। বঙ্গদেশৰ টেনেন্সী আইন মোৰ পক্ষে অলপ টান বিষয়।" ব্ৰাউন চাহাবৰ লগত মোৰ ক্ৰমে কাজিয়া হবলৈ ধৰিলে।

ইফালে জে. বৰুৱাই মোক অতি ভাল পোৱা হ'ল। ব্ৰাউন চাহাবেও সদায় জে. বৰুৱাৰ ঘৰতে চাহ খায়হি আৰু ল'ৰাবোৰৰ লগত খুব মিলে। ব্ৰাউন চাহাবে এদিন মোক সুধিছিল, "উজনি অসমত ইউ-ৰোপীয়ান বহুত আছে হেনো।" মই কলোঁ, "বহুত আছে, কিন্তু তেওঁ-বিলাকে ভাল ব্যৱহাৰ নাজানে।" তেতিয়া তেওঁ সুধিলে, "কিয়?" মই ক'লোঁ, "বাগিছাৰ মাজত এনে বহুত চাহাব আছে যি বাগানৰ ৰাস্তাত মানুহক ছাতি মেলি যাবলৈ নিদিয়ে। ঘোঁৰা আৰু চাইকেলত উঠি যোৱা মানুহক ঘোঁৰা আৰু চাইকেলৰপৰা নমাই অপমান কৰে।" ইত্যাদি কথা কোৱাত তেওঁ নিমাত হ'ল।

ব্ৰাউন চাহাবে পিচত অইন এটা বিষয় আমাক পঢ়াবলৈ ল'লে। কলিকতা বিশ্ববিদ্যালয়ত ব্ৰাউন চাহাবৰ নাম আছিল। আশু মুখাৰ্জীয়ে কলিকতাৰ চিনেট হলত ব্ৰাউন চাহাবৰ হতুৱাই ছাত্ৰবিলাকৰ মাজত বক্তৃতা দিয়াইছিল। ব্ৰাউন চাহাবৰ প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধাও আছিল। এদিন তেওঁ ঘৰ ভাৰাৰ কথা কৈ ক্লাছত বক্তৃতা দিছিল এইদৰে, "গুৱাহাটীত মই যি ঘৰৰ ভাৰা দিওঁ, লণ্ডনত সেই একে ভাৰাকে দি এখন ৰাজবস্তিত থাকিব পাৰিলোঁহেঁতেন।", মই ক'লোঁ, "আপুনি ইয়াত ৰজাৰ দৰে দৰমহাও পাইছে।" ব্ৰাউন চাহাবে তেতিয়া ক'লে, "ভাৰতবাসীয়ে ইংৰাজ শিক্ষক নহ'লে ভাল শিক্ষা পাব নোৱাৰে। ইংৰাজ শিক্ষক ভাৰত-বাসীৰ শিক্ষাৰ উন্নতিৰ কাৰণে অতি আৱশ্যক।" তেতিয়া মই ক'লোঁ, "কলিকতাৰ ছাৰ পি. চি. ৰায় আৰু জগদীশ বসুৰ আগত বহুত ইংৰাজ শিক্ষকৰ ঠাই নাই।" এইদৰে মাজে মাজে তৰ্ক-বিতৰ্ক হয়। অন্তৰত বোধহয় ব্ৰাউন চাহাবে মোক সিমান বেয়া পোৱা নাছিল। আনফালে সকলো ক্ষেত্ৰতে আমি ব্ৰাউন চাহাবক ভাল পাইছিলোঁ। বিশেষকৈ ইংৰাজ শিক্ষকৰ লগত একেলগে খোৱা-বোৱা কৰি সামাজিক হিচাপে থাকি ভালেই পাইছিলোঁ। আমাৰতো ছাত্ৰজীৱনত ইংৰাজ শিক্ষকৰ লগত ইমান সদ্ভাৱ ৰাখি চলিব পৰা অভিজ্ঞতাও নাছিল।

কটন কলেজৰ প্ৰিন্সিপাল আছিল চুড্‌মাৰ্চন চাহাব। তেওঁ আমাক পঢ়ুৱাইছিল। কিন্তু তেওঁৰ লগত মিলা কথাতো দূৰতেই থাওক, তেওঁ ল'ৰাবিলাকক স্কুলৰ মাষ্টৰৰ দৰে শাসন কৰিছিল। তেওঁলৈ বৰ ভয় লাগিছিল। ডঃ টম্‌চনে আমাক কটন কলেজত কেমিষ্ট্ৰি পঢ়ুৱাইছিল। তেওঁ বৰ খঙাল আছিল। মোৰ লগত তেওঁৰ ব্যৱহাৰ ভালেই আছিল যদিও তেওঁলৈকো আমাৰ ভয় লাগিছিল। প্ৰেছিডেন্সী কলেজত হেৰীছন নামে এজন ইংৰাজ প্ৰফেছৰ আছিল। তেওঁৰ লগতো মোৰ মাজে-সময়ে তৰ্কাতৰ্কি হৈছিল; কিন্তু তেওঁলৈকো মই ভয় কৰিছিলোঁ। পিক্‌ বুলি এজন চাহাব আছিল। তেওঁ বৰ মৰমিয়াল আছিল। তেওঁৰ লগত কথা পাতি বৰ ভাল পাইছিলোঁ।

কিছুদিন বেৰো চাহাব কটন কলেজৰ প্ৰিন্সিপাল আছিল। তেওঁৰ ব্যৱহাৰো ভালেই আছিল। কলেজৰ ছাত্ৰবিলাকক তেওঁ ভাল ব্যৱহাৰ কৰিছিল। ইতিমধ্যে আমাৰ ইণ্টাৰমেডিয়েট পৰীক্ষা হ'ল। এখন পেপাৰ ব্ৰাউন চাহাবে কাটিছিল। বৰ টান আছিল পেপাৰখন। প্ৰায় তিনি পৃষ্ঠামান হ'ব। পৰীক্ষাৰ ঘৰত সোমাই আমি অবাক হ'লোঁ। ব্ৰাউন চাহাবে আমাক সুধিলে, "পেপাৰখন কেনে পাইছা?" আমি ক'লোঁ, "বৰ টান। এইখন পেপাৰত বহুত লৰা ফেইল হ'ব।" তেওঁ ক'লে, "যি কোনো এটা প্ৰশ্নৰ ভালকৈ উত্তৰ দিব পাৰিলেই পাছ হ'বা।" আমি ক'লোঁ, "এইটো নিয়ম আমাৰ বিশ্ববিদ্যালয়ত নাখাটে। যি প্ৰশ্নৰ যিমান নম্বৰ তাতকৈ বেছি পাব নোৱাৰে।" এইবাৰ মোক পৰীক্ষাৰ ভূতে নাপালে। সাতজনে পৰীক্ষা দিছিলোঁ।' অকল মইহে পাছ হলোঁ। জে. বৰুৱাই মোক আৰু বেছি ভাল পোৱা হ'ল। ব্ৰাউন চাহাবৰ লগত কাজিয়া নোহোৱা হ'ল। আমি বাকী সময় ভালেৰে কটালোঁ পৰীক্ষাত পাছ হোৱা দেখি ব্ৰাউন চাহাবেও মোক ভাল পাবলৈ ধৰিলে আৰু পৰীক্ষাৰ প্ৰশ্ন যে টান হৈছিল তাকো বুজিলে।

ইতিমধ্যে এদিন অসমৰ ডি. পি. আই. মিঃ কানিংহাম আৰু দুৰ্গাধৰ বৰকটকী আৰ্ল ল কলেজ চাবলৈ আহিলে। মোৰ কথা জে. বৰুৱাই বৰকৈ ক'লে। মই পঢ়ি আছিলোঁ। মিঃ কানিংহাম চাহাবক বৰকটকীয়ে মোৰ সৈতে চিনাকি কৰি দিছিল এইবুলি, "He is Mr. K. N. Sarma, who has applied for an appointment in the Education department as a manual Instructor." মই সুবিধা ললোঁ। তৎক্ষণাত উত্তৰ দিলোঁ, "But you have not the courtesy to give a reply. Whereas a Bangali M. A. who also applied for a Professorship in the cotton college got a reply and his name was registered and informed that when vaca-

ncy occurs his case will be considered. The same gentleman got a reply from Bihar Govt. that as he is not a native of that province his case connot be considered." তেতিয়া মিঃ কানিংহাম চাহাবে ক'লে যে "আমি প্ৰথমতে মাষ্টৰক মাহে পঞ্চাশ টকাৰ ওপৰ দৰমহা দিব নোৱাৰোঁ। আপোনালোকে কাম নোলোৱা কাৰণে বঙালী মাষ্টৰ ল'বলৈ বাধ্য হৈছোঁ।" মই তেতিয়া ক'লোঁ, "আমি কলেজত পঢ়োতেই মাহে ৪০।৫০ টকা খৰচ কৰোঁ আৰু আমাৰ এটা থকা-মেলাৰ ষ্টেণ্ডাৰ্ড হৈ পৰিছে। তাৰ উপৰি বহুত ল'ৰাই ধাৰ কৰি পঢ়ে। বহুত অসমীয়া ল'ৰাৰ অৱস্থা একেবাৰে বেয়া। এনে অৱস্থাত বি. এ. পাছ কৰি মাহে পঞ্চাশ টকাকৈ লৈ চলিব কেনেকৈ? আপোনালোক ইংৰাজসকলে প্ৰথমতেই পাঁচ শ টকা দৰমহাত নিযুক্ত হয়। বছৰি বাঢ়ি গৈ কিমানত শেষ হয় তাৰ ঠিকনা নাই। আমাৰ ভিতৰত ইমান পাৰ্থক্য কিয়?" এইদৰে বহুত তৰ্ক কৰিলোঁ। তেতিয়া মিঃ কানিংহামে ক'লে, 'আজিকালি ওকালতিতো বহুত ভীৰ হ'ল।' তেতিয়া মই ক'লোঁ, "বজাৰত দোকান বহুত থাকে তথাপি কোনো এখন দোকান গ্ৰাহকৰ অভাৱত উঠি যোৱা নাই। আমি আশা কৰোঁ, ওকালতি কৰি আমি মাহে পঞ্চাশ টকাতকৈ বেছি উপাৰ্জন কৰিব পাৰিম। তাৰ উপৰি ওকালতি এটা স্বাধীন ব্যৱসায়। কাৰো তলতীয়া হৈ কাম কৰিব নালাগিব।" মিঃ কানিংহামে ধন্যবাদ দি গুচি গ'ল, কিন্তু মোৰ তৰ্কৰ যুক্তিবোৰ বুজিও নুবুজা যেন দেখুৱালে।

১৯১৬ চনৰ জুলাই মাহত ফাইনেল পৰীক্ষা দিলোঁ। ঘৰলৈ যাবলৈ প্ৰস্তুত। ছাত্ৰ-জীৱন শেষ হ'ল যেন লাগিল। পৰীক্ষাটো পাছ হোৱাৰ পূৰা আশা। যোৰহাটৰপৰা জি বেজবৰুৱাই মাহে ৬০ টকা দৰমহাত শিক্ষক নিযুক্ত কৰি এখন চিঠি দিলে। মোৰ লগতে বৰ্তমান চৰকাৰী উকীল শ্ৰীযুত দেবেশ্বৰ শৰ্মালৈকো সেইদৰে এখন চিঠি দিলে। মই উভয়-সঙ্কটত পৰিলোঁ। বেজবৰুৱা ডাঙৰীয়াৰ লগত কাজিয়া কৰি আজি প্ৰায় চাৰি-পাঁচ বছৰ তেখেতৰ লগত দেখা-সাক্ষাৎ কৰা নাছিলোঁ। ইফালে কলেজত পঢ়োঁতে এই বছৰ মোৰ প্ৰায় তিনি শ মান টকা ধাৰ লাগিল। ঘৰতো একো উপাৰ্জন নাই। আমাৰ অৱস্থা একেবাৰেই শোচনীয় হৈ পৰিছিল।

ইতিমধ্যে মোৰ পৰিবাৰক ঘৰলৈ অনা হ'ল। ১৯১৫ চনৰ পূজাৰ বন্ধত মোৰ সহধৰ্মিনীৰ লগত মিলন হ'ল। ইমানদিনে আমাৰ ঘৰখন শুৱনী হ'ল। মোৰ আই আৰু শ্ৰীমান শিৱৰ লগত প্ৰায় এবছৰ মোৰ পৰিবাৰে ঘৰখন দুখে-কষ্টে চলালে। শ্ৰীমান ৰাধায়ো পাছ কৰি ঘৰলৈ আহিল। মনতে ভাবিলোঁ, বেজবৰুৱা স্কুলত কাম নকৰোঁ। আকৌ বেজবৰুৱাক দেখা নিদিওঁ। চৰকাৰী স্কুল বা মিছনাৰী স্কুলত কাম বিচাৰিম।

এইদৰে মনতে ঠিক্ কৰি ঘৰলৈ আহিলোঁ। চৰকাৰী স্কুলত কাম পোৱাৰ আশা নাই। তাতে পঞ্চাশ টকাৰ ওপৰত নিদিয়ে। মিছনাৰী স্কুলতো কাম খালী নাই। এনেতে এদিন যোৰহাটৰ দাস কোম্পানীত মোক বেজবৰুৱা ডাঙৰীয়াই লগ পাই লৰ মাৰি গৈ মোৰ শলাগ ল'লে আৰু স্কুলত কাম কৰিবলৈ অনুৰোধ কৰিলে। মই সকলো পাহৰি গলোঁ আৰু মনে মনে লাজ পালোঁ। মই কিয় মিছাকৈয়ে মোৰ শিক্ষাগুৰুৰ ওপৰত খং কৰিছিলোঁ।

যি কি নহওক, বেজবৰুৱা স্কুলত মই আৰু শ্ৰীযুত দেৱেশ্বৰ শৰ্মাই মাষ্টৰ কামত একেলগে নিযুক্ত হ'লোঁ। এতিয়া মোৰ নিজৰ উপাৰ্জন। ঘৰত আমি এই ছমাহ বৰ সুখেৰে নিয়ালোঁ। মোৰ আইৰ আনন্দৰ সীমা নাই। মাহে ৬০ টকা দৰমহাতো অলপ নহয়। মোৰ দৰমহা আইৰ হাতত দিওঁ আৰু মাহটো বৰ সুখেৰে যায়। পৰীক্ষা পাছ হোৱা খবৰ আহিল। বেজবৰুৱা ডাঙৰীয়াই মোক ক'লে, "When you were born, your father was a pleader".

শ্ৰীযুত দেৱেশ্বৰ শৰ্মাই কাম ইস্তফা দি ওকালতিৰ কাৰণে হাই-কোৰ্টলৈ লেখিলে। মোক বেজবৰুৱাই এৰি নিদিলে। ক'লে, "This is a goddess. If you leave the School, the goddess will curse you." কাজেই মই আৰু এমাহমান বেছিকৈ থাকিলোঁ। মেট্ৰিকুলেশ্যনৰ টেষ্ট পৰীক্ষাৰ পিচত ময়ো কাম ইস্তফা দি ওকালতিৰ বাবে দৰ্খাস্ত কৰিলোঁ।

১৯১৭ চনৰ জানুৱাৰী মাহত যোৰহাটৰ বাৰত উকীল হৈ পৰিলোঁ। অলপ দিনৰ পিচত শ্ৰীমান ৰাধাও উকীল হ'ল। এতিয়া আমি দুজন উকীল একে ঘৰৰে। শ্ৰীযুত দেৱেশ্বৰ শৰ্মা আৰু মই আৰ্ল ল কলেজৰ প্ৰথম বি. এল. উকীল। মিঃ জেহিৰুল হক চাহাব আৰু বাবু শ্ৰীযুত গিৰিজাশঙ্কৰ গুহয়ো আমাৰ লগতে বি. এল. পৰীক্ষা দিছিল। পাছ নহ'ল। "Failures are the pillars of success." কিন্তু তেওঁবিলাক দুজন ই. এ. চি. নিযুক্ত হ'ল। এতিয়া দুয়োজন ডেপুটী কমিছনাৰ হৈছে। সেই সময়লৈকে ই. এ. চি.ৰ পদবোৰ পেঞ্চনভোক্তা ই. এ. চি.ৰ পুতেকহঁতৰ কাৰণে পৈত্ৰিক সম্পত্তি হিচাপে ৰক্ষিত হৈ থকাৰ দৰে আছিল। বি. এ. পাছ কৰাৰ পিচৰপৰা এওঁবিলাকে কেনেকৈ পিতৃ-পিতামহৰ গাদীত বহিব পাৰে তাৰবাবে যৎপৰোনাস্তি যত্ন কৰিছিল। আমি জনাত সেই সময় পৰ্যন্ত এই ভাববোৰ তেওঁবিলাকৰ একচেটিয়া স্বত্ব থকা যেন দেখা গৈছিল। পাছ কৰক নকৰক কোনো কথা নাই, ই. এ. চি.ৰ ল'ৰা হ'লেই এটা ডাঙৰ খাতিৰ আৰু সুকীয়া ব্যৱস্থা। এইদৰে অসমত ই. এ. চি.ৰ পুতেক ই. এ. চি., মৌজাদাৰৰ পুতেক মৌজাদাৰ, মণ্ডলৰ পুতেক মণ্ডল, গাওঁবুঢ়াৰ

পুতেক গাঁওবুঢ়া হোৱা প্ৰথা চলি আহিছিল। এইদৰে ইংৰাজৰ আমোলত শিক্ষিত সমাজৰ ভিতৰত এটা দাস কোম্পানী দলৰ সৃষ্টি হৈ বৃটিশৰ শাসন পদ্ধতিৰ চকা দৃঢ়ৰপৰা দৃঢ়তৰ কৰি দি আনন্দত বিভোল হৈছিল। ময়ো সেই জগন্নাথৰ ৰথৰ চকাত পৰিবলৈ হেঁপাহ কৰিছিলোঁ। মোৰ দৰ্খাস্তৰ উত্তৰ নোপোৱাত মই সেই কোম্পানীৰ অংশীদাৰ হ'ব নোৱাৰিলোঁ।

মই এইবোৰৰ কাৰণে যত্ন কৰা কথা স্বপ্নতো ভবা নাছিলোঁ। এবাৰ শিক্ষা বিভাগত দৰ্খাস্ত কৰি জোলোকা-জোলোকে পানী খালোঁ আৰু সেইফালে হাত নেমেলোঁ বুলি মনে মনে প্ৰতিজ্ঞা কৰিলোঁ। বেজবৰুৱা স্কুলত কাম ক'ৰি থাকোঁতে টোক্লাই এক্সপেৰিমেণ্টেল ফাৰ্মত এশ টকাত চাকৰি ল'বলৈ বন্ধু কেইজনমানে মোক কৈছিল। তেতিয়া মই ভাবিলোঁ, এতিয়া আৰু সময় নাই। বি. এল. পাছ কৰি লৈয়েই আমিও দেউতাৰ ব্যৱসায়ত লাগি থকাই ভাল হ'ব। আকৌ লোকৰ তলত কাম কৰিবলৈ ইচ্ছা নগ'ল। ওকালতি কৰি থাকোঁতে চৰকাৰী হাইস্কুলৰ বঁটা বিতৰণী সভা হৈছিল। তালৈ নিমন্ত্ৰণ কৰাত মই গৈছিলোঁ। তালৈ মিঃ কানিংহাম আৰু দুৰ্গাধৰ বৰকটকী আহিছিল। মোক দুৰ্গাধৰ বৰকটকীয়ে মিঃ কানিংহাম চাহাবক চিনাকি কৰি দিছিল এইবুলি কৈ ঃ "He is Mr. K. N. Sarma, who has applied for an appointment in the Education department as manual instructor." মোৰ বৰ খং উঠিল। বৰকটকীদেৱক ক'লোঁ, "I take strong exception to this. Please introduce me as Mr. K. N. Sarma, pleader." ইয়াতে মোৰ চৰকাৰৰ শিক্ষা বিভাগৰ কামৰ বাবে দৰ্খাস্ত কৰাৰ অপমান শেষ হ'ল।

আৰু এবাৰ মিঃ কানিংহামক দেখা পাইছিলোঁ যোৰহাটত বহা 'চেকেণ্ডাৰী এডুকেশ্যন এন্কোৱাৰী কমিটি'ত সাক্ষী দিবলৈ আহোঁতে। মোৰ আশা আছিল যে শিক্ষা বিভাগে অসমত ছেকেণ্ডাৰী শিক্ষা বিষয় উন্নতি কৰিবলৈ আন্তৰিক চেষ্টা কৰিবৰ কাৰণে এটা তদন্ত কৰিছে ; কিন্তু কমিটিৰ আগত সাক্ষ্য দি বুজিলোঁ যে এইটো এটা ভেকোভাওনাহে।

১৯৩০ চনত আকৌ কানিংহাম চাৰ্কুলাৰ লৈ মোৰ প্ৰথম পুত্ৰ শ্ৰীমান দুৰ্গাদাসৰ ওপৰত চৰকাৰী স্কুলৰ মেনেজিং কমিটিৰ সভাপতি মিঃ কাণ্টলি চাহাবে নটীছ জাৰি কৰিছিল আৰু মই মোৰ পুত্ৰৰ পক্ষ লৈ সমৰ্থন কৰিলোঁ যে সি কানিংহাম চাৰ্কুলাৰ ভঙ্গ কৰি ভাল কামকে কৰিছে আৰু মোৰ ল'ৰাই শাস্তি পাবৰ যোগ্য নহয়। কমিটিয়ে শ্ৰীমান দুৰ্গাক সাত টকা জৰিমনা কৰিলে। সেই জৰিমনা শ্ৰীমান ৰাধাই দিলে। তাৰ পিচত তাক মই চৰকাৰী স্কুলৰপৰা নাম কটাই আনিলোঁ আৰু এবছৰৰ পিচত বেজবৰুৱা স্কুলত নাম লগাই দিলোঁ।

## ওকালতি আৰম্ভ

১৯০৯ চন পৰ্যন্ত দেউতাই যোৰহাটত ওকালতি কৰিছিল। সাত বছৰৰ পিচত মই ওকালতি আৰম্ভ কৰিলোঁ। দেউতাৰ তৰণী দুজন— এজন দেউৰাম শৰ্মা, আনজন অনিৰাম মহৰী। আন তৰণীবিলাকে মোক দুই-এটা মোকৰ্দমা দিবলৈ ধৰিলে। মই আৰু শ্ৰীযুত গোলোক বৰুৱাই একেদিনাই ওকালতি আৰম্ভ কৰোঁ। আমাৰ পুৰোহিতৰ এটা ফৌজদাৰী মোকৰ্দমা হৈছিল। তেওঁ মোক যৎসামান্য ফিজ দি মুৰত আশীৰ্বাদ দি উকীল ধৰিলে। মই শ্ৰীযুত গোলোক বৰুৱাকো উকীল ধৰিবলৈ কলোঁ।

আমি দুয়ো আদালতত হাজিৰ হলোঁ। কৃপাল বৰুৱা উকীল আছিলেই। তেওঁ দুই-এটা কথা কৈ মোকৰ্দমাত জিকালে আৰু আমাক কৃপাল বৰুৱাই ক'লে, "তোমালোকে মোকৰ্দমা জিকিলা।" তাৰ পিচদিনা আকৌ এটা মোকৰ্দমাত মোক উকীল ধৰিলে। মই শ্ৰীযুত বেণুধৰ ৰাজ-খোৱা মেজিষ্ট্ৰেটৰ আদালতত হাজিৰ হ'লোঁ। ৰাজখোৱাই ক'লে, "জেৰা কৰা।" মই দুই-এটা প্ৰশ্ন সুধিলোঁ। মোৰ মোক্কেলে মোক বেয়া পালে। "বহুত কথা আছিল। আপুনি একো নুসুধিলে।" মই ক'লোঁ, 'বেছি কথা সুধিলে একো লাভ নহয়।" মই বাৰ লাইব্ৰেৰীলৈ গ'লোঁ। মোৰ মোক্কেলে মাতিলে, "দেউতা।" যি কি নহওক, মোকৰ্দমাৰ হুকুম দিব। ভয়ে ভয়ে আদালতত হাজিৰ হ'লোঁ। মেজিষ্ট্ৰেটে ক'লে, "আচামী খালাচ। এইটো মোকৰ্দমা ফৌজদাৰী নহয়, দেৱানী কৰিবা।" মৌলবী কেৰামৎ উকীলে মোক ক'লে, "যোৱা, বকচিচ্ লোৱাগৈ।" মই আৰু একো নুবুজিলোঁ।

যি কি নহওক, এইদৰে দিনে মোকৰ্দমা পাবলৈ ধৰিলোঁ। "নতু-নকৈ পাছ কৰি অহা উকীল, আইন ভাল জানে" বুলি মোক্কেল আহিবলৈ ধৰিলে। ওকালতিত বেচ, উপাৰ্জন হ'ল। ভাৰ-ভেঁটী আহিবলৈ ধৰিলে। দেউতাৰ মোক্কেল দুই-এটাও পাবলৈ ধৰিলোঁ। দেউতাই মোকৰ্দমা জিকাই দিয়া কথা কৈ মোক উকীল ধৰি আমাৰ ঘৰতে থকাকৈ নকছাৰী আদি দূৰৈ মৌজাৰ মানুহবিলাক আহিবলৈ ধৰিলে।

মোকৰ্দমা বহুত পালোঁ। দিনে তিনি-চাৰিটা মোকৰ্দমা থাকে। দৈনিক দহ-পোন্ধৰ টকা পাওঁ। খৰচো সেইদৰেই হয়। আৰম্ভণিটো ভালেই হ'ল। চাৰিওফালে মোৰ কথা কোৱা শুনো। এদিন জেওৰ'-খৰি চুৰ কৰা পুলিচ কেছ এটাত কনকলাল বৰুৱাৰ আদালতত মই হাজিৰ হৈছিলোঁ। বৰুৱাই সুধিলে, "কি সুধিবা? মোকৰ্দমা চলাব পাৰিবা জানো?" মই দুই-এটা সাক্ষীক জেৰা কৰিলোঁ। মেজিষ্ট্ৰেটে মোৰ আগতে জাজ্‌মেণ্ট লিখিলে আৰু আচামীক মাতি আনি লাহে লাহে ক'লে, "তই লাহে লাহে

ডাঙৰ চোৰ হ'বিগৈ। তোক চৌদ্ধদিনৰ ফাটেক দিলো।" মোৰ মোক্কেলৰ বাপেক-ককায়েক আদিয়ে কান্দিবলৈ ধৰিলে আৰু মোক আপীল কৰি হ'লেও ফাটেকৰপৰা আচামীক মুক্তি কৰিবলৈ কাকূতি কৰি ক'লে। মই দেখিলোঁ, আপীল নাই। হাইকোর্ট কৰিবলৈ গ'লে ফাটেকৰ দিন পাৰ হৈ যাব। নিৰুপায় হৈ হতাশ হ'লোঁ। এয়ে প্ৰথম মোৰ মোক্কেল ফাটেকলৈ গ'ল। মই ভাবিলোঁ, মোৰ দোষতে সি ফাটেক খালে। পুৰণা উকীল ধৰা হ'লে কিজানি সি ফাটেক নাখালেহেঁতেন। দুদিনমান ৰাতি মোৰ টোপনি অহা নাছিল।

ওকালতিত ক্ৰমে উন্নতি হবলৈ ধৰিলে। কোট-পেণ্ট-টাই পিন্ধি সৰ্বাইবন্ধা ঘৰৰপৰা খোজ কাঢ়ি কাছাৰীলৈ অহা-যোৱা কৰিবলৈ ধৰিলোঁ। দেউতায়ো এই ঘৰৰপৰা খোজ কাঢ়ি অহা-যোৱা কৰি ওকালতি কৰিছিল যদিও শেহৰ কেইবছৰমান এখন ঘোঁৰাৰ বাগীৰে দেউতাই কাছাৰী কৰিছিল। ১৮৯৭ চনৰ ভূমিকম্পত ঘোঁৰাটো মৰিলত ঘোঁৰাৰ বাগী দেউতাই এৰি দিলে। ক্ৰমে ধন-দৌলতৰ ফালে মন ঢাল খালে। ওকালতি কৰি টকা পাই স্কুলৰ মাষ্টৰী কাম নোপোৱা বাবে সেই সময়ত যি দুখ লাগিছিল এতিয়া কাম নোপোৱাৰ বাবে নিজৰ ভাগ্যক ধন্যবাদ জনালোঁ। দৈনিক যিমান টকা পাওঁ, খৰচ কৰোঁ। প্ৰায় সিমানেই টকা আহি থাকিব। এতিয়া নতুন উকীল। পুৰণা হলে দেউতাৰ দৰে টকা পাম। বহুত বাসনা মনত হৈছিল।

মই যেতিয়া ওকালতি আৰম্ভ কৰোঁ, তেতিয়া যোৰহাটত মোক লৈ পোন্ধৰজন উকীল আছিল। দুজনমান আকৌ বুঢ়া হ'ল। মাম্‌লা-মোকৰ্দমা বেছি নাই। মাত্ৰ কাছাৰীলৈ অহা-যোৱা কৰিছিল। সৰু সৰু দুই-চাইটা গোচৰ লয়। মই সকলো ৰকমৰ মোকৰ্দমা পাইছিলোঁ। কিতাপ আদি আনি ওকালতি ভালদৰে আৰম্ভ কৰিছিলোঁ। কোনো কোনো দিনত ৬০।৭০ টকা পৰ্যন্ত পাইছিলো। এইখন দোকান বৰ ডাঙৰ দোকান। কোনদিনা কিমান টকা আহিব ক'ব নোৱাৰি। ক্ৰমে মনলৈ সাহ আহিল। আদালতত নিৰ্ভয় মনে তৰ্ক-জেৰা কৰিব পৰা হ'লোঁ। ওকালতি ব্যৱসায়টো মোৰ মানত অতি গৌৰৱময় যেন লাগিছিল। পঢ়োতে যি ধাৰ লাগিছিল সেই ধাৰ মাৰিলো।

ইয়াত কিন্তু এটা কথা মই লক্ষ্য কৰিলোঁ। এই ব্যৱসায়টোত কেৱল নিজৰ যত্নৰ বাহিৰেও প্ৰথমতে কিছুমান আড়ম্বৰৰ দৰকাৰ যেন অনুভৱ কৰিলোঁ। ক্ৰমে মোৰ ওকালতিত যেনেকৈ উন্নতি হ'ল, সেইদৰে আনফালে এদল লোকে ক্ষতি কৰিবলৈকো আৰম্ভ কৰি দিলে। ওকালতিত উন্নতি কৰাটোত বহুত ঠগ-প্ৰৱঞ্চনাৰ মাজেদি যাব লগা যেন দেখিলোঁ। যিটো গোচৰ নচলে, সেই ধৰণৰ মাম্‌লা বেছি। প্ৰায় মোকৰ্দমাবোৰ মিছা,

যোৰা দিয়া, ব'ত প্ৰকৃত সত্য গোচৰবোৰ নিটিকে। মই প্ৰথমতে মিছা মোকৰ্দমা নলওঁ বুলি স্থিৰ কৰিছিলোঁ। মোক্কেলবিলাকে সঁচা কথা নকয়। দেৱানী গোচৰ ফৌজদাৰী মোকৰ্দমা কৰি সজাই-পৰাই দিব লাগে। ফৌজদাৰী গোচৰ বেগেতে নিস্পত্তি হয় আৰু ইয়াৰ খৰচো কম।

এইদৰে মোৰ অভিজ্ঞতা হ'ল। ওকালতি কৰা এটা ভাল-পাত যোৰা দিয়া কাম। এইবোৰ অতিক্ৰম কৰি ওকালতিত প্ৰতিষ্ঠা লাভ কৰা সিমান সহজ নহয়, তথাপি নিজৰ নীতি মানি যিমানদূৰ পাৰি ওকালতি কৰি গ'লোঁ। নিজৰ মনেৰে ভৰা গোচৰ পাবলৈ টান। নতুনকৈ অহা উকীলে মোকৰ্দমা বাছি বাছি লবলৈ সুবিধা নাপায়। যাৰ ভাগ্যত যি পৰে তাকে ল'বই লাগিব। ছিনিয়ৰ উকীলবিলাকে জুনিয়ৰ উকীলবিলাকক ভাল নাপায় আৰু ডাঙৰ মোকৰ্দমা পোৱা দেখিলে ভয় খুৱাই মোক্কেলক হাত কৰিব খোজে। নিজেও ছিনিয়ৰ উকীলে ধৰা দিলে মোক্কেলটো জুনিয়ৰ উকীলৰ হাতৰপৰা গুচি যায়। এইদৰে প্ৰথম বছৰমানৰ ভিতৰত ওকালতিত ভিতৰে ভিতৰে উকীলসকলৰ ভিতৰত ভয়ানক জেদা-জেদিৰ ভাব দেখিলোঁ। তৰণীবিলাকে মোক্কেলবিলাকক নচুৱায়। তাৰ উপৰি বাহিৰত এবিধ বাম উকীল আছে, যি মোক্কেলবিলাকক নানা বুজনি দি টকা উপাৰ্জন কৰে, এজন উকীলৰ মোক্কেল আন এজনক দিয়ে। এজনৰ বদনাম কৈ আন এজনৰ সদ্‌নাম গাই মোক্কেল ভঙাই ফুৰে। মই এইবিধ মানুহৰপৰা বহুত ক্ষতিগ্ৰস্ত হৈছিলোঁ। দুই-এঠাইত বহুত ডাবি-ধমকিও দিছিলোঁ। তাৰ ফল হয় বিপৰীত। বাধা-বিঘিনি যিমানেই বেছি হ'ল সিমানেই মোৰ ওকালতিৰ উন্নতি হ'ল। দেখা যায়, বাধা-বিঘিনি পাৰ হ'ব পৰাটোহে জীৱন। বাধা জন্মিলেই ধৰি ল'ব লাগে যে উন্নতিৰ পথ সম্মুখত। যিবিলাক মানুহে মোৰ ওকালতিৰ বিৰুদ্ধে গৈছিল, যিবিলাক মোক্কেলে মোক বিদ্ৰূপ কৰিছিল লাহে লাহে সেইবিলাক মানুহেই মোক উকীল ধৰিছিলহি।

বাধা-বিঘিনি পৰিষ্কাৰ কৰিবলৈ ওকালতি জীৱন আৰম্ভ কৰি, ভৱিষ্যত ধন-দৌলতৰ স্বপ্ন দেখি, বৃটিছ কোৰ্টৰ মান-মৰ্যাদা বৃদ্ধি কৰি, বৃটিছৰ ন্যায় বিচাৰৰ সমৰ্থক হৈ, মোক্কেলৰ মাজত বঘুমলা হৈ আকাশ-কুসুমৰ স্বপ্ন দেখিছিলোঁ। ধন পোৱাৰ লগে লগে আৰু ধন পাবলৈ আশাৰ সঞ্চাৰ হৈছিল। ইংৰাজ আৰু ভাৰতীয়ৰ মাজত হোৱা গোচৰত দেখা-দেখি অন্যায় আৰু মেজিষ্ট্ৰেটবিলাকৰ ইংৰাজৰ ওপৰত বিচাৰ কৰাৰ ক্ষমতা নথকা দেখি বৃটিছ কোৰ্টৰ ওপৰত আৰু বৃটিছৰ ন্যায্য বিচাৰৰ বিৰুদ্ধে মনত গভীৰ বেদনা উপজিছিল। মনোভাব ক্ৰমান্বয়ে বৃদ্ধি হৈ আহিছিল যদিও কাৰ্যতঃ আমি সেই আদালতকে নতশিৰে সেৱা কৰিছিলোঁ, প্ৰশংসা কৰিছিলোঁ; আইন আৰু বৃটিছৰ ন্যায় বিচাৰৰ সমৰ্থক হৈ বিভোল হৈছিলোঁ।

আনফালে, আদালতবোৰ একেবাৰে নিৰ্দোষ নহয়। বহুতে প্ৰলোভনত পৰি টকাৰ লালসাত ন্যায়ৰ ঠাইত অন্যায় কৰি বহে। সাক্ষী-বাদীবিলাকে ইফালে-সিফালে লৰচৰ কৰে। সঁচা কথা কোৱাটো প্ৰায়েই বিৰল হৈ পৰিছিল। এইদৰে ক্ৰমে কাছাৰীৰ বিচাৰবোৰ কলুষিত হৈ থকা দেখি বৰ দুখ লাগিছিল। মই কোনো সাক্ষীক শিকোৱা নাছিলোঁ আৰু মিছা মোকৰ্দমা বুলি জানিলে সেই মোকৰ্দমা নলৈছিলোঁ। ক্ৰমে মোৰ উপাৰ্জন যেনেকৈ বাঢ়িব লাগে তেনেকৈ বৃদ্ধি হোৱা নাছিল। মই মোক্কেলৰ ঘৰলৈ গৈ মোকৰ্দমা লোৱা নাছিলোঁ।

এদিন আমাৰ ওচৰৰে এজন ভদ্ৰলোকে এটা ডাঙৰ গোচৰৰ কাৰণে মোক তেওঁৰ ঘৰলৈ মাতিছিল। মই নগ'লোঁ আৰু তেওঁক মোৰ ওচৰলৈ আহিবলৈ কলোঁ। ভদ্ৰলোকজনৰ বৰ খং উঠিল। মোক উকীল নধৰিলে। মাৰোৱাৰী দোকানলৈ গৈ মোকৰ্দমাৰ বাবে কোনো কাম কৰা নাছিলোঁ। দুই-চাৰিটা মাৰোৱাৰী গোচৰ পাইছিলোঁ যদিও সি কেনেবাকৈ জপনা-দেওনা বগাই আহিছে। কোনো মোকৰ্দমা সৰু বুলি মই যত্ন নকৰাকৈ নাছিলোঁ। আৰু পইচা নিদিয়া বাবে এবাৰ লোৱা মোকৰ্দমা এৰি দিয়া নাছিলোঁ। যিমানদূৰ মনত পৰে, পইচা দিয়া-নিদিয়া মোকৰ্দমা মই সমানে খাটিছিলোঁ। ওকালতি কামত একৰকম কৃতকাৰ্য হোৱাই বুলি ধৰিব পাৰি। এমাহ কাম কৰি পঞ্চাশ টকা বেতন পোৱা কামতকৈ বহুত ভাল লাগিছিল। মোৰ মনত দেৱানী গোচৰ বেছিকৈ ভাল লাগিছিল। ফৌজদাৰী মোকৰ্দমাবোৰত হৰা-জিকাৰ একো নিৰ্ণয় কৰিব পৰা নহৈছিল।

## শিৱসাগৰত অসম এছোচিয়েশ্যন

সেই সময়ৰ অসমৰ ৰাজনৈতিক সন্মিলন আৰু অসম সাহিত্য সভাৰ অধিবেশন শিৱসাগৰত ১৯১৮। ১৯১৯ চনত বহিছিল। আমাক নিমন্ত্ৰণ কৰিছিল। এখন সভাৰ সভাপতি আছিল সত্যনাথ বৰা, আন এখনৰ আছিল শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়া। মই শিৱসাগৰলৈ গলোঁ; ফণীধৰ চলিহা, জি. ফুকন, সত্যনাথ বৰা আদিয়ে আমাক বহুত আদৰ কৰিলে। মই দেখিলোঁ যে, মোক বহুতে চিনি পায়। প্ৰথমতে সেই বিৰাট জনমণ্ডলীৰ মাজত মই এটা নগণ্য যেন অনুভৱ কৰিছিলোঁ। সভাত গৈ দেখোঁ যে, আমাৰ কাৰণে বিৰাট আয়োজন।

শিৱসাগৰৰ পূৰ্ব-পৰিচিত বন্ধুসকলে মোক বৰ মৰম কৰিলে। সেই সভালৈ বিশেষকৈ চৰকাৰী কৰ্মচাৰীবিলাকে আহি নেতৃত্ব কৰিছিল। শিৱসাগৰত ৰজাঘৰীয়া নিয়মেৰে আমাক আদৰ-সন্মান দেখুৱাইছিল।

ৰাজনৈতিক আন্দোলন সেই সময়ত আছিল মাথোন এয়ে যে চৰকাৰৰ ঘৰত অসমীয়াই ভাল কাম পাব লাগে, অসমীয়া ভাষাৰ উন্নতি কৰিব লাগে, অসমীয়া ল'ৰাক উচ্চ শিক্ষা বেছিকৈ দিব লাগে ইত্যাদি। আজি কালিৰ দিনৰ কংগ্ৰেছৰ কোনো কথাৰ নাম-গোন্ধো নাছিল। সেই সভাত মই বক্তৃতা দিয়া নাছিলোঁ, মাথোন ডাঙৰ ডাঙৰ নেতাসকলৰ লগত চিনাকি হোৱাকে বৰ সৌভাগ্য বুলি ভাবিছিলোঁ।

## 'কো-অপাৰেটিভ বেঙ্ক' আৰু পাৰ্চেজ্ এণ্ড্ ছেল্ ছোচাইটি

সৰ্বাইবন্ধাত এটা গাৱঁলীয়া কো-অপাৰেটিভ বেঙ্ক মই স্থাপন কৰিছিলোঁ। সেই সময়ত গাৱঁলীয়া বেঙ্ক খুলিব লাগে বুলি চৰকাৰৰ তৰফৰপৰা উদগনি দিয়া হৈছিল। অসমীয়া মানুহবিলাকে বেছি সুদত টকা ধাৰলৈ লৈ সৰ্বনাশ হোৱাৰ কথা সকলোৱে জানে। বিশেষকৈ প্ৰতি বছৰ গৰু কিনাত আৰু চৰকাৰী খাজনা আদি যাৱতীয় অৱশ্যকীয় অভাৱৰ কাৰণে বহুৰি টকা ধাৰ কৰিবলগীয়া হয়। বেছি সুদত সুদখোৰ মহাজনবিলাকে টকা ধাৰলৈ দি খেতিয়কৰ ধান-মাহ-সৰিয়হবোৰ আগতে আধা-মূলীয়াকৈ কিনে। খেতিৰ যি লাভ হ'লহেঁতেন সেই লাভ বেপাৰীবিলাকে কৰে। সৰু সৰু গাৱঁলীয়া বেঙ্কবোৰ হ'লে ৰায়তে কম সুদত টকা ধাৰ কৰি টকা লাহে লাহে ধাৰ মাৰিবলৈ সুবিধা হ'ব আৰু মহাজনৰপৰা ৰক্ষা পৰিব। এইবোৰ ভাবি-চিন্তি এই কো-অপাৰেটিভ বেঙ্কবোৰ বহুত কামত আহিব বুলি ভাবি আমাৰ গাৱঁত এখন কো-অপাৰেটিভ ক্ৰেডিট' ছোচাইটি' খুলিলোঁ। পিচত দেখিলোঁ যে এই বেঙ্কবোৰৰ উন্নতি কৰিবৰ অৰ্থে চৰকাৰৰ একো আঁচনি নাই। দুখীয়া মানুহকেইটামান লগ হৈ তেওঁবিলাকে নিজৰপৰা পাঁচ-দহ টকা জমা থৈ দহজনৰ জমাৰে এজন বা দুজনে টকা ধাৰ কৰিব পাৰে। চেণ্ট্ৰেল বেঙ্কৰপৰা অলপ কম সুদত যৎসামান্য টকা ধাৰলৈ নিব পাৰে। কেইজনমান দুখীয়া মানুহ মিলি জানো ডাঙৰ বেঙ্ক খুলিব পাৰে? দহোটা দেউলীয়া মানুহ যোগ হ'লে তেওঁবিলাক দেউলীয়া অৱস্থাৰপৰা মুক্ত হ'ব কেনেকৈ?

পিচৰ অভিজ্ঞতাৰপৰা জানিলোঁ যে, এই বেঙ্কবোৰে আমাৰ বহুত ৰায়তৰ সৰ্বনাশ সাধন কৰিলে। এই বেঙ্কবোৰ আছিল অসীম দায়িত্বসম্পন্ন। এনে বেঙ্ক স্থাপন কৰিবলৈ কোনে চৰকাৰক পৰামৰ্শ দিছিল ক'ব নোৱাৰোঁ। ধনী মানুহৰ দ্বাৰা একো একোটা মৌজাত লাখ-দেৰলাখ টকাৰ বেঙ্ক খুলি খেতিয়কক কম সুদত টকা ধাৰলৈ দি তেওঁবিলাকৰ

শস্যাদিৰ দ্বাৰা ধাৰ পৰিশোধ কৰাই মৌজাই মৌজাই একো একোটা "কো-অপাৰেটিভ পার্চেজ এণ্ড্ ছেল্ ছোচাইটি" খোলা হ'লে কার্যকৰী হ'লহেঁতেন। এইদৰে অসমীয়া খেতিয়কৰ দুৰ্দশাৰ কাৰণবোৰ বুজি আৰু কো-অপাৰেটিভ ক্ৰেডিট ছোচাইটিবোৰ একো কামৰ নহয় যেন বুজি মই মনতে এখন কো-অপাৰেটিভ পাৰ্চেজ এণ্ড্ ছেল্ ছোচাইটিৰ আৱশ্যকতা অনুভৱ কৰিলোঁ। যোৰহাট নগৰৰ গণ্য-মান্য মানুহৰ লগত পৰামৰ্শ কৰি ১৯১৮।১৯ চনত পূজ্যপাদ শ্ৰীল শ্ৰীযুক্ত গড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভুকে সভাপতি পাতি দেৱীচৰণ বৰুৱা সহকাৰী সভাপতি, শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ট্ৰেজাৰাৰ, আৰু মই নিজে সম্পাদক হৈ এখন 'পাৰ্চেজ এণ্ড্ ছেল্ ছোচাইটি' স্থাপন কৰিলোঁ। আৰু যোৰহাটৰ বিভিন্ন মৌজাত দহ-বাৰটা ব্ৰাঞ্চ খুলি ছোচাইটিৰ কাম আৰম্ভ কৰিলোঁ।

এই ছোচাইটিৰ উদ্দেশ্য আছিল—বাইজৰপৰা টকা তুলি এটা কেন্দ্ৰীয় সভাৰ জৰিয়তে খেতিয়কক আৱশ্যক বুজি টকা ধাৰলৈ দিয়া হ'ব। প্ৰথমতে কোনো খেতিয়কক একে সময়তে দুশ টকাতকৈ ওপৰ ধাৰ দিয়া নহ'ব। শতকৰা সুত মাহে আঠ অনা। ধাৰ ফছল দি আদায় কৰিব পাৰিব। খেতিয়কৰপৰা লোৱা ধান, সৰিয়হ আদি ছোচাইটিয়ে উপযুক্ত দামত বিক্ৰী কৰিব। যি লাভ হ'ব সেই লাভ খেতিয়কসকলক মুনাফা হিচাপে দিয়া হ'ব।

এই ছোচাইটিৰ উদ্দেশ্য আছিল—খেতিয়কসকলক সুদখোৰ মহাজনৰ-পৰা ৰক্ষা কৰি তেওঁবিলাকৰ উৎপন্ন শস্যৰ লাভ তেওঁবিলাকক দিয়া। তেতিয়া কণকলাল বৰুৱা আছিল কো-অপাৰেটিভ ক্ৰেডিট ছোচাইটিবোৰৰ ৰেজিষ্ট্ৰাৰ। আমাৰ ছোচাইটিখন ৰেজিষ্টাৰ হ'ল। টকা তোলা হ'ল। প্ৰায় পাঁচ হাজাৰমান টকা উঠিছিল। মাজুলীত এটা প্ৰধান কেন্দ্ৰ খুলি তাত শ্ৰীযুত গড়মূৰীয়া সত্ৰাধিকাৰৰ তত্বাৱধানত সৰিয়হ আৰু যোৰহাটৰ এলেকাত ধান কিনিবৰ ব্যৱস্থা কৰা হৈছিল। প্ৰায় তিনি হাজাৰমান টকা ধাৰলৈ দিয়া হৈছিল। ছোচাইটিয়ে কাম আৰম্ভ কৰাৰ অলপ পিচতেই চৰকাৰৰপৰা টকা ধাৰলৈ খোজা হৈছিল। প্ৰথমতে এইটো চুক্তি আছিল যে, ছোচাইটিৰ যিমান মূলধন হ'ব তাৰ দহগুণ পৰ্যন্ত চৰকাৰে বছেৰেকত শতকৰা চাৰি টকা বা ছটকা সুতত টকা ধাৰলৈ দিব। এবাৰ তোলা টকা ধাৰলৈ দিয়াৰ পিচত পিচ বছৰত টকা ধাৰলৈ দিবলৈ নোহোৱা হ'ল। বৰ যত্ন কৰি কণকলাল বৰুৱাদেৱে তেজপুৰৰ কোনোবা এটা বেঙ্কৰপৰা দুহেজাৰ টকাৰ ধাৰ দিছিল।

আমাৰ আঁচনি আছিল, খেতিয়কক ধাৰে দিয়া টকাৰ ধাৰ পাঁচ-দহ বছৰৰ ভিতৰত সামান্য কিস্তিতে তেওঁবিলাকৰ কষ্ট নোহোৱাকৈ পৰি-শোধ কৰিব। টকাৰ অভাৱত এই আঁচনি কাৰ্যত পৰিণত কৰিব নোৱাৰা

হ'ল। ইফালে আমাৰ টকা তোলা এজেণ্ট কেইজনমানে কমিচন পোৱাৰ আশাত বহুত টকা নোপোৱাকৈয়ে ৰচিদ আগতে কাটি দিলে। এইবোৰ বেমেজালি দেখি টকা তোলা বন্ধ কৰি দিয়া হ'ল। শিৱপ্ৰসাদ বৰুৱাদেৱো এজন সভ্য আছিল। তেওঁৰপৰাও আমি একো সহায় নাপালোঁ। মই বহুত যত্ন কৰি দেখিলো যে, ধাৰলৈ দিয়া টকাবোৰ আদায় কৰি আমি অনা ধাৰটো মাৰি দি ছোচাইটি বন্ধ কৰাৰ বাহিৰে আন উপায় নাই।

ইতিমধ্যে অসহযোগ আন্দোলনৰ ঢৌ আহিল। মোৰ মন ভাগি গ'ল। দুবাৰ এবাৰ আমি সৰিয়হ কিনি কিছু লাভ কৰিছিলোঁ; কিন্তু আমাৰ হাতৰ মূলধন সাগৰত এটোপা পানীৰ দৰে। য'ত একো একোজন মহাজনে লাখ-দেৰলাখ টকা গাৱঁলীয়া খেতিয়কৰ মাজত আগধন হিচাপে দিয়ে তাত ৫।৬ হাজাৰ টকাই কি কৰিব? সেহত এই ছোচাইটি ভাঙি দিয়া হ'ল। লাভৰ ভিতৰত অংশীদাৰসকলে শতকৰা প্ৰায় পঞ্চাশ টকা ফিৰৎ পালে। মোৰ প্ৰথম উদ্যম উৰি গ'ল। ধাৰে অনা টকা আদায় হ'ল।

## ছাৰ বিট্‌চন বেল্‌

মই ওকালতি কৰি থাকোঁতে ডাঙৰ ডাঙৰ অফিচাৰবিলাক আহিলে ইণ্টাৰভিউ কৰিবৰ কাৰণে বছৰি একোখন নগৰৰ নন্‌-অফিচিয়েল ভদ্ৰলোকৰ এখন দৰবাৰী তালিকা তৈয়াৰ কৰে। এইখন দৰবাৰী তালিকা কোন কৰে ক'ব নোৱাৰোঁ। মোৰ নামটোও কোনোবাই দৰবাৰী তালিকাত ভুক্ত কৰি দিলে।

সেই সময়ৰ অসমৰ চীফ্‌ কমিছনাৰ ছাৰ বিট্‌চন বেল্‌ যোৰহাটলৈ আহিছিল। ইণ্টাৰভিউ কৰা এখন তালিকা ওলাল। মোৰ নামটোও তাতে আছে। মই ছাৰ বিট্‌চন বেল্‌ চাহাবক দেখা কৰিবলৈ চাৰ্কিট হাউছলৈ গ'লোঁ। দৰবাৰীসকল এটা খোটালীত বহি থাকে। সকলোৱে একোখন ভিজিটিং কাৰ্ডত নিজৰ নামটো লেখি দিয়ে। চাহাবৰ ওচৰতো সেই তালিকাখন থাকে। এজন কৰ্মচাৰীয়ে এজন এজনকৈ মাতি নি ইণ্টাৰভিউ কৰাই দিয়ে।

প্ৰায় এঘণ্টামানৰ পিচত মোৰ পাল আহিল। মই গৈ পোৱা মাত্ৰকে ছাৰ বিট্‌চন বেল্‌ চাহাবে থিয় হৈ 'গুড মৰ্ণিং' বুলি মোক হেণ্ড্‌-চেক্‌ কৰি বহিবলৈ ক'লে। এইটোৱে নিয়ম। সকলোকে সেইদৰেই সম্ভাষণ কৰে। মোক প্ৰশ্ন কৰিলে, "আপোনাৰ কি ক'বলগীয়া আছে?" মই তেতিয়া ক'লোঁ, "অসমত খেতিয়কসকলৰ উন্নতিৰ অৰ্থে একোখন

'পাচেজ এণ্ড্ ছেল্ ছোচাইটি' খুলি গাৱঁলীয়া হোজা খেতিয়কক সুদখোৰ মহাজনৰ গ্ৰাসৰপৰা ৰক্ষা কৰিব লাগে আৰু তেওঁবিলাকৰ উৎপন্ন শস্যবোৰ যাতে উচিত মূল্যত বিক্ৰী কৰিব পাৰে আৰু তেওঁবিলাকৰ উৎপন্ন শস্যৰ লাভটো যাতে মহাজনৰ সলনি তেওঁবিলাকে পায়, তাৰে ব্যৱস্থা কৰিব লাগে। খেতিয়কবিলাকক খেতিত সাৰ দিবলৈ শিকাব লাগে। চৰকাৰে ঠায়ে ঠায়ে খেতিৰ কাৰণে সাৰৰ যোগান দিয়াব লাগে। মৌজাই মৌজাই একোটা গাৱঁলীয়া প্ৰজাৰ উৎপন্ন শস্যৰ ভঁৰাল খুলি খেতিয়কক টকা ধাৰলৈ দিয়া আৰু তেওঁবিলাকৰ শস্যৰ উৎপন্ন বস্তু উচিত দামত কিনাৰ ব্যৱস্থা কৰিব লাগে।" মূঠৰ ওপৰত মই আমি খোলা 'পাৰ্চেজ এণ্ড্ ছেল্ ছোচাইটি'ৰ প্লেনটো তেখেতৰ আগত দাঙি ধৰিলোঁ।

ছাৰ বিট্চন বেলে মোক প্ৰশ্ন কৰিলে, "আপুনি জানেনে, খেতিয়কক সাৰৰ যোগান দিবলৈ হ'লে কিমান কোটি টকা লাগিব?" মই উত্তৰ দিলোঁ, "আমি সামান্য ৰকমে আৰম্ভ কৰিবতো পাৰোঁ!"

"আপুনি কোৱামতে বেঙ্ক খুলিবলৈ কিমান কোটি টকাৰ প্ৰয়োজন হ'ব?"

মই উত্তৰ দিওঁ আৰু তেখেতে আনধৰণে বুজে অৰ্থাৎ এনে এটা আঁচনি ছাৰ বিট্চন বেলে সমৰ্থন নকৰিলে।

তাৰ পিচত প্ৰাইমাৰী শিক্ষা বাধ্যতামূলক হ'ব লাগে বুলি জনালোঁ আৰু ক'লোঁ, "শিক্ষা নোহোৱা বাবে মানুহে নিজৰ স্বাৰ্থ বুজি নাপায় আৰু মহাজনে আঙুলিৰ টিপ লৈ কি কাগজত কিহৰ বাবে চহী লয় হোজা প্ৰজাই নাজানে। এনে অন্ধকাৰত প্ৰজা থকাটো উচিত নহয়।" তেতিয়া ছাৰ বিট্চন বেল চাহাবে ক'লে, "Nagas and Miris are happy and comfortable. They can't read and write." তেতিয়া মই ক'লোঁ, "I am astonished to hear such remarks from the ruler of a province. What would have happened if your Excellency were illiterate?" তেতিয়া ছাৰ বিট্চন বেলে মোক সুধিলে, "মোৰ কি হ'লহেঁতেন?" মই ক'লোঁ, "You would not have become the Chief Commissioner of this province" তেতিয়া তেখেতে মোক ক'লে, "জানেনে, মোৰ দৰমহাই মোক বিশ দিনে নোজোৰে।" মই তেতিয়া অবাক হৈ কলোঁ, "আপোনাৰ যদি এনে অৱস্থা, তেন্তে খেতিয়কবিলাক, যাৰ বাৎসৰিক আয় মাত্ৰ ত্ৰিশ টকা, তেওঁবিলাকৰ অৱস্থা কি হ'ব ভাবি চাওকচোন।"

ছাৰ বিট্চন বেল চাহাবে মোক সুধিলে, "আপুনি প্ৰাইমাৰী শিক্ষা বাধ্যতামূলক হ'ব লাগে বুলি প্ৰচাৰ কৰিলে গাৱঁলীয়া মানুহৰ ভোট পাবনে?" নতুন ইলেক্চন হ'বৰ সময় হৈছেহি। মই ক'লোঁ, "নিশ্চয়

পাম।” ছাৰ বিট্‌চন বেল চাহাবে ক'লে, “খেতিয়কৰ ল'ৰাক পঢ়িবলৈ পঠিয়ালে খেতিৰ লোকচান হয়। সেইকাৰণে পাঠশালা স্কুলত বেছি ল'ৰা নপঢ়ে আৰু খেতিৰ সময়ত বহুত খেতিয়কৰ ল'ৰা স্কুললৈ নাহে।” মই ক'লোঁ, “এইটো হ'ব পাৰে, কিন্তু সেইবাবে পঢ়াটো বেয়া বুলি ক'ব খোজে নেকি?”

তাৰ পিচত মই গ্ৰেজিং বেছি লাগে বুলি ক'লোঁ। তেতিয়া ছাৰ বিট্‌চন বেল্‌ চাহাবে মোক ক'লে, “জানেনে, মই অসমত দুজন মন্ত্ৰী লাগে বুলি কৈ অহা কাউন্সিলত দুজন মন্ত্ৰী লোৱাৰ ব্যৱস্থা কৰিলোঁ। অসমত এজন মন্ত্ৰীহে দিছিল। আপুনি মোৰ আগত কোৱা কথাবোৰ আগলৈ হোৱা মন্ত্ৰীৰ আগত ক'ব। অসমত এতিয়া মন্ত্ৰীৰ দিন আহি গ'ল।” এইদৰে কৈ “মোৰ আৰু সময় নাই” বুলি মোক বিদায় দিলে।

## তেজপুৰত ৰাজনৈতিক সন্মিলন

ভাৰতবৰ্ষত পুৰণিকলীয়া ৰাজনীতি, অনুনয়-বিনয়, আবেদন-নিবেদনৰ কাল অতীত হ'ল। যোৱা মহাযুদ্ধৰ সহযোগৰ ফলস্বৰূপে ভাৰতে পালে ৰাউলাট আইন আৰু জালিয়ানৱালাবাগৰ হত্যাকাণ্ড। অমৃতসৰত কংগ্ৰেছ হৈ গৈছে। ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে প্ৰবল বিক্ষোভৰ সৃষ্টি হৈ ভাৰতৰ ৰাজনৈতিক আকাশত ভাৰতৰ ৰাজনীতি নতুন আকাৰ ধৰি প্ৰবল বেগেৰে গন্তব্য পথলৈ আগবাঢ়িছে।

অসমৰ ৰাজনীতিৰো পৰিবৰ্তন হ'বৰ সময় পাৰ হৈ গ'লহি। তৰুণ অসমে ভাৰতৰ ৰাজনীতিৰ খোজতে খোজ মিলাই দিবলৈ প্ৰস্তুত হ'ল। এতিয়ালৈকে অসমে কংগ্ৰেছ আন্দোলনত ভাগ লোৱা নাছিল। অতীতৰ প্ৰাগ্‌জ্যোতিষ্‌পুৰ ভাৰতবৰ্ষত প্ৰাচীন কালৰপৰাই অসম হৈ আছিল। মহাভাৰতৰ যুগতো অসম ভাৰতৰ এখন বৃহৎ ৰাজ্যৰূপে গণ্য হৈছিল। মুছলমানৰ ৰাজত্বৰ সময়ত অসম অজেয় হৈ আছিল। নিজৰ ঘৰুৱা কন্দলত অসমীয়াই মানৰ হতুৱাই নিজৰ দেশ আক্ৰমণ কৰোৱাই শেহত দাসত্বৰ বন্ধনত বান্ধ খালে। বৃটিছে মান খেদাই শেহত অসম দেশ বৃটিছৰ ৰাজ্যভুক্ত কৰি পেলালে। ইমানদিনে অসমীয়াই নদনবদন হৈ কোনো অভাৱ অনুভৱ কৰা নাছিল। কাৰণ, প্ৰথম ৰাজনীতি হৈছে ভাত-কাপোৰ। এই দুটা বস্তুৰ অভাৱ অসমীয়াৰ নাই। ঘৰতে তাঁত বৈ, সূতা কাটি কাপোৰ তৈয়াৰ কৰা নিয়ম চলি থকাত অসমলৈ বেপাৰীসকল আহি অসমীয়াৰ বঢ়া ভাত কাঢ়ি খাব পৰা নাছিল।

ইংৰাজী শিক্ষাত অসমীয়াই আগবাঢ়িবলৈ ধৰিলে। নতুন শাসন-প্ৰণালীৰ সুবিধা ভোগ কৰিবলৈ অসমৰ ভাগ্যতো পৰিল। এতিয়া ৰাজ-

নৈতিক আন্দোলন অসমীয়াই মেলেগে কৰাৰ কথা ভাবিবই নোৱাৰি। কাজেই হঠাৎ বৃহৎ ভাৰতীয় ৰাজনৈতিক আন্দোলনে অসমকো সাৱট মাৰি ধৰিলেহি। শিৱসাগৰত হোৱা সন্মিলন আৰু তেজপুৰত হোৱা সন্মিলনৰ ভিতৰত স্বৰ্গ-মৰ্ত্ত্য প্ৰভেদ। তৰুণ অসমে গৰ্জি উঠিল। অসমৰ আবেদন-নিবেদন ৰাজনীতি উফৰি গ'ল। চৰকাৰৰ কৰ্মচাৰীসকল আৰু নৰম পন্থাৰ লোকসকল কম্পমান হ'ল। তেজপুৰত বহা ৰাষ্ট্ৰ সন্মিলনত মই একো বিশেষ ভাগ লোৱা নাছিলোঁ। মোৰ মনৰ ভাব বিৰাট জনতাৰ ভিতৰত উৎপন্ন হোৱা নতুন জাগৰণৰ লগত মিলি যোৱাত আনন্দিত হৈছিলোঁ।

তেজপুৰত তৰুণ অসমৰ দিব্যমূৰ্ত্তি দেখি ভোল গৈছিলোঁ। তেজপুৰ শোণিতপুৰ বুলিও জনাজাত। ইয়াতে বাণ ৰজাই ৰাজত্ব কৰিছিল। বাণ আৰু ৰাৱণ সমান বীৰ আছিল বুলি জনাজাত। দুয়ো শিৱভক্ত আছিল। বাণৰজাৰ জীয়ৰী উষা দেৱী আৰু তেওঁৰ সখীয়েক চিত্ৰলেখাৰ নাম অসমীয়াৰ ঘৰে ঘৰে প্ৰচাৰিত। উষাই সপোনত শ্ৰীকৃষ্ণৰ নাতিয়েক অনিৰুদ্ধক দেখিছিল। চিত্ৰলেখাই সেই সময়ত ভাৰতত থকা সকলো ৰাজবংশৰ ল'ৰাবিলাকৰ চিত্ৰ লেখি লেখি উষাক দেখুৱাইছিল।

অৱশেষত যদুবংশৰ অনিৰুদ্ধৰ ছবি দেখুওৱাত সেই ছবি সপোনৰ ছবিৰে সৈতে উষাৰ সপোনৰ মিল হোৱাত দ্বাৰকাৰপৰা শ্ৰীকৃষ্ণৰ নাতিয়েক অনিৰুদ্ধক হৰণ কৰি অনা হয়। তাৰ পিচত হোৱা যুদ্ধ, উষাৰ লগত অনিৰুদ্ধৰ মিলন, বাণৰজা আৰু যদুবংশৰ ভিতৰত বন্ধুত্ব স্থাপনৰ ইতিহাস ভাৰতব্যাপি প্ৰখ্যাত হৈ আছে। সেইহেন উষাৰ নগৰ, আগৰ শোণিতপুৰ বৰ্ত্তমান তেজপুৰত অসমৰ নৱ জাগৰণ হয়। কংগ্ৰেছ ভাবাপন্ন তৰুণ অসমে অসমীয়াৰ কাঠফুলা তুল্য পুৰণি আবেদন-নিবেদন, অনুনয়-বিনয়ৰ মুখপাত্ৰ অসম এছোচিয়েশ্যন ব্ৰহ্মপুত্ৰৰ সোঁতত উটাই দিলে। এই সন্মিলনত যোগ দি মনত অপাৰ আনন্দ লাভ কৰি ঘৰলৈ উভতি আহিলোঁ।.

তেজপুৰ নগৰখন বিমানেদূৰ পৰা যায় লৰালৰিকৈ চালোঁ। গোটেই নগৰখন এখন ফুলনিবাৰী যেন লাগিছিল। বাণৰজাই কৰি থৈ যোৱা এখন যেন তপোবন। মোৰ মনত এনে ভাৱ হৈছিল, যেন উষা-চিত্ৰলেখাৰ বাতৰি প্ৰতি খোজে খোজে তেজপুৰত অঙ্কিত হৈ আছে! এই সন্মিলনত চন্দ্ৰনাথ শৰ্মাই তৰুণ অসমৰ মনৰ গতি সুদৃঢ়ভাৱে প্ৰকাশ কৰিছিল। সভাপতি আছিল ডিব্ৰুগড়ৰ চাহ খেতিয়ক শ্ৰীযুত প্ৰসন্ন কুমাৰ বৰুৱা। বাণৰজা সীতাৰ সয়ম্বৰলৈ গৈছিল। হৰধনু ভঙ্গ কৰিবৰ কাৰণে ৰাৱণ আৰু বাণ গৈছিল বুলি ৰামায়ণত উল্লেখ আছে। বাণৰজাই দৈনিকে কাশীৰ বিশ্বনাথলৈ গৈ সন্ধ্যা-তৰ্পণ কৰিছিল। প্ৰবাদ আছে যে বাণৰজাই তেজপুৰৰ বিশ্বনাথত দ্বিতীয় বিশ্বনাথ প্ৰতিষ্ঠা কৰিবৰ কাৰণে চেষ্টা কৰিছিল। মোৰ তেজপুৰৰ দৃশ্যবোৰ দেখি তলত লিখা কবিতা ফাকিলৈ মনত পৰিছিল—

"ভগদত্ত বাণে কুমাৰ ভাস্কৰে
চক্ৰধ্বজ আদি আৰু কত বীৰে
অখণ্ড প্ৰতাপে মেদিনী কঁপালে
অসমীয়া জাতি আছিলে প্ৰধান ॥
মাধৱ-শঙ্কৰ অক্ষয় কীৰিতি
বেদ গান গালে কবি সৰস্বতী
সকলোকে আজি পাহৰিলা তুমি
এলাহে ভাগৰে হ'লা অচেতন ॥"

তেজপুৰত হৈ যোৱা ৰাজনৈতিক সন্মিলনৰ আগতে কি পিচতেই কাজিৰঙাত এটা পাশৱিক ঘটনা হৈছিল। ইয়াত বহুদিনৰপৰা কিছুমান নেপালীৰ বসতি আছিল। অসমত গড়ৰ বংশ লোপ হৈছে বুলি কাজিৰঙা হাবিত বসতি কৰি থকা নেপালীবিলাকৰ ঘৰ-দুৱাৰ জ্বলাই দি নানা অত্যাচাৰ কৰি তেওঁলোকক কাজিৰঙা হাবিৰপৰা খেদি দিয়াৰ বাতৰিয়ে অসমৰ ৰাজনৈতিক মণ্ডলত উত্তেজনাৰ সৃষ্টি কৰিছিল। কাজিৰঙাৰ ঘটনাৰ বিষয়ে এটা তদন্ত কমিটি নিযুক্ত হৈছিল। যথাসময়ত কমিটিয়ে তদন্তৰ ৰিপোৰ্ট দিছিল। এই ঘটনা লৈ অসমৰ চাৰিওফালে সভা-সমিতি আদি হৈছিল। এই ক্ষেত্ৰত যোৰহাটত হোৱা ৰাষ্ট্ৰ সন্মিলনৰ কথা বিশেষ উল্লেখযোগ্য। ইয়াত নেপালী সম্প্ৰদায়ৰ নেতা শ্ৰীযুত ছবিলাল উপাধ্যায়ক সেই সভাৰ সভাপতিৰ আসন দিয়া হৈছিল। চন্দ্ৰনাথ শৰ্মা আৰু নবীন চন্দ্ৰ বৰদলৈ আদি নেতাসকলে বিৰাট জনতাৰ আগত বক্তৃতা দি সকলোকে মন্ত্ৰমুগ্ধ কৰিছিল। অসমতো অসহযোগ আন্দোলন চলোৱাৰ সম্পৰ্কে আলোচনা হয়। লক্ষ্মীধৰ শৰ্মাই মোক ওকালতি বৰ্জন কৰিবলৈ টানি ধৰিছিল আৰু মোক সভাতে ওকালতি এৰিলোঁ বুলি ক'বলৈ জোৰ দি লাগিছিল। মোৰ এনে আড়ম্বৰকাৰী যশস্যা লাভ কৰিবলৈ একেবাৰে আপত্তি আছিল। গতিকে মই মোৰ মনৰ ভাব প্ৰকাশ নকৰিলোঁ। চন্দ্ৰনাথ শৰ্মাৰ বক্তৃতা হৃদয়গ্ৰাহী, তেজী, উগ্ৰ আৰু ওজস্বী আছিল।

অসমৰ গাৱেঁ-ভূঞে সভা-সমিতি হ'বলৈ ধৰিলে। জালিয়ানৱালা-বাগৰ হত্যাকাণ্ড, কাজিৰঙাৰ অত্যাচাৰ আদি সকলোবোৰ কথা গাৱেঁ-ভূঞে প্ৰচাৰ হ'বলৈ ধৰিলে। এইদৰে অসমত কংগ্ৰেছ আহি পৰিল। এতিয়া অসম প্ৰাদেশিক কংগ্ৰেছ কমিটি স্থাপিত হ'ল। অসহযোগ আন্দোলনৰ ঢৌৱে ব্ৰহ্মপুত্ৰৰ বানপানী অহা দি গোটেই অসমতে খলকনি লগালে।

## মোৰ প্ৰথম আৰু দ্বিতীয় পুত্ৰ

১৯১৭ চনৰ আহিন মাহৰ দেওবাৰ এটাত মোৰ প্ৰথম পুত্ৰ শ্ৰীমান দুৰ্গাদাসৰ জন্ম হয়। মোৰ মনত অপাৰ আনন্দ হৈছিল। জন্ম হোৱাৰ

অলপ পিচতে আয়ে মোক পুত্ৰৰ মুখ চাবলৈ মাতিছিল আৰু ল'ৰাৰ লগত থকা তিৰোতা মানুহ কেইগৰাকীমানে "ৰূপ দিয়ক, সোণ দিয়ক, নহ'লে আমি ল'ৰা নেদেখুৱাওঁ" বুলি ধেমালি কৰিছিল।

সেই সময়ত মোৰ ওকালতি খুব ভালকৈ চলিছিল। ঘৰত কেইবা-জনীও গৰু লৈছিলোঁ। গাখীৰ প্ৰায় ৩।৪ সেৰকৈ ওলাইছিল। ইয়াৰ আগতে এটা ডাঙৰ চ'ৰাঘৰ সজাইছিলোঁ। তিনিশমান টকা খৰচ পৰিছিল। খুটাৰ কাৰণে মোৰ শহুৰলৈ লেখিছিলোঁ। তেখেতে নাহৰ-কঠালৰ ভাল কাঠৰ খুটা দহোটা কি বাৰটা কটাই থৈছিল। এনেতে কিবা কাৰণত তেওঁ লাহিং বাগিছাৰ কাম এৰি আহে। লগে লগে মোলৈ বুলি কটা খুটা হাবিতে পঁচিল। মই যোৰহাটতে খুটা-চটি কৰাই এটা বঙলা সাজিলোঁ। খেৰৰ ঘৰ, বাঁহৰ খুটাৰে বছৰি দুই-এটা ঘৰ কৰি থাকিব লগা হৈছিল।

শ্ৰীমান দুৰ্গাদাস হৈছে আইৰ প্ৰথম নাতি। তেওঁ বৰ আদৰত লালন-পালন হ বলৈ ধৰিলে। শ্ৰীমানৰ চেহেৰা বৰ সুন্দৰ আছিল। গাত্ৰ ৰংটো ক'লা। তেতিয়া মই প্ৰায় বছৰি নিজে কবিৰ খেতি কৰিছিলোঁ। শ্ৰীমান দুৰ্গাই কবিডৰাৰ মাজেদি বগাই যোৱা মনত আছে। আমি ধৰি ধৰি আনো আৰু ছল প্যালেই শ্ৰীমানে কবিডৰাৰ মাজলৈ লৰ মাৰে। ককাদেউতাকে (.মাৰ শহুৰ) নাতিয়েকক চাবলৈ আহি গাখীৰ খুৱাবৰ কাৰণে এজনী ভাল গাই কিনি ল'বলৈ নগদ দুকুৰি টকা দিছিল।

আমাৰ ঘৰখন শুৱনী হ'ল। শ্ৰীমানক সকলোৱে মৰম কৰিছিল। মোৰ প্ৰথম উপাৰ্জনৰ সুখ ভোগ শ্ৰীমানেই পালে। তাৰ দুবছৰৰ পিচত শ্ৰীমান কালিদাসৰ জন্ম হয়। তাৰ চেহেৰা অতি সুন্দৰ আছিল। দেখিবলৈ বগা। দুই-তিনি বছৰ বয়সত শ্ৰীমান কালিদাসৰ যি সুন্দৰ চেহেৰা হৈছিল, তেনে চেহেৰা মই সৰু ল'ৰাৰ কমহে দেখিছিলোঁ। তাৰ পিচত হঠাৎ কিবা এটা বেমাৰ হৈ শ্ৰীমান কালিদাসৰ চেহেৰাৰ বহুত লৰচৰ হ'ল। মই ওকালতি কৰাৰ ছমাহমানৰ পিচত শ্ৰীমান ৰাধায়ো ওকালতি আৰম্ভ কৰে। শ্ৰীমান ৰাধাৰ বোৱাৰীকো ঘৰলৈ অনা হ'ল। শ্ৰীমান শিৱই এণ্ট্ৰেন্স পাছ কৰি কলেজত পঢ়িছে। সৰুৰেপৰা শ্ৰীমান শিৱৰ পঢ়া খৰচৰ বাবে চিন্তা কৰিবলগীয়া হোৱা নাছিল। কলেজত পঢ়োতে সি বি. এছ্.চি. পৰীক্ষা পাছ কৰালৈকে গৱৰ্ণমেণ্টৰ বৃত্তি পাই আছিল। আমি দুয়ো ওকালতি কৰিবলৈ ধৰিলোঁ। শ্ৰীমান শিৱই বি. এছ্.চি. পাছ কৰি প্ৰেছিডেন্সী কলেজত এম. এছ্.চি. পঢ়িবলৈ গ'ল।

মোৰ উপাৰ্জনেৰেই ঘৰ চলিছিল। অসহযোগ আন্দোলন আৰম্ভ হ'ল। আমাৰ ঘৰৰ আৰ্থিক উন্নতিৰ মূল মানুহ স্বৰূপে মই লক্ষ্মী আইৰ কৃপাৰপৰা বঞ্চিত হ'বলৈ বাধ্য হলোঁ। গোটেই ঘৰ চলোৱা আৰু শ্ৰীমান শিৱৰ পঢ়া খৰচ যোগোৱা ইত্যাদি যাবতীয় খৰচৰ ভাৰ পৰিল শ্ৰীমান

ৰাধাৰ ওপৰত। ১৯১৬ চনৰ পৰাই আমাৰ পুৰোহিতৰ অনুৰোধত বাৰ্ষিক ৰাসপূজা কৰিবলৈ আৰম্ভ কৰিলোঁ। বছৰি এই পূজাত মই অলপ পইচা খৰচ কৰোঁ। বছৰেকত এদিন বন্ধু-বান্ধৱ গোটাই এটা উৎসৱ পাতি বৰ ভাল লাগিছিল আৰু ধৰ্ম হিচাপেও প্ৰতিঘৰ মানুহতে একো একোটা উৎসৱ থকাটো বাঞ্ছনীয় যেন অনুভৱ কৰিছিলোঁ। আমাৰ পুৰোহিতৰ বৰ আনন্দ হৈছিল। দেউতাৰ দিনত হোৱা সকাম, পূজাবোৰ কেনেদৰে হৈছিল সদায় কৈ কৈ তেওঁৰ হেঁপাহ নপলাইছিল। বহুদিনৰ মূৰত দেউতাৰ দিনৰ পুৰোহিতে পুনৰ আমাৰ দিনতো পূজা কৰিবলৈ পাই আমাক নথৈ প্ৰশংসা কৰিছিল আৰু তেওঁ ভাবিছিল যে দেউতাৰ দিনৰ ধন-দৌলত আকৌ ঘূৰি আহিব।

বন্ধু-বান্ধৱ, ককাই-ভাইৰে সৈতে সৰ্বাইবন্ধাত আমি দুই ভাই-ককায়ে ওকালতি আৰম্ভ কৰি ধন-দৌলতৰ শুভ স্বপ্ন দেখিবলৈ ধৰিলোঁ।

## অসহযোগ আন্দোলন

কলিকতাত ১৯২০ চনত লালা ৰাজপৎ ৰায়ৰ সভাপতিত্বত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গৃহীত হ'ল। ওকালতি বৰ্জন, স্কুল-কলেজ বৰ্জন, কাউন্সিল বৰ্জন আৰম্ভ হ'ল। স্কুল-কলেজৰ ছাত্ৰবিলাকে স্কুল-কলেজ পৰিত্যাগ কৰি গাৱেঁ গাৱেঁ আহি ভৰি পৰিল।

যোৰহাটত সেই সময়ত এটা ঘটনা হয়। যোৰহাটৰ ডেপুটি কমিছনাৰ মিঃ ক্ৰিল চাহাবে চৰকাৰী হাইস্কুলৰ তিনিজন ল'ৰাক বেত দিয়ে। ফলত চৰকাৰী স্কুলৰ ল'ৰাবিলাক একেবাৰেই ওলাই আহিল। পিচদিনা ক্ৰিল চাহাবে হাইস্কুললৈ সশস্ত্ৰ পুলিচ লৈ ল'ৰাবিলাকক এটা শিক্ষা দিবৰ কাৰণে গৈছিল। ল'ৰাবিলাকৰ এজনো স্কুলত নাই। গোটেই স্কুল উদং। ইফালে ৰাজহুৱা সভা পাতি ক্ৰিল চাহাবৰ ওচৰত তীব্ৰ মন্তব্য প্ৰকাশ কৰা হ'ল। মই সভাত বক্তৃতা দিছিলোঁ। প্ৰায় এমাহ-মান স্কুলৰ ল'ৰাবোৰক অসমীয়া থিয়েটাৰ হলত আমি পঢ়ুৱাইছিলোঁ। সেই সময়তে ভাৰতৰ বৰলাট লৰ্ড ছেম্‌চ ফোৰ্ডক মাজুলীৰ সত্ৰাধিকাৰ-সকলৰ হতুৱাই চৰকাৰী কৰ্মচাৰীসকলে অভিনন্দন দিয়ালে।

গাৱেঁ-ভূঞে সভা-সমিতি হ'বলৈ ধৰিলে। ৰাওলাট আইন আৰু জালিয়ানৱালাবাগৰ অমানুষিক হত্যাকাণ্ডৰ বিষয়ে বক্তৃতা আৰম্ভ হ'ল। স্কুল-কলেজ, ওকালতি আৰু কাউন্সিল বৰ্জনৰ প্ৰস্তাৱ সকলো ঠাইতে গৃহীত হ'ল। কংগ্ৰেছ কমিটি স্থাপিত হ'ল। গাঁৱলীয়া মানুহক কংগ্ৰেছৰ সভ্য কৰাত আমি লাগি গলোঁ। অতি সোনকালে কংগ্ৰেছ অনুষ্ঠান

অসমত বিয়পি পৰিল। গাঁৱলীয়া পঞ্চায়ত স্থাপন কৰা হ'ল। আদালত বৰ্জনৰ কাম আৰম্ভ হ'ল।

আমি গাৱেঁ গাৱেঁ গৈ গাৱঁলীয়া মানুহক গোচৰ নকৰিবলৈ উপদেশ দিবলৈ ধৰিলোঁ। ভায়ে-ভায়ে কাজিয়া কৰি সৰ্বস্বান্ত হোৱাৰ বাহিৰে মোকৰ্দমাবপৰা আন একো লাভ নহয়; দুই পক্ষ দেউলীয়া হয়। মাদকতা বৰ্জন, হিন্দু-মুছলমানৰ ভিতৰত মিলাপ্ৰীতি, অস্পৃশ্যতা বৰ্জন, খদ্দৰ আৰু দেশীয় বস্তুৰ ব্যৱহাৰ, বিলাতী কাপোৰ বৰ্জন আদি কামবোৰ কৰিবলৈ সুযোগ পালোঁ। কংগ্ৰেছৰ গঠনমূলক কামৰ পাৰ নেদেখা সাগৰৰ মাজত আমি সোমাই পৰিলোঁ। বৃটিছৰ শাসন প্ৰতিষ্ঠিত হৈছিল শোষণ-নীতিৰ ওপৰত। এই শোষণ-নীতিৰ সহায়ক আমি সকলোৱেই। এই শাসন পদ্ধতিৰ মূৰ গধুৰ, যেন এটা ভেৰাৰ ওপৰত হাতীৰ বোজা! যি শিক্ষা লাভৰ কাৰণে মোৰ ইমান আগ্ৰহ আছিল সেই শিক্ষালৈ মোৰ অশ্ৰদ্ধা হ'ল। আমাৰ দেশত বৃটিছে হিন্দু-মুছলমানক দুফাল কৰি সুকীয়া নিৰ্বাচনৰ প্ৰথা প্ৰচলন কৰি হিন্দু-মুছলমানৰ মিলনৰ পথ বন্ধ কৰি দিলে। অস্পৃশ্যতাৰ দোষত হিন্দু জাতিৰ এক চতুৰ্থাংশ প্ৰায় অৱশ হোৱাৰ দৰে হ'ল। বৰ্ণ হিন্দুৰ ভিতৰতো জাতিভেদ প্ৰথাটো চাৰিবৰ্ণৰ ঠাইত হেজাৰ ভাগত বিভক্ত হ'ল। কোনো কোনো ব্যৱসায় বা উপাৰ্জনৰ পন্থাবোৰ সমাজৰ আগত হেয় হৈ পৰিল। খেতি কৰি খোৱা, ব্যৱসায়-বাণিজ্য কৰি ধন উপাৰ্জন কৰা সমাজ ক্ৰমে অনাদৃত হৈ পৰিল। ধনী-নিৰ্ধনীৰ প্ৰভেদতো আছেই। এতিয়া শিক্ষিত-অশিক্ষিতৰ মাজত এটা ডাঙৰ গড় তৈয়াৰ হ'ল। চাকৰিয়াল মাত্ৰেই আদৰৰ পাত্ৰ; লাগিলে তেওঁ বছৰেকত দুপুৰা মাটিৰ খাজনা মাফ্ পোৱা গাওঁবুঢ়াই হওক। দাসত্বক আমি নিজে আকোঁৱাল মাৰি ধৰিলোঁ। শোষণ-যন্ত্ৰৰ ডাল-পাত স্বৰূপে আমাৰ শিক্ষিত সমাজে গোটেই সমাজক আকাশীলতাৰ দৰে ছাটি পেলালে। আকাশীলতা যিজোপা গছতে লম্ভে সেই গছৰ ৰস আকাশীলতাই শুহি পেলায়।

শিক্ষিত সমাজে স্বাধীন বা স্বাৱলম্বী হৈ উপাৰ্জনৰ বাট নেদেখে আৰু তেওঁবিলাকৰ স্বাধীনভাৱে জীৱিকা উপাৰ্জনৰ যোগ্যতাও নাথাকে। কাজেই তেওঁবিলাকে বৃটিছৰ শাসন-যন্ত্ৰৰ অঙ্গস্বৰূপ হৈ নাথাকি কৰিব কি? মোৰ মনত বৰ্তমান আমাৰ দেশত প্ৰচলিত শিক্ষা প্ৰণালীটো devitalising আৰু denationalising যেন অনুমান হ'ল। ডিভাইটেলাইজিঙৰ অৰ্থ শক্তি হৰণকাৰক বুলিলে কিছু বুজায়। অৰ্থাৎ পঢ়াত বহুত সময় আৰু টকা খৰচ হয়। হাইস্কুলৰপৰা বি. এ., বি. এল্ পাছ কৰা পৰ্যন্ত একো একোজন ছাত্ৰই অন্ততঃ পাঁচ-ছয় হাজাৰ টকা খৰচ কৰে আৰু সময়ো প্ৰায় ১৫।১৬ বছৰ লাগে। এই বয়সত স্কুল-কলেজত পঢ়া ল'ৰাবোৰ আলসুৱা হয়, বিলাসিতাপ্ৰিয় হয় আৰু সৰহভাগ বেমাৰী হয়।

শিক্ষিত আৰু অশিক্ষিতৰ ভিতৰত এয়ে পাৰ্থক্য যে শিক্ষিতজনে চকুত চশমা লয়, ভৰিত জোতা পিন্ধে, ভাল পোছাক নহ'লে ফুৰিব নোৱাৰে, ভাল বস্তু নাপালে খাব নোৱাৰে, উপাৰ্জনৰ শক্তি নাইকিয়া হয়। অৱশ্যে শাৰীৰিক পৰিশ্ৰম কৰি শাসন-যন্ত্ৰৰ চকৰিত পৰি হয়তো মাহে হেজাৰ টকা দৰমহাও পাব পাৰে, কিন্তু যেই তেওঁ শাসনযন্ত্ৰৰ চকৰিৰপৰা উফৰি গ'ল, তেওঁক ভৰণ-পোষণ দিব লাগিব অশিক্ষিত ভায়েকহঁতে। ইয়াৰ ফলত হয় কি ? এবাৰ যি চৰকাৰী বিষয়বাব পায়, তেওঁ দাসৰো দাস হৈ পৰে। এটা জাতিৰ উঠি অহা ভৱিষ্যত ডেকাৰ দলটোক যদি শিক্ষাই কুঁহিয়াৰ চেপা দি শক্তি লোপ কৰি দিয়ে, তেনে সেই জাতিৰ মুক্তি হ'ব কেনেকৈ ? 'ডিনেশ্যনেলাইজিঙ'ৰ অৰ্থ হ'ব এই-টোৱেই যে নিজ নিজ সমাজৰ কৃষ্টি আৰু সভ্যতাৰ পৰিপন্থী শিক্ষা লাভ কৰি নিজৰ দেশৰ অতীত-গৌৰৱ পাহৰি শিক্ষিত ডেকাই পৰাধীনতাৰ শিকলি পিন্ধি নিজে গৌৰৱ অনুভৱ কৰি দেশৰ মুক্তিৰ বিৰুদ্ধকামী হ'বলৈ বাধ্য হয়। এতেকে ইয়েই জাতীয় উন্নতিৰ বিৰুদ্ধকামী অৰ্থাৎ ডিনেশ্যনেলাইজিং।

কোনো ইংৰাজ লেখকে আমাৰ দেশত চলোৱা শিক্ষা-প্ৰণালীক 'ডিভাইটেলাইজিং' আৰু 'ডিনেশ্যনেলাইজিং' বুলি কৈছিল। ময়ো জাতীয় শিক্ষা বুলি দুখন সৰু কিতাপ প্ৰকাশ কৰিছিলোঁ। যদিওবা স্কুলৰ ল'ৰা-বিলাক স্কুলৰপৰা ওলাই অহাটো মই প্ৰথমতে ভাল নাপাইছিলোঁ, তথাপি সেই ল'ৰাবিলাকে প্ৰথমে জাতীয় আন্দোলনৰ প্ৰচাৰ কাৰ্য কৰি বহুত অভিজ্ঞতা লাভ কৰিছিল আৰু সেই সময়ৰ স্কুল এৰি অহা অনেক ছাত্ৰই জাতীয় আন্দোলনৰ নেতা হৈ পৰিছিল।

এই পৰিণামৰ মৰ্ম বুজি পাই মই যে শিক্ষা বিভাগত চাকৰি নাপালোঁ তাৰবাবে ভগবানক ধন্যবাদ দিলোঁ। মোৰ বহুত বন্ধুৰ দৰে ময়ো কিজানি স্বদেশ মাতৃৰ আহ্বানত দেশৰ কাম কৰিবলৈ চাকৰি পৰিত্যাগ কৰিবলৈ নোৱাৰিলোঁহেঁতেন। একে সময়তে ধন আৰু ঈশ্বৰ দুয়োকো কোনো মানুহে উপাসনা কৰিব নোৱাৰে। কাজেই দেশৰ সেৱা কৰাটো ঈশ্বৰ উপাসনা কৰা বুলি ধৰি লৈ মই ধন উপাসনা কৰাৰ ইচ্ছা ক্ৰমে এৰি পেলালোঁ। শিক্ষা লাভ কৰি সংসাৰ কৰি দুটা ল'ৰাৰ বাপেকী হৈ ল'ৰা-তিৰোতাৰ ভৰণ-পোষণৰ কথা পাহৰি অসহযোগ আন্দোলনৰ গুৰিয়াল মহাত্মা গান্ধীৰ বাণী শিৰত লৈ কায়মনোবাক্যে পাৰ্যমানে নিজৰ শক্তি অনুসৰি কাম কৰিম বুলি মনে মনে ভাবি ললোঁ আৰু অচিৰে ওকালতি এৰিব লাগিব বুলি স্থিৰ কৰিলোঁ।

১৯২০ চনত কাউন্সিল নিৰ্বাচন কংগ্ৰেছে বৰ্জন কৰিলে। কাজেই আন দলৰ কেবাজনো প্ৰাৰ্থী কাউন্সিললৈ যাবলৈ ওলাল। মোৰ মনত আছে—ভোট দিবৰ দিনা মই তিতাবৰৰ নিৰ্বাচন কেন্দ্ৰত উপস্থিত থাকি

ভোটদাতাসকলক ভোট নিদিবৰ কাৰণে অনুৰোধ কৰিছিলোঁ। মোৰ কথা শুনি কিছুমান মানুহে ভোট নিদিলে। মই তালৈ যোৱা খবৰ কোনোবাই দিলে। ভোট দিয়া শেষ হ'লত মই তিতাবৰ ষ্টেশ্যনত যোৰহাটলৈ অহা গাড়ীত উঠিলোঁ।

ইফালে মোক বিচাৰি দুজনমান বাগানৰ চাহাব আৰু স্বয়ং ডেপুটি কমিছনাৰ চাহাবে খলকনি লগালে। তলে তলে তদন্ত হ'ল—কোন উকীলে সেইদিনা ভোট নিদিবলৈ ভোটাৰসকলক কৈছিল। দুই-তিনিদিনৰ পিচত মই ডেপুটি কমিছনাৰ মিঃ ক্রিল্ চাহাবৰ আদালতত এটা মোকৰ্দমাত হাজিৰ হোৱাত ক্রিল্ চাহাবে মোক সুধিলে, "আপুনি কোন?" মই কলোঁ, "মই এজন উকীল।" ক্রিল্ চাহাবে ক'লে, "আপুনি ঠিক্ পোছাক পিন্ধি অহা নাই।" অর্থাৎ মই গাউনটো পিন্ধা নাছিলোঁ। তেতিয়া মই ক'লোঁ 'মই গাউন পিন্ধি আহোঁগৈ।" তেতিয়া তেওঁ ক'লে, "দৰকাৰ নাই।" তাৰ পিচত মোক তেওঁ সুধিলে, "মই আপোনাক এদিনো মোৰ বঙলাত দেখা পোৱা নাই।" মই ক'লোঁ, "মই আপোনাৰ বঙলালৈ অহাৰ কি দৰকাৰ?" তেতিয়া তেওঁ মোক সুধিলে, "আপুনিয়ে সেইদিনা তিতাবৰত মানুহবিলাকক ভোট নিদিবলৈ অনুৰোধ কৰিছিল?" মই ক'লোঁ, "হয়, মই ভোট নিদিবলৈ কৈছিলোঁ। কংগ্রেছে কাউন্সিল বর্জন কৰিছে।"

ক্রিল চাহাবে মোৰ ফালে এবাৰ কেৰাহিকৈ চাই মনে মনে থাকিল। মই মোৰ মোকৰ্দমাৰ তর্ক কৰি গুচি আহিলোঁ।

## ওকালতি বর্জন

গাৱেঁ গাৱেঁ সভা-সমিতি হ'বলৈ ধৰিলে। ওকালতি কৰি গাৱঁত বক্তৃতা দি আহি মানুহক গোচৰ কৰিবলৈ মানা কৰি নিজে গোচৰ লৈ টকা ঘটাটো অসহ্য হৈ পৰিল। ইফালে ঘৰ চলোৱা, ল'ৰা-তিৰোতাৰ ভৰণ-পোষণ কৰা একো উপায় নাই। পৈত্রিক সম্পত্তিৰ ভিতৰত মাত্ৰ আমাৰ তিনি ভাই-ককাইৰ ভিতৰত দুপুৰা বস্তী আৰু এপুৰা ৰুপিত মাটি-য়েই আমাৰ সম্পত্তি। তিনি বছৰ ওকালতি কৰি মাত্ৰ আদালতত প্রতিষ্ঠা লাভ কৰিবৰ সময় হৈছিল। যি টকা পাইছিলোঁ সকলো খৰচ হ'ল। জমা বুলিবলৈ নাই। মহাদেৱ ভিক্ষা কৰিবলৈ নগ'লে টেকেলি কাতি। এনে অৱস্থাত পৰি কিংকর্তব্য বিমূঢ় হ'লোঁ। যি আশা লৈ উচ্চ শিক্ষা লাভ কৰিছিলোঁ সেই আশাও জলাঞ্জলি দিবলগীয়া হ'ল।

এইদৰে প্রতিদিনে কাছাৰীলৈ আহোঁ। গোচৰ পালেই মিট্‌মাট্ কৰিবলৈ কওঁ। নতুন গোচৰ ল'বলৈ এৰি দিলোঁ। আদালতত থাকি

আদালতলৈ অহা গোচৰবোৰ মিট্‌মাট্‌ কৰোঁৱা সহজ নহয়। মোক্কেল-বিলাকৰ দুই পক্ষৰে টকা খৰচ কৰিও ভাগৰ নালাগে, মানে গোচৰ মিট্‌মাট্‌ নকৰে আৰু উকীলসকলেও গোচৰ মিট্‌মাট্‌ কৰাৰ পক্ষপাতী নহয়। মোৰ অন্তৰত প্ৰবল আন্দোলন চলিল—কাৰ লগত পৰামৰ্শ কৰোঁ। আমি তিনি ভাই একান্নভোক্তা। শ্ৰীমান শিৱই কলিকতাৰ প্ৰেছিডেন্সী কলেজত পঢ়ে। শ্ৰীমান ৰাধাই ওকালতি আৰম্ভ কৰিছে। তাৰ ওপৰত মোৰ ল'ৰা-তিৰোতাৰ ভৰণ-পোষণৰ বোজা জাপি দিয়াটো ঠিক্ হ'ব জানো? আৰু ঠিক্ বেঠিক্ নভবাকৈ মই মোৰ ল'ৰা-তিৰোতাৰ ভৰণ-পোষণৰ ভাৰ তাৰ গাত পেলাই দিলে সি জানো চম্ভালিব পাৰিব? এইবোৰ ভাবে মোক খুন্দা মাৰি ধৰিলে। এইদৰে চিন্তা কৰি থকাৰ ভিতৰতে হঠাৎ এদিন লগত দহ-পোন্ধৰ টকামান ৰূপ আৰু দুই-তিনিজনমান স্বেচ্ছাসেৱক লগত লৈ মাজুলীৰ ফালে প্ৰচাৰ কাৰ্য কৰিবলৈ ওলালোঁ।

কমলাবাৰীৰ আলিমুৰত আমি উপস্থিত হ'লোঁগৈ। তালৈ এজন পুলিচ ইন্স্‌পেক্টৰ গৈছিল। তাতে বেথাইগামে আমাক আৰু পুলিচ ইন্স্‌-পেক্টৰকো খোৱাৰ বন্দোবস্ত কৰি দিলে। আমি গামক ক'লোঁ, "আপুনি আমাৰফলীয়া হওক।" গামে ক'লে, "মই ৯৭ খন চাৰ্টিফিকেট পাইছোঁ আৰু ৩ খন পালে মোক 'ৰায়চাহাব' উপাধি দিব বুলি বৰচাহাবে কৈছে। মই কংগ্ৰেছৰ লগ লাগিলে মোৰ আৰু 'ৰায়চাহাব' পোৱা নহ'ব। খাবলৈ হ'লে মই কংগ্ৰেছকো দিম, চৰকাৰকো দিম।"

তাৰ পিচত আমি টুনিৰ ওচৰৰ গাওঁ এখনত থাকিবলৈ স্থিৰ কৰিলোঁ। যিঘৰ মানুহৰ ঘৰত থকাৰ কথা আছিল তাৰ গিৰিহঁত নাই। আমি ওচৰৰ মাৰোৱাৰী এঘৰলৈ গৈ ক'লোঁ, "আমাক খাবলৈ দিয়ক।" মাৰোৱাৰী দোকানৰ মালিক আছিল এগৰাকী মহিলা। তেওঁ ক'লে, "আমি খোৱা বস্তু দিব পাৰো, ৰান্ধিবলৈ বাচন-বৰ্তন দিব নোৱাৰোঁ। ৰান্ধি খোৱা ঠাই বিচাৰি উলিওৱা।" এনেকৈ কথা পাতি থাকোঁতে আমি থাকিব খোজা ঘৰৰ গিৰিহঁত আহি পালেহি। তাত এদিন থাকি সভা সমিতি পাতিলোঁ। তাত এজন হিন্দুস্থানী মহাজন আছিল। আমি তেওঁৰ ঘৰতে দুই-এদিন থাকি তাৰ পিচত গড়মুৰ সত্ৰলৈ গ'লোঁ।

এইদৰে গাৱেঁ-গাৱেঁ প্ৰায় এসপ্তাহমান ফুৰি উভতি আহিলোঁ। মই পিচ পৰিলোঁ। মোৰ লগৰকেইজনে জাহাজত উঠি পাৰ হ'ল। মই আহি দেখো যে জাহাজ নাই! গতিকে কমলাবাৰী সত্ৰৰ ভকত এজনে মোক সত্ৰলৈ মাতি নিলে। তাতে সত্ৰৰ গৰাকীৰ ওচৰত ভকত-বৈষ্ণৱ লৈ অসহযোগ আন্দোলনৰ বিষয়ে বক্তৃতা দিলোঁ। তাৰপৰা আহি নাও এখন ভাৰা কৰি ককিলামুখ পালোঁহি। ককিলামুখৰপৰা খোজ কাঢ়ি আহি ৰাতি ন-মান বজাত ঘৰ পাই দেখিলো, ঘৰৰ ভিতৰত কিছুমান দৰৱৰ

বটল। মোৰ সহধৰ্মিনী শ্ৰীমান ৰাধাৰ কোঠাত। কথাটো তৎক্ষণাৎ বুজিলোঁ। তেওঁৰ এটা ডাঙৰ 'কাৰ্বংকল' হৈছিল। ডাক্তৰে অপাৰেশ্যন কৰি কথমপি ৰক্ষা কৰিলে। এই এসপ্তাহৰ ভিতৰতে ডাক্তৰৰ বিল আহিল ৩২ টকা। মোৰ হাতত ৫০ টকামান ৰূপ আছিল। তাৰপৰাই সেই টকা পৰিশোধ কৰিলোঁ।

আয়ে ক'লে, "তোমাৰ তিৰোতাৰ বেমাৰ হৈছে, ডাক্তৰ কবিৰাজ ভায়েৰে আনিছে। নিজৰ ল'ৰা-তিৰোতালৈ চাব লাগে, নহলেনো বিয়া কেলেই কৰাইছিলা ?" এইকেইষাৰ কথাই মোৰ অন্তৰত বৰ আঘাত দিলে। মাত্ৰ এসপ্তাহ ঘৰৰপৰা বাহিৰ ওলাওঁতেই দেখোন বাধা-বিঘিনি উপচি পৰিল। ডাক্তৰে ক'লে, "আপোনাৰ পৰিবাৰৰ ঘাঁ আপোনাৰ গাৰ জীয়া ছাল কাটি দিলেহে শুকাব।" মই ক'লোঁ, 'দিব লাগে যদি দিম।" পিচে যেনিবা মোৰ গাৰ ছাল কাটি দিবলগীয়া নহ'ল। ঘাঁ শুকাবলৈ প্ৰায় ডেৰমাহমান লাগিছিল হবপায়, ঠিক মনত নাই। প্ৰথম পৰীক্ষাত উত্তীৰ্ণ হলোঁ। ইয়াৰ পিচত এসপ্তাহমান ঘৰত থাকি আকৌ যোৰহাট মহকুমাৰ মৌজাবোৰত সভা-সমিতি পাতিবলৈ জোৰ কাৰ্য আৰম্ভ কৰিলোঁ।

কংগ্ৰেছৰ চাৰিঅনীয়া সভ্য ভৰ্তি কৰিবলৈ ধৰিলোঁহক। যোৰহাটত ডিষ্ট্ৰিক্ট কংগ্ৰেছ কমিটি স্থাপন হ'ল। ময়েই ছেক্ৰেটাৰী নিযুক্ত হ'লোঁ। যোৰহাট টাউনৰ মাহ্না কোম্পানীৰ ওচৰত থকা এটা ঘৰ ভাৰা কৰি 'স্বৰাজ কুটীৰ' নাম দি কংগ্ৰেছ অফিচ পতা হ'ল। এই স্বৰাজ কুটীৰত কংগ্ৰেছৰ স্বেচ্ছাসেৱক থাকে। হাট-বজাৰত ভিক্ষা কৰি দৈনিক স্বেচ্ছাসেৱকসকলৰ খোৰাক চলোৱা হয়।

ময়ো ক্ৰমে ঘৰ এৰিবলৈ ধৰিলোঁ। এসপ্তাহ-পোন্ধৰ দিনৰ মূৰত এদিন ঘৰলৈ যাওঁ। মই দুই-এজন স্বেচ্ছাসেৱক লগত লৈ যোৰহাটৰপৰা আৰম্ভ কৰি গাৱেঁ গাৱেঁ সোমাই আলহী থাকি এফালৰপৰা সভা-সমিতি পাতি যাওঁ, কংগ্ৰেছৰ সভ্য ভৰ্তি কৰো, তিলক স্বৰাজ্য ফাণ্ডলৈকো টকা তোলো আৰু প্ৰায়ে ঘৰে ঘৰে গৈ প্ৰচাৰ কাৰ্য কৰোঁ। এইদৰে এফালৰপৰা আৰম্ভ কৰি দহ-পোন্ধৰ দিনমানৰ মূৰত আমি আকৌ স্বৰাজ কুটীৰ পাওঁগৈ। টকা-পইচা আদি সকলো হিচাব চমজাই দি আকৌ আনফালে কাম আৰম্ভ কৰোঁ।

মোৰ লগত প্ৰায়ে গৈছিল বামুণপুখুৰীৰ দেবেন্দ্ৰনাথ ঠাকুৰ আৰু শ্ৰীযুত বেদ বৰঠাকুৰ। মই গাৱঁত যিকোনো এঘৰত আলহী থাকোঁ। সেই সময়ত গাৱঁৰ মানুহে কংগ্ৰেছৰ ভলণ্টিয়াৰ গ'লে খোৱাবস্তু গোটাই দিয়ে। মই এজন উকীল। ওকালতি এৰি ভৰিত জোতা নোহোৱাকৈ গাৱেঁ গাৱেঁ সভা-সমিতি পাতি ফুৰাত আৰু গোচৰ আদি কৰিবলৈ বাইজক মানা কৰাত আৰু মনৰ সকলো কথা ভাঙি-পাতি কোৱাত মোক সেই সময়ত সকলোৱে বৰ স্নেহ আৰু সন্মান দেখুৱাইছিল।

গোটেই যোৰহাটতে কংগ্ৰেছৰ দহ-বাৰটা কেন্দ্ৰ স্থাপন কৰা হ'ল। স্থানীয় মৌজাত কংগ্ৰেছ কমিটি স্থাপন হ'ল। গোটেই যোৰহাটতে ১৯২১ চনত প্ৰায় দুশ-আঢ়ৈশখন কংগ্ৰেছ পঞ্চায়ত গঠন হ'ল। কাছাৰীত গোচৰ নোহোৱা হ'ল। এই পঞ্চায়তবোৰৰ ভিতৰত বামুণপুখুৰী পঞ্চায়ত বৰ ডাঙৰ হৈ উঠিছিল। পঞ্চায়তৰাজ স্থাপন হোৱাৰ দৰে সেই সময়ত আমাৰ কংগ্ৰেছ কমিটিবোৰৰ শক্তি বৃদ্ধি কৰি দিছিল এই গাঁৱলীয়া পঞ্চায়তবোৰে। আমি কিছুমান নিয়মাৱলী কৰি দিছিলো।

কংগ্ৰেছৰ স্বেচ্ছাসেৱক দলে দলে ভৰ্তি হল। স্কুল-কলেজ এৰি অহা ল'ৰাবিলাকে গাৱেঁ গাৱেঁ সোমাই প্ৰচাৰ কাৰ্যত ব্যস্ত হ'ল। এইদৰে অলপ সময়ৰ ভিতৰতে কংগ্ৰেছৰ বাণী অসমীয়া মানুহৰ ঘৰে ঘৰে প্ৰচাৰ হ'ল। একো একোখন সভাত দুহেজাৰ-আঢ়ৈহেজাৰ মানুহ গোট খায়। হিন্দু, মুছলমান আদি জাতি-বৰ্ণ নিৰ্বিশেষে কংগ্ৰেছৰ কথা নিজৰ কথা যেন অনুভৱ কৰি সকলোৱে যোগদান কৰিছিল।

সেই সময়তে খিলাফট্ আন্দোলন আৰম্ভ হয়। গাৱেঁ গাৱেঁ মুছলমান ভাইসকলৰ ভিতৰত খিলাফট্ কমিটি গঠন কৰা হয়। যোৰহাট ডিষ্ট্ৰিক্ট খিলাফট্ কমিটিৰ মই আছিলোঁ সহকাৰী সভাপতি। এইদৰে আমি হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মাজত আপোন হৈ পৰিলোঁ। দৈনন্দিন কাৰ্য-পদ্ধতি লোৱা হ'ল। গোটেই মহকুমাতে আমাৰ খা-খবৰ দিবৰ কাৰণে স্বেচ্ছাসেৱকৰ দল নিযুক্ত কৰা হ'ল। প্ৰচাৰকাৰ্য, টকা-সংগ্ৰহ, কংগ্ৰেছৰ সভ্য ভৰ্তি কৰা, তিলক স্বৰাজ্য ফাণ্ডলৈ টকা সংগ্ৰহ কৰা আদি কামত অসংখ্য মানুহৰ দৰকাৰ হৈ পৰিছিল। গোটেই যোৰহাট মহকুমাখনৰ গাওঁবোৰ আমি অলপ সময়ৰ ভিতৰতে কংগ্ৰেছ কমিটিৰ এলেকাৰ ভিতৰত সুমুৱাই ল'লো। গাৱঁলীয়া ৰাইজে কংগ্ৰেছ বুলিলে নিজকে বুজিব লাগে —এইটো দঢ়াই দঢ়াই আমি বুজাবলৈ ধৰিলোঁ।

কংগ্ৰেছ মানেই ৰাইজ। ৰাইজৰ ভিতৰত আকৌ গাৱঁত থকা মানুহ হৈছে শতকৰা প্ৰায় ৯০ জন। জিলাত বাৰ ঠাইৰ বাৰজন থাকে। কাজেই গাৱঁলীয়া ৰাইজেইহে কংগ্ৰেছৰ ৰাজহাড়। কংগ্ৰেছ চৰকাৰ হলেও গাৱঁলীয়া ৰাইজৰহে চৰকাৰ হ'ব আৰু গাৱঁলীয়া পঞ্চায়তবোৰেই হ'ব স্বৰাজ আদালত। আমাৰ অভাৱ-অভিযোগ, ভাত-কাপোৰৰ সমস্যা আমি পূৰণ কৰিব লাগিব। কাজেই, আমাৰ গাৱঁলীয়া ৰাইজক সঙ্ঘবদ্ধ কৰিবৰ কাৰণে এনে এটা অনুষ্ঠান লাগে, যি গোটেই ভাৰতৰ সাতলাখ গাৱঁৰ ৰাইজক এক মন এক প্ৰাণত দেশৰ কামত লগ লগাব পাৰে, সেই ৰাজনৈতিক অনুষ্ঠানটোৱেই কংগ্ৰেছ। কংগ্ৰেছে দুটা কাৰ্য-পদ্ধতি আমাৰ আগত দাঙি ধৰিছে। এটা ভঙা, আনটো পতা।

স্বৰাজৰ প্ৰকৃত অৰ্থ হৈছে স্বাৱলম্বিতা। নিজৰ হাতলৈ ক্ষমতা আনিবৰ কাৰণে যত্ন কৰা, নিজৰ শক্তি ক্ষয় হোৱা বাটবোৰ বন্ধ কৰা গাৱঁলীয়া শিল্পবোৰ আমাৰ জাতীয় দেহৰ তেজ চলাচল কৰা শিৰ। এই শিল্পবোৰ লোপ হ'ল। জাতীয় দেহ দুৰ্বল হ'ল। ঘৰে ঘৰে সূতা কাটি কাপোৰ বৈ লোৱা বিৰাট অনুষ্ঠান নাইকিয়া হ'ল। আজৰি সময়ত আমাৰ গাৱঁলীয়া মানুহে ঘৰৰ সকলো বন কৰিও সূতা কাটি কাপোৰ বৈ লৈছিল। ভাত-কাপোৰৰ অভাৱতো আমাৰ নাছিলেই। ইংৰাজৰ শাসনৰ দিনত আমি কিয় দুখীয়া হৈছোঁ আৰু এই দাৰিদ্ৰ্য বৰ্দ্ধিত হাৰে পৰাধীন হোৱাৰ লগে লগে কিয় বাঢ়ি গৈ আছে? আমাৰ দেশৰপৰা ধন যোৱা বাট অসংখ্য আৰু ধন অহা বাট কেইটামানহে। এটা কলহৰ ভিতৰত যদি সহস্ৰ ফুটা থাকে, তেতিয়া সেই কলহত পানী ভৰালে কিমান সময়ত কলহৰ-পৰা পানী নাইকিয়া হ'ব? আমাৰ গাৱঁলীয়া ৰাইজে ঙাড়ক মাটি তেজক পানী কৰি শস্য উপাৰ্জ্জন কৰে। কিয় তেওঁবিলাকে ভাত-কাপোৰৰ অভাৱ গুচাব নোৱাৰে? আমি নিজৰ ভৰিত নিজে কুঠাৰ মাৰিছোঁ। আমি কানি, ভাং, মদ খাই জুৰুলা হলোহঁক। কোন দেশৰ ৰাইজে এইদৰে বিহ হজম কৰিছে? আমাৰ দেশৰ প্ৰজাবিলাক স্বয়ং মহাদেৱ নেকি যে তেওঁবিলাকে হলাহল বিহ খাই লেংটি মাৰিব আৰু আমাৰ দেশলৈ অহা অসংখ্য বেপাৰী মহাজন আদিৰ হেঁচাত পৰি ছাল-বাকলি ওলাব? আমাৰ নাই কি? কিন্তু আমি পৰাধীন। পৰাধীন জাতি জীয়াই থকাৰ লাভ কি? পশু-পক্ষীওতো আমাতকৈ স্বাধীন। জঙ্ঘলৰ পশু-পক্ষীয়েও খাবলৈ নাপাই মৰা নাই। যদি এটা জাপিৰে কিছুমান বন ঢাকি থোৱা হয়, তেনে সূৰ্য্যৰ তাপৰ অভাৱত সেই বনবোৰ বগা হৈ যায়। আমাৰ সেই স্বাধীনতা সূৰ্য্য নোহোৱা বাবে আমাৰ শক্তি নাইকিয়া হৈছে। ৰাজনৈতিক ক্ষমতা আমাক লাগে। আমাৰ দেশৰ বাণিজ্য-বেপাৰ আমি নিজে চলাব লাগে। ৰেল-জাহাজ আদি আমাৰ হুকুমত চলিব লাগে। খেতিয়ক বনুৱাৰ হাতলৈ ক্ষমতা আহিব লাগে। আমাৰ গাওঁবোৰ স্বাৱলম্বী হ'ব লাগে। সকলোৱে নিজৰ ভৰিত থিয় হৈ উপাৰ্জন কৰাৰ ক্ষমতা অৰ্জন কৰিব লাগে। বিজতৰীয়া শিক্ষাই আমাক মাথোন ক্ৰমে জাতীয় লক্ষ্যৰপৰা ভ্ৰষ্ট কৰিছে। এফালে উচ্চ শিক্ষাই আমাৰ ভিতৰত নিবনুৱাৰ সমস্যা বৃদ্ধি কৰিছে, আনফালে আমাৰ ৰাইজে মাতৃ-ভাষাৰ ক-খ-ম-ম কেইটাও নাজানি ঘোৰ অজ্ঞান আন্ধাৰত পৰি আছে। বৃটিছৰ শাসনৰ ডেৰশ বছৰতো গাৱঁ-লীয়া প্ৰজাৰ ভিতৰত শতকৰা ছয়-সাতজনমানেহে লেখিব-পঢ়িব জানে। বাকী শতকৰা ৯৩।৯৪ জন ঘোৰ অন্ধকাৰত পৰি আছে। এইদৰে গাৱঁৰ মাজত বক্তৃতা দি ফুৰোঁতে ৰাইজ মন্ত্ৰমুগ্ধ হোৱাদি হৈছিল। আমাৰ বক্তৃতা শুনিবলৈ হেজাৰ-বিজাৰ মানুহ আহিছিল।

ৰাইজৰ মাজত আমাৰ কথাবিলাকে গভীৰ সাঁচ বহুৱাইছিল। তেওঁলোকে কৈছিল যে এনে নতুন ধৰণৰ কথা আগেয়ে কোনেও কোৱা নাছিল। আগেয়ে কেতিয়াও স্কুল-কলেজৰ ল'ৰাই গাৱেঁ-গাৱেঁ সোমাই ৰাইজক বুজনি দিয়া নাছিল, উকীলে আদালতত ওকালতি নকৰি গাৱেঁ-গাৱেঁ খোজ কাঢ়ি গাৱঁলীয়া মানুহৰ লগত একেলগে খাই-বৈ গাৱঁত বক্তৃতা দিয়া নাছিল। অসহযোগ আন্দোলনৰ কাৰণ কি ? অসহযোগ কৰিলেনো আমাৰ কি লাভ হ'ব ? —এইবোৰ প্ৰশ্নৰ উত্তৰ আমি ঘনাই দিবলগীয়া হৈছিল।

এইদৰে গাৱেঁ গাৱেঁ প্ৰচাৰ কাৰ্য কৰি ফুৰোঁতে মই অসমীয়া জাতিৰ 'কাল স্বৰূপ কানি ৰৰবিহৰ ভূত'টোক দেখিবলৈ পালোঁ। এই কানি ৰৰবিহে ৰঘুমলাৰ দৰে নিষ্ঠুৰভাৱে অসমীয়া জাতিটোৰ অকাল মৃত্যু ঘটাইছে। ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলোৱে এই হলাহল বিহ খাই নিজৰ জীৱন উছৰ্গা কৰি আনন্দ উপভোগ কৰিছে।

## কানি ৰৰবিহৰ গ্ৰাসত অসমীয়া

এই হৃদয় বিদাৰক কাহিনী লেখিবলৈ ভাষা নোলায়, বক্তৃতা দিবলৈ গ'লে কণ্ঠ ৰোধ হয়। প্ৰত্যেক মৌজাতে এখন-দুখন কানিৰ মহল। প্ৰতি মৌজাত মাটিৰ খাজনা যিমান কানিৰপৰাও সিমান টকা আদায় কৰা হয়। এই কানি কেনেকৈ এই সোণৰ অসম দেশলৈ আহিল, বৃটিছৰ দিনত এই ৰৰবিহ ৰাইজৰ ভিতৰত কেনেকৈ এটা প্ৰধান খাদ্যৰূপে বিস্তাৰ লাভ কৰিলে, সেইবোৰ তথ্য সংগ্ৰহ কৰি 'কংগ্ৰেছ কানি তদন্ত কমিটি'ৰ ৰিপোৰ্টৰ পিচত আমালোকে বাহুল্যভাৱে লিপিবদ্ধ কৰিলোঁহঁক।

অসম দেশত মেলেৰিয়া আৰু গ্ৰহণী বেমাৰৰ কাৰণে অসমীয়া মানুহে কানি নাখালে জীয়াই থকা সম্ভৱ নহয়, এইটো 'ইংৰাজ ডাক্তৰসকলৰ মত'। এই মতকে সমৰ্থন কৰি অসমীয়া সমাজৰ ভিতৰত কানি ৰৰবিহ ঔষধ ৰূপে ব্যাপক প্ৰচাৰ হবলৈ ধৰিলে। অপকাৰিতাৰ সম্পৰ্কে একো খবৰ নাই।

১৯২১ চনত গোটেই অসমত ১২০০। ১৩০০ মোন কানি বিক্ৰী হৈছিল। কানিৰ খাজনা প্ৰায় ৪৪ লক্ষ টকা। বাস্তৱিক কানিৰ খাজনা ইয়াৰ দুগুণ বুলি ধৰিব পাৰি। কাৰণ, কানীয়াবিলাকে প্ৰত্যেক মহলদাৰক বহুত ওপৰঞ্চি খাজনা দিয়ে। যথাসৰ্বস্ব গ'লেও কানীয়াই কানি এৰিব নোৱাৰে।

এদিন বামুণপুখুৰী কানি মহলত এটা ঘটনা দেখি মোৰ চকুত পানীৰ পৰিৱৰ্তে তেজ ওলোৱা যেন অনুভৱ কৰিলোঁ। এটা কানীয়াই

চাউল ভুসেৰমান লৈ আহি কানিৰ মহলৰপৰা চাউল সলাই কানি ল'বলৈ আহিছে। সিফালে কানীয়াটোৰ ঘৈণীয়েকে খেদি আহিছে। তাই সেই চাউল বহাবলৈ উলিয়াইছিল। কানীয়াই ভাত ৰান্ধিবলৈ নিৰ খোজা চাউল মনে মনে লৈ আহি কানিৰ মহললৈ লৰ মাৰি আহিছে। অলপ কানি লৈ কানীয়াই লৰালৰিকৈ পুখুৰী পাৰত কানি মলি খাইছেহে মাথোন, এনেতে সি মূৰ্চ্ছা গৈ পৰি গ'ল। আমি কানি দোকানৰ ওচৰতে আছিলোঁ। ঘৈণীয়েকে আহি গিৰীয়েকক পাৰেমানে গালি পাৰিছে, "ল'ৰা-ছোৱালীকেইটাক এতিয়া মই কি খুৱাম?" পিচত তাই গিৰীয়েকক সেই অৱস্থাত দেখি কান্দিবলৈ ধৰিলে আৰু ক'লে, "দেউতাসকল, এওঁ আজি কেবাসাজো ভাত খোৱা নাই। পইচা নাই বাবে ভাত ৰান্ধিবলৈ নিয়া চাউলকে আনি কানি কিনিবলৈ লৰি আহিছিল। মই সদায় মাগি মাগি ল'ৰা-ছোৱালীকেইটাক পুহিছোঁ।" এইদৰে তাই এটা হৃদয়-বিদাৰক বৃত্তান্ত ক'লে। আমি অবাক হ'লোঁ।

## যোৰহাট জেলত কৰ্মবীৰ বৰদলৈৰ অসুখ

যোৰহাট জেলত থাকোঁতে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ ডিউডিন্ত ঘা হৈ একো খাব নোৱাৰা হৈছিল। শ্ৰীযুত বিপিন বৰদলৈয়ে ঘৰৰপৰা ভাত আদি ৰান্ধি পঠিয়াইছিল। তেওঁ বৰ কষ্টেৰে অলপ অলপ আহাৰ কৰিছিল। সদায় পুৱা আটাইবিলাক ৰাজনৈতিক বন্দীয়ে একে ঠাইতে বহি প্ৰাৰ্থনা কৰোঁহক। বৰদলৈয়ে সদায় অন্নপূৰ্ণাৰ শ্লোকটো পাঠ কৰে। শেষৰ কেইশাৰী বৰ ভাল লাগিছিল "মাতা চ পাৰ্বতী দেবী, পিতা দেৱ মহেশ্বৰঃ, বান্ধৱ শিৱভক্তা চ স্বদেশো ভুৱনত্ৰয়ম্।" বৰদলৈ ডাঙৰীয়াই সদায় তেখেতৰ অদম্য উৎসাহ দেখুৱাই আমাক আনন্দ দিছিল। জেলৰ ভিতৰত নানাৰকম খেল-ধেমালি কৰি দিন কটাইছিলোঁ। মিঃ গ্ৰাহাম চাহাবৰ লগত সংঘৰ্ষ নোহোৱা পৰ্যন্ত জেলৰ সময় বৰ ভালেৰেই গৈছিল। আমাৰ ৰাজনৈতিক বন্দীবিলাকক প্ৰথমে এলপাত খুন্দিবলৈ দিছিল। এইটো কাম ডাঙৰ নহয়, কিন্তু এলপাতৰ এঠাবোৰ লাগি হাতত খহু আদি হৈ চৰকাৰ-চালাম নিদিয়াত মিঃ গ্ৰাহাম আমাৰ ওচৰলৈ নহা হ'ল। একেৰাহে তেওঁ ১০।১৫ দিন নহাকৈ থাকে। কেতিয়াবা আমাৰ ওপৰত ৰিপোৰ্ট হলে আহি তৰ্জন গৰ্জন কৰি গুচি যায়। ঢেঁকী, ঘানী, ইটা কটিওৱা, বাটৰ বন বোটলা, ৰচী বটা, কামি-কাঠী কৰা কাম দিবলৈ ধৰিলে। আমাৰ স্বেচ্ছাসেৱকসকলে আনন্দ মনেৰে সেইবোৰ কাম কৰিবলৈ ধৰিলে। ঘানী ঘুৰোৱা আটাইতকৈ টান কাম। এইটো মানুহৰ কাম নহয়। ইয়াৰ

আগতে আমি ঘানী গৰুৱে টনা দেখিছোঁ । কিন্তু মানুহে একেবাহে ৭৮ ঘণ্টা ঘানী ঘুৰাই তেল পেৰা কথা শুনা নাছিলোঁ। প্ৰথমতে, আমি যিকেইজন বিনাশ্ৰমৰ কাটেকীয়াল আছিলোঁহক, সকলোৱে লগ লাগি ঘানীত দিয়া কয়দী কেইজনক সহায় কৰিছিলোঁ। দহ সেৰ সৰিয়হ চেপি তিনিসেৰ তেল উলিয়াই দিব লাগে। এইটো কামে শৰীৰৰ শক্তি টানি নিয়ে। এসপ্তাহ ঘানী-ঘৰত যেনে মানুহেই কাম নকৰক কিয় তাৰ শৰীৰ ক্ষীণ হৈ শুকাই যাবই। এনে এটা ডাঙৰ শাস্তি এই ঘানীশাল জেলত কোনে কিয়, সুমুৱাই দিলে ক'ব নোৱাৰি। শিৱসাগৰ, যোৰহাট, গুৱাহাটী আদিৰ আগলৈ উঠি অহা ন-জোৱানসকলৰ এই কাম কৰিও মুখৰ হাঁহি মুগুচিছিল।

গুৱাহাটীৰ শ্ৰীযুত হেমচন্দ্ৰ বৰুৱা, শ্ৰীযুত উমেশ বৰদলৈ, শ্ৰীযুত মহেন্দ্ৰ ফুকন, শ্ৰীযুত সুৰেশ ভট্টাচাৰ্য, শ্ৰীযুত কৃষ্ণকান্ত বৰুৱা, শ্ৰীযুত ধৰ্মকান্ত শৰ্মা, শিৱসাগৰৰ শ্ৰীযুত কণক কোঁৱৰ, মিঠাৰাম গগৈ, বোধেশ্বৰ গগৈ, শ্ৰীযুত ভেলেকা আহোম; যোৰহাটৰ শ্ৰীযুত শশীধৰ মলিয়াবৰুৱা, শ্ৰীযুত ৰমেশ চন্দ্ৰ বৰুৱা, শ্ৰীযুত সৰ্বেশ্বৰ বৰচেতীয়া আদি বহুতে এই ঘানী-ঢেঁকীৰ কাম কৰিছিল। কিছুদিনৰ পিচত ঘানী ঘৰত তলা-চাবি মাৰি দিয়া হ'ল। এইদৰে সাধাৰণ কয়দীতকৈও বেছিকৈ কাম কৰিব লগা হৈয়ো আমাৰ মনৰ বল কমি নোযোৱা দেখি আৰু চৰকাৰ-চালাম একেবাৰে বন্ধ হোৱাত মিঃ গ্ৰাহাম চাহাব কিংকৰ্তব্য বিমূঢ় হ'ল। কাম পূৰা নহলে শাস্তি দিয়াৰ ব্যৱস্থা হ'ল। দাগুা, বিৰি, হাতকৰি আদি বহুতে পিন্ধিছিল। আমাৰ স্বেচ্ছাসেৱকসকলে কামত হেলা নকৰিছিল। যিমান কাম হ'ব লাগে পূৰা কৰিবলৈ যত্ন কৰিছিল। তথাপি কাম পূৰা কৰিব নোৱাৰি শাস্তি ভোগ কৰিবলগীয়া হৈছিল। কিয়নো, এইবোৰ কাম কৰা অভ্যাস স্বেচ্ছাসেৱকসকলৰ স্বপ্নৰো অগোচৰ আছিল।

জেল মেন্যুৱেলত অনেক প্ৰকাৰ শাস্তিৰ বিধান আছে। সেইবোৰ প্ৰায় ডেৰশ বছৰৰ পূৰ্বেই কৰা নিয়ম। এতিয়া সভ্যতাৰ উন্নতি হোৱা সত্বেও আমাক সেই মামৰে ধৰা নিয়মেৰেই শাস্তি বিধান কৰা হৈছে। ৰাজনৈতিক বন্দীৰ বিষয়ে বিশেষ একো পাৰ্থক্য নাছিল, বৰঞ্চ আচৰিত কথা, প্ৰায় সকলো ক্ষেত্ৰতেই ৰাজনৈতিক বন্দীবিলাকক সাধাৰণ কয়দীতকৈও হীন চকুৰে কৰ্তৃপক্ষই চাইছিল। এইবোৰ কথা, জেলৰ থকা-মেলা-খোৱা আদি সকলো আমূল পৰিবৰ্তন কৰাৰ দিন কেতিয়াবাই অতীত হ'ল। জেল মানুহৰ চৰিত্ৰ সংশোধন কৰা এটা শিক্ষালয় হ'ব লাগে। এই শিক্ষালয়ত যিবিলাক অপৰাধী আছে তেওঁবিলাকক বেমাৰী বুলি ধৰি লৈ তেওঁলোকৰ চৰিত্ৰ সংশোধন কৰোৱাৰ আৱশ্যক। ইয়াৰ বাবে কয়দী বিলাকক উপযুক্ত খাদ্য দিব লাগে আৰু ভাল ব্যৱহাৰ কৰিব লাগে। এই দুটা প্ৰধান নীতি গ্ৰহণ কৰি আনপ্ৰকাৰ শিক্ষা দি অতি হীন আৰু নিকৃষ্ট কয়দীকো প্ৰকৃত মানুহ কৰিব পাৰি। একো-একোজন কয়দীয়ে মাত্ৰ ক্ষুধাৰ

অৱস্থাত বা খঙৰ বশ হৈ হঠাৎ এটা পাপ কৰি পেলায়; কিন্তু সেই দোষৰ বাবে তাক আকৌ পাপৰ মাজত পেলাই দি, তাৰ জীৱনত নিজৰ চৰিত্ৰ সংশোধন কৰিবলৈ সুবিধা নিদিয়াকৈ দণ্ড দিয়াৰ লাভ নাই। আমাৰ জেলবোৰত উপযুক্ত আহাৰ আৰু কয়দীৰ প্ৰতি ভাল ব্যৱহাৰ—এই দুইটাৰে অভাব। ইংৰাজীত এষাৰ কথা আছে, "Feed the Brute." অৰ্থাৎ ভোক প্ৰথমে নিবাৰণ কৰা। ভাল কাম পাবলৈ হলে, ভালকৈ খুওৱা। পৃথিবীৰ সকলো দেশতে জেলৰ নিয়ম পৰিবৰ্তন হ'ল, ভাৰতবৰ্ষই স্বাধীনতা নাপায় মানে জেলৰ নিয়ম সংশোধন হোৱাৰ আশা নাই।

কৰ্মবীৰ বৰদলৈ ডাঙৰীয়া যোৰহাট জেলৰপৰা শ্ৰীহট্ট জেললৈ বদলি হোৱাত বৰ ভালেই হ'ল। ভগবানে যি কৰে ভালেই কৰে। শ্ৰীহট্ট জেলত বৰদলৈয়ে বহুত সুবিধা পালে। তাত থকা চিভিল ছাৰ্জনে বৰদলৈৰ বেমাৰৰ খুব যত্ন লৈছিল আৰু বৰদলৈয়ে তাত শান্তিৰে কটাইছিল বুলি খবৰ পাই আমি অতি আনন্দ লাভ কৰিছিলোঁ। জেলৰ প্ৰথম তিনি-চাৰিমাহ ভালেৰেই গৈছিল। ১৯২২ চনৰ এপ্ৰিল কি মে মাহৰ পৰাই আমাৰ ওপৰত জেল কৰ্তৃপক্ষৰ দমন-নীতি আৰম্ভ হ'ল। এই দমন-নীতি গৈ কিমানদূৰ পালেহেঁতেন কব নোৱাৰি।

প্ৰায় চাৰিমাহ অবিৰাম কঠোৰ পৰিশ্ৰম কৰাৰ পিচত আৰু খোৱা আহাৰ নিতান্ত বেয়া হোৱাৰ ফলত আমাৰ প্ৰায় সকলোৰে স্বাস্থ্য বেয়া হবলৈ ধৰিলে। ইমান কঠোৰ পৰিশ্ৰম কৰিবলৈ দিয়াত সুৰমা উপত্যকাৰ বন্ধুসকলে যুক্তি কৰিলে যে তেওঁলোকে জেলত কাম নকৰে অসম উপত্যকাৰ বন্ধুসকলে যুক্তি কৰিলে যে দিয়া কাম যিমানদূৰ পাৰি কৰিব বলে নোৱাৰিলে তাৰবাবে যি হয় হ'ব। এইটো যুক্তিত উভয় পক্ষই মান্তি হ'ল। মোৰ ওপৰতে এটা আদেশ দিয়াৰ ভাৰ দিছিল আৰু উভয় পক্ষই মোৰ উপদেশমতে কাম কৰিম বুলি প্ৰকাশ কৰিছিল। মই দুইফালৰ বন্ধুসকলৰ মনোভাব বুজি তেখেতসকলৰ মতামত প্ৰকাশ কৰি ক'বলৈ কোৱাত ওপৰত কোৱাদৰে দুইদলে মতামত দিলে।

এদিন শ্ৰীযুত ৰমণী মোহন ৰায়ে ঘানী ঘুৰাই থাকোঁতে মূৰ ঘুৰাই পৰিল। মুখেদি তেজ ওলাইছিল। এনে অৱস্থাত তেওঁক লগৰ বন্ধুজনে ধৰাধৰিকৈ মহিলা ফাটেকৰ ভিতৰলৈ লৈ আহে। তাতে কেইটামান মাটিৰ কলহত পানী আছিল। আমি ৰমণী বাবুৰ মূৰত পানী দি আছোঁ এনেতে জেলৰ ডাক্তৰজনে এডাল থাৰ্ম'মিটাৰ লৈ জ্বৰ আছেনে নাই চাবলৈ আহিল। মই সবলভাৱে ক'লো, "ডাক্তৰবাবু, এইটো জ্বৰৰ কথা নহয়। ঘানী ঘুৰাই থাকোঁতে মুখেদি তেজ ওলাই ৰমণীবাবুৰ এনে অৱস্থা হৈছে।" ডাক্তৰ বৰ খং উঠিল। মোক বৰকৈ ভৰ্ৎসনা কৰিবলৈ

আৰু ক'লে, "মশাই, আপুনি কয়দী, মুখ চম্ভালি কথা ক'ব।" বৰ বেয়াৰকমে অপমানিত হোৱাৰ পিচত মোৰ মনে মনে থকাৰ বাহিৰে একো উপায় নাছিল। ডাক্তৰে জ্বৰ নাই বুলি ক'লে। বৰ জামাদাৰে ভাবিলে যে যদি জ্বৰ নাই তেন্তে কিয় আকৌ ঘানী চলাবলৈ ৰমণীবাবু নাযাব। জামাদাৰে ক'লে, "চলেন।" মানুহজনৰ অৱস্থা একেবাৰে দুৰ্বল, উঠিবৰ শক্তি নাই। তাতে আকৌ ঘানীত লগাই দিবলৈ কৰা প্ৰস্তাৱত মই প্ৰতিবাদ কৰি ক'লোঁ, "জামাদাৰ চাহাব, আদমীকো আপ্ ঘানীমে লে জানেকো মাংতে হোয়? ৰমণীবাবু কৈইছে ঘানী ঘুৰায়েগা? আদ্মীতো মৰ জায়েগা। শীমাৰমে তো কাম বন্ধ ৰখ্না ৰুল হ্যায়।" হিন্দুস্থানী জামাদাৰ খণ্ডত অস্থিৰ হ'ল। তাৰ আগতে ডাক্তৰে মোক ধমকি দিয়া সি দেখিছেই। তাতে আমাৰ ওপৰত ছুপাৰিণ্টেণ্ডেণ্ট নাৰাজ হৈয়ে আছে। ডাক্তৰে জ্বৰ নাই বুলি কোৱা কয়দীক কাম কৰিবলৈ বাধা দিবৰ মই কোন? জামাদাৰে মোক সুধিলে, "আপ জেইলৰ হ্যায়? আপ্কা হুকুমমে কাম চলেগা?" মই তেতিয়া ক'লো, "ৰমণী বাবু ঘানীমে জানে নেহী দেকেগা।" এইদৰে কোৱাত জামাদাৰে বঙা চকু দেখুৱাই গুচি গ'ল আৰু জেইলৰক ৰিপোৰ্ট দিলে। জেইলৰে মোক মাতি পঠিয়ালে। জামাদাৰে তেতিয়া গুলীটো অহা দি আহি মোক হাতত ধৰি জেইলৰৰ ওচৰলৈ টানি লৈ গ'ল।

জেলৰ অফিচৰ ওচৰত তেতিয়া এখন সৰু খিৰিকী আছিল। সেই খিৰিকীৰপৰা জেইলৰে মোক প্ৰথমতে দুটামান মিঠা কথাৰে কলে যে মই সকলো প্ৰকাৰে সাধু, মোক তেওঁ বৰ ভাল পায়। এইদৰে কৈ তেওঁ মোক নানা ধৰণেৰে অভদ্ৰ ভাষাৰে গালি পাৰিবলৈ ধৰিলে আৰু ক'লে, 'কুকুৰ-বিৰাল মাৰিবলৈ কিমান টান কথা। জেলত ত্ৰায়েঙ্গলত বান্ধি বেত দিব পাৰো" ইত্যাদি কৈ থাকোঁতে মই ক'লোঁ, "আপুনি মোক এনেদৰে অসভ্য ভাষাৰে কিয় গালি পাৰিছে? যদি মোৰ দোষ হৈছে মোক শাস্তি দিয়ক।" এইদৰে কৈ গুচি আহিলোঁ। জামাদাৰে ৰমণী বাবুক ঘানীঘৰলৈ নিবলৈ নাহিল।

পিচদিনা প্ৰায় দহমান বজাত মিঃ গ্ৰাহাম অগ্নিশৰ্মা হৈ আহিল। চৰকাৰ-চালাম নিদিয়াৰপৰা তেওঁ আমাৰ ওচৰলৈ আহিবলৈ এৰি দিছিল ৰাজনৈতিক বন্দীবিলাকক দিনত একেলগে মহিলা কাটেকত সুমুৱাই থয়। বাহিৰৰ দুৱাৰখন বন্ধ কৰি দিয়ে। আমি দুৱাৰখন খুলিয়েই ভাবোঁ, আজি কিবা এটা বিপদ হ'ব। মিঃ গ্ৰাহামে খঙেৰে আমাক শুনাকৈ ক'লে, "These scoundrels are giving me a lot of trouble." এইদৰে কৈ পোনে পোনে শ্ৰীযুত ৰমণী মোহন ৰায়ৰ ওচৰলৈ গৈ খঙেৰে সুধিলে, "Why did you refuse to work yesterday" শ্ৰীযুত ৰমণী বাবু মৌন হৈ থাকিল। একো উত্তৰ নিদিয়া দেখি মই কলোঁ, "Mr. Graham,

you have lot of poisons in your hospital. Why do you not get rid of these scoundrels by administering poison to them? এই কথা কোৱা মাত্ৰেই মিঃ গ্ৰাহাম ক'লা পৰিল। মোক উত্তৰ দিলে, "I am an Englishman. How can you entertain such things against me." তেতিয়া মই ক'লো 'It is the same thing by killing us in Ghani." মিঃ গ্ৰাহামে মোক ঘটনাৰ বিষয়ে সুধিলে। তেতিয়া মই ক'লোঁ "আপুনিতো আমাৰ কথা বিশ্বাস নকৰে। ক'লে লাভ কি হব?" মিঃ গ্ৰাহামে মোক সোধাত মই ক'লো, "কালি শ্ৰীযুত ৰমনীবাবুয়ে ঘানী ঘুৰাই থাকোঁতে মূৰ ঘূৰি গ'ল। মুখেদি তেজ ওলাইছিল। তেনে অৱস্থাত তেওঁক ধৰি আমাৰ ইয়ালৈ লৈ আহে। ডাক্তৰবাবুৱে জ্বৰ জুখি চাই জ্বৰ নাই বুলি কোৱাত জামাদাৰে পুনৰ ৰমণী বাবুক ঘানীত কাম কৰিবলৈ টনাটনি কৰিছিল। মই তেতিয়া কলোঁ, ঘানীত কাম কৰিবৰ শক্তি ৰমণী বাবুৰ নাই।" অৱশ্যে ডাক্তৰে আৰু জেইলৰে মোৰ লগত কৰা অভদ্ৰ ব্যৱহাৰৰ কথা নকলোঁ। মোৰ কথা শুনি ডাক্তৰে ক'লে, "It is all false." মই উত্তৰ দিবলৈ নৌপাওঁতেই মিঃ গ্ৰাহামে ক'লে, "I do not want people who are ill to work এইবুলি কৈ ৰমণী বাবুৰ হিষ্ট্ৰি টিকটত লেখি দিলে যে তেওঁক কোনো টান কাম নিদিব।

ইয়াৰ কিছুদিনৰ পিচত জেললৈ আই. জি. আহিছিল। চৰকাৰ-চালাম তেওঁকো দিয়া নহ'ল। তেওঁৰ আগত মিঃ গ্ৰাহামে আমাৰ বিষয়ে এইদৰে কৈছিল, "Here are pleaders tea-planters, graduates and under-graduates." আই. জি.য়ে মোৰ শৰীৰ দুৰ্বল আৰু ক্ষীণ দেখি সুধিলে, "What are you suffering from? You seem to be very weak?" মই ক'লোঁ, "মোৰ পেটৰ বিষ হয়। বোধহয় জেলৰ খাদ্যৰ বাবেই হৈছে।" তেতিয়া আই. জি.য়ে মিঃ গ্ৰাহামক ক'লে, "Give him milk." আই. জি.য়ে আমাৰ প্ৰত্যেককে একোটা কথা সুধিছিল আৰু আমি আনন্দ পাইছিলোঁ। তেখেতে চৰকাৰ-চালাম নিদিয়াৰ বিষয়ে একো কথা সোধা নাছিল, আমিও তেখেতৰ আগত একো আপত্তি কৰা নাছিলোঁ। আমি আগৰেপৰা সিদ্ধান্ত কৰিছিলো যে কোনো আপত্তি আমি কতৃপক্ষৰ ওচৰত নকৰো আৰু আমাৰ সুবিধা-অসুবিধাৰ বিষয়ে কাকো একো নকওঁ। মাজে মাজে দুই-এসাজ ভাত নোখোৱাৰ বাহিৰে আৰু আন কোনো উপায় বিচাৰি পোৱা নাছিলোঁ। আমি কিবা আপত্তি কৰিলে সেই আপত্তিবোৰ উৰি যায়। কোনো ভিজিটৰ আহিলে মিঃ গ্ৰাহামৰ আগতে সাধাৰণ কয়দীক সোধে, "জেলৰ ভাত কেনে পাইছা?" সিহঁতে কয়, "হুজুৰ, বৰ ভাল। আমি ঘৰত এনেকৈ খাবলৈ নাপাওঁ।" মিঃ গ্ৰাহামে

আমাক মাজে মাজে সোঁৱৰায়, "You complain about food, but the ordinary Prisoners never complain." আমি হাঁহো, ইয়াৰনো কি উত্তৰ দিম ?

আই. জি. যোৱাৰ পিচত জেইলৰে মোক কেবাদিনে কৈছিল, "কৃষ্ণ বাবু, আপনাৰ দুধ আনবাৰ জন্য আমি ৱাৰ্ডৰ চাৰদিক পাঠিয়েছিলাম। গ্ৰামেৰ মানুষ ৱাৰ্ডৰকে দুধ দেয়না।" এইদৰে কৈ এদিন মোক সুধিছিল "কৃষ্ণবাবু, আপুনি কন্‌ডেন্সড মিল্ক খাবেন?" মই নাখাওঁ বুলি কোৱাত বোধহয় তেওঁ মিঃ গ্ৰাহামক মই গাখীৰ নাখাওঁ বুলি কলে। এদিন মিঃ গ্ৰাহামে মোক সুধিছিল, "I understand you do not take milk." মই একো অৰ্থ বুবুজি মাত্ৰ হাঁহিলোঁ। মিঃ গ্ৰাহামে আমাৰ লগত অলপ ঘনিষ্ঠতা কৰিবলৈ আৰম্ভ কৰিছিল আৰু দুই-এদিন আহি কেতিয়াবা দুই-এটা মিঠা কথাও কৈছিল।

ইতিমধ্যে আমি থকা ঘৰটো হাস্পতাল কৰি আমাক অন্য নম্বৰলৈ লৈ গ'ল। দিনত আমি আটাইবিলাক একেলগে মহিলা কাটেকৰ ভিতৰত সোমাই থাকোঁ আৰু গধূলি ভাত খাই নিজ নিজ নম্বৰত সোমাওঁ। তেতিয়াৰ দিনত প্ৰায় ছবজাৰ আগতে ভাত হয়। আমি প্ৰায় সাত বজাৰ পৰাই বিচনাত পৰি থাওঁ। এদিন হঠাৎ জেইলৰ মহিলা কাটেকৰ ভিতৰলৈ সোমাই আহি আমাক সুধিলে, "পেটৰ বেমাৰ কাৰ আছে?" এইদৰে শ্ৰীযুত যাদৱ প্ৰসাদ চলিহা আৰু শ্ৰীযুত গঙ্গাধৰ বৰকটকীদেৱক সুধিলত তেওঁবিলাকে বেমাৰ নাই বুলি ক'লে। মোক ক'লে, "আপনাৰ পেটেৰ অসুখ আছে, আপনি আই. জি. পি.কে কমপ্লেন কৰেছিলেন।" মই ক'লো, "এতিয়া মোৰ পেটৰ অসুখ ভাল হ'ল।" অৱশ্যে মোৰ পেটৰ অসুখ আছিল। পেট কামোৰে, হজম নহয়। শৌচ দিনত দুই-তিনিবাৰ হয়। শৰীৰ বৰ দুৰ্বল হৈছিল; কিন্তু পেটৰ অসুখ হ'লেই জেলত ডাক্তৰে শৌচ কৰা জুলাপ দিয়ে।

জুলাপ খোৱাৰ ভয়তে মই পেটৰ অসুখৰ কথা নকলোঁ। জেইলৰে মোক এৰি নিদি বাহিৰৰ সাধাৰণ কয়দীৰ হাস্পতাললৈ লৈ গ'ল আৰু তাত সাধাৰণ কয়দী বেমাৰীৰ বিচনা খালী কৰি মোক থাকিবলৈ দিলে। মোৰ হাস্পতালত থাকি ঔষধ খোৱাৰ একো দৰকাৰ নাছিল। মহিলা কাটেকতে মোক জুলাপ দিব পাৰিলেহেঁতেন। মোৰ মনত বৰ ভয় লাগিল। অলপ পিচতে ডাক্তৰে লোণ জুলাপৰ বটল এটা থৈ গ'লহি। এক আউন্স তেওঁ খুৱাই দি হাস্পতালৰ মেটটোক কলে তিনিঘণ্টাৰ মূৰে মূৰে এপালিকৈ খুৱাবলৈ মই কলিকতাত দিনত তিনিবাৰৰ ঠাইত ঘণ্টাত তিনবাৰকৈ ঔষধ খাই শিক্ষা পায়ে থৈছো। ইফালে মই দুৰ্বল। এই বটল জুলাপ

খাবলৈ হলে মোৰ পিনে শবাধ হ'ব। ভগৱানে যি কৰে, সকলো তেওঁৰ ওপৰতে এৰি দিলোঁ।

হাস্পতালৰ মেটটো মোৰ মোকেল আছিল। সি মোক ভালৈ মোৱাত বৰ আনন্দ পালে। মোক সুধিলে, "ছাৰ, আপোনাৰ কি হৈছে?" মই ক'লো, "মোৰ একো হোৱা নাই। পেটৰ অসুখ বুলি আই. জি.ৰ আগত কৈছিলোঁ। সেইবাবেই পেটৰ অসুখ বুলি জুলাপ খুৱাই মোক শিক্ষা দিব খুজিছে। মোৰ শৰীৰ বৰ দুৰ্বল। এই বটল জুলাপ মই নাখাওঁ।" মেটে মোক ক'লে, "ছাৰ, জুলাপ মই পেলাই দিম।" মই ৰক্ষা পৰিলোঁ। সেইপালি খায়েই মোৰ ছয়-সাতবাৰ শৌচ হ'ল। ডাক্তৰে শৌচ পৰীক্ষা কৰিলে। মেটে মোক তাত চাগুদানা ভালকৈ তৈয়াৰ কৰি খুৱালে, গাখীৰ খাবলৈ দিলে, ক'ৰবাৰপৰা আনি চাহ-পানীও খুৱালে। সি মোৰ যত্ন ল'লে। মই যি ভয় কৰিছিলোঁ, তাৰ অনুগ্ৰহত মোৰ সকলো আশঙ্কা দূৰ হ'ল। ডাক্তৰে সোধাত সি কলে, "আপুনি দিয়া দৰৱ মই খুৱালোঁ।"

সেইদিনা গধূলি কি তাৰ পিচদিনাই ডাক্তৰে ছুটী ল'লে। তেওঁৰ বদলি আন এজন ডাক্তৰ আহিল। হাস্পতালত দুটা কোঠা। মাজে মাজে গোটা বাঁহৰ বেৰ। মই ৰাতি শুই থাকোঁতে পাছফালৰ কোঠাৰপৰা কোনোবাই মেকুৰীয়ে মতা দি মাত মতা শুনিলোঁ। গোটেই ৰাতি মোৰ চকুত টোপনি নাহিল। সিফালে কি আছে বুলি পুৱা মেটক সুধিলত সি ক'লে, "ইয়াত ডাঙৰ বেমাৰী এটা আছে। মৰোঁ মৰোঁ হৈ আছে। তাৰ যত্ন কোনোৱে নোলোৱা হ'ল।" মিঃ গ্ৰাহামে বাহিৰৰপৰা ডাক্তৰক সোধা শুনিছিলো, "Is he dead ?" অৰ্থাৎ সি মৰিল নেকি?

নতুন ডাক্তৰজনে মোক চাবলৈ আহি সুধিলে, "আপোনাৰ কি হৈছে?" মই ক'লো "একো হোৱা নাই।" কথাটো ভিতৰি জনালোঁ। ডাক্তৰজন মৰমিয়াল আছিল। মই তেওঁৰ আগত পাছৰ কোঠাটোত এটা টান বেমাৰী আছে আৰু ৰাতি সি মেকুৰীয়ে চিঞৰা দি চিঞৰে বুলি ক'লোঁ। ডাক্তৰ সিটো কোঠালৈ গল। বেমাৰীজন কম্বল এখনেৰে ঢকা আছিল। কম্বলখন গুচাই দেখে যে এজন মানুহে মুৰটো বিচনাত লগাই কেঁকাই আছে। চেহেৰা হুবহু এটা বান্দৰৰ দৰে দেখি। ডাক্তৰে তাক অলপ চাফ-চিকণ কৰাই নতুন কম্বল আদি দি ঔষধ খুৱাই চাব বুলি মোৰ আগত ক'লে। মই হাস্পতালত চাৰিদিন আছিলোঁ। এই চাৰিদিনত বেমাৰী মানুহটোৰ অৱস্থা ক্ৰমে ভাললৈ আহিল। ডাক্তৰে মিঃ গ্ৰাহামক দেখুৱাই তাৰ ৰীতিমত চিকিৎসা আৰম্ভ কৰি দিলে। ক্ৰমে তাৰ ধাতু আহিল।

মই সিদিনা হাস্পতালতে আছোঁ। জেইলৰে মোক মাতি সুধি-ছিল, "পেটৰ অসুখ ভাল হ'লনে?" মই ক'লোঁ, "ভাল হ'ল।" "আৰু কম্‌প্লেন কৰিবনে?" তেতিয়াহে বুজিলোঁ, জেইলৰে মোক ঠাট্টা কৰিছে। পিচত মোৰ হিষ্ট্ৰি টিকেট এইবুলি লে'খছিল, "He complained that he has gripping complaints. He was put under observation in the hospital for four days. His stools were examined and his complaints were found to be false." কেইদিনমানৰ পিচত আমাৰ দুৱাৰ মুখত (মহিলা ফাটেকৰ আগত) সেই বেমাৰীজনে লোৰ থাল এখন লৈ হাজিৰ হয়। আমি তাক থালখন ভৰাই ভাত-আঞ্জা দিওঁ। এই বে সি সদায় ভূতে খোৱা দি খাবলৈ ধৰিলে। তাক খুৱাই আমাৰ বৰ আনন্দ লাগিছিল। এইদৰে খাই খাই সি ভালেই হ'ল। সি আমাৰ মহিলা ফাটেকলৈ আহে আৰু লাহে লাহে গীত গাই শুনায়।

এইজন বেমাৰী ভাল হোৱা দেখি মোৰ এনে বিশ্বাস হ'ল যে 'মাৰে হৰি ৰাখে কোনে, ৰাখে হৰি মাৰে কোনে?' এইজন কয়দীৰ নাম আছিল ভূতনাথ। গোলাঘাটৰ বন-বিভাগৰ কোনো এজন অফিচাৰৰ ৰান্ধনি আছিল। বজাৰ কৰিবলৈ গৈ মালিকৰ পইচা খোৱা অপৰাধত মালিকে গোচৰ দি এবছৰ ফাটেক দিয়ালে। মই জেলৰপৰা খালাচ হৈ যোৱাৰ পিচত এদিন গধুলি এটা প্ৰকাণ্ড মানুহে মোক আলিবাটত লগ পাই সুধিলে, "কৃষ্ণবাবু, চিনতে পেৰেছেন?" মই চিনিব নোৱাৰিলোঁ। তেওঁ ক'লে, "আমি ভূতনাথ।" তেতিয়া মই তেওঁক আঁকোৱাল মাৰি ধৰিলোঁ। ভূত-নাথ এজন পালোৱান। তাক দেখি বৰ আনন্দ পালোঁ। তাৰ পিচত ভূত-নাথ ক'লৈ গ'ল ক'ব নোৱাৰোঁ।

## দেউচৰণ উপাধ্যায়

এওঁক আমাৰ মাজৰপৰা বেলেগ কৰি থোৱাৰ পিচৰপৰা বিশেষ খবৰ পাবলৈ টান হ'ল। তেওঁ মাজে মাজে খায়; আকৌ অনশন কৰে। মিঃ গ্ৰাহামে তেওঁক মাজে মাজে খং তোলাই থাকে বুলি খবৰ পাওঁহক। আমাক তেওঁৰ ওচৰলৈ যাব নিদিয়ে। এইদৰে তেওঁ খাই আৰু অনশন কৰি শেহত কেইদিনমান একেবাৰেই আহাৰ পৰিত্যাগ কৰিলে বুলি খবৰ পাই নিৰুপায় হ'লোঁহক। ইতিমধ্যে জেলত এজন মানুহৰ ফাঁচী হ'ল। ফাঁচীশাল আছিল তেতিয়া কলাজ্বৰ ৱাৰ্ডৰ ওচৰত। উপাধ্যায়ে নৰবলি হোৱাত সেই ঠাইলৈ নাযাওঁ বুলি ক'লে। সেইদিনা দেউচৰণ উপাধ্যায়ক আমাৰ লগলৈ আনিছিল। তেতিয়া তেওঁৰ অৱস্থা আগতকৈ বহুত কাহিল আছিল।

যদিও কথা-বাৰ্তা বৰ ভালকৈ কৈছিল। তেওঁ আদ্যোপান্ত সকলো কথা আমাৰ আগত কৈছিল। মিঃ গ্ৰাহামে তাতো তেওঁৰ হতুৱাই এবাৰ নে দুবাৰ চৰকাৰ-চালাম জোৰেৰে লোৱাইছিল। এই ঘটনাৰ পিচত উপাধ্যায়ে জেলৰ বাহিৰলৈ গৈ গেটৰ আগৰ বেলগছৰ তলত থাইছিল। এইদৰে থাকি আকৌ তেওঁ নোথোৱা হ'ল। কাৰণটো আমি বিশেষ একো নাজানো।

এদিন ৰাতি কয়দী হিচাব কৰি থাকোঁতে এইদৰে হিচাব দিয়া শুনিলোঁ—এক, দুই, তিনি, চাৰি, পাঁচ, ছয়, সাত, আঠ, ন, দহ, এঘাৰ —এটা মৰা। এইদৰে হিচাব ঘূৰি আছে। বাহিৰত এটা ৱাৰ্ডাৰক সোধাত সি ক'লে যে সাধুজন মৰিল। পিচদিনা আমি সকলোৱে পৰামৰ্শ কৰি সাধুক হিন্দুমতে দাহ কৰিবৰ ইচ্ছা প্ৰকাশ কৰি জেইলৰক জনালোঁ। প্ৰায় নমান বজাত মিঃ গ্ৰাহাম আহিল। তেওঁ আমাৰ আগত দেউচৰণৰ মৃত্যুত বৰ বেজাৰ কৰি দেখুৱালে আৰু কলে যে উপাধ্যায়ে হেনো তেওঁ জেলৰ ভিতৰত নমৰে বুলি তেওঁৰ আগত কৈছিল ; কিন্তু তেওঁৰেই আগতে মৃত্যু হ'ল। যি কি নহওক, তেওঁ উপাধ্যায়ক দাহ কৰিবলৈ আমাক সকলোঁ সুবিধা কৰি দিলে। আমাৰ ভিতৰৰে আৰু চাৰি-পাঁচজন কয়দী আমাৰ লগত দি উপাধ্যায়ক শৱ-দাহ কৰিবলৈ আদেশ দিয়াত শ্ৰীযুত দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, লক্ষীকান্ত বৰুৱা, মই, দীক্ষিত আৰু দুই-এজন গৈ মৃতকৰ শেষ কাৰ্য কৰি প্ৰায় গধূলি উলটি আহিলোঁ। সেইদিনা জেইলৰে চাহ, গাখীৰ, অমিতা আদি ভাল বস্তু আনি আমাক আগত থাকি নানাপ্ৰকাৰে ৰং-তামাচা কৰি খুৱাই-বুৱাই দেউচৰণৰ প্ৰশংসা কৰি অধীৰ হৈছিল। চৰকাৰ চালাম নিদিয়াৰ বাবদে উপাধ্যায়ে নিজৰ প্ৰাণ পৰ্যন্ত উছৰ্গা কৰি গ'ল।

মিঃ গ্ৰাহামৰ মনত উপাধ্যায়ৰ মৃত্যুয়ে বহুত পৰিবৰ্তন আনিলে। তেওঁ আকৌ আমাৰ ওচৰলৈ ঘনাই ঘনাই আহিবলৈ ধৰিলে আৰু দুটা-এটা সহানুভূতিসূচক কথা ক'বলৈ আৰম্ভ কৰিলে। তেওঁ এদিন আমাক সুধিছিল, "এতিয়া জাৰ হৈছে। আপোনাসকলে জোতা কিয় নিপিন্ধে ?" আমি ক'লোঁ, "আমাৰ জোতাবোৰ গুদামত থৈ দিছে।" তেতিয়া মিঃ গ্ৰাহামে ক'লে, "Jailor, give their shoes." জেইলৰে উত্তৰ দিলে, "It is not allowed by the jail manual." এইবুলি কৈয়ে মি গ্ৰাহামৰ হুকুম ৰদ কৰি দিলে। আকৌ এসপ্তাহমানৰ পিচত মিঃ গ্ৰাহামে আমাক জোতা নিপিন্ধা দেখি সুধিলে, "আপোনালোকে জোতা কিয় পিন্ধা নাই ?" আমি তেতিয়া ক'লোঁ, "দিলেহে পিন্ধিম।" মিঃ গ্ৰাহামে পুনৰ জেইলৰক ক'লে, "Jailor, give them their shoes." জেইলৰে আগৰ দৰে উত্তৰ দিয়াত মিঃ গ্ৰাহামে ক'লে, "They are the sons of gentlemen."

আবেলি আমাক জেইলৰে মতাই নি ক'লে, "নিয়ে যান মশাই, আপনাদেৰ জুতা। জেলে এসেছে, আবাৰ জুতা পিন্ধে জামাই বাবু হ'তে চাই।" বহুদিনৰ মূৰত আমি জেলৰ ভিতৰত জোতা পিন্ধিবলৈ পালোঁ। যাৰ জোতা নায়েই তেওঁ কি পিন্ধিব ? ইতিমধ্যে জেলৰ ভিতৰত ৰাজনৈতিক বন্দীবিলাকৰ ভিতৰত গ্ৰহণী আৰম্ভ হ'ল। শতকৰা ৬০।৭০ জন এই ৰেমাৰত পৰিছিল। আমি ইয়াৰ কাৰণ জেলৰ খাদ্য বুলি ক'লে মিঃ গ্ৰাহামে নুবুজে; কাৰণ সাধাৰণ কয়দীবিলাকৰ বেমাৰ হোৱা নাই। দুজনৰ বেমাৰ টান হ'ল। এজন মুছলমান ; নাম আমি কাজী বুলি জানো। ইজন হৈছে শিৱসাগৰৰ শ্ৰীযুত বোধেশ্বৰ গগৈ। আমি সদায় আমাৰ মানুহে তালাপী কৰিব লাগে বুলি অনুৰোধ কৰি থকাতো আমাক বেমাৰীৰ ওচৰলৈ যাব নিদিয়ে।

এদিন মিঃ গ্ৰাহামে কাজীক কলাজ্বৰ ৱাৰ্ডত চাবলৈ গৈ তেওঁ স্তম্ভিত হ'ল। মানুহটো মৰাশৰ দৰে পৰি আছে। গোটেই কোঠাটো দুৰ্গন্ধ। গাত মাখিয়ে ভেন্‌ভেনাই আছে। গাৰ কম্বল, বিচনা আদি বিষ্ঠাৰে ভৰি আছে। মিঃ গ্ৰাহাম সোমাই গৈ ডাক্তৰ আৰু জেইলৰক বহুত তিৰস্কাৰ কৰিলে আৰু তৎক্ষণাৎ তেওঁ নিজে আগত থাকি ঘৰটো ফেনাইলেৰে ধুওৱাই পুৰণা কাপোৰবোৰ সলাই নতুন কাপোৰ-কানি দি বেমাৰীক মানুহমুৱা কৰিলে। তেওঁ আমাৰ ওচৰলৈ আহি সকলো বিৱৰণ আমাৰ আগত কোৱাত আমি সোঁৱৰাই দিলোঁ যে আমি আগৰেপৰা বেমাৰাক নিজে তালাপী কৰিবলৈ অনুমতি খুজি আছিলোঁ। তেতিয়া মিঃ গ্ৰাহামে আমাক অনুমতি দি গ'ল আৰু দুজন বেমাৰীক খালাচ দিম বুলি জনাই মোক ক'লে, "আপুনি বাহিৰলৈ খবৰ দিয়াব পাৰে, মই এই দুজনক খালাচ দিম।" মই শ্ৰীযুত বোধেশ্বৰ গগৈৰ বাবে ৰায়বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈদেৱলৈ লেখিলোঁ আৰু কাজীৰ বাবে মৌলবী কাৰামত আলী উকীললৈ খবৰ দিয়ালোঁ। দুইজনে খালাচ পালে। বাহিৰত চিকিৎসা কৰাত দুইজনৰে বেমাৰ ভাল হ'ল। কাজীয়ে শ্ৰীহট্টৰপৰা আমালৈ দীঘলীয়া চিঠি দি কৃতজ্ঞতা জনাইছিল।

মিঃ গ্ৰাহাম আমাৰ বন্ধু হৈ পৰিল। দমন-নীতিৰ অন্ত হ'ল। ঘানী-ঢেঁকী আৰু নাই। বেমাৰী তালাপী কৰাত আমাৰ স্বেচ্ছাসেৱকসকল বৰ দক্ষ। মিঃ গ্ৰাহামে ডাক্তৰ আৰু জেইলৰৰ আগত তেওঁবিলাকৰ প্ৰশংসা কৰিছিল আৰু দুই-এজনক এইবাবে মাৰ্ক দিছিল। শ্ৰীহট্টৰ শ্ৰীযুত যতীন ভদ্ৰই বেছিকৈ সেৱা-কাৰ্যত প্ৰশংসা পাইছিল। হিন্দু-মুছলমান ইজনে সিজনৰ কাৰণে এনেকৈ নিঃস্বাৰ্থভাৱে তালাপী কৰা দেখি আমি স্বপ্নতো হিন্দু-মুছলমানৰ সমস্যা এই দেশত আছে বুলি ভাবিব নোৱাৰিছিলোঁ। চৰকাৰৰ দমন-নীতিৰ ফলত একে জেলতে নিৰ্যাতিত হিন্দু আৰু মুছলমানে একে

যান্নাতে ঘুৰি একে ঠাইতে শুই, একে খোৱাকে খাই, একে বেমাৰতে ভুগি ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত যি প্ৰকাণ্ড হিন্দু-মুছলমানৰ মিলন মন্দিৰ গঢ়িছিল, সেই মন্দিৰ এতিয়াও ভগ্নাৱশেষত পৰিণত হোৱা নাই। ভাৰতৰ গঙ্গা-যমুনাৰূপী হিন্দু-মুছলমান প্ৰয়াগৰূপী তীৰ্থত কোলাকুলি কৰি থাকিবই। কোনোবাই যদি কয়, হিন্দু-মুছলমানৰ ভিতৰত মিল নাই, তেনেহলে ক'ব লাগিব তেওঁ স্বাৰ্থপৰ, ক'ব লাগিব তেওঁ সাত লাখ গাৱঁত থকা হিন্দু মুছলমানৰ কৈ কোৱা নাই, ক'ব লাগিব তেওঁ তৃতীয় পক্ষৰ হৈ কৈছে। তৃতীয় পক্ষৰ স্বাৰ্থ হিন্দু-মুছলমানৰ মিলন-বিৰোধী। কাজেই আমি হোৱাটোকে নোহোৱা কৰিছোঁ, থকাটোকে নথকা কৰি দিছোঁ।

## ছাৰ জন কাৰ

আমি জেলত থাকোঁতে সেই সময়ৰ অসমৰ শাসনকৰ্তা ছাৰ জন কাৰে জেল পৰিদৰ্শন কৰিবলৈ আহিছিল। চৰকাৰ-চালাম আমাৰপৰা স্বয়ং শাসনকৰ্তায়ো পোৱা নাছিল। শাসনকৰ্তা চাহাবে মোক সুধিছিল, "What kind of Swaraj you want?" মই কলোঁ, "We want the same kind of Swaraj as you enjoy in England." শাসক বাহাদুৰে সুধিলে, "You want parliamentary Government.?" মই ক'লো, "হয়।" লাট চাহাবে সুধিলে "Who will be your voters? মই ক'লোঁ, "Every man and woman who is over eighteen years will vote." লাট চাহাবে সুধিলে, "Do you want Hindu Raj or Muslim Raj?" মই ক'লোঁ, Neither Hindu Raj nor Muslim Raj, but a combined Raj." তেতিয়া শাসক চাহাবে হিন্দু-মুছলমানৰ ভিতৰত ধৰ্ম লৈ কটা-কটি মৰা-মৰি হৈ থকাৰ দৃষ্টান্ত দি ক'লে, "It is not possible for you to get Swaraj till there is Hindu Muslim unity." মই তেতিয়া ক'লোঁ, "আপুনি বোধকৰোঁ বান্দৰ আৰু মেকুৰীৰ গল্পটো জানে। আমাৰ ভিতৰত কাজিয়া হবও আৰু ভাগিবও।" তেতিয়া লাট চাহাবে আৰু কথা নাপাতি মোক ক'লে, "আপুনি এতিয়া জেলত আছে। জেলৰ বাহিৰলৈ ওলালে এই বিষয়ে ভালকৈ কথা হ'ব পাৰিম।" জেলৰ বাহিৰলৈ গৈ ছাৰ জন কাৰৰ লগত দেখাদেখি হ'বৰ সুযোগ নঘটিল।

আমাৰ প্ৰায়বোৰৰে খালাচ হ'বৰ সময় পালেহি। মিঃ গ্ৰাহামে আমাৰ আগত আমাৰ খালাচৰ দিনবোৰ ওচৰ চপা দেখি ধেমালি কৰিবলৈ আৰম্ভ কৰিলে। টান কাম উঠি গ'ল। খোৱা-বোৱাতো অলপ ভাল খানা দিবলৈ

ধৰিলে। জেইলৰজনেও আমাৰ মাজলৈ আহি আমাৰ লগত বহি নিজৰ দেশপ্ৰেমৰ কথা ক'বলৈ ধৰিলে। মাজে মাজে কামিজৰ বুটামটো সোলোকাই খদ্দৰৰ গেঞ্জীটো দেখুৱাই কয়, "মশাই, আপনাৰা বাহিৰে খদ্দৰ, আমি বাহিৰে বিলাতী, ভিতৰে খদ্দৰ।" তেওঁৰ দেশপ্ৰেমৰ কথা শুনি আমি আমোদ অনুভৱ কৰিছিলোঁ। এদিন গ্ৰাহামে আমাৰ আগত এজন ৰাজভক্ত প্ৰজাৰ কথা কৈ হাঁহিছিল। তেওঁক গ্ৰাহামে মৰিয়নিত লগ পাইছিল। জেপত তেওঁ এটা পিস্তল লৈ ফুৰিছিল। মিঃ গ্ৰাহামে কিয় তেওঁ বন্দুক লৈ ফুৰে সোধাত তেওঁ ক'লে, "I am afraid of the non-co-operation." মিঃ গ্ৰাহামে ক'লে, "They are non-violent." আৰু সেই ভদ্ৰলোকজনক সকিয়াই দিলে, "Don't shoot yourself." আমি মিঃ গ্ৰাহামে আমালোকক অহিংসা বুলি প্ৰশংসাপত্ৰ দিয়াত আনন্দ লাভ কৰিছিলোঁ।

আমি জেলত থাকোঁতে আমাক চাবলৈ কেবাজনো জেল-পৰিদৰ্শক আহিছিল। ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাই আহি আমাক দেখাহে কৰিছিল, কিন্তু আমাৰ লগত কোনো কথা পতা নাছিল। ৰায় বাহাদুৰ দেৱীচৰণ বৰুৱাদেৱে ঘানী আৰু ঢেঁকীত কাম কৰা আমাৰ ৰাজনৈতিক বন্দীবিলাক দেখি 'ঢেঁকী অসমীয়া মাইকী মানুহে দিয়ে' বুলি কৈছিল আৰু ঘানী ঘূৰোৱা টান বুলি কোৱাত 'ঘানী ঘূৰাই কোনো মানুহ মৰা নাই' বুলি কৈছিল। তেখেতে জেলৰ খাদ্য পৰিষ্কাৰ-পৰিচ্ছন্ন আৰু ভাল বুলি প্ৰশংসা কৰি লেখিছিল হেনো। ইজন আছিল মহম্মদ আলী—ডেপুটী কমিছনাৰৰ পেন্সনভোক্তা হেড্‌ক্লাৰ্ক। তেওঁ লেখি গ'ল যে কোৱাণত চৰকাৰচালাম দিবলৈ বাধা দিয়া নাই। এই দুটা কথা লৈ প্ৰায় এবছৰ আমাৰ আৰু জেল-কৰ্তৃপক্ষৰ সংঘৰ্ষ চলি আছিল। এই দুজনা জেল পৰিদৰ্শকে আমাৰ কথা অলীক বুলি প্ৰমাণ কৰি গুচি গ'ল। মিঃ গ্ৰাহামে আমাক তেওঁবিলাকে লিখা কথাবোৰ জনালে। আমি ক'লোঁ, জেল-পৰিদৰ্শক আহিবৰ দিনা খোৱাটো ভাল হয় আৰু নিজে জেলত নাথাকিলে জেলৰ বিষয়ে সঁচা-মিছা কোনো কথাকে কোৱা টান। ঘানী আৰু ঢেঁকীৰ সম্পৰ্কে কোৱা কথাই হ'লে আমাৰ মনত বৰ আঘাত দিছিল। দিনে বাৰ পুৰা ধান তিনিজন মানুহে ঢেঁকীত বানি চাউল উলিয়াই দিব লাগে। ঘানীটোৰ কথা ক'লে বুকু কঁপি উঠে। কি যে ভয়ানক শাস্তি! দুখৰ অন্ত হ'ল বুলি জানি আমি জেলৰ সকলো কষ্ট পাহৰিলোঁ। মিঃ গ্ৰাহাম আৰু জেইলৰৰ লগত ৰং-তামাচা কৰিবলৈ ধৰিলোঁ। আগৰ কথাবোৰ উভয় পক্ষই ক'ব নোৱাৰা যেন হ'ল। চৰকাৰচালাম লৈ কোনো কথাই নোলোৱা হ'ল।

এইদৰে পুৰা এবছৰ জেল খাটি ১৯২২ চনৰ ডিচেম্বৰ মাহৰ ৮।১৯ তাৰিখে জেলৰপৰা মোৰ মুক্তি হ'ল। মোক নিবলৈ ঘৰৰপৰা শ্ৰীমান ৰাধা আৰু দুই-এজন মানুহ আহিছিল। বাটত মোৰ কলেজৰ বন্ধু এজনে

লগ পাইছিল। তেওঁ মোক সুস্থিলে, মোৰো তেওঁক মাতিবলৈ নহ'ল। ঘৰ পালোঁগৈ। ঘৰত বহুত মানুহ জমা হৈ আছিল। জেলত থাকোঁতেই শ্ৰীমান বাপৰ টান বেমাৰ হৈছিল বুলি মোক শ্ৰীযুত জগন্নাথ ককাইদেৱে জনাই-ছিল। তাক ডাক্তৰ খুচ্‌ৰুব আলীয়ে চিকিৎসা কৰিছিল। শ্ৰীমান ৰাধাই বৰ যত্ন লৈছিল। মই মাত্ৰ ভগৱানক প্ৰাৰ্থনা কৰিছিলোঁ, তাৰ বাহিৰে মোৰ কোনো উপায় নাছিল। শ্ৰীমানক ভগবানে ৰক্ষা কৰিলে। বহুত দিন মোৰ মনত অশান্তি হৈছিল। শ্ৰীমান বাপৰ বয়স তেতিয়া প্ৰায় চাৰি-পাঁচ বছৰ আৰু শ্ৰীমান অৰুণ আছিল তিনিবছৰীয়া। এই দুটা ল'ৰা পৰি-বাৰৰ কোলাত দি মই এবছৰ জেল খাটিলোঁ। মোৰ পৰিবাৰে অনেক কষ্ট সহ্য কৰিও সকলোপ্ৰকাৰ পাৰিবাৰিক কাৰ্য কৰি গৈছিল। মই ঘৰলৈ উভতি যোৱাত আমাৰ ঘৰত আনন্দৰ সীমা নোহোৱা হ'ল। শ্ৰীমান দুটিক মই ইমানদিন এৰি থৈ যোৱাৰ বাবে সুখে দুখে মিহলি আনন্দত সিহঁতক কোলাত লৈ বিভোল হৈছিলোঁ।

মই জেলত থকা কালত মোক দেখা কৰিবলৈ শ্ৰীযুত মাজু মোমাইদেউ, শ্ৰীযুত সৰু মোমাইদেউ, মোৰ আই আৰু মোৰ পৰিবাৰ ল'ৰা দুটিৰে সৈতে প্ৰায়ে আহিছিল আৰু প্ৰায়ে মোৰ আই আৰু পৰিবাৰে খোজ কাঢ়ি বা গৰুৰ গাড়ীত আহিছিল। বহুত সময় গেটৰ আগত বৈ থাকিব লাগে। কেতিয়াবা অফিচত, কেতিয়াবা খিৰিকীৰ আগত আৰু কেতিয়াবা লোৰ গেটৰ ভিতৰৰ-পৰা ইণ্টাৰভিউ হৈছিল। ঘৰলৈ চিঠি লেখিবলৈকো দিছিল। মই বিনা-শ্ৰমে ফাটেক খটা সত্ত্বেও মোৰ শৰীৰ বৰ দুৰ্বল হৈছিল, চকুৰেও নেদেখা হৈছিলোঁ আৰু খোজ কাঢ়িলে বুকু কঁপিছিল। জেললৈ অহাৰ আগতে মোৰ যি স্বাস্থ্য আছিল, ওলাই যাবৰ সময়ত তাতকৈ বহুত দুৰ্বল হৈ গৈছিলোঁ।

ইংৰাজী কিতাপত পঢ়িছিলোঁ, "stone walls donot make a prison nor iron bars a cage. A mind innocent and happy takes that to be s hermitage." ভগবানক ধন্যবাদ দিলোঁ যে আমাক এই কাৰাগাৰত নানাৰকম সমস্যাৰ মাজেদি যাবলৈ আমাৰ মনত যথেষ্ট বল দিছিল। জেলৰ কৰ্তৃপক্ষৰ ওপৰত আমাৰ একো আক্ৰোশ লৈ যোৱা নাছিলোঁ। যাবৰ দিনা জেইলৰৰ লগত কোলাকুলি কৰি সকলো কথা পাহৰি পেলালোঁ। বাহিৰত দুই-এদিন মিঃ গ্ৰাহামে মোক দেখি দূৰৈৰ-পৰা চালাম দিছিল। তেৱোঁ বোধকৰোঁ শেষত আমাৰ প্ৰতি ভাল ধাৰণা লৈছিল। ইয়ে প্ৰমাণ কৰে, অহিংসাৰ শক্তি কিমান বলবান। শত্ৰুক মিত্ৰ কৰিব পাৰিলেহে অহিংসাৰ জয় হয়। আমি ব্যক্তিগতভাৱে সক-লোকে বন্ধু বুলি ধৰিছিলোঁ। আমাৰ নিজৰ দেশত স্বৰাজ আনিবলৈ হ'লে

এই অহিংসা আমাৰ প্ৰধান সম্বল। এবছৰ জেল খটাৰ পিচত অহিংসাৰ ওপৰত মোৰ বিশেষকৈ আস্থা বাঢ়িল। ই যে এটা কঠোৰ সাধনা।

## অভিনন্দন

জেলৰপৰা খালাচ হোৱাৰ কিছুদিনৰ পিচত যোৰহটীয়া ৰাইজে বিৰাট সভা পাতি শ্ৰীযুত কুলধৰ চলিহাদেৱ আৰু মোক একোখন অভিনন্দন-পত্ৰ দি আশীৰ্বাদ দিয়ে আৰু আমাৰ অশেষ গুণ বৰ্ণনা কৰি ৰাইজৰ হকে কাৰাবৰণ কৰাৰ শলাগ লয়। আমাৰ লগতে আমাৰ বন্ধু মৌলবী ফজলুৰ ৰহমান, যি চৰকাৰৰ চাকৰি ইস্তফা দি এবছৰ কাৰাবৰণ কৰিছিল, তেখেতকো একেখন সভাতে যোৰহটীয়া ৰাইজে স্থকীয়াকৈ এখন অভিনন্দন-পত্ৰ দি সম্মান দেখুৱাইছিল। মূল অভিনন্দন-পত্ৰখনি আছিল খদ্দৰ কাপোৰত ছপা কৰা। সেইখন একোটা সাঁফৰ দিয়া বটাত ফুলৰ মালাৰে সজাই আমাক দিছিল। আমি এই সম্মান পাই বৰ আনন্দ পাইছিলোঁ। সময় অনুসৰি আমি তিনিওৱে চমুকৈ ৰাইজৰ শলাগ শিৰত লৈ যথাযোগ্য উত্তৰ দি চাহ-জলপান খাই কৰ্মী আৰু বন্ধুসকলৰ লগত দেখাদেখি কৰি বিমল আনন্দ উপভোগ কৰিছিলোঁ।

সুদীৰ্ঘ এবছৰ কাৰাবৰণ কৰি জেলত নানাপ্ৰকাৰ নিৰ্যাতনৰ মাজত আমাৰ জীৱন ৰক্ষা পৰাটো ভগৱানৰ কৃপাৰ বাহিৰে একো নহয়। প্ৰথম কাৰাবৰণৰ অভিজ্ঞতা সকলো বন্ধু-বান্ধৱৰ আগত কোৱা-কুই কৰিছিলোঁ আৰু জেলৰ গল্পবোৰ আনৰ কাৰণে সাধুকথা যেন লাগিছিল।

## যোৰহাট মহকুমাৰ গাৱঁত মিলিটেৰী অত্যাচাৰ

অহিংস অসহযোগ আন্দোলনৰ ফলত প্ৰায় দুশ-আঢ়েশ কৰ্মীয়ে কাৰাবৰণ কৰিছিল। গাওঁবোৰত নানা ৰকমৰ সভা-সমিতি হ'বলৈ ধৰিলে। সেই সময়ত ৰাইজে গোট খাই একো একোটা ডাঙৰ ৰৰসভা, ভাওনা আদি পাতিবলৈ ধৰিছিল আৰু কংগ্ৰেছৰ বাণী ভাওনা আৰু নামৰ মাজেদি প্ৰচাৰ হবলৈ ধৰিলে। বিয়ানামবোৰতো নেওঠনী, যঁতৰ, সূতাকটা, গান্ধীজী, মহম্মদ আলী, চৌকৎ আলী, তৰুণ, নবীন আদি নামেৰে খাপ খুৱাই দিয়া হৈছিল। এই ভাওনা, নামত বিদ্ৰোহৰ গুটি সোমাই আছে বুলি সেইবোৰত কৰ্তৃপক্ষই একালৰপৰা অত্যাচাৰ আৰম্ভ কৰিবলৈ ধৰিলে।

ন-কছাৰী পুঠিনৈৰ ওচৰত এখন বৰ ডাঙৰ ৰৰসবাহ হৈছিল। সভা মণ্ডপটো বৰ ডাঙৰকৈ সজোৱা হৈছিল। দুই-তিনিটা মৌজাৰ মানুহ আহি বৰ-সবাহৰ বিৰাট আয়োজন কৰিছিল। এই বৰ-সবাহবোৰ আমাৰ সামাজিক অনুষ্ঠান। বৈষ্ণৱ ধৰ্মৰ যাই ধৰণী হৈছে নাম-কীৰ্তন। নাম-ধৰ্মপ্ৰাণ অসমীয়া মানুহক আনে এৰিলেও নামে নেৰে। অসমীয়া ৰাইজৰ নাম-কীৰ্তন হৈছে জীৱনৰ উশাহ-নিশাহ। হিন্দু সমাজৰ সকলো শ্ৰেণীকেই নাম-ধৰ্মই সাৱটি আছে। পুলিচে মিলিটেৰীৰ সহায়ত এই ন-কছাৰী মৌজাত পতা বৰ-সবাহত নাম-কীৰ্তন কৰি থকা অৱস্থাতে ৰভাঘৰ ভাঙি পেলাই, মাহ-প্ৰসাদ দলিয়াই পেলাই নাম-কীৰ্তন কৰোঁতাসকলক গুৰ্থাই সঙীনেৰে খুচি উৎপাত কৰিছিল। ৰাইজৰ মাজত ক্ষোভ উপস্থিত হৈছিল। মহাত্মাজীৰ অংহিসা-মন্ত্ৰই ৰাইজক ৰক্ষা কৰিলে। আমাৰ ৰাইজে এই অত্যাচাৰ নীৰৱে সহ্য কৰিলে।

এই ঘটনাৰ কেইদিনমানৰ পিচত তেতিয়াৰ ডেপুটী ছুপাৰিণ্টেণ্ডেণ্ট্ অব্ পুলিচ বাবু মন্মথ নাথ ঘোষে জেললৈ আহি চলিহা আৰু মোৰ আগত এই ঘটনাৰ কথা কৈছিল আৰু তেওঁ গৰ্ব অনুভৱ কৰিছিল। এওঁ পুলিচৰ ছুপাৰিণ্টেণ্ডেণ্টো হৈছিল। পিচত তেওঁৰ চাকৰি গ'ল। এটা হত্যা অপৰাধত তেওঁৰ ফাটেকো হৈছিল। যোৰহাট মহকুমাৰ ভোগদৈ দলঙৰ পৰা ঝাঁজী দলং ইয়াৰে ভিতৰত থকা চাওখাট, টিয়ক শিমলুগুৰি আদি কেবা-টাও মৌজাত মিলিটেৰী মাৰ্চ কৰাই গাৱঁত ঘোৰ আতঙ্কৰ সৃষ্টি কৰিছিল। কংগ্ৰেছ অফিচবোৰ ভাঙি দিছিল আৰু ধঁতৰ, নেওঠনী, কপাহ আদি ভাঙি-ছিঙি দলিয়াই পেলাইছিল। তদুপৰি মানুহৰ ঘৰত সোমাই তিৰোতাৰ কাণৰ কেৰু, ডিঙিৰ মণি আদি কাঢ়ি আনিছিল ; ঘৰে ঘৰে ৫০।১০০ টকা পাইকাৰী জৰিমনা কৰি তৎক্ষণাৎ আদায় কৰিছিল আৰু টকা নাপালে বস্ত্ৰ-বস্তু ক্ৰোক কৰি আনিছিল। এইবোৰ কামত তেওঁলোকৰ লগত এজন ই. এ. চি. গৈছিল, তেওঁ মাত্ৰ সাক্ষী স্বৰূপে সকলো অত্যাচাৰ চকুৰে দেখি আছিল। এজন ই. এ. চি.য়ে "গান্ধীজী এক্সপজ্‌দ্" বুলি কিতাপ লেখি প্ৰকাশ কৰিছিল। মিঃ ফিলিপ্‌ছন ডেপুটী কমিছনাৰে মিলিটেৰীৰ লগত তেওঁক যাবলৈ অনুৰোধ কৰিছিল হেনো। তেখেত যাবলৈ মান্তি নহ'ল। কংগ্ৰেছৰ তৰফৰপৰা শ্ৰীযুত বৰচেতীয়া আৰু ইন্দ্ৰেশ্বৰ শৰ্মা লগত গৈছিল। তেওঁলোকে এই ভীষণ দুৰ্যোগৰ সময়ত ৰাইজক নিৰ্ভয় দিছিল। বহুতে জৰিমনা দিবলৈ অমান্তি হৈছিল আৰু সেইবাবে তেওঁলোকে লঘু-লাঞ্ছনাও খাব লগীয়া হৈছিল। ভয়ত মানুহবোৰ কিছুদিন তাপ মাৰি আছিল। পিচত শাপেই বৰ হৈ পৰিল। পেটৰ ভোক মৰিয়াই-টঙনিয়াই দূৰ কৰিব নোৱাৰি। আমাৰ দ্ৰাৰিদ্ৰ্য বৃদ্ধি হোৱাৰ প্ৰধান কাৰণ হৈছে আমাৰ পৰাধীনতা। পৰাধীনতাৰ শিকলি চিঙিব নোৱাৰিলে আমাৰ দাৰিদ্ৰ্য দূৰ নহয়।

আমি জেলৰ ভিতৰত থাকোঁতে চৌৰিচুৰাৰ ঘটনাৰ বাবে মহাত্মা গান্ধীয়ে ৰবদলিত কৰিব খোজা খাজনা বন্ধ আইন বন্ধ কৰি দিলে। সেই সময়ত জেলত আমাৰ ভিতৰত দুটা মত প্ৰকাশ হৈছিল আৰু সৰহভাগে মহাত্মাজীৰ মত ঠিকেই হৈছে বুলি ধৰি লৈছিল। মহাত্মাজীৰ ওপৰত আমাৰ ইমান অতল বিশ্বাস যে আমি মহাত্মাজীৰ কাৰ্য্যাৱলীৰ ওপৰত কোনো দোষ ধৰিবলৈ অপাৰগ, তেখেতৰ কাৰ্য্যাৱলী আৰু নীতি এনে নিৰ্ম্মল আৰু উজ্জ্বল যে আমি তাত আঁসোৱাহ ধৰিবলৈ বাট নেদেখোঁ। ক'ৰবাত সন্দেহ হ'লে মহাত্মাজীৰ লেখাৰ আগত সেই সন্দেহ সূৰ্য্যৰ কিৰণৰ আগত ৰাতিৰ এন্ধাৰ দূৰ হোৱা দি দূৰ হয়। বহুতে ভাবিছিল যে মহাত্মাজীয়ে এবছৰত স্বৰাজ আনি দিব। মই কিন্তু সেইদৰে ভবা নাছিলোঁ। স্বৰাজ প্ৰতিষ্ঠা মহাত্মাজীৰ আদেশ সম্পূৰ্ণৰূপে পালন কৰিব পৰাটোৰ ওপৰত নিৰ্ভৰ কৰিছে। মহাত্মাজীৰ গঠনমূলক কামবোৰ তেখেতে যেনেকৈ কৰিবলৈ দিহা দিছে তেনেদৰে যদি আমি পূৰণ কৰিব পাৰো আৰু সমগ্ৰ দেশবাসীয়ে যদি এই গঠনমূলক কামবোৰ আপোনৰ কৰি লয়, তেতিয়া হ'লে স্বৰাজ এবছৰতকৈ আগতো হ'ব পাৰে। এজন মহামানৱে ৪০ কোটি প্ৰজাক স্বাৱলম্বী হ'বৰ সজুলিৰে সৈতে অমোঘ অহিংস মন্ত্ৰত দীক্ষিত কৰি পোন বাটত যাত্ৰা কৰোৱাই দিয়াৰ পিচত ভাৰতবাসী গন্তব্য স্থানলৈ যাবই তাত সন্দেহ নাই। ইয়াৰ বাবে কিমান সময় লাগিব পাৰে এইটো আমাৰ ওপৰত নিৰ্ভৰ কৰিছে। আমি হঠাতে অধৈৰ্য হৈ গ'লে আকৌ হাবিত সোমাম, আৰু ধৈৰ্য ধৰি গৈ থাকিলে দিন যিমানে লাগক গন্তব্য স্থানত যে ওলামগৈ, ই ধ্ৰুৱ।

আনৰ গাত দোষ দিয়াৰ আগতে আমি সদায় এই প্ৰশ্নটো নিজকে কৰি চাব লাগিব—মহাত্মাজীৰ আদেশ আমি কিমানদূৰ পালন কৰিছো? প্ৰত্যেক ভাৰতবাসীয়ে এই প্ৰশ্ন নিজে নিজক সুধিব লাগে: স্বৰাজ ইমানদিনে লাভ নোহোৱাৰ বাবে দোষী কোন? দেশমাতৃৰ প্ৰতি আমি কিমান পুষ্পাঞ্জলি দিব পাৰিছোঁ? আৰু আমি ব্যক্তিগতভাৱে দেশৰ হকে কিমান স্বাৰ্থ ত্যাগ কৰিব পাৰিছোঁনে?

## গয়া কংগ্ৰেছ

১৯২২ চনত জেলৰপৰা ওলায়েই আমি গয়া কংগ্ৰেছত যোগদান কৰিবলৈ যাত্ৰা কৰিলোঁ। এইবাৰ অসমৰপৰা বহুত জেলৰপৰা ওলোৱা কংগ্ৰেছ কৰ্ম্মীয়ে গয়া কংগ্ৰেছত যোগদান কৰিছিল। দেশবন্ধু চি. আৰ. দাশ আছিল সভাপতি; মহাত্মাজী তেতিয়া জেলত। অসমৰ কাৰণে

সুকীয়া কেম্প দিছিল। এই কংগ্ৰেছত কাউন্সিল বৰ্জন প্ৰস্তাব উঠাই দিয়াৰ পক্ষ লৈ স্বয়ং দেশবন্ধু দাশে নেতৃত্ব লৈছিল। আমাৰ মনলৈ ভয়ঙ্কৰ চঞ্চলতা আহিছিল। দেশভক্ত তৰুণৰাম ফুকনে দেশবন্ধু দাশৰ কেম্পতে থাকি তেখেতৰ কাউন্সিল বৰ্জন প্ৰস্তাৱ উঠাই লোৱাৰ সমৰ্থক হৈ পৰাত আমি অতি দুখিত আৰু মৰ্মাহত হৈছিলোঁ। দেশভক্ত ফুকনে আমাক অসমৰ কেম্পত সেই প্ৰস্তাৱ দিয়াত আমি তেখেতক বহুত কথা শুনাইছিলোঁ।

গোটেই ভাৰতৰ প্ৰদেশ কংগ্ৰেছসমূহত এইদৰে কংগ্ৰেছৰ ভিতৰত দুটা দল হোৱাৰ সম্ভাৱনা হ'ল। গয়া কংগ্ৰেছত সেই প্ৰস্তাৱ গৃহীত নোহোৱাত দেশবন্ধু চি, আৰ, দাশে স্বৰাজ্য পাৰ্টি গঠন কৰি কংগ্ৰেছৰ ভিতৰত দুটা দলৰ সৃষ্টি কৰিলে। এই সময়ত এটা দলে আন দলটোৰ সমালোচনাত লাগি গ'ল। মতিলাল নেহৰু এই পাৰ্টিত ভুক্ত হ'ল। হৰ্ষ-বিষাদত গয়া কংগ্ৰেছ হৈ গ'ল। সকলোৰে মুখত শুনা গ'ল—গাঁৱৰ মানুহ আইন-অমান্য কৰিবৰ বাবে সাজু নহয়। এতিয়া কাউন্সিলৰ ভিতৰত সোমাই কিছুদিন জিৰণি লৈ চৰকাৰৰ নতুন শাসন প্ৰণালী যে ভেকোভাওনা, তাক প্ৰমাণ কৰি দিব লাগে।

ইফালে যিসকল কাউন্সিললৈ যোৱাৰ বিপক্ষে আছিল তেওঁবিলাকে মহাত্মাজীৰ গঠনমূলক কামত লাগিবলৈ কাৰবাৰ কৰিলে। এইদৰে কিছু সময় থাকি শেহত স্বৰাজ্য পাৰ্টিয়ে কংগ্ৰেছ অধিকাৰ কৰিলে। মহাত্মাজীয়ে নিজে পিচত কংগ্ৰেছৰপৰা আঁতৰি আহি নিখিল ভাৰত শিপিনী সঙ্ঘৰ কামৰ বাবে টকা তুলিবলৈ ধৰিলে। তেওঁ গোটেই ভাৰত ভ্ৰমণ কৰি কংগ্ৰেছৰ গঠনমূলক কামৰ আঁচনি প্ৰস্তুত কৰি কাৰ্য আৰম্ভ কৰি দিলে আৰু স্বৰাজ্য পাৰ্টিক সকলো সুবিধা এৰি দি কংগ্ৰেছৰ ভিতৰৰ বিৰোধী দলকো গঠনমূলক কামত লগাই দিলে। গয়া কংগ্ৰেছ হৈ যোৱাত আমি গয়াত পিতৃ-সকলৰ শ্ৰাদ্ধৰ অঞ্জলি দিলোঁ। তাৰপৰা গৈ কাশী, প্ৰয়াগ তীৰ্থ আদি দৰ্শন কৰিলোঁ।

গয়া কংগ্ৰেছত অসমীয়া কেম্পত এটা আমোদজনক কথা হৈছিল। ৰাতি প্ৰায় একমান বজাত আমাৰ কেম্পত বৰ্মাৰ ডেলিগেটসকল আহি সোমালহি। আমি বুজিলোঁ যে এইবিলাক মানদেশৰ প্ৰতিনিধি। প্ৰায় এশ বছৰৰ পিচত আমি মানদেশৰ মুনিহ-তিৰোতাৰ সৈতে একেলগে একে কেম্পতে একে উদ্দেশ্যে থাকিব লগীয়া হৈছিল। আমাৰ ভিতৰৰে দুই-এজনে কোৱা-কুই কৰিছিল যে এওঁবিলাকৰ পূৰ্বপুৰুষসকলেই আমাৰ অসম দেশ ছাৰখাৰ কৰিছিল। ব্ৰহ্মদেশৰ নেতা ৰেভাৰেণ্ড উত্তমে এই কথা শুনি বৰ দুখ প্ৰকাশ কৰিছিল। আমি মিলা-প্ৰীতিৰে একে কেম্পতে থাকি গয়া কংগ্ৰেছত যোগদান কৰিছিলোঁ।

## পণ্ডিত মদন মোহন মালব্যৰ লগত সাক্ষাৎ

কাশীত বিশ্বনাথ দৰ্শন কৰি গঙ্গাস্নান কৰিলোঁ। তাত দুই-তিনিদিন আছিলোঁ। হিন্দু বিশ্ববিদ্যালয় চাবলৈ গ'লো। মালব্যজীৰ মহিমা তেতিয়াহে বুজিলোঁ। তিনি মাইলমান বহল ঠাইত পকা অট্টালিকাৰ এই বিৰাট বিশ্ববিদ্যালয়ৰ স্কুল-কলেজ দেখি আচৰিত হ'লোঁ। এইহেন এটা বিৰাট অনুষ্ঠান গঢ়ি তোলোঁতে মালব্যজীয়ে যে কিমান পৰিশ্ৰম কৰিব লগীয়া হৈছিল তাক এই অনুষ্ঠানখন দেখিলেই বুজিব পাৰি। তাত যুৱৰাজক অভ্যৰ্থনা কৰা মণ্ডপটো আছিল। বছৰি হাজাৰ হাজাৰ মানুহে এই বিশ্ব-বিদ্যালয় দৰ্শন কৰিবলৈ যায়। আমি চাৰিওফালে যিমানদূৰ পাৰোঁ হেঁপাহ পলুৱাই বিশ্ববিদ্যালয়ৰ স্কুল, কলেজ, ছাত্ৰাবাস আদি দৰ্শন কৰিলোঁ।

গধূলি মালব্যজীক তেওঁৰ থকা ঘৰত দেখা কৰিবলৈ গ'লো। মালব্যজীয়ে কাৰোবাৰ লগত কথা পাতি আছিল। আমি অসমৰপৰা আহিছোঁ বুলি খবৰ দিয়াত তৎক্ষণাৎ আমাক তেখেতে মতাই নিয়ালে। আমাৰ লগত আছিল শ্ৰীযুত ৰামেশ্বৰ ভট্টাচাৰ্য আৰু শ্ৰীযুত গঙ্গাধৰ বৰকটকী। তেখেতে আমাক লগ পাই যিকেইজন ভদ্ৰলোকৰ লগত কথা পাতি আছিল তেখেতসকলক ক'লে, "অসমৰপৰা অহা বন্ধুসকলৰ লগত কথা পাতোঁ। পিচত আপোনাসকলৰ লগত কথা পাতিম।" মালব্যজীয়ে অসমৰ জনসাধা-ৰণক প্ৰশংসা কৰিবলৈ ধৰিলে। বৰ্তমান কালৰ দ্ৰোণাচাৰ্যস্বৰূপ মালব্যজীৰ অন্তৰত অসমীয়া মানুহৰ প্ৰতি ইমান মৰম আছে বুলি জানি আমি বৰ আনন্দ লাভ কৰিলোঁ। "অসমীয়া মানুহবিলাক বৰ হোজা আৰু সত্যবাদী। মাইকী মানুহে সূতা কাটিব জানে, তাঁত ব'ব জানে। হিন্দু-মুছলমানৰ ভিতৰত কাজিয়া নাই, অস্পৃশ্যতা নাই" —এইদৰে তেওঁ আমাক বহুত প্ৰশংসা কৰিলে। আমি গয়া কংগ্ৰেছলৈ অহা বুলি জানি আমাৰ ব্যক্তিগত কুশল-মঙ্গল বাতৰি লৈ তেওঁ ক'লে, "অসমীয়া ল'ৰা ইয়ালৈ পঠিয়াবা। মই অসমীয়া মানুহৰপৰা পইচা লোৱা নাই। মই নতুন ধৰণেৰে বিদ্যা শিক্ষা দিবলৈ যত্ন কৰিছোঁ। দেশত বিদ্বানৰ সমাজ গঢ়ি তুলিব লাগে, তেহে দেশ উন্নত হ'ব।" তেখেতে আগৰ ঋষি-মুনিৰ আশ্ৰমত দিয়া শিক্ষাৰ বিষয়ে ক'লে আৰু ব্ৰহ্মচৰ্য ব্ৰত অৱলম্বন কৰিবলৈ আমাক উপদেশ দিলে।

প্ৰায় এঘণ্টামান তেখেতে অসমীয়া মানুহৰ গুণাগুণ কৈয়ে আনন্দ লাভ কৰিছিল। মহাত্মাজীৰ অসহযোগ আন্দোলনৰ বিষয়ত ছাত্ৰসকলে স্কুল-কলেজ এৰাৰ পক্ষপাতিত্ব তেখেতে কৰা নাছিল। তেখেতে কৈছিল, "কোমল বয়সীয়া ছাত্ৰৰ জেলৰ কষ্ট সহ্য কৰিব নোৱাৰাত স্বাস্থ্য ভঙ্গ হয়, কিন্তু সেইবুলি মই দৃঢ়প্ৰতিজ্ঞ হৈ কাৰাবৰণ কৰিব খোজা কলেজৰ ছাত্ৰক বাধা নিদিওঁ। মই মোৰ ল'ৰা শ্ৰীমান কৃষ্ণকান্ত মালব্যক কৈছো—"হয়

পঢ়া-শুনা কৰা, নহয় অসহযোগ কৰি কাটেকলৈ যোৱা।' পূৰ্ণবয়স্ক লোকক মই মোৰ মত জোৰেৰে ক'বলৈ নাযাওঁ। ভেতিয়া যেয়া ফলো ফলিব পাৰে।" —এইবুলি বহুত সজ উপদেশ দি তেখেতে আমাক অতি আদৰ সাদৰ কৰি বিদায় দিলে। সেইদিনা মালব্যজীয়ে মুৰৰ পাগুৰিটো সোলোকাই দিয়াত তেখেতৰ চেহেৰাটো আমি ভালকৈ দেখিছিলোঁ। ফটোত তেখেতক সদায় পাগুৰিৰে সৈতে দেখোঁ। আমি কাটেকত থাকোতে মালব্যজী অসম ভ্ৰমণ কৰিবলৈ আহিছিল। যোৰহাটলৈকো আহিছিল। তেখেতে অসমীয়াৰ প্ৰতি গভীৰ স্নেহ লৈ গৈছিল। সেই অকপট স্নেহ অটুট হৈ আছে। পিচত মালব্যজীক গুৱাহাটী কংগ্ৰেছত দেখা পাইছিলোঁ। মালব্যজীয়ে আমাৰ আগত আনন্দেৰে প্ৰদৰ্শনীত অসমীয়া ছোৱালীৰ গৌৰৱ আৰু প্ৰশংসা কৰি আনন্দ প্ৰকাশ কৰিছিল। মালব্যজীক আমাৰ শ্ৰদ্ধাঞ্জলি দি আমি বিদায় লৈ আহিলোঁ। তাৰ পিচত তীৰ্থৰাজ প্ৰয়াগ দৰ্শন কৰি ত্ৰিবেণীত স্নান কৰিলোঁ। মতিলাল নেহৰুৰ ঘৰলৈ এদিন গৈছিলোঁ। তেখেতক লগ নাপালোঁ। পিচত আৰু যাবলৈ সময় কৰিব নোৱাৰিলোঁ। এইদৰে গয়া কংগ্ৰেছত যোগদান কৰি গঙ্গা, গয়া, কাশী, প্ৰয়াগ দৰ্শন কৰি ঘৰলৈ উভতি আহিলোঁ।

## মোৰ জীৱিকা উপাৰ্জনৰ চেষ্টা

অসহযোগ আন্দোলনত ওকালতি বৰ্জন কৰা উকীলসকলে এজন দুজনকৈ পুনৰ ওকালতি আৰম্ভ কৰি দিলে। মোৰ পুনৰ ওকালতি আৰম্ভ কৰাৰ মন নাছিল। ইফালে অৱস্থা একেবাৰে শোচনীয় হৈ পৰিল। নিজৰ পৰিয়ালৰ ভৰণ-পোষণ দিবতো লাগিব! লোকৰ ওপৰত কিমানদিন নিৰ্ভৰ কৰি থাকিম? মনতে ভাবিলোঁ, এখন দোকান দিওঁ। মোৰ ভাগিন ল'ৰা এটাক লগত লৈ তামুলীছিগাত এখন দোকান খোলাৰ যত্ন কৰিলোঁ। যোৰহাট টাউন বেঙ্কৰপৰা দুশ টকা ধাৰে ললোঁ। আৰু মাৰো-ৱাৰী এজনৰপৰা মাল কিনাৰ বন্দোবস্ত কৰি তামুলীছিগাত এখন দোকান খুলি দিলোঁ। শ্ৰীমান চণ্ডীক দোকানৰ ভাৰ দিলোঁ। মোৰ ভনীজোঁৱাই শ্ৰীযুত বসুকান্ত বৰকটকীৰ এখন গৰু-গাড়ী আছিল। সেই সময়ত তামুলী-ছিগাত তামোল বৰ সস্তা আছিল। গাড়ীৰে তামোল লৈ আহে আৰু ইয়াৰপৰা মাল সেই গাড়ীতে দোকানলৈ লৈ যায়। এইদৰে দুই-তিনি মাহ দোকান ভালকৈ চলিছিল। মই ভাবিছিলোঁ যে এই দোকানখনৰপৰা মোৰ জীৱিকা উপাৰ্জনৰ বাট কৰি ল'ম। পিচে এবছৰমানৰ পিচত মই দোকানলৈ গৈ দেখোঁ দোকান উদং। বাকী বহুত হ'ল। লাভৰ ভিতৰত মোৰ টেটুত দুশ টকা ধাৰ লাগিল, আৰু মাৰোৱাৰীৰ দোকানতো ৭০।৮০

টকা ধাৰ লাগিল। শ্ৰীমান চণ্ডীয়ে দোকান এৰি গুচি গ'ল।. গতিকে প্ৰায় তিনি শ টকা ধাৰৰ বোজা লৈ দোকান বন্ধ কৰি দিলোঁ।

ইয়াৰ পিচত বলমাত খেতি কৰিবৰ কাৰণে ৰূপিত মাটি খন্দুৱা হিচাপে লৈ গছি-আধি দিলে বহুত লাভ আছে বুলি বহুতে কোৱাত মই সেইমতে কাম কৰিবৰ মনেৰে চন্দ্ৰকমল বেজবৰুৱাৰ ওচৰ চাপিলোঁ। বেজবৰুৱাই ক'লে, "মই আনক পুৰাত বাৰ টকা হিচাপে দিওঁ। তোমাক পুৰাত আঠ টকাকৈ দিছোঁ। পাঁচপুৰা মাটি লব নালাগে, এই বছৰ তিনিপুৰাকে লোৱা।" এইবুলি মোক তেওঁ তিনি পুৰা মাটি দিলে। মই তাৰে এজন বিশ্বাসী মানুহক মাটি আধিকৈ ৰুবলৈ দিলোঁ। ধান দাবৰ সময়ত তেওঁ ধান কটা আৰু ডাওৰী অনাৰ পইচা বিচাৰি আহিল। মই মাটি চাবলৈ গৈ দেখোঁ মাটি মাত্ৰ সাত বিঘাহে ৰুলে, বাকী মাটি চন পৰি থাকিল। তেওঁক ধান তোলা খৰচ মৰা, জৰা খৰচ, গৰুৰ গাড়ীৰ খৰচ দিলে মোলৈ একোৱেই নাথাকে। গতিকে ধানৰ আশা এৰি দিলোঁ। বেজবৰুৱা ডাঙৰীয়াই মোৰপৰা ২৩ টকা ৰূপ আদায় নকৰিলে। মুঠতে এই যাত্ৰাত বেজবৰুৱা ডাঙৰীয়াৰ লোকচান কৰিলোঁ মাত্ৰ। টাউন বেঙ্কৰ টকা আৰু মাৰোৱাৰী মহাজনৰ ধাৰ বহুদিনৰ পিচতহে মাৰিব পাৰিলোঁ। সেই সময়ত মই শ্ৰীমান ৰাধাৰ উপাৰ্জনৰ দ্বাৰা ভৰণ-পোষণ গৈছিলোঁ। জোতা পিন্ধিবলৈ কেতিয়াবাই এৰি দিলোঁ। এটা খদ্দৰৰ পাঞ্জাবী আৰু দুই-এখন খদ্দৰৰ ধুতিয়েই মোৰ সম্বল। এনে কষ্ট সহ্য কৰিও ওকালতি কৰিবলৈ প্ৰবৃত্তি নহৈছিল। বহুত বন্ধুৱে, বিশেষকৈ মাজু মোমাইদেৱে মোক ওকালতি কৰিবলৈ অনুৰোধ কৰিছিল। যমুনালাল বাজাজে জেলত থকা কালৰ ভিতৰত ছমাহলৈ মাহে ৪০।৫০ টকালৈ দিছিল। জেললৈ যোৱাৰ আগতেও ছমাহৰ কাৰণে মাহে পঞ্চাশ টকাকৈ দিছিল। এতিয়া সেই টকাও বন্ধ হ'ল। এইদৰে দাৰিদ্ৰ্যৰ নগ্ন মূৰ্তিয়ে মোক হেঁচা মাৰি ধৰিলে। কালিদাসে কৈছিল.

"দৰিদ্ৰস্য গুণা সৰ্ব্বে ভস্মসাদিব অগ্নিবৎ,
অন্নচিন্তা চমৎকাৰা কাতৰে কবিতাদূত।"

এই দাৰিদ্ৰ্যৰ বোজা লৈ কিমানদিন ৰাজনৈতিক আন্দোলন কৰিব পাৰিম, ভাবি অস্থিৰ হ'লোঁ। ল'ৰা-তিৰোতাৰ মুখলৈ চালে মোৰ সকলো উদ্যম নষ্ট হোৱা যেন দেখোঁ। তথাপি মনোবল লৈ কিমানদিন ওকালতি নকৰাকৈ থাকিব পাৰোঁ যত্ন কৰিছিলোঁ।

# জাতীয় স্কুল স্থাপনৰ চেষ্টা

চন্দ্ৰকমল বেজবৰুৱা ডাঙৰীয়া আৰু খনিকৰ বাগিছাৰ বৰমহৰী মুক্তানাথ বৰুৱাদেৱৰ লগত পৰামৰ্শ কৰি বলমাত এখন জাতীয় স্কুল স্থাপনৰ বাবে মই এখন আঁচনি কৰিছিলোঁ। বেজবৰুৱা ডাঙৰীয়াই কৈছিল যে এই স্কুলৰ বাবে তেখেতে ২৫ পুৰা ৰূপিত মাটি দিব, স্কুলঘৰ পকাকৈ সজাই দিব আৰু তেওঁৰ বাগানত থকা ২০।২৫ জনী গাই গৰু দিব। তদুপৰি মাহে মাহে এবছৰ-দুবছৰলৈ তেওঁ আৰ্থিক সাহায্য দিব বুলি প্ৰতিশ্ৰুতি দিয়াত মই সেই অনুসৰি আঁচনি এখন কৰি দেখুৱালোঁ। সেই আঁচনিমতে তাত এখন শস্যৰ বাগান, পুখুৰী, শাক-পাচলিৰ খেতি, ধানৰ খেতি, গো-পালন আৰু গাখীৰৰ কাৰবাৰ থাকিব। কাঠ মিস্ত্ৰীৰ কাম, হিন্দী আৰু ইংৰাজী শিক্ষা আদিও থাকিব। বেজবৰুৱা ডাঙৰীয়াই মোৰ আঁচনিখন পচন্দ কৰি মোক বাগানতে থাকি কাম আৰম্ভ কৰিবলৈ ক'লে আৰু ক'লে, "তোমাক বৰ্তমান মাহে মাহে ৫০টকাকৈ দিম। তাৰ পিচত স্কুল হৈ উঠিলে সকলো যোগাৰ হৈ যাব।" মই কিছুদিন থাকিবৰ মন কৰি বেজবৰুৱা ডাঙৰীয়াক কাম আৰম্ভ কৰিবলৈ ক'লোঁ। মই দিয়া আঁচনিখন মোৰ হাতত এতিয়াও থাকিব পায়। মই দেখিলোঁ, বেজবৰুৱা ডাঙৰীয়া বহুত কামত ব্যস্ত। তেওঁৰ সময় নাই। ইফালে মুক্তনাথ বৰুৱায়ো এই বিষয়ে বৰ আগ্ৰহ নকৰা যেন দেখিলোঁ। বেজবৰুৱাই নানাৰকম বাগিছাৰ জঞ্জালৰ মাজত এই কাম শীঘ্ৰে কৰিব নোৱাৰিব যেন মোৰ অনুমান হ'ল আৰু বিনাকামত মই তেওঁৰপৰা টকা লৈ বলমা বাগানত থকাটো যুক্তিসঙ্গত নহব যেন দেখিলোঁ। বেজবৰুৱা ডাঙৰীয়াই সদায় যি কাম হাতত লয়, বৰ ডাঙৰকৈ লয়। তেওঁৰ মানত সদায় লাখ টকাৰ হিচাপ। কেবাবাৰো অহা-যোৱা কৰি বেজবৰুৱা ডাঙৰীয়াৰ মন বুজিলোঁ। দুয়োজনে যদিও মোৰ আন্তৰিকতাৰ ওপৰত বিশ্বাস ৰাখিছিল, তথাপি মই নিজে গৈ তেওঁবিলাকক আমনি কৰিবৰ ইচ্ছা নকৰি ভৱিষ্যত কোনো সময়ত সেই কাম হৈ উঠিব বুলি এৰি দিলোঁ।

বেজবৰুৱা ডাঙৰীয়াই বলমাত এতিয়া এখন হাইস্কুল খুলিলে, অৱশ্যে মোৰ আঁচনিমতে নহয়। তাত তেওঁ এটা প্ৰকাণ্ড নামঘৰো সজাই দিয়ালে। মই কৰা পৰামৰ্শ একেবাৰে অথলে নগ'ল। মই মোৰ দুখৰ সময়ত বেজবৰুৱা ডাঙৰীয়াৰপৰা আৰ্থিক সাহায্য পাইছিলোঁ। বৰ টান পালে তেখেতক ক'লে মোক সহায় কৰিছিল। তেখেত জীয়াই থকা পৰ্যন্ত তেখেতে মোক বৰ মৰম-স্নেহ কৰিছিল। সেইদৰে দুই-চাৰিজন বন্ধুৰ সহায়ত মই কোনোমতে চলি আছিলোঁ। সেই বন্ধুসকলৰ প্ৰতি মই

সদায় কৃতজ্ঞ হৈ থাকিম। বিশেষকৈ কংগ্ৰেছৰ কামত অ'লৈ ত'লৈ যাবলৈ হ'লে মই এইদৰে সাহায্য পাইছিলোঁ। মোৰ পৰিবাৰৰ ভৰণ-পোষণৰ ভাৰ ঘাইকৈ শ্ৰীমান ৰাধাৰ ওপৰতে পৰিছিল। এনে সময়তে শ্ৰীমান শিৱও আহিল। তাৰ বিয়া চেনীজানৰ শ্ৰীযুত পদ্ম শৰ্মাৰ জীয়েকৰ লগত হ'ল। সি আহি চিনামৰা টোকোলাই এক্সপেৰিমেণ্টেল ফাৰ্মৰ কামত সোমালহি। শ্ৰীমান ৰাধাই নগৰলৈ উঠি যাবৰ কাৰণে নগৰত মাটি কিনি ঘৰ-বাৰী সজাবলৈ সাজু হ'ল। দুই ভাইৰ ওপৰত ভেঁজা দি মই এই কেইবছৰ কটালোঁ। মই ওকালতি নকৰাত দুয়োজন ভায়ে ভাল পোৱা নাছিল। বিশেষকৈ যেতিয়া প্ৰায় সকলোৱেই ওকালতি পুনৰ কৰিবলৈ আৰম্ভ কৰি দিছিল। কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকনে কিছুকাল ওকালতি নকৰাকৈ আছিল আৰু তেওঁবিলাকক যমুনালাল বাজাজে মাহে দুশ টকাকৈ কিছুকাল দিছিল। পিচত তেওঁবিলাকেও ওকালতি কৰিবলৈ ধৰিলে।

## অসম প্ৰাদেশিক প্ৰদৰ্শনী

ৰোহিণীকান্ত হাতীবৰুৱা আৰু মই যুটীয়া সম্পাদক হৈ শ্ৰীযুত কুলধৰ চলিহাদেৱক সভাপতি কৰি যোৰহাট নগৰৰ বৰ্তমান পানীকল থকা ঠাইত ১৯২৩ চনত প্ৰাদেশিক খাদী আৰু শিল্প প্ৰদৰ্শনী পাতিবলৈ আয়োজন কৰিলোঁ। গোটেই অসমতে কংগ্ৰেছৰ আন্দোলন নাইকিয়া হ'ল। স্কুল- কলেজৰ ল'ৰাই পুনৰ স্কুল-কলেজত ভৰ্তি হ'ল। শতকৰা এজন দুজনমানে স্কুল-কলেজ একেবাৰে এৰি দিলে। উকীলসকলে ওকালতি আৰম্ভ কৰি দিলে। নতুনকৈ কাউন্সিললৈ যাবলৈ সকলোৱে গাৱেঁ-ভূঞেঁ প্ৰচাৰ-কাৰ্য কৰিবলৈ আৰম্ভ কৰি দিলে। ইফালে গঠনমূলক কামৰ বাবে যি প্ৰাদেশিক খাদী বোৰ্ড আছিল তাৰ সাধাৰণ সম্পাদক আছিল নবীন চন্দ্ৰ বৰদলৈ। কৰ্মবীৰ বৰদলৈয়ে ডিব্ৰুগড়ত ওকালতি কৰিবলৈ আহিল আৰু তেখেতে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰপৰা পোৱা টকাৰে গুৱাহাটীত এখন স্কুল খুলিলে। এই স্কুলত এড়ি-মুগাৰ কাম আৰু তাঁত বোৱা কাম চলিছিল। মহাত্মাজীয়ে কল্পনা কৰা মতে সেই অনুষ্ঠান চলোৱা নাছিল। সেই সময়ত বঙ্গদেশৰ খাদী সঙ্ঘৰপৰা তাৰিণী কান্ত দত্ত বুলি এজনে স্কুলখন পৰিদৰ্শন কৰি এই অনুষ্ঠান বন্ধ কৰি দিবৰ কাৰণে আৰু নিখিল ভাৰত কংগ্ৰেছে দিয়া টকা ওভোতাই দিবৰ কাৰণে নিখিল ভাৰত খাদী বোৰ্ডৰ ছেক্ৰেটাৰীলৈ ৰিপোৰ্ট দিয়াত বৰদলৈয়ে খাদী বোৰ্ডৰ

ছেক্ৰেটাৰীৰ বাব ইস্তফা দিয়ে। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পিচত নিখিল ভাৰত খাদী বোৰ্ডে দেশভক্ত ফুকনৰ হাতত অসমত খদ্দৰৰ কাৰ্য চলাবৰ কাৰণে দহ হাজাৰ টকা দিছিল। এই দহ হাজাৰ টকাৰ প্ৰায় পাঁচ-ছয় হাজাৰ কৰ্মবীৰ বৰদলৈয়ে গুৱাহাটীৰ অনুষ্ঠানত খৰচ কৰে। সেই টকাৰ পৰাই শ্ৰীযুত কুলধৰ চলিহাই প্ৰাদেশিক প্ৰদৰ্শনীৰ কাৰণে ১৫০০ টকা ধাৰে আনিছিল। ভুবনচন্দ্ৰ গগৈদেৱৰ টেক্‌নিকেল স্কুলক সেই টকাৰপৰা চাৰি শ টকা দান স্বৰূপে দিছিল। খদ্দৰ প্ৰচাৰৰ কোনো কাৰণ নথকাত এই টকা যিদৰে খটুৱাব লাগিছিল সেইদৰে খটুওৱা হোৱা নাছিল। প্ৰাদেশিক প্ৰদৰ্শনী নাম দি যোৰহাটত এখন বিৰাট প্ৰদৰ্শনী হ'ল। চৰকাৰৰ কৃষি বিভাগেও প্ৰদৰ্শনীত যোগদান কৰিছিল। শ্ৰীযুত বিষ্ণুপ্ৰসাদ বৰুৱাই সেই সময়ত তেওঁ নিজেই খোলা হেণ্ডলুমৰ কাপেৰবোৰ আনিছিল। ৰায়চাহাব নাৰায়ণ বৰুৱাদেৱে তেখেতৰ নানাপ্ৰকাৰ ধান প্ৰদৰ্শনীত দেখুৱাইছিল। গোটেই ভাৰতৰপৰা প্ৰদৰ্শনীলৈ বস্তু আহিছিল। আমি কলিকতাৰ মদাৰ্ণ বাইস্কোপক নিমন্ত্ৰণ কৰিছিলোঁ। তেওঁলোকে "বিষ্ণু অৱতাৰ" আৰু "ৰাম জনম"ৰ দুটা অভিনয় তিনিদিন দেখুৱাইছিল। তেওঁবিলাকক প্ৰায় দুহেজাৰ টকা দিবলগীয়া হৈছিল। এই টকা বাইস্কোপৰ টিকটৰপৰা আদায় হৈছিল। এই প্ৰদৰ্শনী বৰ কৃতকাৰ্যভাৱে আৰু মহা সমাৰোহেৰে সমাধা হৈ গ'ল। আমাৰ কৰ্মীসকলৰ মনত চাৰিওফালে উৎসাহ আৰু উদ্দীপনাৰ সঞ্চাৰ হৈছিল। এই প্ৰদৰ্শনীত পুলিচৰ লগত মোৰ অলপ তৰ্কাতৰ্কি হৈছিল। এদিন ৰাতি পুলিচে জোৰ কৰি প্ৰদৰ্শনীত প্ৰৱেশ কৰিব খোজাত গেটৰ স্বেচ্ছাসেৱকসকলে মোক খবৰ দিলে। মই ওলাই গেটৰ ওচৰলৈ গ'লোঁ। পুলিচৰ কোনো এজনে মোক ক'লে যে ডেপুটী কমিছনাৰে ইয়াত শান্তি ৰক্ষা কৰিবৰ কাৰণে আমাক প্ৰদৰ্শনীত পহৰা দিবলৈ আদেশ দিছে। তেতিয়া মই হুকুমটো চাওঁ বোলাত আগদিনাৰ তাৰিখৰ হুকুম এটা দেখুওৱাত মই ক'লোঁ, "এইটো কালিৰ তাৰিখৰ বাবেহে দিছিল। আজিৰ বাবে সুকীয়াকৈ হুকুম লৈ আহকগৈ। ইয়াত আমাৰ ভিতৰত শান্তিভঙ্গৰ একো আশঙ্কা নাই আৰু যদি আপোনালোকে বাইস্কোপ চাব খুজিছে টিকট লৈ প্ৰৱেশ কৰক। মোৰ তাত একো আপত্তি নাই।" এইবুলি কোৱাত পুলিচ গুচি গ'ল। আকৌ ঘূৰি নাহিল। কোনোৰা এজনে কৈ গ'ল, "বাৰু দেখিম।" ইয়াৰ পিচত বাইস্কোপ শেষ হ'লত মই একমান বজাত ঘৰলৈ গ'লোঁ। বাটত পুলিচক লগ নাপালোঁ। তেওঁবিলাকে মোক ধমকি দি গুচি গ'ল মাত্ৰ। এই বিষয়ে আৰু একো নহ'ল। পিচদিনাও বাইস্কোপ হৈছিল। পুলিচ অহা নাছিল। প্ৰদৰ্শনীত আমাৰ লাভ নহ'ল যদিও ৰাইজে খাদী প্ৰচাৰৰ গম পালে আৰু সকলো খৰচ বাদ দি খাদী বোৰ্ডৰ ১৫০০ টকা আমাৰ থাকি গ'ল।

## আমাৰ তীৰ্থযাত্ৰা

মাজু মোমাইদেৱে বহুদিনৰপৰা গঙ্গা, গয়া, কাশী, প্ৰয়াগ আদি তীৰ্থলৈ যাবলৈ ইচ্ছা কৰি আছিল। তেখেতে তেখেতৰ জোঁৱায়েক শ্ৰীযুত ডম্বৰুধৰ খাউণ্ডক লগত লৈ যাবৰ বাবে অপেক্ষা কৰি আছিল। মই এদিন কথাই কথাই ক'লোঁ, "মোমাইদেউ, মই আপোনাসকলক তীৰ্থলৈ নিব পাৰোঁ। মই গঙ্গা, গয়া, কাশী, প্ৰয়াগ ভ্ৰমণ কৰি আহিছোঁ।" মোমাইদেউ মান্তি হ'ল। লগতে মোৰ আইকো নিবলৈ মন কৰিলে। মাজু মোমাইদেউৰ মানত মোৰ আই অতি মৰমৰ ভনীয়েক। এনে মৰম মই সাধাৰণতে দেখা নাই। মোৰ আইৰ ওপৰত তেওঁৰ ইমান মৰম যে আইক তীৰ্থলৈ নিনিলে তেওঁৰ যেন তীৰ্থ কৰা-নকৰা সকলো সমান হ'ব। মোৰ আইৰ আনন্দৰ সীমা নোহোৱা হ'ল। বহুদিন আশা কৰি থকা আইৰ স্বপ্ন যেন দিঠকত পৰিণত হ'ল। জগন্নাথ মহাপ্ৰভু তীৰ্থৰ পাণ্ডা শ্ৰীযুত বলভদ্ৰ আমাৰ লগত ওলাল। তীৰ্থ-যাত্ৰীও আছিল—শ্ৰীযুত মাজু মোমাই-দেউ, মাজু মাই, মোৰ আই, বৰ জেঠাই, বৰ জেঠাইৰ জীয়েক যানী বাই-দেউ, তেওঁৰ গিৰীয়েক ভোকোন্দাই ঠাকুৰ, মোমাইদেউৰ বংশৰ এগৰাকী বিধবা, জেঠাইৰ জীয়েকৰ বিয়নী, বিয়নীয়েকৰ পুতেক, কেঁহো ঠাকুৰ, তেওঁৰ পৰিবাৰ আৰু কালুগাৱঁৰ সৰু মোমাইদেউৰ সম্পৰ্কীয় এজন পুৰুষ আৰু এগৰাকী মহিলা, মই, শ্ৰীযুত বলভদ্ৰ পাণ্ডা আৰু দুই-তিনিজন—তেওঁলোকৰ নাম পাহৰিলোঁ।

যথাসময়ত আমি তীৰ্থযাত্ৰা কৰিলোঁ। প্ৰথমে আমি আটাই-বিলাক গৈ গুৱাহাটীৰ শুক্ৰেশ্বৰ মন্দিৰত এৰাতি থাকি পিচদিনা উত্তৰ গুৱাহাটীৰ বিষ্ণুপদত পিণ্ডাদি দ ব্ৰহ্মপুত্ৰত উমানন্দ দৰ্শন কৰিলোঁ। তাৰ পিচত কামাখ্যাধামলৈ গৈ তাত সকলো কাম কৰি তিনিৰাতি থাকি তাৰ-পৰা পাণ্ডু হৈ কাটিহাৰ লাইনেৰে গয়া অভিমুখে যাত্ৰা কৰিলোঁ। পাৰ্বতী-পুৰত ৰেল বদলি কৰিব লাগে। তাতে দুখন মেইল ৰেল বৈ আছিল। ৰেল চলন্ত অৱস্থাত থাকোঁতেই যেয়ে যেনেকৈ পাৰে ভুল কৰি এখনত মতা মানুহ আৰু আন এখনত মাইকী মানুহকেইগৰাকী উঠি চিঞৰিব ধৰিলে। মই দৌৰি গৈ তেওঁলোকক জোৰকৈ নমাই আনিলোঁ। ক'ত কি হৈছে একো বুজিব নোৱাৰি মোৰ জীৱ উৰি গ'ল। মোৰ আই ক'ত আছে? যেতিয়া এখন ট্ৰেইন গ'ল তেতিয়া দেখিলোঁ মোৰ আইক য'ত বহিবলৈ কৈছিলোঁ তাতে বহি আছে। আইক দেখি মই বৰ আনন্দ পালোঁ। তেতিয়া মই সকলোকে সাৱধান কৰি দিলোঁ, যেন আগলৈ কোনেও এনে কাম নকৰে। ৰেলত আনি তুলি দিম আৰু গ'লে সক-লোৱে একেলগে যাম। এজন-দুজনকৈ কোনেও যেন ৰেলত নুঠে। বল-ভদ্ৰ পাণ্ডা আৰু মই এই বিষয়ত বৰ সাৱধান হলোঁ।

পিচদিনা আমি সকলোৱে কাটিহাৰ পালোঁ। তাতে জিৰাই ভাত-পানী খাই এখন ৰেল এৰি আন এখন ৰেলত গয়া অভিমুখে আমি যাত্ৰা কৰিলোঁ। আমি প্ৰথমে দীঘা ঘাটতে গঙ্গা মাতৃক দৰ্শন কৰোঁ। তাত গঙ্গা মাতৃক দেখি আমাৰ সকলো তীৰ্থযাত্ৰীৰে, বিশেষকৈ মাজু মোমাইদেউ আৰু মোৰ আইৰ হিয়া আনন্দত উপচি পৰিছিল। তাতে খাই-বৈ আমি ৰাতি থকাৰ বন্দোবস্ত কৰিলোঁ। তাত থাকিবলৈ ঘৰ সজা আছিল। মই সদায় দোকানৰ চিৰা-দৈ খোৱাৰ বিপক্ষে আছিলোঁ। ভাত ডালকৈ ঘৰৰ দৰে খোৱাৰ নিয়ম কৰিছিলোঁ। আমাৰ লগত যোৱা কেইজনমান যাত্ৰীয়ে লুকাই-চুৰকৈ চিৰা-দৈ খাইছিল। পিচত তেওঁলোকৰ কেবাজনবো গ্ৰহণী আদি বেমাৰ হৈছিল।

দীঘা ঘাটৰ পাৰত থকা মোছাফিৰ খানাত (এটা খেৰৰ ছালি-ঘৰ) আমি ভাত-পানী খাই শুই আছোঁ। ৰাতি বাৰ কি একমান বজাত এটা হাতী যেন চিপাহী আহি মানুহজনে প্ৰতি এটকাকৈ নিদিলে সেই ঘৰৰপৰা খেদি পঠিয়াব বুলি পাণ্ডাক ভাবুকি দিলে। পাণ্ডাজন উপায়বিহীন হৈ মোৰ লগতহে মানুহ অহা বুলি মোলৈ আঙুলিয়াই দেখুৱালে। চিপাহীৰ চিঞৰত মোৰ টোপনি ভাগিল। তাক মোৰ ওচৰলৈ মাতি আনি বুজনি দিয়া সত্ত্বেও সি যেতিয়া বুজনি নগ'ল তেতিয়া তাক মই মাজনিশা আমাৰ ঘৰত সি চুৰ কৰিবলৈ আহিছে বুলি ষ্টেশ্যন মাস্টৰক ৰিপোৰ্ট কৰিম বুলি কোৱাত চিপাহীটো গুচি গ'ল। পিচদিনা ষ্টেশ্যনত সেই দীৰ্ঘকায় চিপাহীটো দেখিছিলোঁ। সি মোক দীঘলীয়াকৈ চালাম দিছিল। যাত্ৰীৰপৰা টকা আদায় কেনেকৈ কৰে তাৰে এটা নমুনা প্ৰথমে পালোঁ।

ইয়াৰ পিচত আমি সদলবলে গয়াধাম পালোঁগৈ। আমাৰ লগত যোৱা পাণ্ডাই আমাক এজন গয়াৰ পাণ্ডাৰ হাতত চমজাই দিছিল। যিটো ঘৰ আমাক থাকিবলৈ দিছিল সেইটো ঠেক্, গতিকে মই তাত নাথাকোঁ বুলি গয়া ষ্টেশ্যনৰ ওচৰত থকা এটা ডাঙৰ ধৰমশালালৈ আহিলোঁ। আমাৰ লগত যোৱা পাণ্ডাই বৰ আপত্তি কৰিছিল। মই নুশুনিলোঁ। ধৰমশালাত এসপ্তাহ থাকিবলৈ দিয়ে। দুমহলীয়া দালান। প্ৰায় একে সময়তে পাঁচ-ছশ মানুহ থাকিব পাৰে। খোঁটালী খোঁটালী ঘৰ। ৰান্ধনি ঘৰ, গা ধোৱা ঘৰ, সকলো আছে। তাত থাকি বৰ ভাল লাগিল। ওচৰত দোকান-বজাৰ যি লাগে তাকে পায়। তাত আমি তিনিৰাতি থাকি গয়াত পিণ্ড দিলোঁহক। ৰাতি বিষ্ণুপদৰ আৰতি চাবলৈ গৈ এনে আনন্দ লাভ হৈছিল যে প্ৰকাশ কৰিব নোৱাৰি। সকলো কাম-কাজ কৰি অঁতাই আমি গয়াৰ পাণ্ডাৰ ওচৰলৈ গ'লোঁ। পাণ্ডাই সুফল দিলেহে তীৰ্থৰ ফল লাভ হয়—এইটো সকলোৰে বিশ্বাস। পাণ্ডাৰ মুখত যিমান টকাৰ কথা

ওলায় সিমান টকা দিব লাগে। মই পাণ্ডাৰ লগত বহু তৰ্ক কৰিলোঁ। পাণ্ডাই মোক ক'লে, "তুমি একো দিব নালাগে। তোমাৰ মাতৃয়ে নিজ মনে যিহকে দিয়ে তাকে ল'ম।" গয়া কংগ্ৰেছলৈ যাওঁতে মই পাণ্ডাৰ লগত চিনাকি হৈছিলোঁ। মোৰপৰা তেতিয়া তেখেতে নামমাত্ৰ পইচা লৈ মোক সুফল দিছিল। এইবাৰো মই মোৰ আইক লগত লৈ যোৱাত পাণ্ডাই আনন্দ পালে আৰু ক'লে, "মই মানুহ চাই টকা বিচাৰিম। ইয়াতে সকলো তীৰ্থ আছে।" এইদৰে নানা কথা কৈ মাজু মোমাইদেউৰপৰা বেছি টকা আদায় কৰিলে। মোক তেওঁ কৈছিল, "আপোনালোকে কিমান টকা দিব? আমাক টকা দি সন্তুষ্ট কৰা মানুহ নাই। আমি যিমান পাওঁ সিমান বেছি বিচাৰোঁ। এবাৰ এজন তীৰ্থযাত্ৰীয়ে আহি মোক প্ৰথমে সুধিছিল, 'আপোনাক কিমান সোণ লাগে?' মই ক'লোঁ, "মোৰ জোখৰ সমান সোণ দিয়ক।" তেতিয়া তেওঁ পালা-পাঞ্জা আনি মোক এফালে থৈ আনফালে সোণ জুখি দিয়াত মই পেটে পেটে ভাবিলোঁ, মই কিয় মোৰ ওজনৰ দুজোখ সোণ দিয়া বুলি নক'লোঁ? আগৰ দৰে এতিয়া মানুহে টকা দিব নোৱাৰে।' আমাৰ বৃত্তি এইটোৱেই। কাজেই মানুহ চাই আমি টকা লওঁ।" এইদৰে সকলোকে মনত আনন্দ দি গয়াৰ পাণ্ডাৰপৰা আমি বিদায় ল'লোঁ।

গয়াত জেঠাইৰ বিয়নীয়েকৰ গ্ৰহণী আৰম্ভ হ'ল। থাকিব নোৱাৰি সেই বেমাৰী বৃদ্ধাক লৈ আমি প্ৰয়াগ অভিমুখে ৰাওনা হ'লোঁ। মই আগেয়ে থকা পাণ্ডাৰ ঘৰতে সকলোৱে আশ্ৰয় ল'লোঁ। প্ৰয়াগৰ পাণ্ডাও বৰ কথাচহকী। আমাক আন পাণ্ডাই নিব খোজাত ভয়ানক কাজিয়া হৈছিল। তেওঁবিলাকে মোক দেখিয়েই চিনি পালে। আমি প্ৰয়াগ ৰাজতীৰ্থত তাৰ সকলো তীৰ্থ পৰিদৰ্শন কৰিলোঁ। ত্ৰিবেণীত স্নান কৰিলোঁ। অক্ষয়বট দৰ্শন কৰিলোঁ। ভৰদ্বাজ মুনিৰ আশ্ৰম দৰ্শন কৰিলোঁ। আমাৰ মূৰৰ চুলি, আনকি চকুৰ ভ্ৰূ পৰ্যন্ত খুৰাই দিয়া হ'ল। তাত যিমান চুলি পৰে সিমান বছৰ স্বৰ্গলাভ হয় বুলি প্ৰবাদ আছে। কথাতে কয়,

"প্ৰয়াগে মুণ্ড মাথা
মৰণো পাপী যথা তথা।"

সকলো তীৰ্থ কৰি অঁতোৱাৰ পিচত যাত্ৰী বাইদেউৰ গধূলি হঠাৎ কলেৰা হ'ল। আমাৰ লগৰীয়া যাত্ৰীবিলাকৰ মাজত কথা-বতৰা হ'ল। তেওঁক এৰি এদলে আগবাঢ়ি যাবলৈ ওলাল। তেতিয়া মই ক'লোঁ, "এইটো কেতিয়াও হ'ব নোৱাৰে। আপোনালোকে যদি এই বেমাৰী এৰি থৈ যায় তীৰ্থ কৰাৰ ফল একো নাপায়, বৰং মহাপাপহে হ'ব।" এই কথাত সকলোৱে

ভয় খালে। ঈশ্বৰৰ ইচ্ছা, পিচদিনা প্ৰায় চাৰিমান বজাত যানী বাইদেউৱে নিজৰ পতি আৰু মাকক আগত ৰাখি প্ৰয়াগৰ ৰাজতীৰ্থত প্ৰাণত্যাগ কৰি স্বৰ্গযাত্ৰা কৰিলে। তেওঁ সদায় হাঁহি-ধেমালি কৰি আছিল। মৰিবৰ আগতে বেলত যানী বাইদেউৰ লগত কেঁহো ঠাকুৰৰ অলপ কাজিয়া লাগিছিল। মৰিবৰ সময়ত যানী বাইদেৱে কৰযোৰে তেখেতৰপৰা ক্ষমা মাগিলে। যানী বাইদেউৰ সজ্ঞানে মৃত্যু হ'ল। প্ৰয়াগৰপৰা ভোকোন্দাই ভিনিহি ঘৰলৈ গুচি আহিল। আমি তাৰপৰা পুৰীলৈ যাত্ৰা কৰিলোঁ। গয়াৰপৰা আমি কাশীধামলৈ গ'লোঁ। তাত বিশ্বনাথ দৰ্শন কৰিলোঁ আৰু গঙ্গাত স্নান কৰিলোঁ। কাশীৰ মহাশ্মশান আৰু হৰিশ্চন্দ্ৰ ৰজাৰ শ্মশানত দিন-ৰাতি মৃতকৰ দাহ-কাৰ্য হৈ থাকে; অলপো জিৰণি নাই। ইয়াত মৃত্যু হ'লে স্বৰ্গলাভ হয়। ইয়াত স্বয়ং মহাদেৱ থাকে। আমি ৰাতি চন্দ্ৰৰ পোহৰত বহি এই দৃশ্য চাইছিলোঁ। জীৱনৰ শেষ স্থান মহাশ্মশান দেখি এই ক্ষণভঙ্গুৰ দেহাৰ ওপৰত বিতৃষ্ণা জন্মিছিল। কাশীতো পাণ্ডাই আমাক যথাযোগ্যৰূপে ভালকৈ থাকিবলৈ ঠাই দিছিল। কুমাৰী পূজা আদি যাবতীয় কাম কৰি ইয়াৰ পৰাহে প্ৰয়াগ ৰাজতীৰ্থলৈ যাত্ৰা কৰা হৈছিল।

হিন্দুৰ পবিত্ৰ স্থান বেনাৰস। সকলোৱে ইয়াত মৃত্যু বৰণ কৰিবলৈ বাঞ্ছা কৰে। ইয়াতে অসমৰ কেবাগৰাকীও অসমীয়া মানুহক লগ পাইছিলোঁ। এজন হৈছে—কাশীনাথ বৰমহৰী, এজন নাজিৰাৰ সোমেশ্বৰ বৰুৱা আৰু এগৰাকী শিৱসাগৰ দ'লৰ ঠাকুৰৰ বোৱাৰী। তিনিওৱে আমাক লগ পাই বৰ আনন্দ অনুভৱ কৰিছিল আৰু কাশীধামৰ বিষয়ে সকলো কথা আমাৰ আগত কৈছিল। কাশী বিশ্বনাথৰ মণিকৰ্ণিকাত আমি স্নান কৰিলোঁ। এইদৰে হিন্দুৰ মহাতীৰ্থ কাশীধাম, য'ত স্বয়ং মহাদেৱ বিৰাজ কৰে আৰু য'ত মৰিলে মানুহে পুনৰ্জন্ম নাপায়, তেনে ঠাইত মহাতীৰ্থ কৰি আমি সদলবলে পুৰী অভিমুখে যাত্ৰা কৰিলোঁ। মোৰ আই আৰু মাজু মোমাইদেউৰ বৃন্দাবন আৰু মথুৰা দৰ্শন কৰিবৰ ইচ্ছা আছিল। পিচে আমা-লোকে আগেয়ে পুৰীলৈ যোৱাটো স্থিৰ কৰি পিচত যদি সুবিধা হয় বৃন্দা-বন আৰু মথুৰালৈ যাম বুলি মনতে ভাবিছিলোঁ।

প্ৰয়াগৰপৰা পুৰীলৈ বৰ দীঘলীয়া বাট। প্ৰায় তিনি দিন তিনি ৰাতি লাগে। আমাৰ লগত যোৱা মহিলাসকলে পানী নোখোৱাকৈ একো নাখায়। মই ৰেলৰ ভিতৰতে মোৰ আই আৰু জেঠাইক গা ধুৱাই দিছিলোঁ। কোনো এবিধ আহাৰ নোখোৱাকৈ যোৱাটো অসম্ভৱ। তাতে আমাৰ লগত কেবাগৰাকীও বেমাৰী আছিল। এইদৰে আমি লোমা ষ্টেশ্যন পালোঁগৈ। তাত বেলৰ বৰ ভীৰ। খোৱা-বোৱা কৰি আমি ষ্টেশ্যনতে ৰাতি তিনি-মান বজাত পুৰীলৈ যোৱা পেছেঞ্জাৰ গাড়ী আহিব বুলি বৈ আছো; এনেতে গম পালোঁ যে অলপতে পুৰী এক্সপ্ৰেছ গাড়ী আহিব। মই সুধি সুধি ষ্টেশ্যন

মাষ্টৰৰ ওচৰ পালোঁগৈ। দুজন দীৰ্ঘকায় পাঞ্জাবী ভদ্ৰলোকক সকলো বুজাই মই ক'লোঁ, "পেছেঞ্জাৰ গাড়ীত বৰ ভীৰ। আমাৰ লগত অহা মহিলাসকল একেবাৰে অৱশ হৈ পৰিছে। আমাৰ টিকটবোৰ এক্সপ্ৰেছ গাড়ীলৈ বদলি কৰি দিলে বৰ সুবিধা হয়।" তেখেতসকলে ক'লে, "মাত্ৰ দহ মিনিট আছে। আপোনালোকৰ মাল-বস্তু আৰু মানুহবিলাক এই প্লেট-ফৰ্মলৈ লৈ আহকগৈ, তাৰ পিচত দেখা যাব। ভাড়া প্ৰত্যেক টিকটতে আৰু এটকা পাঁচ অনাকৈ বেছি দিব লাগিব, পলম নকৰিব। লৰালৰিকৈ আহকগৈ।" মই তৎক্ষণাৎ গৈ কেবাটাও কুলী লৈ মাল-বস্তু আৰু মানুহ-খিনি সেই প্লেটফৰ্মলৈ আনিলোঁ। গাড়ী বৈ আছিল। পাঞ্জাবী ভদ্ৰ-লোককেইজনে আগত থাকি আমাক এটা খালী ডবাত তুলি দিলে। সকলো মানুহ আৰু আমাৰ মাল-বস্তু তোলাৰ পিচত পাঞ্জাবী ভদ্ৰলোক-জনে আমাক অতিৰিক্ত ভাড়াৰ টিকট কাটি দি হাঁহি হাঁহি কলে, 'মোক বকচিছ নিদিয়েনে?" মই তেতিয়া কলোঁ, "আপোনালোকৰ ওচৰত মই বৰ কৃতজ্ঞ। কি দিব লাগে কওক।" তেওঁবিলাকে ক'লে, "আপুনি যিহকে দিয়ে।" মই ৰূপ দুটকা নে তিনি টকা দিলোঁ।

গাড়ীত উঠি আমি সকলোৱে বিচনা পাৰি শুই গ'লোঁ। পিচ-দিনা পুৱা প্ৰায় নমান বজাত আমি খৰগপুৰ ষ্টেশ্যন পালোঁগৈ। ইয়াত ট্ৰেইন বদলি কৰি অ'ভাৰ ব্ৰীজৰ ওপৰেদি পাৰ হ'ব লাগে। মই সক-লোকে নিজৰ নিজৰ টিকট লৈ যাবলৈ কৈছিলোঁ। অ'ভাৰ ব্ৰীজৰ ওচৰতে টিকট চেকাৰ আছিল। প্ৰত্যেকৰে টিকট চাই যাবলৈ দি আছে। কালু-গাৱৰ মহিলাগৰাকীৰ টিকট আছিল তেখেতৰ লগত যোৱা মতা মানুহ-জনৰ হাতত। তেওঁ আগেয়ে গ'ল দুটা টিকট দেখুৱাই। মহিলাগৰাকী পিচ পৰিল। এনেতে মই পালোঁহি। মহিলাগৰাকীক যাবলৈ নিদিয়াত মোৰ টিকটটো দিলোঁ। মহিলাগৰাকী গ'ল। মোক ধৰি ৰাখিলে। মই বহুত তৰ্ক কৰিলোঁ। মোক এৰি নিদিয়ে। মই জোৰেৰে গুচি গ'লোঁ আৰু ক'লোঁ, "মোৰ টিকট তাত আছে। আমাৰ লগত বহুত মানুহ আহিছে। তুমি ট্ৰেইনৰ ভিতৰলৈ গৈ টিকট চেক কৰি যদি কাৰোবাৰ টিকট নোপোৱা তেতিয়া যি কৰিব লাগে কৰিবা।" এইদৰে গৈ মই সিখন ট্ৰেইনৰ ওচৰ পালোঁগৈ। মোক ট্ৰেইনত উঠিবলৈ নিদিয়ে। ইফালে ৰেলৰ উকি মাৰি দিলে। এনেতে তাত থকা এটা পুলিচে ক'লে, "বাবু, দো ৰুপয়ে দে দিজিয়ে।" মই নিদিও বুলি ক'লোঁ; কিন্তু মোৰ অৱস্থা দেখি মাজু মোমাইদেৱে দুটকা ৰূপ দি দিলে। মই ৰেলত উঠিলোঁ। প্ৰায় চাৰিমান বজাত আমি পুৰী ষ্টেশ্যন পালোঁগৈ। পুৰী সোমায়ে আমাৰ অসমৰ গাৱঁত সোমালো যেন লাগিল। তাৰপৰা গৈ আমি পাণ্ডাৰ ঘৰত আশ্ৰয় ললোঁগৈ। সকলোৰে ভাগৰ নাইকিয়া হ'ল। মন প্ৰফুল্লিত হ'ল।

## জগন্নাথ মহাপ্ৰভুৰ মন্দিৰ

পুৰীত আমি নিজৰ ঘৰত থকা যেন পালোঁ। অসমীয়া মানুহৰ ধৰণ-কৰণৰ লগত উড়িয়া মানুহবিলাকৰ ধৰণ-কৰণৰ বৰ মিল যেন পালোঁ। তেওঁবিলাকৰ ভাষা আৰু আমাৰ ভাষাৰ ভিতৰত বহুত একে যেন লাগিল। জগন্নাথ মহাপ্ৰভুৰ পাণ্ডা শ্ৰীযুত ভীমসেন মহাপাত্ৰক একেবাৰে অসমীয়া মানুহ বুলি ক'লেও বেছি কোৱা নহয়। তেখেতে আমাৰ সৈতে কথা-বাৰ্তা পাতি আমাক আপোন কৰি ল'লে। মোৰ তিনি কি চাৰি বছৰ বয়সত তেখেতে এবাৰ যোৰহাটলৈ আহি আমাৰ ঘৰৰ ওচৰতে আছিলহি। তেখেতে আমাৰ যোৰহাটৰ সেই সময়ৰ গণ্যমান্য লোকসকলৰ কথা বেছকৈ জানে।

মই দৈনিকে তেখেতৰ লগত তৰ্ক কৰো, ধেমালি কৰোঁ। আমাক তেখেতে মহাপ্ৰভুৰ মন্দিৰৰ বিধে বিধে প্ৰসাদ দিবলৈ ধৰিলে। ইমান অমৃততুল্য প্ৰসাদ খাই আমাৰ আনন্দই নধৰা হৈছিল। জগন্নাথ মহাপ্ৰভুৰ মহাপীঠত জাতি-ভেদৰ চিন-চাব একো নাই। ইয়াত হিন্দুৰ সকলো সম্প্ৰদায়ৰ লোক ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আদি বৰ্তমান সময়ৰ সৰু সৰু জাতি-উপজাতিবিলাক লগ লাগি, সৰু সৰু নৈ সাগৰত পৰাৰ দৰে পৰি নিজৰ অস্তিত্ব হেৰুৱাই এক মহান সাগৰ হৈ পৰে। সেইদৰে এই মহাক্ষেত্ৰত হিন্দু সমাজৰ সকলো সম্প্ৰদায়ৰ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰৰ ভিতৰত থকা সকলো শাখা-প্ৰশাখা মহামানৱ সমাজত পৰিণত হৈ স্বয়ং অন্নপূৰ্ণাৰ ভোগ গ্ৰহণ কৰে। এই মহাপ্ৰভুৰ প্ৰসাদকে পাণ্ডাসকলে ভাৰতবৰ্ষৰ চাৰিওফালে বিলাই দিয়ে। অন্নপূৰ্ণাৰ নিজ হাতে পাগ কৰা অন্ন খাই এই জন্ম সাৰ্থক কৰিবলৈ সকলো হিন্দুৱে বাঞ্ছা কৰে। ইয়াত অস্পৃশ্যতা দোষ নাই, জাতিভেদ নাই, ব্ৰাহ্মণ-চণ্ডালে ইজনৰ মুখৰ বস্তু সিজনে গ্ৰহণ কৰে। মহাপ্ৰভুৰ মন্দিৰৰ ভিতৰলৈ সোমোৱা মাত্ৰেই পাণ্ডাসকলে মহাপ্ৰভুৰ প্ৰসাদ মুখত খুৱাই দিয়ে। প্ৰসাদ পেলাব নাপায়। প্ৰসাদ খাই মুখ ধুব নালাগে। অসমীয়া মানুহবিলাক বৰ ধৰ্মপ্ৰাণ। তেওঁবিলাকে অসমত বহুপ্ৰকাৰে নীতি-নিয়ম পালন কৰে। ঘৰে-ঘৰে চৌ-খুটি মৰা নিয়ম আছে। ভাতমুঠি খোৱাতো বহুত জেওৰা-জপনা দি খোৱা আছে। তথাপি এই মহাপ্ৰভুৰ ক্ষেত্ৰলৈ আহি অতি আনন্দেৰে সেই সকলো দেশাচাৰ পাহৰি ভক্তিপূৰ্ণ হৃদয়ে মহাপ্ৰভুৰ প্ৰসাদ গ্ৰহণ কৰে।

মাজু মোমাইদেউ আৰু মোৰ আয়ে ভগবানৰ ওপৰত অচল ভক্তি ৰাখি একচিত্ত মনে প্ৰসাদ গ্ৰহণ কৰা দেখি মই ভগবানৰ মহিমাৰ ওচৰত মূৰ দোৱালোঁ। হিন্দু সমাজৰ মিলন মহাপ্ৰভুৰ ক্ষেত্ৰত হোৱাৰ দৰে যদি গোটেই ভাৰতত হ'লহেঁতেন তেনেহলে এই বিৰাট হিন্দু জাতিটো খণ্ড খণ্ড

হৈ দুৰ্বল নহ'লহেঁতেন। একান্নভোক্তা হ'লেই যে মিত্ৰতা থাকে এনে নহয়; কিন্তু একে পাগত খোৱা আৰু ভাগে ভাগে পাগ কৰি খোৱাৰ ভিতৰত বহুতো প্ৰভেদ আছে। এটা বিৰাট জাতিক শক্তিশালী কৰি তুলিবলৈ হ'লে সকলোৱে একে উদ্দেশ্যে, একে আদৰ্শতে সমানে খোৱা-মেলা কৰিব লাগে। আমি কাৰো হাতে কোনেও নোখোৱা নিয়ম চলাই গৈ আমাৰ মাজত দুৰ্বলতা আনিছোঁ মাত্ৰ। পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু পৱিত্ৰতা ৰক্ষা কৰি খাদ্য-অখাদ্য বস্তুবোৰলৈ লক্ষ্য ৰাখি মহাপ্ৰভুৰ ক্ষেত্ৰৰ ভোগ খোৱাদি খাবলৈ নিয়ম থকা হ'লে আমাৰ মাজত বহুত দলাদলি থাকিব নোৱাৰিলেহেঁতেন। এনেবোৰ ভাব মোৰ মনলৈ আহিছিল। যি কি নহওক, জগন্নাথ মহাপ্ৰভুৰ ক্ষেত্ৰত হিন্দুৰ কাৰণে এটা আদৰ্শ পৰি আছে। সেই আদৰ্শ চন্দ্ৰ-সূৰ্য থাকে মানে থাকিব।

মন্দিৰৰ বাহিৰত সাগৰৰ ঢৌৰ শব্দ সদায় ধুমুহা-বতাহৰ শব্দৰ দৰে শুনিবলৈ পোৱা যায়। মন্দিৰৰ ভিতৰত সোমালে সাগৰৰ ঢৌৰ খলকনিৰ একো শব্দ শুনা নাযায়। মহাপ্ৰভুৰ মন্দিৰ অতি বিচিত্ৰ, অন্নপূৰ্ণাৰ মন্দিৰ অতি ৰমণীয়। আমাৰ পাণ্ডাই মোৰ লগত তৰ্ক কৰি কয়, "তুমি যদি মোক তৰ্কত হকৰাব পাৰা মন্নো নন্-কোঅ'পাৰেশ্যন কৰিম।" মোৰ বিষয়ে মাজু মোমাইদেউ আৰু আয়ে পাণ্ডাৰ আগত বহলাই কৈছিল এই ভাবি যে পাণ্ডাই পাৰে যদি মোক আকৌ ওকালতি কৰিবলৈ উপদেশ দিয়ক। পাণ্ডাৰ লগত বহুত তৰ্ক হ'ল। শেষত পাণ্ডাজীয়ে ক'লে, "নেপালৰ মহাৰাজা মোৰ যজমান। মই তেওঁক এৰিব নোৱাৰো।" ভীমসেন মহাপাত্ৰজীয়ে মোক বৰ মৰম কৰিছিল আৰু মোৰ আইক তীৰ্থলৈ নিয়াত শলাগিছিল।

পুৰীত উড়িয়া মানুহবিলাকক আমাৰ অসমীয়া যেন লাগিছিল। তেওঁলোকৰ ভাষা-সংস্কৃতিৰ লগত অসমীয়া ভাষা-সংস্কৃতিৰ সামঞ্জস্য আছে। মূৰত অসমীয়া মানুহৰ দৰে খোপা আৰু অসমীয়া সত্ৰীয়া মানুহৰ দৰে তেওঁলোকৰ মূৰত খোপা আৰু অসমীয়া মানুহৰ হাতত থকাৰ দৰে তেওঁলোকৰ হাতভো তামোলৰ টোপোলা। মই যিমানদূৰ অনুমান কৰিছো, অসমীয়া আৰু উড়িয়াৰ ভিতৰত যিমান মিল আছে, ভাৰতৰ আন কোনো প্ৰান্তৰে অসমীয়াৰ লগত সিমান মিল নাই।

আমি সকলোৱে সাগৰ দৰ্শন কৰিলোঁ। সাগৰ দেখা এয়ে আমাৰ প্ৰথম। পুৰীত সাগৰৰ অসীমতা দেখি ভগৱানক স্তুতি কৰিলোঁ। এই সাগৰৰ পাৰত বহুত অট্টালিকা আছে। তাত ধনী মানুহ আৰু ইংৰাজসকলে বাস কৰে। ইয়াত সূৰ্য উদয় আৰু অস্ত যোৱা দেখিবলৈ বৰ ভাল লাগে। পানীৰ মাজৰপৰা সূৰ্যদেৱতা ওলাই অহা যেন লাগে আৰু সূৰ্যদেৱতা সেইদৰে পানীৰ তললৈ যোৱা যেন দেখি। সাগৰত অবিৰাম

জোঁৱাৰ-ভাটা চলিব লাগিছে। সাগৰৰ ঢৌৱে প্ৰায় ৫০ গজ মানলৈ মানুহ টানি লৈ গৈ, আকৌ আগৰ ঠাইত থৈ যায়। আমি সাগৰত নামিলো। ঢৌৱে আমাক বহুত দূৰলৈ টানি নি আকৌ আগৰ ঠাইতে থৈ গ'ল। নাৰিকল আদি যি বস্তু দিয়া হ'ল সেইবোৰো যুৰি আকৌ পাৰলৈ আহিল। তাত কিছুমান মানুহ থাকে; তেওঁলোকে সাগৰত অৰ্পণ কৰা বস্তুবোৰ ধৰি লৈ যায়। দুই-এজন জালোৱাই তাত মাছ ধৰাও দেখিলোঁ। সাগৰত স্নান কৰোতে মোৰ আইৰ কাণত পানী সোমাইছিল। সেইবাবে তেওঁৰ অসুখ হৈছিল। জগন্নাথ মহাপ্ৰভুৰ দৰ্শন কৰি তাত কৰিব লগীয়া কাম কৰি মহাপ্ৰভুলৈ যথাযোগ্য ভোগৰ কাৰণে দক্ষিণা দি শ্ৰীযুত ভীমসেন মহাপাত্ৰৰপৰা বিদায় ললোঁ।

পুৰীত থাকোঁতে আমাৰ লগৰ এগৰাকী তীৰ্থযাত্ৰীৰ বেছিৰকমে প্ৰহৰণী হৈছিল। তেওঁ আছিল কেঁহো ঠাকুৰৰ পৰিবাৰ। ঠাকুৰে পাণ্ডাসকলৰ চৰণামৃত খুৱাই তেখেতক পুৰীহেন তীৰ্থত মৰিবলৈ আগবঢ়াই দিলে। মহিলাগৰাকীয়ে মোক মতাই নি ঔষধ খুৱাবৰ কাৰণে অনুৰোধ কৰাত মই পাণ্ডাৰ পৰামৰ্শমতে কবিৰাজৰপৰা ঔষধ আনি খুৱালোঁ। তাতে তেওঁ অলপ আৰাম পালে। পুৰীৰপৰা আমি কলিকতালৈ যাত্ৰা কৰিলোঁ। তাত কালীঘাটৰ ওচৰত থাকি কালীমাক দৰ্শন কৰি অসমলৈ ৰাওনা হ'লোঁ। ইয়াত মোৰ আইৰ কাণৰ অসুখ বৰ বেছি হৈছিল। ডাক্তৰক দেখুৱাই ঔষধ দিয়াত ভাল হ'ল।

যথাসময়ত আমি গুৱাহাটী পালোঁহি। গুৱাহাটীত মাজু মায়ে গৰমত ব্ৰহ্মপুত্ৰত গা ধোৱাৰ পিচত তেওঁৰ অসুখ হ'ল। নামতি ষ্টেশ্যনৰ-পৰা ঘৰলৈ দোলা কৰি নিবলগীয়া হৈছিল। কিছুদিনৰ পিচত বেমাৰ ভাল হ'ল। আমাৰ দলৰ ভিতৰত প্ৰায়বিলাকৰে অসুখ হৈছিল। মাত্ৰ মোৰ আৰু মাজু মোমাইদেউৰ শৰীৰ একেবাৰে ভালে আছিল। আমাৰ লগত যোৱা শ্ৰীযুত বলভদ্ৰ পাণ্ডাৰো অসুখ হৈছিল। আমি সকলোৱে পাণ্ডাক কিছু দক্ষিণা দিলোঁ। তেওঁ বৰ ভাল মানুহ আছিল। যি দিলোঁ তাতে সন্তুষ্ট হোৱা যেন দেখিলোঁ। সকলোৰে প্ৰিয়পাত্ৰ হৈ আমাৰ সকলোৰে এজন আপোন মানুহ হৈ পৰিছিল। এতিয়াও তেওঁ আমাৰ ঘৰলৈ অহা যোৱা কৰি থাকে।

তীৰ্থযাত্ৰা শেষ হোৱাত মোৰ পৰম আনন্দ লাভ হৈছিল। মোৰ আই মাতৃক তীৰ্থলৈ নিয়াৰপৰাও মোৰ জীৱনৰ এটা উদ্দেশ্য সিদ্ধি হৈছিল বুলি বৰ আনন্দ লাভ কৰিছিলোঁ। জগন্নাথ মহাপ্ৰভুৰ মন্দিৰ দৰ্শন কৰি আমি যুমুচাৰ বাৰীলৈ গৈছিলোঁ। মহাপ্ৰভু ৰথযাত্ৰাৰ দিনা গৈ যুমুচাৰ বাৰীত থাকেগৈ। তাতে এসপ্তাহমান থাকি পুনৰ মহাপ্ৰভু মন্দিৰলৈ আহে। এই জগন্নাথৰ ৰথৰ কথা জগতবিখ্যাত। মহাপ্ৰভুৰ মন্দিৰৰ ওচৰৰ

সাগৰক স্বৰ্গদুৱাৰ বুলি কয়। একাদশীৰ দিনা হেনো মহাপ্ৰভুৰ মন্দিৰৰ কলসীত বন্তি জ্বলে। প্ৰভুৱে বিভীষণক বছৰেকত এবাৰ দৰ্শন দিয়ে বুলি প্ৰবাদ আছে। লক্ষ লক্ষ মানুহে ৰথযাত্ৰা দৰ্শন কৰে আৰু মহাপ্ৰভুৰ ৰথৰ চকাৰ তলত পৰি প্ৰাণ বিসৰ্জন দিয়াটো পৰম আনন্দ আৰু ভাগ্যৰ কথা বুলি বিবেচনা কৰে। ভাৰতবৰ্ষত থকা তীৰ্থবোৰত ভগৱানৰ নানা অৱতাৰৰ স্বৰূপ বৰ্ণনা কৰা হৈছে আৰু কেনেকৈ ৰাষ্ট্ৰৰ গ্লানি হোৱাৰ লগে লগে ভগৱানে নানা ৰূপ ধৰি দুষ্টক দমন আৰু শিষ্টক পালন কৰি ভাৰতবৰ্ষত ধৰ্মৰাজ্য স্থাপন কৰিছিল, তাৰ প্ৰমাণ তীৰ্থসমূহত পোৱা যায়। চন্দ্ৰ-দিবাকৰ থাকে মানে হিন্দু জাতিৰ মহামিলনৰ ভেটিস্বৰূপ এই তীৰ্থ-সমূহ অচল-অটল হৈ থাকিব।

প্ৰয়াগ ৰাজতীৰ্থৰ বটবৃক্ষক বুটিছ চৰকাৰে কাটি দিছিল আৰু লো গলাই তাৰ গুৰিও হেনো পুৰি দিছিল। তাৰ পিচতো অক্ষয় বটগছৰ ডালৰপৰা গজালি ওলাবলৈ ধৰিলে। এতিয়া সেই অক্ষয় বট প্ৰয়াগৰ দুৰ্গৰ ভিতৰত আৱদ্ধ হৈ আছে; কিন্তু বটবৃক্ষ অচল-অটল হৈ তাৰ নতুন নতুন শাখা উলিয়াই আছে। লক্ষ লক্ষ নৰ-নাৰীয়ে ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে আহি অক্ষয় বটবৃক্ষৰ ওচৰত সেৱা জনায়হি। উত্তৰে হিমালয়ৰ পৰা দক্ষিণে ৰামেশ্বৰ সেতুবন্ধলৈ আৰু পূবে পৰশুৰাম কুণ্ডৰপৰা পশ্চিমে হৰিদ্বাৰলৈকে বিশাল ভাৰতবৰ্ষক অসংখ্য তীৰ্থস্থানে পৱিত্ৰ কৰি থৈছে। ইয়াত হিন্দুধৰ্ম অক্ষয় বটৰ দৰে অনেক কল্পৰ কাৰণে অচল-অটল হৈ থাকিব। ইয়াতে ইছলাম ধৰ্মৰো মহাতীৰ্থ আছে। অতএব হিন্দু-মুছলমান ৰূপী গঙ্গা-যমুনাৰ মিলনৰ ব্যৱস্থা তীৰ্থবোৰে কৰিয়েই থৈছে। "হিন্দু-মুছলমান এক মায়েৰ সন্তান, তফাৎ কেন কৰ জী"—এয়েই মোৰ তীৰ্থ-ভ্ৰমণৰ অভিজ্ঞতা।

## কাউন্সিল নিৰ্বাচন

গয়া কংগ্ৰেছৰ পিচত কংগ্ৰেছৰ স্বৰাজ্য পাৰ্টিয়ে যেতিয়া সিদ্ধান্ত কৰিলে যে কাউন্সিল বৰ্জন উঠি যাব লাগে তেতিয়া সেই সিদ্ধান্তমতে অসমতো কাউন্সিলৰ প্ৰাৰ্থী দিয়া হ'ল। যোৰহাটৰপৰা ৰোহিণীকান্ত হাতীবৰুৱাক প্ৰাৰ্থী হিচাপে দিয়া হ'ল। তেতিয়া যোৰহাটত মাত্ৰ এজন সভ্যাৰহে আসন আছিল। তেওঁৰ প্ৰতিদ্বন্দ্বী হৈছিল অসমৰ ধনকুবেৰ ৰায়-বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা।

হাতীবৰুৱাই চাইকেল পৰ্যন্ত চলাব নাজানে। তেওঁ খোজ-কাঢ়ি গোটেই যোৰহাট মহকুমা ফুৰি নিৰ্বাচনৰ কাৰণে প্ৰচাৰ কৰিবলৈ

ধৰিলে। ইফালে ৰায়বাহাদুৰৰ অসংখ্য এজেণ্টে কামত নামি গ'ল। মই তীৰ্থৰপৰা ঘূৰি আহি জিৰাবলৈ সময় নাপালোঁ। প্ৰথমতে মই নিৰপেক্ষ থাকিম বুলি ভাবিছিলোঁ। কিন্তু যেতিয়া নিৰ্বাচন যুদ্ধ হাতী-মাখিৰ ভিতৰত হোৱা যেন দেখিলোঁ, তেতিয়া হাতীবৰুৱাৰ হৈ কাম নকৰিলে মোৰ দোষ হ'ব যেন লাগিছিল। যেতিয়া কংগ্ৰেছৰ ভিতৰত থকা এটা পাৰ্টিয়ে মতামত গ্ৰহণ কৰি কাউন্সিললৈ যোৱাটোকে সিদ্ধান্ত কৰিলে, তেতিয়া মই একো কাম নকৰি হাতীবৰুৱাক সহায় নকৰাটো মোৰ ভুল হ'ব বুলি ভাবিছিলোঁ। কাজেই ময়ো খোজ কাঢ়ি যিমানদূৰ পাৰোঁ হাতীবৰুৱাক সমৰ্থন কৰি গাৱঁত বক্তৃতা আদি দিছিলোঁ। হাতীবৰুৱাক সহায় কৰাত অগ্ৰগণ্য আছিল চন্দ্ৰকমল বেজবৰুৱা। তেখেতে দিনে-ৰাতি মটৰ লৈ যোৰহাটৰ চাৰিওফালে গাৱেঁ-ভূঞে হাতীবৰুৱাৰ হৈ ইলেকচনত নামি গৈছিল আৰু প্ৰায় এক-দেৰহাজাৰ টকা তেখেতে খৰচ কৰিছিল। কংগ্ৰেছৰ বাণীৰ আগত ধনীৰ ধন-বলে গাৱলীয়া প্ৰজাৰ মত লবাব নোৱাৰিলে। বিপুল অৰ্থ খৰচ কৰি অসংখ্য এজেণ্ট ৰাখিও ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাদেৱ এইবাৰ বহু সংখ্যক ভোটত পৰাস্ত হ'ল আৰু কংগ্ৰেছৰ বিপুল শক্তিৰ পৰিচয় হাতীবৰুৱাদেৱৰ জয়ত দেখা-দেখিকৈ ওলাই পৰিল। কংগ্ৰেছৰ কৰ্মীসকলৰ মনত নতুন উদ্যম আহি পৰিল। চৰকাৰৰ দমন-নীতিৰ হেঁচাত কংগ্ৰেছ মৃতপ্ৰায় হৈছিল বুলি যি ধাৰণা হৈছিল, এই নিৰ্বাচনৰ ফলত সেই ধাৰণা দূৰ হ'ল।

কংগ্ৰেছৰ স্বৰাজ্য পাৰ্টিয়ে কাউন্সিলত সোমোৱাৰ লগে লগে মহাত্মাজীয়ে নীৰৱে কংগ্ৰেছৰ গঠনমূলক কাম হাতত লৈ কংগ্ৰেছৰপৰা অৱসৰ গ্ৰহণ কৰিলে। তেখেতে গোটেই ৰাজনীতি ক্ষেত্ৰ স্বৰাজ্য পাৰ্টিৰ হাতত অৰ্পণ কৰি নিখিল ভাৰত খাদী বোৰ্ডৰ জৰিয়তে সমগ্ৰ ভাৰত ভ্ৰমণ কৰি কংগ্ৰেছৰ গঠনমূলক কামত একমনে লাগি গ'ল। গান্ধীজীয়ে স্বৰাজ্য পাৰ্টিক কংগ্ৰেছৰ কাৰ্যভাৰ অৰ্পণ কৰি আৰু কাউন্সিল প্ৰৱেশ বিৰোধী দলক কংগ্ৰেছৰ গঠনমূলক কামত নিয়োগ কৰি কংগ্ৰেছৰ ভিতৰত হ'বলগীয়া দলাদলিৰ আশঙ্কা দূৰ কৰিলে।

১৯২৪ চনৰ জাতীয় মহাসভাত মহাত্মাজীয়ে কংগ্ৰেছৰ সভ্য বৰঙণি চাৰি অনাৰ পৰিবৰ্তে দুহেজাৰ গজ হাতে-কটা সূতা দিব লাগিব বুলি প্ৰস্তাৱ গৃহীত কৰোৱালে। গান্ধীজীৰ মতে প্ৰতি কংগ্ৰেছৰ সভ্যই কিছু কায়িক পৰিশ্ৰম কৰা একৰকম বাধ্যতামূলক কৰি দি দৈনিকে প্ৰত্যেক কংগ্ৰেছ সভ্যকে অন্ততঃ এঘণ্টা সূতা কাটিবলৈ আহ্বান জনাই কংগ্ৰেছ অনুষ্ঠানৰ ভিতৰত এটা বিৰাট পৰিবৰ্তন আনি দিলে। গান্ধীজীৰ যুক্তিক কোনেও বিৰোধিতা কৰিবৰ সাহস নকৰিলে। দৰিদ্ৰ নাৰায়ণৰ সেৱাস্বৰূপে দৈনিক এঘণ্টা সূতা কটাৰ প্ৰস্তাৱ প্ৰায় সৰ্বসম্মতিক্ৰমেই গৃহীত হ'ল। মহাত্মাজী সুখী হ'ল।

## অসমত খাদী বোৰ্ড আৰু কংগ্ৰেছৰ কানি তদন্ত কমিটি

হাতীবৰুৱাৰ কাউন্সিল নিৰ্বাচনত খন্তেকৰ বাবে ওপজা উত্তেজনা লাহে লাহে মাৰ গ'ল। কংগ্ৰেছত কাম একো নোহোৱা হ'ল। সূতা কাটিবলৈ বক্তৃতা দি থাকিলেইতো সূতা কটা হৈ নুঠে। অসমত খাদী প্ৰতিষ্ঠান একো নাছিল। ১৯২১ চনত কপাহ কিনি গাৱেঁ গাৱেঁ বিলাই দি খদ্দৰ প্ৰস্তুত কৰিবলৈ নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে পচিশ হাজাৰ টকা দিছিল। সেই টকা আহি পোৱাৰ লগে লগে অসমৰ সকলো কংগ্ৰেছ কৰ্মীকে জেলত দিলে। ইফালে পুলিচ কৰ্মচাৰীয়ে গাৱঁত সোমাই কপাহ, নেওঠনী, যঁতৰ আদি ধ্বংস কৰিবলৈ ধৰিলে। যাৰ যাৰ হাতত টকা পৰিছিল তেওঁলোকে জিলাই জিলাই কিছু টকা বিলাই দিছিল। তেওঁলোকে প্ৰত্যেক জিলাতে কপাহৰ যোগান দিয়াৰ বন্দোবস্ত কৰি কিছুকাল সূতা কটাৰ যি নিয়ম চলাইছিল, শেহত সেইবোৰো একো নোহোৱা হ'ল। নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে দিয়া টকাৰ হিচাপ পৰ্যন্ত পোৱা নহ'ল। ইয়াতে দুই-চাৰিয়ে টকা আত্মসাতো কৰিলে। এইবাবে আমাৰ বিশেষ বেজাৰ কৰিবৰ কাৰণো নাছিল। সেই সময়ত কংগ্ৰেছে বহু বিপদ-ধুমুহাৰ মাজেদি আগ বাঢ়িব লগীয়া হৈছিল। কংগ্ৰেছৰ টকা বুলিলেই ভয়, কিয়নো পুলিচে সেই টকা বিচাৰি ত্ৰাহি মধুসূদন দেখুৱাইছিল। সেই সময়তে দুই-চাৰি অকংগ্ৰেছী আৰু কংগ্ৰেছৰ পৃষ্ঠপোষক নামধাৰীয়ে টকা হজম কৰিবলৈ সুবিধা ল'লে।

এইদৰে আঁচনি প্ৰস্তুত কৰি লোৱা গঠনমূলক কাম ৰাজনৈতিক আন্দোলনৰ ভাপত পৰি ছাৰখাৰ হোৱা এয়ে প্ৰথম নহয়। সেই সময়ত বাহিৰত থকা যিবিলাক লোকৰ হাতত কংগ্ৰেছৰ টকাৰে কপাহ আদি কিনাৰ দায়িত্ব দিয়া হৈছিল। তেওঁলোকে পুলিচৰ হাতত টকা পৰাৰ ভয়ত সেই টকা লুকাই লুকাই খৰচ কৰিব লগীয়া হৈছিল। এনে অৱস্থাত টকাৰ অপব্যয় হোৱা আৰু নষ্ট হোৱাটো স্বাভাৱিক। বহুত কপাহ কিনি বিলাই দিয়াও হৈছিল; কিন্তু আমি আটাইবিলাক কংগ্ৰেছ কৰ্মী বাহিৰলৈ ওলাই যোৱাৰ সময়ত এই টকাৰ নাম-গোন্ধো পোৱা নহ'ল। তাৰ পিচতো অসমত খদ্দৰ প্ৰচাৰৰ কাৰণে দহহেজাৰ টকা পোৱা হৈছিল। কৰ্মবীৰ বৰদলৈদেৱে সেই টকাৰপৰা প্ৰায় ছহেজাৰ টকা খৰচ কৰি ভৰলুমুখত খাদী বোৰ্ডৰ এটা অনুষ্ঠান খুলি কাম চলাই আছিল। এই অনুষ্ঠানৰ ওপৰত খাদী প্ৰতিষ্ঠানৰ কৰ্মী তাৰিণীকান্ত দত্তই তীব্ৰ মন্তব্য দিয়াৰ পিচত কৰ্মবীৰ বৰদলৈয়ে খাদী বোৰ্ডৰ সম্পাদকৰ বাব ইস্তফা দিয়ে। দেশভক্ত তৰুণৰাম ফুকনৰ নামত প্ৰায় দুহেজাৰমান টকা বাকী আছিল।

সেই সময়তে হাতীবৰুৱা আছিল প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সম্পাদক। শ্ৰীযুত কুলধৰ চলিহা আদিৰ সৈতে পৰামৰ্শ কৰি আমি এখন

আঁচনি প্ৰস্তুত কৰিলোঁ। নতুনকৈ খাদী বোৰ্ড পাতি মোকে সম্পাদক নিযুক্ত কৰা হ'ল আৰু লগে লগে 'অসম কংগ্ৰেছ কানি তদন্ত কমিটি' গঠন কৰা হ'ল। সেই কমিটিৰ সভাপতি হ'ল শ্ৰীযুত কুলধৰ চলিহা আৰু সম্পাদক হ'ল ৰোহিণীকান্ত হাতীবৰুৱা। অন্য পাঁচ-ছজন সভ্যৰ ভিতৰত ময়ো কানি তদন্ত কমিটিৰ সভ্য নিৰ্বাচিত হ'লোঁ। অসম খাদী বোৰ্ড পুনৰ গঠন কৰি মই যোৰহাটৰ মান্না কোম্পানীৰ ঘৰৰ একোঠালী ভাৰা কৰি কাম আৰম্ভ কৰিলোঁ। নিখিল ভাৰত খাদী বোৰ্ডৰ সম্পাদক আছিল শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰ। তেওঁ মোক টেলিগ্ৰাম কৰি কলিকতালৈ মতাই নিলে। তাতে শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰৰ লগত মোৰ প্ৰথম পৰিচয়। তেওঁ খাদী বোৰ্ডৰ কাম কৰিবলৈ মোক ভাৰ দিয়ে আৰু লগে লগে অসম পৰিভ্ৰমণ কৰিবলৈ আহে। তেখেতে গুৱাহাটীৰ দেশভক্ত ফুকনৰ ঘৰতে থাকি নগাওঁ পৰিদৰ্শন কৰে। আগতে নগাৱঁত খদ্দৰৰ প্ৰচাৰ সম্বন্ধে মোৰ কিছু জনা আছিল। নগাওঁ জিলাৰ কেবাখনো গাওঁ ঘুৰি শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰে অসমত খদ্দৰৰ কাম ভালদৰে হ'ব বুলি জানি গুৱাহাটীত দেশভক্ত ফুকনৰ ঘৰত থাকি মোক অসম প্ৰাদেশিক খাদী বোৰ্ডৰ সম্পাদক নিযুক্ত কৰি দিয়ে আৰু তেখেতে এহেজাৰ টকাৰ কপাহ কিনি গুৱাহাটীত এটা গুদাম কৰি জমা দি থৈ যায়। ফুকনৰ হাতত থকা টকাৰে অসমত আঠোটা খাদী কেন্দ্ৰ কৰি কংগ্ৰেছৰ সভ্য ৰৰঙণিৰ বাবে ১৯২৩ চনৰ বেলগাওঁ কংগ্ৰেছৰ প্ৰস্তাৱ মাহে দুহেজাৰ গজ সূতা কটা কাৰ্যকৰী কৰিবলৈ মোক দায়িত্ব দিয়ে। প্ৰত্যেক ক্ষেত্ৰতে যদি দুশজন কংগ্ৰেছৰ সভ্যাই মাহে দুহেজাৰ গজকৈ সূতা কাটি দিয়ে তেন্তে সেইটো কেন্দ্ৰত এজন কৰ্মীক মাহে কুৰি টকা খোৰাকী দিব পৰা হ'ব। এইদৰে মোক সকলো পৰামৰ্শ দি অসমত ভালকৈ খদ্দৰৰ কাম হ'ব বুলি তেখেতে কৈছিল।

সেই সময়ত এটা কথাত মই মনত অলপ দুখ পাইছিলোঁ। সকলো কথা-বাৰ্তা হোৱাৰ পিচত শ্ৰীযুত বেঙ্কাৰে মোৰ বিষয়ে ফুকনক সোধাত ফুকনে মোৰ পৰিৱৰ্তে নগাৱঁৰ শ্ৰীযুত কণক শৰ্মাক ল'লে ভাল কাম হ'ব বুলি কলে আৰু গুৱাহাটীৰপৰা ফুকনে শ্ৰীযুত শৰ্মাক টেলিগ্ৰাম-যোগে মাতি পঠিয়ালে। শৰ্মাই সেই সময়ত কাঠৰ কাৰবাৰ কৰিছিল। অৱশ্যে শ্ৰীযুত শৰ্মাই কামৰ ভাৰ লোৱা হ'লে বেছি কাম হ'লহেঁতেন; কিন্তু এই কথাটো মোক নোসোধাকৈ তলে তলে কৰা বাবে মই খাদী বোৰ্ডৰ সম্পাদক হ'ব নোৱাৰোঁ বুলি জনোৱাত শ্ৰীযুত বেঙ্কাৰ বিমোৰত পৰিল। ইফালে শৰ্মায়ো আহিব নোৱাৰে বুলি জনালে। শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰে মোক ক'লে, "Mr. Sarma, I have come all the way from Bombay at your request and you must

agree to work for Khadi in Assam." মই আপত্তি নকৰি খাদী বোৰ্ডৰ সম্পাদকৰ বাব গ্ৰহণ কৰিলোঁ। সেই সময়ত মোক মাহিলী খোৰাকীৰ বাবদ পঞ্চাশ টকাকৈ দিছিল আৰু অহা-যোৱা কৰিবলৈ তৃতীয় শ্ৰেণীৰ ভাৰা মঞ্জুৰ কৰিছিল। মই আঠোটা কেন্দ্ৰ খুলিলো—বৰপেটা, গুৱাহাটী, নগাওঁ, বৰকাঠনি, দেৰগাওঁ, চেলেংহাট, শিৱসাগৰৰ চাৰিং কাকতি গাওঁ আৰু যোৰহাটৰ চুঙি।

মই যোৰহাটত হেড অফিচ কৰি লৈ কংগ্ৰেছৰ সভ্যৰ বাবে কৰিবলগীয়া কাম আৰম্ভ কৰিবলৈ সকলো কেন্দ্ৰলৈ কপাহ পঠিয়ালোঁ আৰু কৰ্মী নিযুক্ত কৰিলোঁ। প্ৰথম দুই-তিনিমাহ মই কামৰ মোলকে বুজিব পৰা নাছিলো। তাৰ পিচত ক্ৰমে আটাইকেইটা কেন্দ্ৰত কিছু কিছু কাম হ'ল। কিন্তু এইদৰে প্ৰত্যেক কেন্দ্ৰতে দুশজন সভাই মাহিলী দুহেজাৰ গজ সূতা কাটি দিয়া খদ্দৰৰ অনুষ্ঠানক স্বাৱলম্বী কৰাটো অসম্ভৱ যেন দেখা গ'ল। প্ৰথমতে আমি কপাহ দাম লৈ দিয়াৰ নিয়ম কৰিছিলোঁ। যেতিয়া কপাহ কিনি সূতা কাটি দিয়াত আপত্তি দেখিলোঁ, তেতিয়া কপাহ বিনামূল্যে দিয়াটো নিয়ম কৰিও কংগ্ৰেছ সভ্যপদৰ বাবে দুহেজাৰ গজ সূতা কাটি দিয়া কৰ্মী অতি কমহে ওলাইছিল। যিবিলাক সভ্যই সূতা কাটি দিছিল, সেইবিলাক মানুহৰ ভিতৰত বহুত সৰু সৰু ল'ৰা-ছোৱালীহে আছিল। কাজেই দেখা গ'ল যে কংগ্ৰেছৰ সভ্যভৰ্তি হ'বৰ কাৰণে প্ৰতি মাহে দুহেজাৰ গজকৈ সূতা কাটি দিয়া সভ্য বেছি হোৱাৰ পৰিবৰ্তে প্ৰতি মাহে কমি যাবলৈহে ধৰিলে। যি কি নহওক, মহাত্মাজীৰ ইচ্ছা অনুসৰি শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰে এই আঁচনি অসমত কৃতকাৰ্য হ'ব বুলি আশা কৰি সেই অনুষ্ঠানটো প্ৰায় ছমাহলৈ চলাইছিল।

## পাটনালৈ যাত্ৰা

১৯২৪ চনৰ আগভাগত পাটনাত নিখিল ভাৰত কংগ্ৰেছ কমিটি বহিছিল। সেই সময়ত মহাত্মাজীয়ে নিখিল ভাৰত খাদী বোৰ্ডৰ পুনৰ সংগঠন কৰিবৰ অৰ্থে সমগ্ৰ ভাৰতৰ খাদী বোৰ্ডৰ কৰ্মীসকলক নিমন্ত্ৰণ কৰিছিল। অসমৰপৰা মই আৰু শ্ৰীযুত শঙ্কৰ বৰুৱা উভয়ে পাটনালৈ যাত্ৰা কৰিলোঁ। পাটনাত নিখিল ভাৰত কংগ্ৰেছ কমিটিতো আমি যোগদান দিছিলোঁ। বঙ্গদেশৰ নেতা জে. এম. সেনগুপ্তৰ লগতে আমাক থাকিবলৈ দিছিল। বৰপেটাৰ শ্ৰীযুত ৰামচৰণ মেধিয়ে মোক কিছু এড়ি আৰু মুগাৰ কাপোৰ দি পঠিয়াইছিল। সেইবোৰ কাপোৰ বিক্ৰী কৰি মই প্ৰায় ২০।২৫

টকা লাভ পাইছিলোঁ। অসমৰ এইবোৰ কাপোৰ দেখি নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভ্যসকল আচৰিত হৈছিল।

পাটনাত আমি মহাত্মাজীক দেখা কৰিলোঁ। তাত পণ্ডিত জৱাহৰলাল নেহৰু আৰু নিখিল ভাৰত খাদী বোৰ্ডৰ সভ্যসকল আছিল। মহাত্মাজীয়ে নতুনকৈ নিখিল ভাৰত শিপিনী সঙ্ঘৰ পৰিকল্পনা কৰে। আমি নিজৰ মতামত একো প্ৰকাশ কৰা নাছিলোঁ। মহাত্মাজীয়ে কি কৰে তাৰেকে আগ্ৰহ কৰি মাত্ৰ মহাত্মাজীৰ ওচৰত বহি আছিলোঁ। সেই সময়ত মই শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰক কৈছিলোঁ। যে অসমত যিকেইটা খাদী কেন্দ্ৰ খোলা হৈছিল তাৰ এটাও স্বাৱলম্বী হোৱাৰ আশা নাই। মোৰ মনেৰে এইবোৰ টকা খৰচ কৰি একো লাভ হোৱা নাই। এইদৰে কোৱাতো শ্ৰীযুত শঙ্কৰলালজীয়ে আগৰ দৰেই কাম কৰিবলৈ উপদেশ দি ক'লে যে মহাত্মাজীয়ে নতুন পৰিকল্পনা কৰা মতে সকলো প্ৰদেশতে খাদী বোৰ্ডৰ কাম দিহা লগাই কৰি দিয়া হ'ব। মই পাটনাৰপৰা কলিকতা হৈ ঘৰলৈ আহিলোঁ। শ্ৰীযুত শঙ্কৰ বৰুৱা সৱৰমতা আশ্ৰম পালেগৈ।

## বেলগাওঁ কংগ্ৰেছ

গয়া কংগ্ৰেছত কংগ্ৰেছৰ ভিতৰত স্বৰাজ্য পাৰ্টি গঠন হৈ যেনেকৈ কংগ্ৰেছৰ ঘাই সোঁতটো বক্তৃতা আদি দিয়াৰ ফালে টানি নিছিল—মহাত্মাজীয়ে গঠনমূলক কামৰ ফালে কংগ্ৰেছক পোনাই নিনিয়া হ'লে গয়া কংগ্ৰেছতে কংগ্ৰেছৰ মুলনীতিৰ আমুল পৰিবৰ্তন হৈ একোৱেই নাথাকিলহেঁতেন। অতএব, মহাত্মাজীৰ সভাপতিত্বত বহা বেলগাওঁ কংগ্ৰেছে কংগ্ৰেছৰ ঘাই সোঁত পুনৰ কংগ্ৰেছৰ গঠনমূলক কামৰ ফালে পোনাই আনিলে।

মহাত্মাজীয়ে ক'লে যে কংগ্ৰেছৰ প্ৰত্যেক সভ্যই দেশৰ হকে দৈনিক এঘণ্টা সূতা কাটি দৰিদ্ৰ-নাৰায়ণৰ সেৱা কৰিব লাগে। ভাৰতৰ দাৰিদ্ৰ্য দূৰ কৰিবৰ একমাত্ৰ উপায় হৈছে যঁতৰত সূতা কটা। সূতা কটাকে কেন্দ্ৰ কৰি ভাৰতৰ সাত লক্ষ গাৱঁৰ প্ৰত্যেক ঘৰতে যতৰ প্ৰতিষ্ঠিত হ'লেই ভাৰতৰ চল্লিশ কোটি নৰ-নাৰীয়ে এটা অদ্ভুত শক্তি লাভ কৰিব। যঁতৰক কেন্দ্ৰ কৰি গাৱঁলীয়া কুটীৰ-শিল্প যদি পুনৰ প্ৰতিষ্ঠিত হয় তেনেহলে ই ভাৰতবৰ্ষক পৃথিবীৰ অদ্বিতীয় ঐশ্বৰ্যশালী দেশত পৰিণত কৰি তুলিব। একমাত্ৰ যঁতৰত সূতা কটাইহে অন্ন-বস্ত্ৰৰ স্বাৱলম্বিতা আনিব পাৰে। গাৱঁলীয়া কি নগৰীয়া, প্ৰায় শতকৰা ৯৯ জন মানুহৰ বহু সময় এনেয়ে অপব্যয় হয়। সময় হৈছে ধন। যি সময়ত যি কাম, তাক নকৰিলে সময় বৈ নাথাকে। কাজেই, আমি পেলনি যোৱা সময়খিনিৰ

সদ্ব্যৱহাৰ কৰিব পাৰিলেই হ'ল। সময়নো আমি কিয় নষ্ট কৰোঁ ? কামৰ অভাৱত কাম উলিয়াই দিয়া সত্বেও কিয় কাম নকৰোঁ ? উত্তৰ হৈছে এলাহ। কংগ্ৰেছৰ সভ্যসকলকে উপলক্ষ্য কৰি মহাত্মাজীয়ে চল্লিশ কোটি নৰ-নাৰীলৈ এই এটা মাথোন নিবেদন জনাই আছে। এদিনৰ কাৰণে নহয়, মহাত্মাজীয়ে সেই একেটা বাণীকে আজি প্ৰায় পঞ্চাশ বছৰ কৈ আহিছে। সকলো সমস্যা সমাধানৰ মূলতে মাত্ৰ এই যঁতৰেইহে একমাত্ৰ অৱলম্বন। লোক-সংগ্ৰহৰ কাৰণেহে মহাত্মাজীয়ে কংগ্ৰেছৰ সভ্যসকলক জাতিৰ অগ্ৰগণ্য পথ-প্ৰদৰ্শক হিচাপে যঁতৰত দৈনিক এঘণ্টা সূতা কাটিবলৈ আহ্বান জনাইছিল।

শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰে কৈছিল যে মহাত্মাজীয়ে কোৱা মতে অসমত প্ৰত্যেক কংগ্ৰেছ সভ্যাই যদি মাহে মাহে দুহেজাৰ গজ সূতা কাটি দিয়ে তেন্তে অসমতে ই সৰ্বপ্ৰকাৰে সফলতা লাভ কৰিবৰ আশা আছে। ময়ো প্ৰথমে বৰকৈ আশা কৰিছিলোঁ যে যদি অসমত অন্ততঃ দুহেজাৰ কংগ্ৰেছী সভ্যাই মাহে দুহেজাৰ গজকৈ সূতা কাটি দিয়ে তেন্তে এই আঠোটা খাদী কেন্দ্ৰ স্বাৱলম্বী হ'ব পাৰিব আৰু এই আঠোটা স্বাৱলম্বী কেন্দ্ৰৰ আশ্ৰয়ত একোটাকৈ বৃহৎ জাতীয় অনুষ্ঠান গঢ়ি তোলা হ'ব পাৰে।

সেই সময়ত আমাৰ সিমান দূৰদৰ্শিতা নাছিল। কংগ্ৰেছৰো প্ৰধান আকৰ্ষণ দেখা গ'ল কাউন্সিলৰ ভিতৰত সোমাই বাকযুদ্ধৰ বিৱৰণী পঢ়াতহে। তথাপি মহাত্মাজীৰ নেতৃত্বত গঢ়ি তোলা নিখিল ভাৰত শিপিনী সঙ্ঘই জগতত তেখেতৰ বাণীৰ সফলতা প্ৰমাণ কৰি দিলে। প্ৰতিঘৰ মানুহৰ এটা মানুহেও যদি দৈনিক এঘণ্টা সূতা কাটে তেন্তে সেয়ে সেইঘৰ মানুহৰ বছৰেকৰ কাপোৰৰ অভাৱ দূৰ কৰিবৰ কাৰণে যথেষ্ট হ'ব। কাজেই দেখা গ'ল, কংগ্ৰেছৰ সভ্যৰ ভিতৰতো অতি কম সংখ্যকেহে যঁতৰত সূতা কটাটো আগ্ৰহেৰে গ্ৰহণ কৰিছিল। সেই কমসংখ্যক কংগ্ৰেছ সভ্যাকে হাতত লৈ মহাত্মাজীয়ে ভাৰতৰ পূৰ্ণ স্বৰাজৰ পৰিকল্পনা গঢ়ি তুলিলে।

অসমৰ আঠোটা খাদী কেন্দ্ৰ উঠি গ'ল। মই মাত্ৰ খাদী বোৰ্ডৰ সম্পাদক হিচাপে কিছুদিন কাম কৰি আছিলোঁ আৰু নতুনকৈ হোৱা নিখিল ভাৰত শিপিনী সঙ্ঘলৈ এটা আঁচনি দিছিলোঁ। সেই আঁচনিখন এনে ধৰণৰ: নগাওঁ জিলাৰ কিছুমান গাৱঁত সূতা কটা নিয়ম চলি আছে। তাত আধিকৈ সূতা কটাৰ নিয়ম এটা আছে। দহ সেৰ কপাহ দিলে দুখন কাপোৰ হয়। কপাহৰ বাবে এখন কাপোৰ দি বাকীখন কাপোৰ শিপিনীয়ে লয়। এইটো কাম কৰিবলৈ মই নিখিল ভাৰত শিপিনী সঙ্ঘলৈ আঁচনি এখন দিয়াত সেই মতে কাম কৰিবলৈ শিপিনী সঙ্ঘই অসমত খদ্দৰৰ কামৰ বাবে দহ হেজাৰ টকা মঞ্জুৰ কৰি মোক জনাইছিল। ময়ো সেই কাম কৰিবৰ কাৰণে প্ৰস্তুত হৈছিলোঁ।

## অসম কংগ্ৰেছ কানি তদন্ত কমিটি

ইতিমধ্যে আমি অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ কামত ব্যস্ত হ'বলগীয়া হ'লোঁ। ময়ো সেই তদন্ত কমিটিৰ প্ৰধান ভাগ লৈছিলোঁ। মোৰ জীৱনৰ লক্ষ্য আছিল অসমৰপৰা কানি বৰবিহ নিৰ্মূল কৰা। এই মহা সুযোগ মই এৰিব নোৱাৰিলোঁ। কাজেই খাদী বোৰ্ডৰ কামৰ বাবে ইমানলৈকে আহি আমি কানি তদন্ত কমিটিৰ কাম আৰম্ভ কৰি দিলোঁ। অসমত কানি তদন্ত কমিটি ইয়াৰ পূৰ্বে ১৯১২ চনত 'বথাম কমিটি' নাম দি এখন কমিটি হৈছিল। কিন্তু কমিটিৰ ৰিপোৰ্ট প্ৰকাশ নোহোৱাকৈ আছিল। তাৰ পূৰ্বতে কানি বৰবিহৰ কাৰণে এটা ৰয়েল কমিছন নিযুক্ত হৈছিল। ৰয়েল কমিছনৰ বৃহৎ ৰিপোৰ্ট প্ৰকাশ হৈছিল। অসমত কানি বৰবিহৰ অপকাৰিতাৰ বিষয়ে সাক্ষ্য লোৱা হৈছিল। আফু খেতি বন্ধ কৰি দি চৰকাৰে অসমত কানি বিক্ৰী কৰিবলৈ একচেটিয়া কাৰবাৰ হাতত লোৱাত সেই সময়ত দেশহিতৈষী অসমীয়া লোকসকলে চৰকাৰৰ কানিৰ নীতিৰ বিষয়ে ঘোৰ সন্দেহ প্ৰকাশ কৰিছিল। ইয়াৰ বাহিৰেও বছৰি চৰকাৰে প্ৰকাশ কৰা আবকাৰী বিভাগৰ ৰিপোৰ্টবোৰত কানিৰ প্ৰচলনৰ বিষয়ে জনোৱা হয়।

চিভিল ছাৰ্জনসকলৰ কানি প্ৰচলনৰ পক্ষে আৰু বিপক্ষে দিয়া মতামতবোৰৰ সকলোখিনি আমি প্ৰথমতে গোটাই লৈ সেইবোৰ সংক্ষেপকৈ পঢ়ি লৈ কানি তদন্ত কমিটিৰ কাম আৰম্ভ কৰিলোঁ। গোটেই অসমীয়া ৰাইজৰ মতামত সংগ্ৰহ কৰি অসহযোগ আন্দোলনৰ সময়ত হোৱা জনমত লিখিতভাৱে প্ৰকাশ কৰাটোৱেই আছিল আমাৰ উদ্দেশ্য। তাৰ উপৰি সেই সময়ত জেনেভাত কানিৰ অপকাৰিতাৰ বিষয়ে হ'বলগীয়া কানি তদন্ত কমিটিৰ আগত ভাৰতৰ প্ৰতিনিধি মিঃ কেম্বেলে ভাৰতত মানুহে কানি ঔষধ হিচাপে ব্যৱহাৰ কৰে আৰু ভাৰতত একো কানিৰ সমস্যা নাই বুলি মত প্ৰকাশ কৰিছিল। নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে অসম কংগ্ৰেছ তদন্ত কমিটিক সমৰ্থন কৰি দীনবন্ধু এন্দ্ৰুজ চাহাবক আমাক উপদেশ আৰু সহায় কৰিবলৈ পঠিয়াইছিল।

## অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ ভ্ৰমণ

যোৰহাটৰপৰা আমি সদলবলে কানি তদন্ত কমিটিৰ কাম আৰম্ভ কৰিবৰ অৰ্থে জুন মাহৰ আগভাগতে শিৱসাগৰৰ পিনে যাত্ৰা কৰিলোঁ। আমাৰ লগত আছিল শ্ৰীযুত কুলধৰ চলিহা, ৰোহিণীকান্ত হাতীবৰুৱা,

মই নিজে, মৌলবী হাফিজুদ্দিন আহমদ, আৰু এজন ৰাঙ্কনি ঠাকুৰ। আমি লগতে ৰয়েল কমিছনৰ কানি তদন্ত কমিটিৰ ৰিপোৰ্টবোৰ, অসম চৰকাৰৰ আবকাৰী বিভাগৰ ৰিপোৰ্টবোৰ আৰু কানি প্ৰচলনৰ দিন ধৰি আৰু আন আন কানি সম্পৰ্কীয় তথ্য গোটাই ললোঁ।

আমি প্ৰথমে গৈ শিৱসাগৰত শ্ৰীযুত কুলধৰ চলিহাদেৱৰ ঘৰতে থাকি শিৱসাগৰত গণ্যমান্য সকলোৰে সাক্ষ্য গ্ৰহণ কৰি ললোঁ। আমাৰ সাক্ষীৰ ভিতৰত আছিল সকলো সম্প্ৰদায়ৰ মুখিয়াল লোক আৰু চৰকাৰৰ পেন্সনধাৰী কৰ্মচাৰী। হিন্দু-মুছলমান কানীয়া আৰু কানি এৰা মুনিহ-তিৰোতা সকলোৰে সাক্ষ্য লোৱা হৈছিল। শিৱসাগৰত কাম কৰি আমি বনমালী, টিমন, বৰুৱাচালি আদিত কেন্দ্ৰ কৰি সেই অঞ্চলৰ বহুত লোকৰ সাক্ষ্য গ্ৰহণ কৰি ডিব্ৰুগড় অভিমুখে যাত্ৰা কৰিলোঁ। তিনিচুকীয়াত শ্ৰীযুত সোমেশ্বৰ বৰুৱাদেৱৰ ঘৰত থাকি তিনিচুকীয়াত সাক্ষ্য লৈ গাওঁ পৰিদৰ্শন কৰি ডিব্ৰুগড়লৈ যাত্ৰা কৰিলোঁ। ডিব্ৰুগড়ত সেই সময়ত কানি আদি মাদকতা বৰ্জনৰ বক্তৃতা দিবৰ কাৰণে মিছ কেম্বেল নামেৰে এগৰাকী ইংৰাজ মহিলা আহিছিল। তেওঁৰো সাক্ষ্য আমি ললোঁ। ডিব্ৰুগড়ৰ কেবাঠাইতো সাক্ষ্য গ্ৰহণ কৰি আমি নাৱেৰে ডিব্ৰুগড়ৰপৰা উত্তৰ লক্ষীমপুৰলৈ যাত্ৰা কৰিলোঁ। আমি প্ৰথমেই উত্তৰ লক্ষীমপুৰৰ ঢকুৱাখনা পালোঁগৈ।

তেতিয়া ভৰবাৰিষা হোৱা গতিকে ঢকুৱাখনা অঞ্চল একেবাৰে পানীৰ তলত। তাত ডাক বঙলা, থানা আদি একেবাৰে পানীৰ তলত আছিল। ঢকুৱাখনাৰ নীৰৱ কৰ্মী চন্দ্ৰশেখৰে আমাক সকলো সুবিধা কৰি দিছিল। আমি নাৱেৰে গৈ সেই ঠাই, সম্ভ্ৰান্ত আহোম বংশৰ কননাথ ফুকন ডাঙৰীয়াৰ ঘৰলৈ গৈছিলোঁ। আমাক বৰ ডাঙৰ ডাঙৰ শৰাইত জলপান বজাগৰীয়া সম্মানেৰে দি আনন্দ দিছিল।

ঢকুৱাখনাৰপৰা নাৱেৰে গৈ এৰাতি আমি জালভাৰী পাঠশালাতে আলহী থাকিলোঁ। তাতে ৰাতি খাই-বৈ শুই থাকি পিচদিনা তাৰপৰা উত্তৰ লক্ষীমপুৰলৈ যাত্ৰা কৰিলোঁ। নাও অবিৰাম গৈ আছে। অন্ত নাই। উত্তৰ লক্ষীমপুৰলৈ যোৱা বাটত অঠাই পানী। নাৱৰীয়াই বাট ভুল কৰি ইটোৰে সিটোক গালি পাৰিছে। ইফালে চাকনৈয়াত নাও লাগিল। অলপ আগতে বনৰীয়া হাতীয়ে ঔটেঙাৰ ডাল ভাঙি চিঞৰা শুনিলোঁ। আমাৰ মনত দৃঢ় বিশ্বাস হ'ল যে আমি নাও ডুবি মৰিম। মই সেই সময়ত ঘিউৰ চাকি জ্বলাই ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ ধৰিলোঁ। ইফালে শ্ৰীযুত কুলধৰ চলিহাদেৱে আৰু হাতীবৰুৱাই ঔ টেঙা গছৰ ডাল ধৰি ঔ টেঙা পৰাত লাগিছে। এনেতে নাওখন হঠাৎ ভাল ঠাইলৈ আহিল। নাৱৰীয়া দুটায়ো অলপ ধৈৰ্য ধৰি অচল বাটত নাও লগাই দি লাহে লাহে

লাহে লাহে যাবলৈ ধৰিলে। আমি এইদৰে গৈ থাকোঁতে এটা ডাঙৰ কুড়ি মাছ আহি দেও মাৰি নাৱত পৰিলহি।

এইদৰে জীৱন-মৰণ সঙ্কটৰপৰা উদ্ধাৰ হৈ ৰাতি প্ৰায় একমান বজাত উত্তৰ লক্ষীমপুৰৰ ওচৰ পালোঁগৈ। হাতীবৰুৱা আৰু শ্ৰীযুত কুলধৰ চলিহা খোজ কাঢ়ি গুচি গ'ল। আমি বাকীবিলাক আলিবাটতে থাকিলোঁ। আমাৰ মনত এনে লাগিছিল, যেন আমি মৃত্যুৰ দুৱাৰৰপৰা ৰক্ষা পৰি নতুন জীৱন লাভ কৰিলোঁ। সেই সময়ত আমি আলিবাটতো থাকি স্বৰ্গসুখ পাইছিলো। এঘন্টা-ডেৰঘণ্টামানৰ পিচত গৰু-গাড়ী আহিল। আমি গৰু-গাড়ীত উঠি উত্তৰ লক্ষীমপুৰ পালোঁগৈ। তাত আমি শ্ৰীযুত শশীধৰ ফুকনৰ ঘৰত আলহী হলোঁ। শ্ৰীযুত সৰ্বেশ্বৰ বৰুৱাদেৱে আহি আমাক অভ্যৰ্থনা আদি কৰিলে। তাত কেৰাদিনো থাকি কানি তদন্ত কমিটিৰ সাক্ষ্য গ্ৰহণ কৰি উত্তৰ লক্ষীমপুৰৰ একনিষ্ঠ নিঃস্বাৰ্থ কৰ্মী ৰজনীকান্ত খাৰঘৰীয়াৰ পাম পৰিদৰ্শন কৰিলো। তাৰ পিচত দুখন গৰু-গাড়ী লৈ আমি যোৰহাটমুৱা হৈ যাত্ৰা কৰিলো।

উত্তৰ লক্ষীমপুৰৰপৰা কমলাবাৰীলৈ ২৭ মাইল বাট। ইয়াৰ ভিতৰত তিনি-চাৰিখন নৈ আছে। আমি দিনতে আহি পানীগাৱঁৰ ডাক বঙলাত অলপপৰ জিৰাই তাতে খাই-বৈ গাড়ীৰে আহি আছোঁ। ৰাতি প্ৰায় আঠ-ন বজাত খাবুলী নৈ পালোঁহি। নাৱৰীয়াক চিঞৰি চিঞৰি মাতিও একো উত্তৰ নাপাই সেই ৰাতি ঘোৰ অৰণ্য আৰু পানীৰ মাজত থাকিবলগীয়া হৈছিল। ৰাতিত আমি বাঘৰ চিঞৰ শুনিছিলোঁ আৰু হাতীয়ে ঔ গছৰ ডাল ভঙা শুনিছিলোঁ। আমি ভয়ে ভয়ে গাড়ীৰ ভিতৰত শুই থাকিলো। এইদৰে এই কালৰাতি পাৰ হ'ল। পিচদিনা আহি প্ৰায় বাৰ-একমান বজাত আমি লুইতৰ পাৰ পালোহি। শ্ৰীযুত চলিহা আৰু হাতীবৰুৱাই নাও লৈ তাৰপৰা পাৰ হৈ গড়মূৰ সত্ৰলৈ গ'ল। আমি তাতে থাকিবলগীয়া হ'ল। গড়মূৰ সত্ৰৰপৰা নাও পঠিয়াই দিব বুলি কৈ চলিহা আৰু হাতীবৰুৱা আগবাঢ়ি গ'ল।

লুইতৰ পাৰত ডাকবঙলা দুটা আছে এটা চাহাবৰ কাৰণে আৰু এটা অনা-চাহাবৰ কাৰণে। চাহাবৰ কাৰণে যিটো ঘৰ, তাত দুটা কোঠা সজাই-পৰাই থোৱা আছে। অনা-চাহাবৰ বাবে থকা ঘৰটো এটা ঘোঁৰাৰ আস্তাবলৰ দৰে, গৰু-ম'হে খচকি লেতেৰা কৰি থৈছে। আমি গৈ চাহাবৰ কাৰণে যিটো ঘৰ আছে তাতে সোমালো আৰু আমাৰ লগত থোৱা ঠাকুৰক ভাত ৰান্ধিবলৈ যোগাৰ কৰিবলৈ ক'লো। এনেতে চকিদাৰটোৱে আহি ক'লেহি, "এইটো ঘৰত আপোনালোকে থাকিব নোৱাৰে। সিটো ঘৰলৈ যাব লাগে।" মই ক'লো, "আমি বেছি সময় নাথাকোঁ। আমাৰ নাও আহিব। আমি ইয়াতে থাকি খাই-বৈ গুচি যাম। তই

দিগ্‌দাৰ নিদিবি। আমাক খাবলৈ ক'ত কি বস্তু পায় অনাই দে। তোক বক্‌চিছ দিম।" সি জ্বলি উঠিল আৰু ক'লে, "এইটো ঘৰত চাহাব থাকে। মই কোনোমতেই ইয়াত আপোনালোকক থাকিবলৈ দিব নোৱাৰো।" তেতিয়া মই তাক ডাবি দি ক'লো, "এনে কথা নক'বি। আমি এই ঘৰতহে থাকিম।" এইবুলি কৈ ঠাকুৰক ভাত ৰান্ধিবলৈ কৈ আমি তাত শুই গ'লো।

গা-পা ধুই ভাত-পানী খোৱাৰ পিচতে এজন চাহাব আহিলহি। তেওঁৰ লগত দহ-বাৰটামান মানুহ আছিল। চাহাবে ক'ৰবাৰপৰা চিকাৰ কৰি তিতি-বুৰি আহিছে। ঘৰৰ ওচৰ পোৱা মাত্রে চকিদাৰে চাহাবক ক'লে, "এই বঙলাত হজুৰ কালা আদ্‌মী আছে। মই মানা কৰিলতো নামানি ইয়াতে থাকিল।" এইবুলি কৈ চাহাবক কি লাগে কি নালাগে সুধিবলৈ ধৰিলে। গা-ধোৱা ঘৰত পানীৰ যোগাৰ কৰি দিলে। চাহাবে তাক একো নকৈ মনে মনে আহি ডাক বঙলাৰ সিটো কোঠাত সোমালহি। লগৰ মানুহবিলাকে তেওঁৰ কাপোৰ-কানিবোৰ ৰ'দত দিয়াই চাহাবৰ পৰিচৰ্যা কৰাত লাগি গ'ল।

আমি তাত প্রায় আধা ঘণ্টামান থকাৰ পিচত নাও আহি পালেহি। আমি নাৱত উঠি যাবলৈ ওলোৱাত ডাকবঙলাৰ চকিদাৰটোৱে আমাক বক্‌চিছ খুজিছিল। আমি নিদিলোঁ। তাৰপৰা আহি গড়মুৰ সত্রত এৰাতি থাকি পিচদিনা আমি যোৰহাট পালোঁহি। চলিহা আৰু হাতীবৰুৱাই আমাতকৈ আগতে যোৰহাট পালেহি। আমি ঘৰ পোৱাৰ আগতে খবৰ-কাকতত ওলাইছিল যে কানি তদন্ত কমিটিৰ সদস্যসকলে জঙ্গলৰ মাজত পানীৰ সোঁতত প্ৰাণ ত্যাগ কৰিলে। "The members of the opium enquiry committee were lost in the flooded Jungles."—এই বাতৰি পাই আমাৰ ঘৰৰ সকলোৱে মৃতপ্রায় হৈছিল। আমি গৈ ওলোৱাত যমপুৰীৰপৰা আমি ঘূৰি আহিলোঁ যেন পাই সকলো আনন্দিত হ'ল। অসম কংগ্রেছ কানি তদন্ত কমিটিৰ প্রথম ভ্রমণ ইয়াতে শেষ কৰি লৈ মই আকৌ খাদী বোৰ্ডৰ কামত লাগি গ'লোঁ।

## দেৰগাওঁ খাদী কেন্দ্ৰ পৰিভ্ৰমণ

দেৰগাওঁৰ প্রধান একনিষ্ঠ দেশসেৱক গঙ্গাৰাম বৰমেধিয়ে আঠোটা খাদী কেন্দ্ৰৰ ভিতৰত তেওঁৰটো এটা প্ৰধান কেন্দ্ৰ কৰি ৰাখিছিল। বৰমেধিয়ে ঘৰত সূতা-কটা আৰু তাঁত-বোৱা অতি সুন্দৰ আৰু সুচাৰুৰূপে চলাইছিল। মই তেখেতক এজন কৰ্মী হিচাপে নিযুক্ত কৰি খদ্দৰৰ কামত

লগাই দিছিলোঁ। এদিন এখন গৰুৰ গাড়ীৰে কিছুমান কপাহ লৈ দেৰগাৱঁলৈ ৰাতি ভাত-পানী খাই যাত্ৰা কৰি পিচদিনা পুৱা দেৰগাওঁ পালোঁগৈ। বৰমেধিৰ ঘৰত খদ্দৰত মন লাগি কাম কৰা দেখি মই মোহিত হৈছিলো। সেই এজন দেশভক্ত গাৱলীয়া কংগ্ৰেছ সেৱকে মহাত্মাজীৰ বাণী কেনেকৈ হাতে-কামে কৰি দেখুৱাইছে তাকে চাই মই তেওঁৰ প্ৰতি অন্তৰৰ প্ৰীতি জনাই গধূলি যোৰহাটলৈ আহিলো।

দেৰগাৱঁৰপৰা অহা দুটা বাট আছিল—এটা থানাৰ আগেদি আৰু আনটো চাৰি আলিয়েদি। দুয়োটা বাট আহি নেঘেৰিটিং বাগানত লগ লাগিছে। মই বৰমেধিৰ লগত কথা পাতি পাতি চাৰিআলি পালোঁহি। গৰুগাড়ীখন নেদেখি মই বৰমেধিক ক'লোঁ। তেতিয়া বৰমেধিয়ে 'আপুনি গৈ থাকক, মই গৈ সোনকালে গাড়ীখন পঠিয়াই দিম', বুলি উভতি গ'ল। মই বেগাই আহি নেঘেৰিটিং বাগান পালোঁহি। তাতে প্ৰায় ৰাতি আঠ-মান বাজিল। 'গৰু-গাড়ী এখন এই বাটে গৈছেনে?' বুলি ওচৰৰ দুজনমানক সোধাত যোৱা বুলি ক'লে। মই আচৰিত হ'লোঁ। গাৰোৱানে এনেকৈ মোক নিনিয়াকৈ কিয় গাড়ী লৈ গ'ল একো বুজিব নোৱাৰিলোঁ। তাত থাকিবৰ এটা বন্দোৱস্ত কৰিবলগীয়া হোৱাত তাত থকা দুঘৰ মাৰোৱাৰী দোকানীক সকলো কথা বুজাই ক'লোঁ। দুজনৰ ভিতৰত এজনেও মোক অতিথি ৰাখিবলৈ মান্তি নহ'ল। বৰকৈ কোৱাত মাৰোৱাৰী এজনে মোক আলহী ৰাখিবলৈ মহৰী এজনক কোৱাত তেওঁ কলে, "মোৰ ঘৰত শুবলৈ ঠাই নাই। চকি এখন আছে, তাতে শুব লাগিব। খোৱাৰ বন্দোবস্ত কৰিবলৈকো একো নাই।" মই তেতিয়া ক'লোঁ, "বাটত থকাতকৈ বলক, মই আপোনাৰ তাতে থাকিম।" কিন্তু তেওঁ তাকো নকৰিলে, মনে মনে গুচি গ'ল। মাৰোৱাৰী মহাজনক ক'লোঁ, এখন গৰু-গাড়ী বিচাৰ কৰি দিবলৈ।

এইদৰে কথা-বাৰ্তা পাতি থাকোঁতেই মাৰোৱাৰী দুজনে দোকান বন্ধ কৰি দিলে। মই ৰাস্তালৈ ওলালোঁ। বাগানৰ বনুৱা এটা আহিল। সি আটাইবোৰ কথা শুনি আছিল। পিচে সি মোক লগত লৈ বাগানৰ বনুৱাৰ লাইনৰ মাজত গৰু-গাড়ী কেইখনো খবৰ কৰি এখনো সুবিধা কৰি দিব নোৱাৰি ক'লে, "বাবু, আজি আপুনি মোৰ ঘৰতে থাকক।" মই ভিতৰ সোমাই দেখিলোঁ, কোঠালী মাত্ৰ এটা। তাতে ল'ৰা-তিৰোতাই পাঁচ-ছজন মানুহ শোৱে। তাত থকা অসম্ভব। মই বনুৱাজনক ক'লোঁ, "মোক তুমি আগবঢ়াই বালিজান বাগান পোচাই দিয়া। তাত মহৰী লাইন আছে। মই তাত থাকিব পাৰিম।" সি ক'লে, "বাবু, মই লাইন এৰি যাব নোৱাৰোঁ। বাৰু, অলপ আগবঢ়াই দিওঁগৈ।" এইবুলি সি এক ফাৰ্লংমান বাট আগবঢ়াই দি মোক অন্ধকাৰত ঘোৰ হাবিৰ মাজত এৰি দি গুচি গ'ল।

মই ভগৱানক প্ৰাৰ্থনা কৰি জীৱন-মৰণ সঙ্কটৰ মাজেদি হাৰিয়ে-গাৰিয়ে আহি প্ৰায় কাকডোঙাৰ দলঙৰ ওচৰ পালোঁহি। তাতে দুখন গাড়ী ৰৈ থকা দেখিলোঁ। গাৰোৱানে তাতে গাড়ী ৰখাই জুই ধৰি ধপাত খাইছিল। এনেতে মই আহি সুধিলোঁ, "গাড়ী ক'লৈ নিবা ?" গাৰোৱানে ক'লে, "ৰংদৈলৈ।" মই উশাহ পাই ক'লোঁ, "মোৰ অৱস্থা এনে হ'ল। মোকো গাড়ীত লৈ যোৱা।" গাৰোৱানে ক'লে, "দুটকা ৰূপ দিব লাগিব।" মই দিম বুলি ক'লোঁ। গাড়ীত উঠিবলৈ ঠাই নাই। গুড়ৰ ঘট আছে। মই গাৰোৱানৰ ওচৰতে গুড়ৰ ঘটৰ ওচৰত বহি জাৰত কঁপি কঁপি আহিবলৈ বাধ্য হ'লোঁ। প্ৰায় তিনিমান বজাত ৰাতি গাড়ী আহি ছেটেল্‌মেণ্ট অফিচৰ ওচৰ পালেহি। মই তেতিয়া গাৰোৱানক ক'লোঁ, "মোক ইয়াতে নমাই দিয়া। মোৰ ঘৰ ইয়াতে। তোমালোক অলপ ৰোৱা। মোৰ হাতত এটকা ৰূপহে আছে। বাকী টকা ৰূপ মই আনি দিওঁহি।" গাৰোৱানে নামানিলে। এটকা ৰূপকে লৈ মোক গালি পাৰি গুচি গ'ল।

মই আহি শ্ৰীমান ৰাধাৰ ঘৰ পালোঁহি। আগ ঘৰ এটাত শ্ৰীমান মধুনাথ আছিল। তাক জগাই তাৰ বিচনাতে শুলোঁ। সি গৰম পানী কৰি দিলে আৰু জুই ধৰি দিলে। তাতে অলপ আৰাম লৈ মহা সুখে শুই পৰিলোঁ। পিচদিনা শ্ৰীমান ৰাধাই শুনি অবাক! পিচত গাৰোৱানটোক লগ পাই বৰ খং উঠিছিল। তাক সুধিলোঁ, "তই মোক এৰি গাড়ী কিয় লৈ আহিলি?" সি অ'কৰা ভাও জুৰিলে। দেশৰ কাম কৰাৰ গতি এনেহে হ'ব লাগেনে ?—মনতে প্ৰশ্ন কৰিছিলোঁ আৰু সান্ত্বনা লভিছিলোঁ এইবুলি যে দুখৰ পিচতহে সুখ হয়। আমি বৰ কষ্টৰ মাজেদি যাব লাগিব। এইবোৰ বিপদ-আপদ পাৰ হৈ যোৱাটো আনন্দৰ কথাহে হ'ব লাগে। এতিয়াও সেইবোৰ কথালৈ মনত পৰিলে মনলৈ অপাৰ আনন্দ আহে।

## অসম খাদী বোৰ্ডৰ কাম

প্ৰথমবাৰ অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ ভ্ৰমণ শেষ কৰি মই কিছুদিন খাদী বোৰ্ডৰ কামত লাগি গ'লো। অসমত স্থাপন কৰা আঠোটা খাদী কেন্দ্ৰৰ কাম মই নিজে পৰিদৰ্শন কৰিবলৈ আৰম্ভ কৰি অসমৰ ইমূৰৰপৰা সিমূৰলৈ ফুৰিবলৈ আৰম্ভ কৰিলোঁ আৰু এইসকল কৰ্মীক কামত নিযুক্ত কৰিলোঁ—বৰপেটাৰ শ্ৰীমান গিৰিধাৰী, গুৱাহাটীৰ মৌলবী মহিবুদ্দিন আহমেদ, নগাৱঁৰ শ্ৰীযুত গণেশ চন্দ্ৰ ঠাকুৰ, গোলাঘাটৰ শ্ৰীযুত শঙ্কৰ চন্দ্ৰ বৰুৱা, দেৰগাৱঁৰ গঙ্গাৰাম বৰমেধি, যোৰহাটৰ শ্ৰীযুত হেমনাথ ফুকন, ৰত্নেশ্বৰ শৰ্মা আৰু শিৱসাগৰৰ শ্ৰীযুত দুৰ্গানন্দ কাকতি।

মই প্ৰত্যেক জিলা কংগ্ৰেছ কমিটিলৈ আৰু গাইগুটীয়াকৈ কংগ্ৰেছ কমিটিৰ সভ্যবিলাকলৈ চিঠি, চাৰ্কুলাৰ আদি দি কংগ্ৰেছৰ চাৰি অনা বৰঙণিৰ ঠাইত দুহেজাৰ গজ নিজ হাতে কটা সূতা দিবলৈ চিঠি লেখি কাকো বিশ্ৰাম নিদিয়া হ'লোঁ। মোৰ চিঠি পাই সকলোৱে এই বিষয়ে অলপ নহয় অলপ কামত ধৰিছিল। আৰু অসমত প্ৰতিষ্ঠা কৰা আঠোটা কেন্দ্ৰই এটা নতুন জাগৰণ আনি দিছিল। শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰজীয়ে ভাবিছিল যে এনে স্বাবলম্বী ধৰণেৰে কাম হলে অসমত সূতা কটাৰ প্ৰচাৰৰ দ্বাৰা মহাত্মাজীৰ আদৰ্শ মতে কাম হ'ব, কিন্তু পাছৰ কংগ্ৰেছত প্ৰত্যেক কংগ্ৰেছৰ সভ্যক দুহেজাৰ গজ সূতা কাটি দিয়া সিদ্ধান্তৰ বিপক্ষে ভয়ানক ওজৰ-আপত্তি হ'বলৈ ধৰিলে। অৱশেষত সেই সিদ্ধান্ত পৰিত্যাগ কৰা হ'ল। অসমত যদিও এই আঠোটা কেন্দ্ৰ উঠি গ'ল, তথাপি সেই সময়ত হোৱা অৱসাদ কিছু পৰিমাণে দূৰ হ'ল।

পাটনাত বহা কমিটিত মহাত্মাজীয়ে নতুনকৈ 'নিখিল ভাৰত শিপিনী সঙ্ঘ' স্থাপন কৰি গোটেই ভাৰত ভ্ৰমণ কৰি খাদী প্ৰচাৰৰ হকে দেহে-কেহে লাগি যোৱাৰ ফলত খদ্দৰ প্ৰচাৰৰ আন্দোলনে স্থায়ীভাৱে কংগ্ৰেছৰ স্থান অধিকাৰ কৰি ভাৰতবৰ্ষত কুটীৰ-শিল্পৰ পুনৰুদ্ধাৰৰ নৱযুগ আনিলে। অসমৰ চাৰিওফালে লুপ্ত হোৱা যঁতৰ নেওঠনী চলিবলৈ ধৰিলে। এনে সময়ত নিখিল ভাৰত শিপিনী সঙ্ঘই অসমত খদ্দৰ তৈয়াৰ কৰিবৰ কাৰণে দহ হেজাৰ টকা মঞ্জুৰ কৰা কথা আগতে উল্লেখ কৰা হৈছিল; কিন্তু সেই টকা অহাৰ আগতে পুনৰ অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ আকৌ কাম কৰিবলগীয়া হোৱাত কিছুকাল খদ্দৰৰ কাম স্থগিত ৰাখিবলগীয়াত পৰিলোঁ। মই খদ্দৰৰ কামত লাগি থাকোঁতে শ্ৰীযুত কুলধৰ চলিহা আৰু ৰোহিণীকান্ত হাতীবৰুৱাই গুৱাহাটীৰ ফালে ভ্ৰমণ কৰি কানি তদন্ত কমিটিৰ কাম কৰি আহিলগৈ।

## দীনবন্ধু এণ্ড্ৰুজ চাহাব

১৯২৫ চনৰ জুন মাহত মহামতি দীনবন্ধু এণ্ড্ৰুজ চাহাবক নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে অসমৰ কংগ্ৰেছ কানি তদন্ত কমিটিক সহায় কৰিবলৈ অসমলৈ পঠিয়ায়। তেখেত হঠাৎ এদিন যোৰহাটলৈ আহি শ্ৰীযুত কুলধৰ চলিহাৰ ঘৰত আলহী হয়। আমি তাতে গোট খাই আগেয়ে সংগ্ৰহ কৰা সাক্ষ্য আৰু আমি কৰা কামবোৰ তেখেতক দেখুৱাই অসমত কানি বৰবিহে কি ধ্বংসলীলা কৰিছে, তাৰ বিষয়ে আলোচনা কৰিলোঁ। দুই-এদিন যোৰহাটত পৰামৰ্শ কৰি আমি আকৌ শিৱসাগৰ, ডিব্ৰুগড়ৰ ফালে যাত্ৰা কৰিলোঁ। এইবাৰো শিৱসাগৰত দুই-চাৰিজন নতুনকৈ সাক্ষী লৈ

আমি শিৱসাগৰৰপৰা বনমালী বাগানলৈ গ'লোঁ। তাতে শ্ৰীযুত যাদৱ চলিহাৰ অতিথি হৈ কানি তদন্ত কমিটিৰ কাম পুনৰ আৰম্ভ কৰিলোঁ।

সেই সময়ত ঘোৰ বাৰিষা। বাগানৰপৰা ষ্টেশ্যনলৈ অহা বাট দুৰ্গম হৈছিল। আমি ম'হৰ গাড়ীৰে আহিবলগীয়া হৈছিল। সেই মহামনা ইংৰাজ দেশভক্তই অসমৰ কানি বৰবিহ নিবাৰণৰ হকে যাওঁতে কি যে এটা নিঃস্বাৰ্থ দেশ সেৱাৰ আহি দাঙি ধৰিছিল তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি। এদিন বনমালীত থাকোঁতে এটা চৌদ্ধ-পোন্ধৰ বছৰীয়া ল'ৰাক কানি খোৱা দেখি তেখেতে সুধিছিল, "তোমাক কানি খাবলৈ কোনে শিকালে?" সি ক'লে, "আয়ে।" এই উত্তৰ শুনি এণ্ড্ৰুজ চাহাব স্তম্ভিত হৈছিল। পিচত আমাৰ আগত কৈছিল যে সেইদিনা ৰাতি তেখেতৰ টোপনি নাহিল। মাকে পুতেকক বিষ খুৱায়, এনে দৃষ্টান্ত পৃথিৱীত বিৰল। আচৰিত কথা হৈছে— যিহকে তিহকে অমৃত বুলি খাবলৈ দিয়াটোহে। এইদৰে গৈ আমি পুনৰ তিনিচুকীয়া পালোগৈ। তাতে আকৌ আমি সদলবলে শ্ৰীযুত সোমেশ্বৰ বৰুৱাদেৱৰ অতিথি হৈ পুনৰ দুই চাৰিজন সাক্ষী লৈ তিনিচুকীয়াৰ ওচৰত কৈৱৰ্ত্ত গাওঁ পৰিদৰ্শন কৰিলোঁ। এই গাওঁখন কানিয়ে একেবাৰে ধ্বংস কৰি দিছিল। তাত এনে এঘৰ মানুহ নাই যি কানিৰ গ্ৰাসত নপৰাকৈ আছিল। এই গাওঁখনৰ ৰিপোৰ্ট অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ ৰিপোৰ্টত ভুক্ত কৰা আছিল। এণ্ড্ৰুজ চাহাবে নিজে এই ৰিপোৰ্ট পাই পৰিদৰ্শন কৰি সত্যতাৰ বিষয়ে দৃঢ় হৈ লৈছিল। মহামতি এণ্ড্ৰুজ চাহাবে কোনো কথাকে অতিৰঞ্জিত কৰা নাছিল। যি ঘটনা যেনেকৈ হৈছে তাকে জগতৰ আগত দাঙি ধৰিবৰ কাৰণে সকলো তথ্য সংগ্ৰহ কৰিছিল।

হাতীবৰুৱা তেতিয়া অসম কাউন্সিলৰ মেম্বৰ। শ্ৰীযুত চলিহাও কাউন্সিলৰ মেম্বৰ। মহামতি এণ্ড্ৰুজ চাহাবৰ লগত দুজন নে এজন টাটা কোম্পানীৰ মানুহ আহিছিল। তেওঁলোক তিনিচুকীয়াৰপৰা ঘূৰি গ'ল। শ্ৰীযুত চলিহাদেৱে তাত খোৱা খৰছ আৰু দুজন কৰ্মীৰ ৰেলৰ ভাৰা শ্ৰীযুত সোমেশ্বৰ বৰুৱাদেৱৰপৰা আদায় কৰিছিল। এইদৰে অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ সকলো খৰচ প্ৰায় ৰাইজৰ ভিতৰৰ দুই-চাৰিজন ধনী মানুহে প্ৰত্যেক জিলাতে বহন কৰিছিল। খোৱা খৰচটো য'তে থকা হৈছিল তাতে ভালদৰে যোগাৰ হৈছিল। দীনবন্ধু এণ্ড্ৰুজ চাহাবৰ যোগদানত অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ গৌৰৱ বৃদ্ধি হৈছিল।

আমাৰ লগত পুলিচৰ চি. আই. ডি বিভাগৰ এজন ছাব-ইন্সপেক্টৰ গৈছিল। তেওঁ আমাৰ ছাঁৰ দৰে আমাৰ লগতে ফুৰিছিল। কেতিয়াবা কেতিয়াবা আমাৰ লগতে খোৱা-বোৱাও কৰিছিল। থকা-মেলাৰ

সুবিধা আমিয়েই তেওঁক কেতিয়াবা কৰি দিছিলোঁ। তেওঁ বৰ নম্ৰ আছিল আৰু আমাক প্ৰায়ে কৈছিল, "Dog always follows his master."

এটা ডাঙৰ টিনৰ বাকচত অসমত বহা ৰয়েল কমিছনৰ বৃহৎ ৰিপোৰ্টবোৰ, আবকাৰীবিভাগৰ কানি তদন্ত কমিটিৰ আগত দিয়া সাক্ষী-বিলাকৰ জবানবন্দী আৰু আন আন কাগজ-পত্ৰ ভৰাই থোৱা আছিল। কানি তদন্ত কমিটিয়ে সাক্ষীবিলাকৰ ৰাজহুৱাভাৱে প্ৰকাশ্য জবানবন্দী লৈছিল। ইয়াত একো গুপ্ত কথা নাছিল। চি. আই. ডি অফিচাৰে কি ভাবি কি কৰিব খুঁজিছিল ক'ব নোৱাৰো, আমি তিনিচুকীয়া ষ্টেশ্যনত টিকট কিনি ডিব্ৰু-শদীয়া ৰেলত উঠিবৰ সময়ত তেওঁ আমাৰ সেই বাকচটো আটক কৰি ষ্টেশ্যনত জমা দিলে। ইফালে আমি আটাইবোৰ ৰেলত উঠিলোঁ। হাতী-বৰুৱাই বাকচটো বিচাৰি ফুৰি ষ্টেশ্যনৰ ভিতৰত বাকচটো দেখি আনিবলৈ যোৱাত চি. আই. ডি ছাব-ইন্সপেক্টৰজনে বাধা দিছিল। তাতে তৰ্ক-বিতৰ্ক হৈছিল। চি. আই. ডি, ইন্সপেক্টৰজনে হাতীবৰুৱাক এটা ঘোচা মাৰি দিলে। হাতীবৰুৱা খঙত জ্বলি উঠিল। এণ্ড্ৰুজ চাহাবৰ লগত যোৱা এজন ভদ্ৰলোক বৰ পালোৱান আছিল। তেওঁ হাতীবৰুৱাক ধৰি ৰাখিলে আৰু পুলিচৰ ছাব-ইন্সপেক্টৰজনক বহুত তিৰস্কাৰ কৰিলে। পিচত বাকচটো ষ্টেশ্যন মাষ্টৰৰ কোঠাৰপৰা লৈ অহা হ'ল আৰু আমি আটাইবোৰে গৈ ৰেলত উঠিলোঁ। শ্ৰীযুত চলিহা আৰু মই ৰেলৰপৰা নামি আহিছিলোঁ। দীনবন্ধু এণ্ড্ৰুজ চাহাব ৰেলৰপৰা নমা নাছিল। আমি গৈ পাওঁতে কি হৈছিল বোলাত আমি কথাটো কলো। তেখেত বৰ দুখিত হ'ল।

এই ঘটনাই সেই সময়ত বৰ চাঞ্চল্যৰ সৃষ্টি কৰিছিল। ডিব্ৰুগড়ত কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে ওকালতি কৰিছিল। ডিব্ৰুগড় পাই এই বিষয়ে তেতিয়াৰ ডেপুটী কমিশ্যনাৰ চাহাবক জনোৱা হৈছিল। মুঠতে ডেপুটী কমিছনাৰে এই বিষয়ে দুখ প্ৰকাশ কৰিছিল। ইমানতে এই অধ্যায় শেষ হ'ল।

ডিব্ৰুগড়ত আমি ৰজনী বৰুৱাদেৱৰ ঘৰত আছিলোঁ। এণ্ড্ৰুজ চাহাবক ডাকবঙলাত থকা বন্দোৱস্ত কৰি দিয়া হৈছিল। পিচে এণ্ড্ৰুজ চাহাবে আমাক জনালে যে তেখেতে ডাকবঙলাত থাকি ভাল নাপায় আৰু ডাকবঙলাৰ খাদ্য ভাল নাপায়। তেখেতে আমাৰ লগতে থাকিবলৈ ইচ্ছা কৰাত আমি তেখেতক ৰজনী বৰুৱাদেৱৰ ঘৰলৈ লৈ আহিলোহঁক। তাতে তেখেতে আমাৰ লগতে অসমীয়া ভাত-আঞ্জা খাই বৰ আনন্দ উপ-ভোগ কৰিছিল। এদিন তাত থাকোঁতে ডিব্ৰুগড়ত হৰিজনসকলৰ এখন সভা হৈছিল। তাত তেখেতে বক্তৃতা দিছিলগৈ। হৰিজনসকলৰ সৰু সৰু ল'ৰা-ছোৱালীবিলাকক বহিবলৈ বুলি তেখেতে গাত লোৱা কাপোৰ এখন পাৰি দিছিল।

বনমালী বাগানত থাকোঁতে শ্ৰীযুত যাদৱ চলিহাদেৱৰ ঘৰত আমি বেচ আনন্দ আৰু সুখেৰে আছিলোঁ। তেখেতৰ অভ্যৰ্থনা অতি বিতোপন হৈছিল। সেই সময়ত শ্ৰীযুত তাৰাপ্ৰসাদ চলিহাদেৱৰ কন্যা প্ৰতিভা আইদেউৰ দুই-তিনি বছৰ বয়স আছিল। সেই অকণমানি ছোৱালীজনী এণ্ডুজ চাহাবে কোলাত লৈ আছিল আৰু আমাৰ এখন ফটো লোৱাও হৈছিল। সেই প্ৰতিভা আইদেউ বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাত এই বছৰ স্বৰ্গী হ'ল। আমাৰ কমিটিৰ সভ্যসকলৰ সেই অকণমানি ছোৱালীজনীৰ ওপৰত মৰম কেন্দ্ৰীভূত হৈছিল।

ডিব্ৰুগড়ৰপৰা আমি সদলবলে যোৰহাট পালোঁহি। যোৰহাটত দুই-এদিন থাকি আমি সকলোৱে গুৱাহাটীলৈ যাত্ৰা কৰিলোঁ। গুৱাহাটীত দেশভক্ত তৰুণৰাম ফুকনৰ ঘৰত দুই-তিনি দিন থাকি সকলো বিষয়ে আলোচনা কৰি শেষত এইটো সিদ্ধান্ত কৰা হ'ল যে ৰোহিণীকান্ত হাতী বৰুৱাই শান্তি নিকেতনত থাকি কানি তদন্ত কমিটিৰ ৰিপোৰ্ট প্ৰকাশ কৰিব। এই সিদ্ধান্ত মতে সকলো কাগজ-পত্ৰ লৈ হাতীবৰুৱা শান্তি নিকেতনলৈ ৰাওনা হয় আৰু তাত প্ৰায় তিনি মাহ থাকি অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ ৰিপোৰ্ট প্ৰকাশ কৰে। কানি তদন্ত কমিটিৰ ৰিপোৰ্ট প্ৰকাশ কৰিবৰ কাৰণে যাৱতীয় খৰচ নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে বহন কৰে। কানি তদন্ত কমিটিৰ ৰিপোৰ্ট প্ৰকাশ কৰাত পলম হোৱাত দীনবন্ধু চাহাবে তদন্ত কমিটিৰ চমু বিৱৰণী জেনেভাত বহা আন্তৰ্জাতিক কানি তদন্ত সন্মিলনীৰ সভ্যসকললৈ পঠিয়াইছিল। কানিৰ হোকা, চিলিম আদি সঁজুলিবোৰ দীনবন্ধু চাহাবে আমেৰিকাৰ প্ৰেছিডেণ্ট চাহাবলৈ পঠিয়াইছিল। অসম কংগ্ৰেছ কানি তদন্ত কমিটিয়ে অসমৰ কানি বৰবিহৰ বহুল প্ৰচাৰৰ ধ্বংস-লীলা জগতত প্ৰকাশ কৰি দিলে। পৃথিবীৰ আন সভ্য জাতিৰ পক্ষে যদি কানি মাৰাত্মক বিহ বুলি গণ্য হয়, তেন্তে অসমত ইয়াক কিয় ঔষধৰূপে ব্যৱহাৰ হ'বলৈ দিয়া হৈছে?—এই যুক্তিৰ উত্তৰ নোহোৱা হ'ল।

এই কমিটিৰ সিদ্ধান্ত গৱৰ্ণমেণ্টে মানি নল'লে, কিন্তু তেওঁলোকে ১৮২৮ চনত অসমত দহ বছৰৰ ভিতৰত কানি উঠাই দিয়া এটা প্ৰস্তাৱ অসম কাউন্সিলত গ্ৰহণ কৰিলে। তাৰ বিষয়ে আলোচনা যথা সময়ত কৰা হ'ব।

## বৰ্থাম কমিটিৰ ৰিপোৰ্ট

এই কমিটিৰ ৰিপোৰ্ট প্ৰকাশ হোৱা নাছিল। আমি চৰকাৰলৈ লেখালেখি কৰাত চৰকাৰে সেই কমিটিৰ সিদ্ধান্তবোৰ আমাক জানিবলৈ

দিছিল। সেই কমিটিৰ সিদ্ধান্ত আছিল—maximum revenue and minimum consumption. কানিৰ দাম বৃদ্ধি কৰি কানিৰ দোকান কমাই নিয়াটো সিদ্ধান্ত কৰি চৰকাৰে কানিৰ দাম বছৰি বৃদ্ধি কৰিবলৈ ধৰিলে। ইফালে কানিৰ দোকান কমোৱাত বেছি মনোযোগ দিয়া নাছিল। গতিকে বৃদ্ধিৰ হাৰত কানি কিনি খাবলৈ গৈ কানীয়াৰ দুৰ্গতি বেছি হ'ল। মাথোন কানিৰ কাৰণে এদিনৰ বাট গৈ কানি কিনি আনিবলৈ কানীয়াৰ পক্ষে একো ডাঙৰ কথা নহয়। যুধিষ্ঠিৰ ৰজাই কোৱাৰ দৰে 'অশ্বত্থামা হত কিন্তু ইতি গজ' হৈ কানিৰ দাম বৃদ্ধিৰ ফালে আবকাৰী বিভাগৰ মতি-গতি হ'ল; কিন্তু 'ইতি গজ' অৰ্থাৎ কানিৰ দোকান কমোৱাটো ক্ৰমে দৃষ্টিৰ অগোচৰত পৰিণত হ'ল।

আৰু এটা সিদ্ধান্ত এই কমিটিয়ে কৰিছিল, smoking in company দোষণীয় অৰ্থাৎ একেলগে বহি কেইবাজনে কানি পান কৰাটো দোষণীয়। ইয়াৰপৰা বিশেষ ফল একো হোৱা নাছিল। অসম কংগ্ৰেছ কানি তদন্ত কমিটিয়ে দুটা কথা প্ৰমাণ কৰিলে—কানি বৰ বিহ আৰু ঔষধৰ কাৰণে কানিৰ উপকাৰিতা একো নাই। কানি মেলেৰীয়া, গ্ৰহণী আদিৰ বাবে আৱশ্যকীয়। এনে অসাৰ যুক্তি চূৰমাৰ কৰি পেলালে। এতিয়া কথা হৈছে, কানিৰপৰা আদায় হোৱা খাজনা অসম চৰকাৰে একেবাৰে এৰি দি এই কানি বৰবিহ অসমৰপৰা বহিস্কাৰ কৰিবলৈ ৰাজীনে? তৰ্কত চৰকাৰে কৈছিল যে চৰকাৰ কানিৰ খাজনাৰ বাবে সিমান লালায়িত নহয়; কিন্তু কানি উঠাই দিয়া অসম্ভৱ কথা। অসমীয়া জাতি হাড়ে-হিমজুৰে কানিৰ ভক্ত। আচলতে অসম চৰকাৰ কানিৰ খাজনা পৰিত্যাগ কৰিবলৈ অপাৰগ।

## ৰয়েল কমিছন

এনে এটা মাৰাত্মক বৰবিহ প্ৰচলনৰ বিৰুদ্ধে ৰয়েল কমিছন বহিবলগীয়া হোৱাটোৱেই প্ৰমাণ দিয়ে যে অসমৰ কানি বৰবিহৰ প্ৰচলনে এটা জাতিৰ অস্তিত্ব পৰ্যন্ত নাইকিয়া কৰিবৰ প্ৰস্তুতি যোগাইছে। তেনে ভীষণ ব্যাধিৰ তদন্ত কৰি ৰয়েল কমিছনে বৃহৎ ৰিপোৰ্ট প্ৰকাশ কৰি কাৰ্যকৰী পন্থা হাতত নোলোৱাত আমাৰ দুৰ্ভাগ্যক অভিশাপ নিদি আৰু কি কৰা হ'ব! চীন দেশলৈ পঠিওৱা কানি বন্ধ কৰি ভাৰত চৰকাৰে কেবা কোটিও টকা পৰিত্যাগ কৰিছিল। কিন্তু ভাৰতবৰ্ষত সেই কানিৰ প্ৰচলনৰ বিৰুদ্ধে একো কৰা নাছিল, এইটো বৰ পৰিতাপৰ কথা।

## কানপুৰ কংগ্ৰেছ

অসমলৈ কংগ্ৰেছক নিমন্ত্ৰণ কৰাৰ এটা হেপাহ মোৰ আছিল। সেই সময়ত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ চেক্ৰেটাৰী আছিল ৰোহিণী কান্ত হাতীবৰুৱা। মই আছিলো অসম প্ৰাদেশিক খাদী বোৰ্ডৰ চেক্ৰেটাৰী। মোৰ অফিচ আছিল যোৰহাটৰ মান্না কোম্পানীৰ এটা সৰু খোটালীত। হাতীবৰুৱাৰ অফিচ তেওঁ নিজেই। তেওঁ খাদী বোৰ্ডৰ অফিচৰপৰাই কংগ্ৰেছ কমিটিবোৰৰ লগত লিখা-লিখি কৰিছিল।

কানপুৰ কংগ্ৰেছৰ প্ৰতিনিধিৰ বাছনি আহিল। হাতীবৰুৱাই খাদী বোৰ্ডৰ অফিচত বহি কানপুৰ কংগ্ৰেছলৈ অসমৰ প্ৰতিনিধিৰ তালিকা তৈয়াৰ কৰি জিলা কমিটিবোৰলৈ পঠিয়ালে। মোৰ ইচ্ছা অনুসৰি হাতী-বৰুৱা আৰু মোক নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সদস্যৰ তালিকা ভুক্ত কৰিবলৈ অনুৰোধ কৰাত হাতীবৰুৱাই কৰিলে। আৰু সেই তালিকা প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে অনুমোদন কৰি কানপুৰ কংগ্ৰেছৰ অভ্যৰ্থনা সমিতিলৈ যথা সময়ত পঠিয়ালে। হাতীবৰুৱা আৰু মই যোৰহাটতে স্থিৰ কৰিলোঁ যে এইবাৰ কংগ্ৰেছ অসমলৈ নিমন্ত্ৰণ কৰিব লাগিব।

১৯২৪ চনৰ ডিচেম্বৰ মাহ ওচৰ চাপিল। মই কংগ্ৰেছলৈ যোৱা খৰচ দুই-চাৰিজন বন্ধুৰপৰা সংগ্ৰহ কৰিলোঁ। ইতিমধ্যে মোৰ আই আৰু মোৰ সহধৰ্মিনীয়েও কংগ্ৰেছলৈ যাবৰ ইচ্ছা প্ৰকাশ কৰিলে। মই নভবা-নিচিন্তাকৈ যাবলৈ ওলাবলৈ ক'লোঁ। হাতত মাত্ৰ দেৰশমান টকা লৈ মই মোৰ লগত মোৰ মাতৃদেৱী, মোৰ সহধৰ্মিনী, শ্ৰীমান বাপ, অৰুণ আৰু কেঁচুৱা শ্ৰীমতী সৰোজিনী আৰু শ্ৰীমান মধুনাথক লগত লৈ কানপুৰ কংগ্ৰেছলৈ যাত্ৰা কৰিলোঁ! টকাৰ অভাৱ ক'ৰপৰা পূৰণ হ'ব ভাবিবলৈ নহ'ল। ভাবিছিলোঁ, দেশভক্ত তৰুণ ৰাম ফুকনৰ হাতত খাদী বোৰ্ডৰ কিছু টকা আছে। তাৰেপৰা এক-দেৰশ টকা ধাৰলৈ ল'ম আৰু কৰ্মবীৰ বৰদলৈদেৱৰপৰাও অলপ সহায় ল'ম। কিন্তু গুৱাহাটী পাই সেই আশা নিস্ফল হ'ল। আমি গৈ শ্ৰীযুত হেমচন্দ্ৰ বৰুৱা ডাক্তৰৰ ঘৰত আলহী হ'লো। তাতে এদিন থাকি কানপুৰ অভিমুখে যাত্ৰা কৰিলোঁ। মোৰ বন্ধুবৰ শ্ৰীযুত অম্বিকাগিৰী ৰায়চৌধুৰীয়েও দহ-পোন্ধৰ টকা দি সহায় কৰিছিল।

গুৱাহাটীত দেশভক্ত ফুকনৰ লগত কথা পাতিছিলোঁ। কংগ্ৰেছ অসমলৈ নিমন্ত্ৰণ কৰাৰ বিষয়ে তেখেতে পূৰা সমৰ্থন কৰি কংগ্ৰেছ নিমন্ত্ৰণ কৰিবলৈ মোক কৈছিল। কিন্তু তেখেতে মোক ল'ৰা-ছোৱালীৰে সৈতে যাবলৈ ওলোৱা কথা জানিও টকা-পইচাৰ বিষয়ে একো নোসোধাত মই আগবাঢ়ি টকাৰ বিষয়ে ক'বলৈ গ'লোঁ। যোৰহাটৰপৰা গুৱাহাটীলৈ

আমি ৰিটাৰ্ণ টিকট লৈছিলোঁ। চন্দ্ৰকমল বেজবৰুৱাদেৱে পঁচিশ টকাৰ এখন চেক দিছিল। সেইখন লগতে লৈ গ'লোঁ। এইদৰে কাটিহাৰ পালোঁগৈ। তাত ভাত-পানী খাই জিৰণি লৈ কানপুৰ অভিমুখে যাত্ৰা কৰিলোঁ। গোৰখপুৰ ষ্টেশ্যনত ইমান ভীৰ হ'ল যে আমি তৃতীয় শ্ৰেণীত যোৱাটো একেবাৰে অসম্ভৱ হ'ল। ৰেলৰ গাৰ্ডক কথাটো বুজাই কোৱাত আৰু কানপুৰ কংগ্ৰেছলৈ ল'ৰা-ছোৱালীৰে সৈতে অসমৰপৰা যোৱা কথা শুনি আমাক গাৰ্ডে দ্বিতীয় শ্ৰেণীত উঠাই দিলে। তেতিয়া মই ক'লো, "ইমান ভাৰা দিবলৈ মোৰ টকা নাই।" তেওঁ ক'লে, "ভাৰা দিব নালাগে। আপুনি নিৰ্ভয়ে উঠক।" আমি মহাসুখে ৰেলত উঠিলোঁ।

কানপুৰ ষ্টেশ্যন লোকে লোকাৰণ্য। সভানেত্ৰী শ্ৰীযুক্তা সৰোজিনী নাইডুক অলপ আগতে আগবঢ়াই নিছে। আমাক কংগ্ৰেছৰ স্বেচ্ছাসেৱক সকলে মটৰেৰে কংগ্ৰেছ বহা ঠাইলৈ যাবলৈ অনুৰোধ কৰিছিল। আমি ভাগৰি অহা হেতুকে তাত কিছুসময় গা-পা ধুই বিশ্ৰাম ল'ম বুলি কোৱাত এজন নে দুজন স্বেচ্ছাসেৱকে আমাক সকলো সুবিধা কৰি দিছিল। তাত খাই-বৈ জিৰণি লৈ প্ৰায় তিনি-চাৰি ঘণ্টাৰ পিচত আমি কংগ্ৰেছ নগৰ পালোঁগৈ। গেটতে ডঃ ৰাজেন্দ্ৰ প্ৰসাদজীক লগ পালোঁ। তেখেতে মোৰ লগত অলপমান কথা পাতি ভিতৰলৈ সোমাই যাবলৈ কলে। এয়ে মোৰ প্ৰথম শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীৰ লগত দেখাদেখি। অৱশ্যে খাদী বোৰ্ডৰ সম্পাদক হিচাপে কাগজে-কলমে তেখেতৰ লগত মোৰ পৰিচয় বহুদিনৰ পৰা আছিল। আমাক বঙ্গদেশৰ প্ৰতিনিধিসকলৰ কেম্পতে থাকিবলৈ দিছিল, কিন্তু মই অনুৰোধ কৰাত লৰালৰিকৈ অসমৰ কাৰণে সুকীয়া তম্বু তৰি দিলে আৰু মোৰ কাৰণে এটা সুকীয়া ফেমিলি তম্বুৰ যোগাৰ কৰি দিলে। প্ৰথমেই আমি কানপুৰ কংগ্ৰেছত উপস্থিত হ'লোঁগৈ। অলপ পিচতে বৰপেটাৰ শ্ৰীযুত ৰামচৰণ মেধিয়ে এড়ি-মুগাৰ কাপোৰ লৈ ওলালগৈ।

কানপুৰ কংগ্ৰেছৰ অভ্যৰ্থনা সমিতিয়ে মোক চিঠি আৰু টেলিগ্ৰাম দি অসমৰপৰা এড়ি-মুগা আদিৰ সূতা কটা দেখুৱাবৰ কাৰণে এটা পাৰ্টি নিবলৈ অনুৰোধ কৰিছিল। গুৱাহাটীৰ শ্ৰীযুত কান্তিৰাম মেধিলৈ মই লিখিছিলোঁ। তেওঁ মাইকী মানুহ দুই-তিনিগৰাকী আৰু মতা মানুহ তিনি-চাৰিজন লৈ আমি পোৱাৰ দুই-তিনি দিনৰ পিচত পালেগৈ। তাৰ পিচত হাতীবৰুৱাও পালেগৈ। বেনাৰচ হিন্দু ইউনিভাৰ্ছিটিৰ ছাত্ৰ কেবাজনো উপস্থিত হ'লগৈ।

মই প্ৰথমতে বেঙ্গল কেম্পতে বেঙ্গলৰ ডেলিগেটসকলৰ আগত অসমলৈ কংগ্ৰেছ নিমন্ত্ৰণ কৰিম বুলি জনোৱাত তেওঁলোকে একমুখে মোৰ প্ৰস্তাৱ সমৰ্থন কৰিম বুলি ক'লে। হাতীবৰুৱা আহি পালত আমি দুয়ো চহী কৰি এটা প্ৰস্তাৱ কংগ্ৰেছৰ সভানেত্ৰীলৈ দিলোঁ। আমি দুয়ো মহাত্মা-

জীৰ ওচৰলৈ গৈ মহাত্মাজীক আমাৰ অসমলৈ কংগ্ৰেছ নিমন্ত্ৰণ কৰিছোঁ বুলি জনালোঁ। মহাত্মাজীয়ে আমাক ক'লে, "আপোনালোকে এই কথা সৰোজিনী দেৱীৰ আগত কওঁকগৈ।" আমি যেতিয়া শ্ৰীযুতা সৰোজিনী দেবীৰ ওচৰলৈ গৈ আমাৰ কথা কলোঁ তেতিয়া শ্ৰীযুতা সৰোজিনী দেবীয়ে ক'লে, "মই অসমলৈ কংগ্ৰেছ অহা বছৰত হ'ব লাগে বুলি ক'লে মোক বোম্বাইৰ প্ৰতিনিধিসকলে সুদাই নেৰে।"—এইবুলি কৈ তেখেতে তেখেতৰ লগত থকা প্ৰতিনিধিকেইজনক আমাৰ আগতে মতাই আনি সুধিলে। তেতিয়া তেওঁবিলাকে ক'লে, "আমি অসমৰ হৈ আমাৰ প্ৰস্তাৱ উঠাই ল'ম।" শ্ৰীযুতা সৰোজিনী নাইডুৱে ক'লে, "মই অসমলৈ কংগ্ৰেছ গ'লে বৰ ভাল পাওঁ। মোৰ কাৰণে আপোনালোকে দেশভক্ত ফুকনৰ ঘৰৰ একোঠা ৰিজাৰ্ভ কৰি থ'ব।" আমি খবৰ পালোঁ, পঞ্জাব আৰু আজমীৰৰপৰাও কংগ্ৰেছলৈ নিমন্ত্ৰণী আহিছে। আমি দুয়ো পঞ্জাবকেশৰী লালা ৰাজপৎ ৰায়ৰ ওচৰলৈ গ'লোঁ আৰু আমাৰ কথা তেখেতৰ আগত কোৱাত তেখেতে ক'লে, "মই কংগ্ৰেছ এইবাৰ পঞ্জাবুলৈ নিমন্ত্ৰণ নকৰো। অসমত কংগ্ৰেছ অহা বছৰত হোৱাটো মই ইচ্ছা কৰোঁ।" লালা দুনিচাঁদৰ পাৰ্টিয়ে জোৰ কৰি পঞ্জাবলৈ কংগ্ৰেছ নিমন্ত্ৰণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰাত আমি তেওঁৰ ওচৰলৈ গ'লোঁ। তেওঁ ক'লে, "আমাৰ প্ৰাদেশিক কংগ্ৰেছ আজি ৰাতি বহিব। তাত কি সিদ্ধান্ত লোৱা হয় আমি আপোনালোকক জনাম।" এইদৰে কোৱাত আমি গোটেই কংগ্ৰেছৰ সকলো প্ৰদেশৰ সদস্যকে আমাৰ অনুৰোধ জনালোঁ। সকলোৱেই অসমলৈ কংগ্ৰেছ নিমন্ত্ৰণ কৰাত সহায় কৰিব বুলি আমাক জনালে। এনেতে কৰ্মবীৰ বৰদলৈয়ে কানপুৰ কংগ্ৰেছত যোগদান কৰিবলৈ আহিল। তেখেতে কানপুৰ চিটিত থকাৰ ব্যৱস্থা কৰিছিল। তেখেত অহাত আমাৰ সাহ আৰু আনন্দ বৃদ্ধি হ'ল। আমি সকলো কথা তেখেতৰ আগত ক'লোঁ। প্ৰথমতে তেখেতে আমাৰ আগত কৈছিল, "অসমত কংগ্ৰেছ পতাটো অসম্ভৱ। মই এই প্ৰস্তাৱ সমৰ্থন নকৰোঁ বৰঞ্চ বিৰোধিতাহে কৰিম।" আমাৰ মুখ শুকাই গ'ল। আমি সকলোৱে তেখেতক বুজাই ক'লোঁ, "কংগ্ৰেছ আমি নিশ্চয় পাতিব পাৰিম। গোটেই বছৰ আমি দেহে-কেহে লাগি যাম।" এনেকৈ বহুত কথা-বাৰ্তা হোৱাৰ পিচত কৰ্মবীৰ বৰদলৈ মান্তি হ'ল। কংগ্ৰেছৰ শেষ দিনৰ অধিবেশন ৰাতি বহুত সময়লৈকে বহাত কৰ্মবীৰ বৰদলৈদেৱে হাতীবৰুৱা আৰু মোৰ ওপৰত ভাৰ দি তেখেত কানপুৰ চিটিলৈ আগতে গুচি গ'ল। সকলো প্ৰস্তাৱ শেষ হৈ যোৱাৰ পিচত শ্ৰীযুতা সৰোজিনী নাইডুৱে ক'লে, "অহা বছৰ কংগ্ৰেছ ক'ত হ'ব তাৰবাবে তিনি-খন নিমন্ত্ৰণী আহিছে—এখন অসমৰপৰা, এখন পঞ্জাবৰপৰা আৰু আনখন আজমীৰৰপৰা। বোম্বায়ে নিজৰ নিমন্ত্ৰণী অসমৰ পক্ষে উঠাই লৈছে।" তাৰ পিচত "অসমৰ প্ৰতিনিধি ইয়াত আছেনে?" বুলি সোধাত আমি দুয়ো

থিয় হ'লোঁ। তেতিয়া শ্ৰীযুতা সৰোজিনী নাইডুৱে কলে, "আপোনালোকে কংগ্ৰেছ অসমলৈ নিমন্ত্ৰণ কৰিছেনেকি?" আমি কলোঁ, "হয়। কংগ্ৰেছ নিমন্ত্ৰণ কৰিছোঁ।" তেতিয়া শ্ৰীযুতা সৰোজিনী নাইডুৱে কলে, "আপোনালোকে একো বক্তৃতা দিব নালাগে।" এইদৰে কোৱা মাত্ৰে সভাৰ চাৰিওফালে সকলোৱে "We all vote for Assam" বুলি কৈ সকলোৱে হাত দাঙিলে।

বিপুল জয়ধ্বনিৰ মাজত কংগ্ৰেছ অহাটো সিদ্ধান্ত হ'ল। চাৰিওফালে প্ৰতিনিধিসকলে অসমৰ প্ৰতিনিধি ক'ত আছে বিচাৰি খলকনি লগালে। আমি খবৰ পায়েই লৰালৰিকৈ আমাৰ কেম্পলৈ গুচি আহিলোঁ। পিচদিনা খবৰ কাকতত প্ৰচাৰ হ'ল—কংগ্ৰেছ ১৯২৬ চনত অসমত বহিব। সকলো প্ৰদেশৰ প্ৰতিনিধি গৈ আমাক নানা প্ৰকাৰৰ উৎসাহ দি অসমলৈ যোৱা বাট, ক'ত কংগ্ৰেছ বহিব ইত্যাদি কথা সুধি সুধি আনন্দ দিছিল। কংগ্ৰেছ নিমন্ত্ৰণাত জয়যুক্ত হৈ মই অসমত খদ্দৰ প্ৰচাৰৰ বাবে নিখিল ভাৰত শিপিনী সঙ্ঘই ইতিপূৰ্বে মঞ্জুৰ কৰি থোৱা দহ হাজাৰ টকা দিবৰ বাবে মহাত্মাজীৰ ওচৰলৈ গলোঁ। মহাত্মাজীক ক'লোঁ, "কংগ্ৰেছৰ অধিবেশন পতাৰ সুবিধাতে আমি খদ্দৰৰ কাম ভালকৈ কৰিব পাৰিম। সেইবাবে আমাৰ কাৰণে মঞ্জুৰ হৈ থকা দহ হাজাৰ টকা আমাক দিবলৈ মহাত্মাজীয়ে আদেশ দিয়ক।" মহাত্মাজীয়ে মোক ক'লে, "দো বাট এক সাথ নেহী হোতা। আপ্ যমুনালালজীকে পাচ যাইয়ে।" যমুনালালজীক লগ ধৰাই টান। মই বাবু ৰাজেন্দ্ৰপ্ৰসাদ আৰু শঙ্কৰলাল বেঙ্কাৰক খাদী প্ৰদৰ্শনীত একেলগে পালোঁ আৰু কথাটো জনালোঁ। তেওঁলোক উভয়ে কলে, "সকলো কৰ্মীয়ে কংগ্ৰেছ পাতিবলৈ ব্যস্ত থাকিব। খদ্দৰৰ কাম কৰিবলৈ সময়-সুবিধা নহব, কাজেই কালিয়েই আমি বৰ্তমান খদ্দৰৰ বাবে মঞ্জুৰ হৈ থকা টকা বৰ্তমান দিয়া নহ'ব বুলি প্ৰস্তাৱ গ্ৰহণ কৰিলোঁ। মোৰ মনলৈ বৰ হতাশ ভাব আহি পৰিল। যিমানেই তেওঁলোকক মই বুজালোঁ তেওঁলোকে মোৰ মতত কোনোমতেই হয়ভৰ নিদিলে। তাৰ পিচত মই আকৌ মহাত্মাজীক টানি অনুৰোধ জনালো। মহাত্মাজীয়ে তেতিয়া মোৰ আগত কলে, অসমত কংগ্ৰেছ পতা লৈ মতভেদ হৈছে। পণ্ডিত মতিলালজীয়ে আপত্তি কৰিছে আৰু কৈছে যে অসমত কংগ্ৰেছ পতা সম্ভৱ নহ'ব আৰু মুৰামুৰি সময়ত আন প্ৰদেশত কংগ্ৰেছৰ অধিবেশন পতাৰ অসুবিধা ঘটিব। অতএৱ, আপোনালোকে পণ্ডিতজীক বুজাই বঢ়াই পাৰে যদি কংগ্ৰেছ অসমত পতাৰ নিশ্চয়তা কৰি লওকগৈ। আমাৰ আশা নিৰাশা হোৱা যেন দেখি বিমোৰ হ'লোঁ। কৰ্মবীৰ বৰদলৈদেৱক ক'লোঁ। তেখেতে বাবু ৰাজেন্দ্ৰপ্ৰসাদৰ লগত পৰামৰ্শ কৰিলে আৰু কিমান টকা হ'লে কংগ্ৰেছ পাতিব পাৰি বিতং পৰামৰ্শ তেখেতৰপৰা বিচৰাত তেখেতে ক'লে, "প্ৰথমতে ত্ৰিশ হাজাৰমান টকা যোগাৰ কৰি ল'ব পাৰিলে কংগ্ৰেছ পাতিব পৰা হ'ব। আমি এই বিষয়ে আপোনালোকক

সহায় কৰিবলৈ ৰাজী আছে।।" আমি ভাঠি ক'লোঁ, "ত্ৰিশ হাজাৰ টকা আমি নিশ্চয় তুলিব পাৰিম।" এইদৰে ৰৰদলৈদেৱে শ্ৰীযুত ৰাজেন্দ্ৰপ্ৰসাদৰ লগ লৈ পণ্ডিত মতিলালজীক বুজাই কোৱাত তেখেতে আপত্তি উঠাই লোৱাত আমাৰ আনন্দৰ সীমা নোহোৱা হ'ল। খদ্দৰৰ প্ৰচাৰৰ বাবে টকাৰ কাৰণে আকৌ মহাত্মাজীক আমনি কৰিবৰ মন নকৰিলোঁ। মহাত্মাজীয়ে কোৱাৰ দৰে 'দো বাত এক সাথ নেহি হোতা' বোলাতে আমি মনে মনে থাকিলোঁ। মোৰ মনলৈ কিন্তু যেনেতেনে খদ্দৰৰ কাম কৰিবলৈ এই টকা নিব লাগিব বুলি ভাব আহি থাকিল।

কংগ্ৰেছত যোগ দিওঁতে এদিন এটা ঘটনা হৈছিল—মোৰ মাতৃদেৱী, পৰিবাৰ আৰু ল'ৰা-ছোৱালীবোৰে মহিলাসকলৰ লগত বহি কংগ্ৰেছ চাই আছিল। কংগ্ৰেছৰ সভা ভঙ্গ হ'ল। লক্ষ লক্ষ প্ৰজাৰ মাজত তেওঁবিলাক ক'লৈ গ'ল একো খবৰ নাপাই মই অভ্যৰ্থনা অফিচত খবৰ জনালোঁ যে মোৰ ল'ৰা-তিৰোতা আৰু মাতৃদেৱী ক'লৈ গ'ল ক'ব পৰা নাই। মোৰ পৰিবাৰৰ কোলাত পিয়াহ খোৱা ছোৱালী এটি আছিল। তেওঁবিলাকে বুজিলে যে সৰু পিয়াহ খোৱা ছোৱালীজনীহে হেৰাল। চাৰিওফালে তদন্ত হ'ল। ভলন্টিয়াৰ দিহাদিহি পঠিওৱা হ'ল। এইদৰে বিচাৰ কৰি থাকোঁতে আমি হায়ৰান হ'লোঁ। পুনৰ আমি অসম কেম্পলৈ গৈ দেখোঁ তাত আটাইবিলাক হাজিৰ। আমাৰ আনন্দৰ সীমা নোহোৱা হ'ল। স্বেচ্ছাসেৱকসকলো আনন্দিত হ'ল। আমি সুধিলোঁ, "তোমালোক ইয়ালৈ কেনেকৈ আহিলা?" তেতিয়া মোৰ পৰিবাৰে ক'লে, "মই এজন কংগ্ৰেছী মানুহক অসম দেশ বুলি কোৱাত তেওঁ আপোনাৰ বন্ধু বুলি চিনাকি দি আমাক অসম কেম্পত থৈ গ'লহি।"

## কানপুৰৰপৰা ঘৰলৈ অহাৰ চিন্তা

মোৰ হাতত পইচা এটাও নাইকিয়া হ'ল। মাত্ৰ থকাৰ ভিতৰত গুৱাহাটীৰপৰা যোৰহাটলৈ ৰিটাৰ্ণ টিকটকেইটা। ইফালে অভ্যৰ্থনা সমিতিয়ে শুনাই দিলে, "আমি সকলো কেম্প বন্ধ কৰি দিলোঁ। ডেলিগেটবিলাক ধৰাধৰি যাব লাগে। বহুত কেম্পত চুৰি হৈছে।" মই বিমোৰত পৰিলোঁ। ৰৰদলৈদেৱক ক'লোঁ। তেখেতে ক'লে, "মোৰ হাতত টকা নাই।" পণ্ডিত শ্ৰীযুত শিৱৰঞ্জন শৰ্মাক ক'লোঁ। তেখেতে ক'লে, "মই চিটিলৈ যাওঁ, যদি পাওঁ পিচবেলা আপোনাক যোৱাৰ খৰচ কিছু দিমহি।" হাতীবৰুৱাৰ হাততো পইচা নাই। তেওঁৰো দশা মোৰ দৰেই। চন্দ্ৰকমল

মেজৰৰ্বাই দিয়া পঁচিশ টকাৰ চেক্‌খন তেওঁৰ হাতত দিলোঁ। শ্ৰীযুত ৰামচৰণ মেধি ডাঙৰীয়াক যোৱা খৰচ দিবলৈ ক'লোঁ। তেখেতে ক'লে, "মোৰ এইবাৰ একো বিক্ৰী নহ'ল, হাতত টকা নাই।" তাৰ পিচত আশা আছিল শ্ৰীযুত কান্তি মেধি। তেখেতৰ পাৰ্টিৰ বাবে অহা-যোৱা খৰচৰ বাবদ প্ৰায় আঢ়ৈশ টকাৰ বিল দিছিল। এই টকাৰ ভিতৰৰপৰাই মই যোৱা খৰচ ধাৰলৈ ল'ম বুলি ভাবি গপতে আছিলোঁ। অভ্যৰ্থনা সমিতিয়ে টকা নিদিব বুলি ক'লে। সমিতিয়ে যুক্তি দিলে যে প্ৰদৰ্শনী খোলাৰ দিনত পাৰ্টি আহি নাপালেহি। তাৰ উপৰি শেষ সময়ত আহি পোৱা বাবে যি উদ্দেশ্য লৈ এৰি-মুগা কটা প্ৰদৰ্শনী কৰিবৰ কাৰণে অসমৰ পাৰ্টিক মতাই অনা হৈছিল, বেলি কৰি অহা বাবে সেই উদ্দেশ্য সিদ্ধি নহ'ল। কাজেই টকা দিব নোৱাৰিব।

মই তেতিয়া অভ্যৰ্থনা সমিতিৰ অফিচলৈ গৈ সকলো কথা জনালোঁ। অভ্যৰ্থনা সমিতিৰ সভাপতি ডঃ মুৰাৰী লালজীক কথাটো জনালোঁ। তেওঁ মোক ক'লে, "এতিয়া আমাৰ অভ্যৰ্থনা সমিতি বহিব। তাত আপুনি এই কথা জনাই আপোনাৰ ক'বলগীয়া বিষয়ে ক'ব।" অভ্যৰ্থনা সমিতিৰ সভ্যসকলৰ আগত মই কথাটো বুজাই ক'লোঁ, "মই থাকো যোৰহাটত আৰু কামৰূপৰ আওহতীয়া ঠাইত থাকে এই শিপিনীৰ পাৰ্টিটো। এইদৰে লেখালেখি কৰাত বহুত সময় লাগে। অসমৰপৰা কানপুৰলৈ প্ৰায় সাতদিনৰ বাট।" এইবোৰ কথা ভাঙি-পাতি ক'লোঁ আৰু ক'লোঁ, "প্ৰদৰ্শনী খোলাৰ দিনা পাবহি লাগে বুলি জনোৱা নাছিল। যদি সেইদিনা আহিব নোৱাৰিলে খৰচ দিয়া নহ'ব বুলি ক'লেহেঁতেন, তেওঁবিলাক নাহিলহেঁতেন।" অভ্যৰ্থনা সমিতিৰ মেম্বৰসকলে টকাটো মঞ্জুৰ কৰি দিলে। মই ভাবিলোঁ, মোৰ খৰচ ইয়াৰ-পৰাই পাম, শ্ৰীযুত কান্তি মেধিক মই লগত লৈ আহি প্ৰদৰ্শনীৰ ছেক্ৰেটাৰী শ্ৰীযুত শীতলা সহায়ৰ ওচৰলৈ আহিলোঁ। তেখেতে মোৰ হাতত টকা দি দিলে। ময়ো সেই টকা তেতিয়াই শ্ৰীযুত কান্তি মেধিৰ হাতত দি দিলোঁ। শ্ৰীযুত কান্তি মেধিয়ে টকা পাই মোক একো খৰচ নিদি গুচি আহিল। মই গৈ কেম্পত তেওঁক নাপাই বিবুদ্ধি হ'লোঁ। এতিয়া উপায় কি? মই তৎক্ষণাৎ শ্ৰীযুত শীতলা সহায়ৰ ওচৰলৈ আহিলোঁ আৰু ক'লোঁ "ভাই, মোৰ এনে বিপদ। মোক যোৱা খৰচ দিব লাগে। মই ঘৰ পাই সেই টকা তোমালৈ পঠিয়াই দিম।" শ্ৰীযুত শীতলা সহায়ে মোৰ বিপদ উপলব্ধি কৰি ক'লে, "কিমান টকা লাগে?" মই তেতিয়া 'কানপুৰৰপৰা যোৰহাটলৈ এটা বেলৰ টিকটৰ দাম যিমান হ'ব তাকে দিয়া' বুলি কোৱাত আৰু মই 'এশ টকা ধাৰ লাগিব' বুলি কোৱাত তেখেতে মোক এশ টকা ধাৰ দি বিপদৰপৰা ৰক্ষা কৰিলে। সেই বন্ধুৰ প্ৰতি মই চিৰকৃতজ্ঞ।

কানপুৰ কংগ্ৰেছৰ প্ৰদৰ্শনীত খদ্দৰৰ প্ৰদৰ্শনী হৈছিল। মই প্ৰায় ছশ টকাৰ খদ্দৰ অৰ্ডাৰ দিলোঁ আৰু মনতে ভাবিলোঁ যে, এই খদ্দৰ বিক্ৰী কৰি শ্ৰীযুত শীতলা সহায়ৰ ধাৰটো মাৰিম। মইতো জানো, মোৰ হাতত টকা নাই। ঘৰ পায়েই শ্ৰীযুত শীতলা সহায়ৰপৰা লোৱা টকা কেনেকৈ পৰিশোধ কৰিমগৈ? তাতে মোৰ পিঠিত আৰু বুকুত ঢৌ ফুটি ফুটি আই ওলোৱা দি ওলাই ইকাতি সিকাতি কৰিব নোৱাৰা হৈ পৰিলোঁ।

কানপুৰৰপৰা মথুৰা আৰু বৃন্দাবন চাই আহিবৰ অভিলাষ মোৰ মাতৃদেৱীৰ আছিল। মযো যাম বুলি ভাবিছিলোঁ। পিচে মোৰ শৰীৰ অৱশ হোৱাত কেনেকৈ ঘৰ পাওঁগৈ ইয়াকে চিন্তা কৰি তাৰপৰা ঘৰ অভিমুখে যাত্ৰা কৰিলোঁ। কানপুৰৰপৰা ৰেলত আহি কাটিহাৰ ষ্টেশ্যন পাই অসম পোৱা দি পালোঁ।

কাটিহাৰ ষ্টেশ্যনত ট্ৰেইন বদলি কৰিব লাগে। আমি অসমলৈ অহা ট্ৰেইনত উঠিলোঁ। আমাৰ মালবস্তু কুলীয়ে গাড়ীত তুলি দিলে। আমিও উঠিলোঁ। গাড়ীত উঠি গম পালোঁ যে সন্ধ্যা সময়তহে ৰেল যাব। মই তেতিয়া ল'ৰা-ছোৱালীক ট্ৰেইনৰপৰা নামিবলৈ কৈ গুচি আহিলোঁ। আমাৰ বাচন-বৰ্তনৰ থৈলা এটা ৰেলত থাকি গ'ল। আমি আহি কাটিহাৰ ষ্টেশ্যনৰ জিৰণি কোঠাত আশ্ৰয় ললোঁগৈ। জিৰণি কোঠাত বহিছোঁ, এনেতে বঙালী সহকাৰী ষ্টেশ্যন মাষ্টৰ গৈ আমাক জিৰণি কোঠাৰপৰা ওলাই যাবলৈ আদেশ দিলে। মই ক'লোঁ, "মোৰ বেমাৰ, জ্বৰ-বিষহে ইকাতি সিকাতি কৰিব নোৱাৰোঁ। তাতে ল'ৰা-ছোৱালী আৰু মাইকী মানুহ ৰেলত আহিছে। আমি বৰ দুখ পাই আহিছোঁ। এই কোঠা খালী হৈ আছে। আমাক অলপ বিশ্ৰাম ল'বলৈ দিয়ক।" তেওঁ কৰ্কশ ভাষাৰে মোক ক'লে, "ইয়াত থাকিবলৈ কোনোমতেই মই দিব নোৱাৰোঁ। এতিয়াই ওলাই আহক।" মই তেতিয়া ভাদ্ৰলোকক ক'লোঁ, "মই ওলাই কেতিয়াও নাযাওঁ। পাৰা যদি তোমালোকে মোক চোচোৰাই বাহিৰ কৰি দিয়া। মই ক'লোঁ, "এই ঘৰ আমাৰ নিচিনা তৃতীয় শ্ৰেণীৰ যাত্ৰীৰ টকাৰেই সাজিছে। ইয়াত বেমাৰ হৈ পৰিও এখন্তেক জিৰণি লোৱাত আপোনাৰ কিয় ইমান খং উঠিছে? সদায় ৰেলৰ কৰ্মচাৰীসকলে যাত্ৰীক বৰ বেয়া ব্যৱহাৰ কৰে।" মোৰ কথা শুনি ভদ্ৰলোকে বাহিৰৰপৰা সেই কোঠা-টোত তলা-চাবি মাৰি দি গুচি গ'ল। ভাগ্যে গা-ধোৱা ঘৰৰ ফালে দুৱাৰ খোলা আছিল। মই শ্ৰীমান মধুনাথক ক'লো, "তুমি বজাৰৰপৰা কিবা কিবি কিনি আনাগৈ। আমি ভাত খাওঁ।"

শ্ৰীমান মধুনাথে বজাৰলৈ গৈ শাক-পাচলি চাউল-দাইল আদি লৈ আহি দেখে যে আমাৰ বাচনৰ থৈলাটো নাই। মোৰ তেতিয়া মনত পৰিল যে সেই থৈলাটো সিখন ৰেলত গ'ল। মোৰ তাত থৈলাটো থোৱা মনত

পৰিছিল। অনা মনত পৰা নাছিল। তেতিয়া মই ষ্টেশান মাষ্টৰৰ ওচৰলৈ গৈ এখন টেলিগ্ৰাম কৰিবলৈ কলোঁ, ষ্টেশ্যন মাষ্টৰে মোক ক'লে, "আপুনি পাৰ্চেল অফিচলৈ গৈ খবৰ কৰক।" পাৰ্চেল অফিচত খবৰ কৰাত তাৰ অফিচাৰজনে ক'লে, "এইমাত্ৰ মই আপোনাৰ বাচন-বৰ্তনৰ থৈলাটো মালিক-হীন সম্পত্তিৰ তালিকাত ভৰ্তি কৰিলোঁ। আপুনি চহী কৰি থৈলাটো লৈ যাওক আৰু এই কুলীটোক আপুনি অলপ বকচিচ্ দিয়ক। ই বেচেৰাই আপোনাক বিচাৰ কৰি হায়ৰান হৈছিল।" কুলীটোৱে মোক দেখি বৰ আনন্দ পালে। মই তাক আঠ অনা পইচা বকচিচ দিলোঁ। মই পুনৰ গৈ ষ্টেশ্যন মাষ্টৰক ধন্যবাদ জনালোঁ। তেওঁ মোক সুধিলে, "আপুনি ক'ত আছিল।" মই ক'লো, "জিৰণি কোঠাত মই আছিলোঁ। মই কানপুৰ কংগ্ৰেছলৈ ল'ৰা-ছোৱালী লৈ গৈছিলোঁ। মোৰ শৰীৰ অসুস্থ। গাৰ বিষ। জ্বৰ। মোক জিৰণি কোঠাৰপৰা বাহিৰ কৰি দিবৰ কাৰণে কোনোবা এজন কৰ্মচাৰী গৈ মোক তাগাদা কৰিছিল। মই ওলাই নহাত বাহিৰৰপৰা কোঠাৰ তলা বন্ধ কৰি দিয়াত মই তাতে থাকিবলগীয়া হৈছিল। পিচে আমি গা ধোৱা ঘৰৰ দুৱাৰখন খোলা থকা দেখিহে ওলাই আহিব পাৰিলোঁ। মই বৰ দুখিত যে, বেমাৰী মানুহে এখন্তেক খালী হৈ থকা জিৰণি কোঠাত থকাটোও আপোনালোকে কিয় এইদৰে জুলুম কৰি ভাল পায়।' এই কথা কৈ থাকোঁতে বঙালী ভদ্ৰলোকজনো উপস্থিত আছিল। তেওঁ মোক পিচত ক্ষমা প্ৰাৰ্থনা খুজি ক'লে, "আপুনি দূৰৰপৰা ল'ৰা-ছোৱালী লৈ কংগ্ৰেছলৈ আহিছে, আমি একো কৰিব পৰা নাই। আহক আপুনি মোৰ ঘৰলৈ। তাতে সকলো সুবিধা কৰি দিম।" মই ক'লোঁ, "ইয়াতে সকলো সুবিধা আছে।" আমি তাতে ভাত-পানী খাই জিৰণি লৈ গধুলি গাড়ীত অসমমুৱা হৈ যাত্ৰা কৰিলোঁ।

ষ্টেশ্যন মাষ্টৰৰ লগত তৰ্কা-তৰ্কি হোৱাৰ ফলত এটা অৱশ্যে লাভ হৈছিল। তেওঁ তৃতীয় শ্ৰেণীৰ কোঠা এটা ৰিজাৰ্ভ কৰি দিলে আৰু গাৰ্ডক কৈ দিলে যাতে আন কোনো মানুহ সেই কোঠাত নোসোমায়। আমি সৰভোগ পৰ্যন্ত মহা সুখেৰে আহিলোঁ। তাৰপৰা গোটেই ৰেল খালী। গুৱাহাটী যথাসময়ত পালোহি। তাৰপৰা যোৰহাটলৈ ৰাওনা হৈ যোৰহাটৰ ঘৰ পালোহি। তাতে মই শয্যাগত বৈ বিচনাত পৰি গ'লো। ১২।১৫ দিনমান বিচনাত পৰি থাকিবলগীয়া হৈছিল। বিচনাত পৰি থকা অৱস্থাতে কানপুৰৰ পৰা দুটা খদ্দৰৰ পাৰ্চেল আহি পালেহি। মোৰ মিতিৰৰ এজন বন্ধুক সেই পাৰ্চেল দুটা ল'বলৈ ক'লো আৰু ক'লোঁ, "মই বিক্ৰী কৰি তেওঁৰ টকা আদায় কৰিম।" তেওঁ শলাগি লৈ মোলৈ এশ টকা কপ পঠিয়াই দিলে। দুশ টকাৰ পাচেল এশ টকাত কেনেকৈ লোৱা হয়। মই মনত বৰ দুখ পালোঁ। দুশ টকাৰ কাপোৰ বিক্ৰী কৰি মই অন্ততঃ ৬০।৭০ টকা লাভ

থাকিব বুলি আশা কৰিছিলোঁ। তেওঁৰপৰা সেই টকা পাই মোৰ বেমাৰ অলপ ভাল হোৱাত মান্না কোম্পানীলৈ গ'লো। তাতে হাতীবৰুৱাক লগ পালো। তেওঁ মোক সেই পঁচিশ টকাৰ চেক্‌খন ঘূৰাই দিলে।

শ্ৰীযুত দেৱেশ্বৰ শৰ্মা আছিল তেতিয়া মান্না কোম্পানীৰ মেনেজিং ডাইৰেক্টৰ। তেওঁ মোক ক'লে, "আপুনি ক'ত টকা বিচাৰি ফুৰিব? আমাৰ কোম্পানীয়ে পাৰ্চেলকেইটা কিনি লওক। আপোনাক শতকৰা ছটকা চাৰি অনা কমিছন দিব।" তাতে মান্তি হ'লোঁ। মোৰ লাজ ৰক্ষা পৰিল আৰু পঁচিশ টকাৰ খদ্দৰ কমিছন বাবদ ল'লোঁ। বন্ধুজনে দিয়া টকাৰ পৰা কিছু টকা শ্ৰীযুত শীতলা সহায়লৈ পঠিয়ালোঁ। কিমান পঠিয়ালো মনত নাই। পিচত সমুদায় টকা শ্ৰীযুত শীতলা সহায়ক গুৱাহাটী কংগ্ৰেছত লগ পাই পৰিশোধ কৰিলোঁ। কিছুদিনৰ পিচত বন্ধুজনে টকাৰ বাবে তাগাদা কৰাত সেই টকা খৰচ নোহোৱাকৈ যি মোৰ হাতত আছিল তাকে দিলোঁ। বাকী টকাৰ বাবে অনেকবাৰ তাগাদা আহিছিল। এবছৰমানৰ পিচতহে আদায় কৰিছিলোঁ।

মোৰ হাতত পইচা নাই। এজনৰপৰা ধাৰ কৰি আনি আন এজনৰ ধাৰ মাৰোঁ। এইদৰে চলি আছিলোঁ। মোৰ এই কানপুৰ যাত্ৰাৰপৰা মুৰ্খামি বুজিব পাৰিলোঁ। কোনো আশা কৰি বা আনৰ ওপৰত ভৰসা কৰি বিদেশত ভ্ৰমণ কৰিবলৈ যোৱাটো নিজৰ বিপদ নিজে চপাই অনাৰ বাহিৰে আন একো নহয়। এই শিক্ষা পাই আগলৈ বহুত সাৱধান হলোঁ আৰু ধনী মানুহৰপৰা টকা ধাৰে বিচৰাটো বিপজ্জনক বুলি প্ৰমাণ পালোঁ।

## মৰিয়নি ষ্টেশ্যনত হোৱা কথা

কলেজত পঢ়োতে এবাৰ মই গুৱাহাটীৰপৰা যোৰহাটলৈ আহিছিলোঁ। তেতিয়া মৰিয়নিৰপৰা যোৰহাটলৈ যোৱা গাড়ী মৰিয়নিতে ৰাতিটো থাকে। প্ৰায় তিনিমান বজাতহে ৰেল যায়। মই ৰাতি টোপনি খতি কৰিব নোৱাৰোঁ। কলেজত পঢ়া দিনৰপৰা এই পৰ্যন্ত মোৰ পক্ষে টোপনি খতি কৰাটো অসহ্য। সেইবাবে মই মৰিয়নিৰপৰা যোৰহাটলৈ এটা প্ৰথম শ্ৰেণীৰ টিকট কিনি প্ৰথম শ্ৰেণীৰ কোঠাত বিচনা পাৰি আঠুৱা লগাই শুই পৰিলোঁ। ৰাতি প্ৰায় এঘাৰ-বাৰমান বজাত গাৰ্ড এজনে আহি মোক ক'লে, "হেৰি, আপুনি ইণ্টাৰ ক্লাছলৈ যাব লাগে। প্ৰথম শ্ৰেণীত আপুনি যাব নোৱাৰে। এজন চাহাব আহিছে। কোঠা খালী কৰি দিবলৈ কৈছে।" মই কলোঁ, "চাহাবজনক ইণ্টাৰ ক্লাছত

যাবলৈ কোৱাগৈ। নহ'লে ইয়াত আৰু এটা ছিট্ আছে। ইয়ালৈ তেওঁ আহক।" গাৰ্ডে ক'লে, "চাহাবে নেটিভৰ লগত একেলগে নাযায়।" মই কলো, "তুমি মোৰ লগত চুপতি নামাৰিবা। মই প্ৰথম শ্ৰেণীৰ টিকট লৈ ইণ্টাৰ ক্লাছত কিয় যাম। তুমি বলিয়া হৈছানেকি ?" এইদৰে মই গাৰ্ডক ধমকি দিলোঁ। পিচে গাৰ্ডে গৈ চাহাবৰ লগত কথা পতা দেখিলোঁ। অলপ পৰৰ পিচতে চাহাবৰ বাকচ আদি মই থকা প্ৰথম শ্ৰেণীৰ কোঠাত ভৰ্তি কৰি দিলেহি। মোৰ ধৈৰ্য নোহোৱা হ'ল। মই তেতিয়া সেই বাকচবোৰ এটা এটাকৈ বাহিৰলৈ দলিয়াই দিলোঁ আৰু ক'লো, "এইটো প্ৰথম শ্ৰেণীৰ কোঠা। এইখন ব্ৰেকভান্ নহয়। এই মালবোৰ ইয়াত কোনে তুলিবলৈ আদেশ দিছে ?" তেতিয়া মই গাৰ্ডক মাতি আনি ক'লো, "তুমি কিয় এই মালবোৰ প্ৰথম শ্ৰেণীৰ কোঠাত ভৰাবলৈ উপদেশ দিছা ?' তাৰ পিচত সেই মালবোৰ আৰু মই থকা কোঠাত নভৰালে। এইদৰে কিছুসময় যোৱাৰ পিচত দেখিলোঁ, এজন মানুহে আহি মই থকা সিটো ছিটত চাহাবৰ বিচনা পাৰি আঠুৱা তৰি যোৱাৰ পিচত চাহাব এজন আহি মনে মনে শুই থাকিলহি।

চিনামৰা ষ্টেশ্যনত ৰাতি পুৱাল। মই বিচনা চপাই আঠুৱা তুলি চাহাবৰ মুখামুখি হ'লত 'গুড্ মৰ্ণিং' বুলি সম্বোধন কৰিলোঁ। তেৰোঁ মোক 'গুড্ মৰ্ণিং বুলি ক'লে। অলপ পৰৰ পিচত মই তেওঁক সুধিলোঁ, "কালি ৰাতি আপোনাৰ মালবোৰ এই কোঠাত ভৰাই দিছিল আৰু নেটিভৰ লগত একেলগে আপুনি ৰেলগাড়ীত নুঠে" বুলি কোৱাত মোক গাৰ্ডে ইণ্টাৰ ক্লাছলৈ যাবলৈ কৈছিল। চাহাবে ক'লে, "মই আচলতে তেনেকৈ কোৱা নাছিলোঁ।। তাৰ পিচত তেওঁ সুধিলে, মই কোকিলামুখলৈ যাম। কেনি যাব লাগিব।" মই কলোঁ, "এই গাড়ীয়েই আপোনাক কোকিলামুখ পোৱাই দিব।" যোৰহাটত মই তেওঁক 'গুড বাই' বুলি কৈ প্ৰথম শ্ৰেণীৰ কোঠাৰপৰা নামি আহিলোঁ। চাহাবে কওক বা নকওক, আমাৰ দেশীয় মানুহে চাহা-বক ভালৰি বোলাবৰ কাৰণে চাহাবৰ প্ৰতি অগাধ ভক্তিৰ আদৰ্শ দেখুৱাবলৈ গৈ আমাক অপমান কৰা দৃষ্টান্ত দুবাৰ দেখা পালোঁ। এবাৰ লুইত পাৰৰ ডাকবঙলাত, এইবাৰ মৰিয়নিত।

## নামতি আলি ষ্টেশ্যনত হোৱা ঘটনা

আমি কলেজত পঢ়োতে এবাৰ শ্ৰীযুত মাজু মোমাইদেউ আদি কেবাজনো শিমলুগুৰি ষ্টেশ্যনৰপৰা নামতি আলি ষ্টেশ্যনলৈ আহিছোঁ। সেই ৰেলতে এটা গোসাইৰ ল'ৰা ভজো ষ্টেশ্যনৰপৰা শিমলুগুৰিলৈ আহি-

ছিল। শিমলুগুৰি ষ্টেশ্যনত কোনোবা এজন আপোন মানুহে পাই তেওঁক ন-কছাৰি ষ্টেশ্যনলৈ যাবলৈ কোৱাত গোসাঁই ল'ৰাটোৱে শিমলুগুৰি ষ্টেশ্যনত নানামিলে। মই নাজিৰাত সেই টিকটটো গাৰ্ডৰ হাতত দি ক'লোঁ, "নাজিৰাত এওঁক ন-কছাৰিলৈ এটা টিকট কিনি দিব।" তেতিয়া তেওঁ টিকটটো লৈ গ'ল। মই নাজিৰা ষ্টেশ্যনত নামি ন-কছাৰিলৈ টিকট ল'ব নোৱাৰি ল'ৰাটোক ক'লোঁ, "নামতি আলিত গাড়ী বহুসময় ৰয় আৰু নামতি আলিৰ ষ্টেশ্যন মাষ্টৰজন মোৰ চিনাকি। তাত তোমাৰ টিকট কিনি দিম।"

আমি আটাইবোৰ তাত নামিলোঁ। মোমাইদেউহঁত ঘৰলৈ গ'ল। মই ল'ৰাটোৰ কাৰণে এটা টিকট লাগে বুলি সকলো কথা ভাঙি ক'লোঁ। তাত এজন অসমীয়া এছিষ্টেণ্ট ষ্টেশ্যন মাষ্টৰ আছিল। তেওঁ মোক বেয়া ভাষাৰে গালি পাৰি ক'লে. "তই টিকট নোহোৱা মানুহৰ টিকট কিনি দিবৰ কোন?" এইদৰে কোনো কথা নাভাবি মোক গালি পৰাত মোৰ উগ্ৰ খং উঠিল। মোৰ হাতত এডাল বেত আছিল। খঙতে দুছাট নে এছাট মাৰি দিলোঁ আৰু ক'লোঁ, "এইদৰে অভদ্ৰ ব্যৱহাৰ কৰা তোমাৰ একেবাৰে অনুচিত হৈছে।" তেওঁ তৎক্ষণাত মোৰপৰা সেই ল'ৰাটোৰ ওপৰঞ্চি ৰেলভাৰা আদায় কৰিলে। ল'ৰাটো ৰেলত উঠি গুচি গ'ল।

ষ্টেশ্যনৰ অসমীয়া পইণ্ট্‌ছমেন এটাৰ হতুৱাই তেওঁ ইতিমধ্যে মোক ষ্টেশ্যনৰ জিৰণি কোঠাত তলা মাৰি বন্ধ কৰি থ'লে। ৰেল যোৱাৰ বহুত পৰলৈ ষ্টেশ্যন মাষ্টৰ নহা পৰ্য্যন্ত মোক তাতে আবদ্ধ কৰি থোৱা দেখি মই গৰ্জি উঠিলোঁ। ষ্টেশ্যন মাষ্টৰে দুৱাৰ খুলি কোঠালৈ সোমাই আহি মোক একেবাৰেই চিনি নোপোৱা হ'ল আৰু ক'লে, "তুমি ৰেলৱে আইনৰ মতে ইয়াত বাধা জন্মাইছা। তোমাৰ ওপৰত গোচৰ হ'ব। তোমাক ৰেলৱে পুলিচত দিম।" মই ক'লোঁ, "তোমালোকে পুলিচত দিব পাৰা কিন্তু মোক ঘৰত তলা মাৰি আটক কৰি ৰাখিবৰ অধিকাৰ নাই।" এইবুলি কোৱাত ষ্টেশ্যন মাষ্টৰে চাৰ্জছীট এখন লৈ মোৰ আগত দিলে। মই তাত আদ্যোপান্ত ঘটনা বৰ্ণনা কৰি মোক অভদ্ৰ ভাষাৰে গালি পৰা আৰু জিৰণি কোঠাত তলা বন্ধ কৰি এঘণ্টামান আটক কৰি থোৱা বুলি লিখি দিলোঁ আৰু মোৰ যোৰহাটৰ ঘৰৰ ঠিকনা দি গুচি আহিলোঁ।

ইয়াৰ কিছুদিনৰ পিচত মই সৰ্বাইবন্ধা ঘৰত বেমাৰপৰি আছিলোঁ। এজন পুলিচ ইন্সপেক্টৰ আমাৰ ঘৰলৈ আহিছিল। মই ভাবিলোঁ, নামতি আলি ষ্টেশ্যনত হোৱা ঘটনাৰ বাবে মোৰ ওপৰত কিবা গোচৰ হ'ল হবলা। পুলিচ ইন্সপেক্টৰে মাথোন মোক ক'লে, "আপোনাৰ খবৰ লবলৈ আহিছিলোঁ মাত্ৰ। গুৱাহাটীলৈ অহা-যোৱা কৰোঁতে পিচত খবৰ পালোঁ— নামতি আলিৰ মাষ্টৰ দুজন আন ষ্টেশ্যনলৈ বদলি হ'ল।" মই ভাবিলো যে মোৰ ওপৰত

কৰা অত্যাচাৰৰ ফলতেই বোধকৰোঁ তেওঁলোক বদলি হ'ল । এই বিষয়লৈ একো তদন্ত নহ'ল ।

## পকুৱাই পোৱা

এবাৰ মই যোৰহাটৰপৰা নামতিলৈ ট্ৰেইনত গৈছিলোঁ। নামতি আলি ষ্টেশ্যনত ৰাতি হ'ল । মোমাইদেউইঁতৰ ঘৰলৈ যোৱা বাট এটাইদি গৈ আছোঁ । হাবিত ঘূৰি ঘূৰি কেবাবাৰো অহা-যোৱা কৰা মনত আছে । এইদৰে ঘূৰি ফুৰি মোমাইদেউহঁতৰ ঘৰৰ আগৰ পুখুৰীটো কেবাবাৰো দেখিলোঁ, আকৌ আন বাটেদি ঘূৰি ফুৰি বুঢ়ী আইৰ মৰিশালীখনো কেবাবাৰো দেখিলো; কিন্তু মোমাইদেউৰ ঘৰ বিচাৰি উলিয়াব পৰা নাই ।

এইদৰে কেবাঘণ্টাও বাট হেৰুৱাই ঘূৰি আছোঁ । এনেতে মই নামতিদ'লৰ ওচৰ পালোঁগৈ । নামতিদ'ললৈ যোৱা বাট এটা যেন দেখি সেইপিনেই পোনাই দিলোঁ । কিন্তু অলপ দূৰ গৈয়েই দ'লৰ ওচৰত থকা গড়খাৱৈত পৰি মই বোকাত পোত খালোঁ। তেতিয়া মোৰ হঠাৎ জ্ঞান হ'ল, মই দ'লৰ পুখুৰীৰ পাৰত ঘৰ কৰি থকা পোষ্ট মাষ্টৰ মুক্তাৰাম বাবুক চিঞৰ মাৰি মাত দিলোঁ আৰু মোক চাকি এটা দেখুৱাই দিবলৈ ক'লোঁ। তেতিয়া ৰবমুণ দিছিল । কেবাবাৰো চিঞৰ মৰাত তেওঁবিলাকৰ কোনোবাই মাত দিলে। "কোন আহিছে এইপিনে আহক, মই বাট দেখা নাই।" এই-বুলি কোৱাত তেখেতে খেৰৰ জুমুঠি এটা জ্বলাই মোক মাত দিলে আৰু মোৰ মাত শুনি মোৰ ফালে আহি মোক বাট দেখুৱাই দিলত মই বোকাৰে লুতুৰি-পুতুৰি হৈ তেখেতৰ ঘৰ পালোঁগৈ । তেখেতে মোক দেখি "আপুনি এইখিনি কেনেকৈ পালেহি" বোলাত মই সকলো কথা ক'লোঁ। তেতিয়া তেখেতে মোক ক'লে, "আপোনাক পকুৱাই পাইছিল।" হাত-ভৰি ধুবলৈ পানী দি তেখেতে ক'লে, "এতিয়া মই এটা মানুহ লগত দিওঁ । আপুনি মোমাইদেৱেকৰ ঘৰলৈ যাওঁক ।" মই ক'লো, "এতিয়া আৰু মই ৰাতি নাযাওঁ। আপোনাৰ ঘৰতে শুই থাকো।" মুক্তাৰাম বাবুৱে জলপান খাবলৈ দি মোক বিচনা এখন কৰি দিলে।

পিচদিনা পুৱা মোমাইদেউৰ ঘৰলৈ গ'লোঁ। মই দেখিলোঁ, মই মোমাইদেউৰ পদূলিমুখৰপৰাই দুই-তিনিবাৰ ঘূৰিছিলোঁ। তথাপি ঘৰলৈ যোৱা বাটে নগৈ অকাই-পকাই যেনি-তেনি ঘূৰি ফুৰিছিলোঁ। পকুৱাই পোৱা কথাৰ প্ৰমাণ মই নিজে পালোঁ। আগেয়ে এইবোৰ কথা উৰুৱাই দিছিলোঁ। সেই সময়ত মনলৈ অলপো ভয় অহা নাছিল। খালকে বাট যেন দেখিছিলোঁ।

## গুৱাহাটী কংগ্ৰেছ

১৯২৬ চনৰ আৰম্ভণিতে গুৱাহাটী কংগ্ৰেছৰ আয়োজন আৰম্ভ হ'ল। প্ৰথমতে পানবজাৰত এটা ঘৰ ভাৰা কৰি হাতীবৰুৱাই কংগ্ৰেছৰ কাম আৰম্ভ কৰে। পঁচিশ টকা ধৰণ দিলেই অভ্যৰ্থনা সমিতিৰ সভ্য হ'ব পৰা নিয়ম কৰি দিয়া হ'ল। হাতীবৰুৱাই গুৱাহাটীতে থাকিবলৈ ল'লে। তেওঁ প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ ছেক্ৰেটাৰী হৈয়ে আছিল। মই নিখিল ভাৰত শিপিনী সংঘলৈ টকাৰ বিষয়ে লিখা-লিখি কৰিবলৈ ধৰিলোঁ। এই সময়ত খদ্দৰ কাম খুব বেছিকৈ হ'ব বুলি টানি অনুৰোধ জনাই চিঠি লিখি নিখিল ভাৰত শিপিনী সঙ্ঘক জিৰণি নিদিছিলোঁ। সেই সময়ত আকৌ কংগ্ৰেছৰ বাবে এটা খদ্দৰ তম্বু তৈয়াৰ হোৱাৰ কথা ওলাইছিল। আমি সেই সুযোগ দেখুৱাই কংগ্ৰেছৰ তম্বুৰ বাবে অসমত খদ্দৰ তৈয়াৰ কৰি দিব পাৰিম বুলি লিখিলোঁ।

এইদৰে লিখালিখি কৰাৰ ফলত ১৯২৬ চনৰ সেই মাহত নিখিল ভাৰত শিপিনী সঙ্ঘই শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীক অসমলৈ পঠিয়াই মোক গুৱাহাটীলৈ মতাই পঠিয়ালে। আমি দেশভক্ত তৰুণৰাম ফুকনৰ ঘৰত আলোচনা কৰি কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আদি সকলোৱে নগাওঁ যাত্ৰা কৰিলোঁ। তাত প্ৰথমেই শ্ৰীযুত কণক শৰ্মাদেৱক এই কামৰ ভাৰ দিয়াৰ কথা হ'ল। তেখেতৰ ঘৰ নগাৱঁৰপৰা ছমাইল দূৰত। তেতিয়া তেখেতে কাঠৰ খুটাৰ কাৰবাৰ কৰিছিল। আমি এদিন ৰাতিপুৱা মটৰেৰে শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীক লগত লৈ পণ্ডিতজীৰ ঘৰ ওলালোগৈ। পণ্ডিতজী আচৰিত হ'ল। তেখেতৰ ঘৰৰ চাৰিওফালে গাৱঁৰ মানুহ-বিলাকে সূতা-কটা, তাঁত-বোৱা দেখি শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজী মোহিত হ'ল আৰু পণ্ডিতজীক লগত লৈ নগাওঁ টাউনলৈ আহি তাত নগাৱঁৰ কৰ্মী আৰু নেতাসকলৰ লগত পৰামৰ্শ কৰি তেখেতে প্ৰথমতে শ্ৰীযুত কণক শৰ্মাক এই কামৰ ভাৰ ল'বলৈ অনুৰোধ কৰিছিল। পণ্ডিতজীয়ে তেনে দায়িত্ব ল'ব নোৱাৰে বুলি কোৱাত নগাৱৰ তৰুণ কৰ্মী শ্ৰীযুত সত্যহাস গোস্বামীদেৱক অনুৰোধ কৰাত তেৱোঁ এই ভাৰ ল'ব নোৱাৰে বুলি ক'লে আৰু সকলোৱে এই কামৰ দায়িত্ব মই ল'ব লাগে বুলি মত দিয়াত শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীয়ে মোকে এই কামৰ বাবে ছেক্ৰেটাৰী আৰু একাউণ্টেণ্ট নিযুক্ত কৰি এটা সুন্দৰ ৰিপোৰ্ট লেখি নিখিল ভাৰত শিপিনী সঙ্ঘলৈ জনালে আৰু সময় অতীত হোৱা বাবে মোক নিখিল ভাৰত শিপিনী সঙ্ঘৰ অনুমোদন সাপেক্ষে কাম আৰম্ভ কৰিবলৈ আদেশ দি গ'ল। তেতিয়া আমাৰ হাতত ২০/২৫ মোন কপাহ জমা আছিল।

মই শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীৰ লগত গুৱাহাটীলৈ গৈ গুৱাহাটীৰ গুদামত থকা কপাহৰ দায়িত্ব বুজি লৈ নগাৱঁত খদ্দৰৰ কাম কৰিবলৈ ঘুৰি

আহিলোঁ। অলপ টকা দেশভক্ত ফুকনৰ হাতত আছিল। সেই টকাও মোক দিবলৈ শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীয়ে আদেশ দি গ'ল। মোৰ লগত দুজন কৰ্মী নিযুক্ত কৰি লবলৈ মোক আদেশ দিলে। মই নগাওঁ জিলাৰ শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাস আৰু শ্ৰীমান টুনীৰাম বৰুৱাক মাহে ত্ৰিশ টকা আৰু বিশ টকাত নিযুক্ত কৰিলোঁ। মোৰ খোৰাকী বাবদ মাহে পঞ্চাশ টকা মঞ্জুৰ কৰি দিলে আৰু ৰেলত ফুৰিবলৈ তৃতীয় শ্ৰেণীৰ ভাৰা মঞ্জুৰ হ'ল। তাৰ উপৰি অফিচৰ খৰচ আদি সৰ্বমুঠ মাহে এশ বিশ টকা মঞ্জুৰ কৰি দি শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজী গুচি গ'ল। মোৰ আশা পূৰ্ণ হল। হেঁপাহ পলুৱাই খদ্দৰৰ কাম কৰিবৰ কাৰণে এটা সুবিধা পাই বৰ আনন্দ লাভ কৰিলোঁ। মই মোৰ হেড্ অফিচ ধৰমতুলৰ শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাসৰ ঘৰতে কৰিলোঁ। টাউনত শ্ৰীযুত সত্যহাস গোস্বামীৰ ঘৰখনত থকা কৰিছিলোঁ আৰু বেৰেজীয়াত শ্ৰীযুত কণকচন্দ্ৰ শৰ্মাৰ ঘৰতে থাকিবলৈ লৈছিলোঁ।

মোৰ আগেয়ে দিয়া আঁচনিখন কাৰ্যত পৰিণত কৰি দেখুৱাবৰ কাৰণে মোৰ এটা সুবৰ্ণ সুযোগ ওলাল। প্ৰথমতে গুৱাহাটীত থকা কপাহেৰে কাম আৰম্ভ কৰি দিলোঁ। প্ৰথমে ২০।২৫ মোন কপাহ আমি কেইখনমান গাৱঁত বিলাই দিলোঁ বৰ কাপোৰ কৰিবৰ কাৰণে। ইতিমধ্যে নিখিল ভাৰত শিপিনী সঙ্ঘই ছহেজাৰ টকা কৰ্মবীৰ বৰদলৈৰ নামত পঠিয়ালে। সেই টকাৰে প্ৰথমতে এহেজাৰ টকা বৰদলৈদেৱে আমালৈ পঠিয়ালে। কপাহ কিনিবৰ কাৰণে শ্ৰীযুত কণক চন্দ্ৰ শৰ্মা আৰু নগাৱঁৰ প্ৰধান উকীল শ্ৰীযুত বিদ্যাধৰ বৰুৱাক লগত লৈ যমুনামুখৰ মাৰোৱাৰী শ্ৰীযুত জহৰমল আগৰৱালাৰ ঘৰত থাকি এহেজাৰ টকাৰ কপাহ কিনিলোঁ আৰু সেই কপাহ ধৰমতুল ষ্টেশানলৈ বুক কৰি দি আমি গুচি আহিলোঁ। এইদৰে ধৰমতুলৰপৰা আমি মৰিগাওঁ আদি অঞ্চলত ঘৰে ঘৰে কপাহ বিলাই দিয়া কামত লাগি গ'লোঁ।

গাৱঁলৈ কপাহ নিয়া বৰ অসুবিধা। গৰু-গাড়ীৰে কপাহ পাঁচ মোনতকৈ বেছি নিব নোৱাৰি। ইফালে বাট-পদূলিৰ অসুবিধা। কপাহ কান্ধেৰে ভাৰ বৈ ঘৰে ঘৰে জুখি দিব লাগে। আকৌ, কপাহ থ'বলৈকো সুবিধাৰ ঠাই নাই। মৰিগাওঁ অঞ্চলত এখন কানিৰ মহল আছিল। আমি তাতে থকাৰ বন্দোবস্ত কৰি ল'লোঁ। পানীৰ বৰ অসুবিধা। সেই অঞ্চলতো প্ৰায়েই ঘৰে ঘৰে মানুহবিলাক কলাজ্বৰত প্ৰপীড়িত হৈ আছে। ক'ৰবাত দুই-এটা কুঁৱা আছে। আমাক পানী আনিবলৈ নিদিয়ে। পানী আনিবলৈ গ'লে তেওঁলোকে নিজে কুঁৱাৰপৰা পানী তুলি দিয়ে। মানুহবিলাক বৰ সনাতনী বিধৰ আৰু অস্পৃশ্যতা দোষত দোষী।

আমি মৰিগাৱঁলৈ কপাহ লৈ যোৱাত মানুবিলাকে বৰ আনন্দ পালে। প্ৰায় প্ৰত্যেক মাইকী মানুহে গড়ে আধামোনকৈ কপাহ ল'লে

আৰু দৈনিক আজৰি সময় উলিয়াই দিনে-ৰাতিয়ে সূতা কাটিবলৈ ধৰিলে। কপাহ ধুনিবৰ কাৰণে গাৱঁৰ ছোৱালীবিলাকক প্ৰতিঘৰে নিমন্ত্ৰণ দি তামোল-চাহ খুৱাই বহুত কপাহ একে দিনাই ধুনি পাজি কৰি লয়। এইটো নিয়মক "হেডাৰি" বুলি কয়। এইদৰে কপাহৰ পাজি কৰি সকলোৱে দৈনিকে সূতা কটা কাম ঘৰে ঘৰে আৰম্ভ কৰি দিয়ে। আমি জোনাক নিশা একো একো ঘৰত ছোৱালীবিলাকে আনন্দেৰে সূতা কটা দেখিছিলোঁ। এইদৰে সূতাৰ দ'ম ঘৰে ঘৰে জমা হৈ গৈ থাকে। খেতি শেষ কৰি লৈ পুহ, মাঘ, ফাগুন, চ'ত—এই কেইমাহত সকলোৱে তাঁত ব'বলৈ আৰম্ভ কৰি দিয়ে। দৈনিক প্ৰতি ঘৰে একো একোখন বৰ কাপোৰ তিনি-চাৰি দিনৰ ভিতৰত উলিয়াই দিয়ে।

প্ৰথমবাৰ আমি কপাহ বিলাই দিয়াৰ পিচত পুলিচে মানুহবিলাকক ভয় খুৱাই দিলে যে গান্ধী কপাহৰ কাম কৰিলে আকৌ গাৱেঁ গাৱেঁ গোৰ্খালী সোমাবহি। আমি কপাহ বিলাই দিয়াৰ পিচত আকৌ কপাহ দিবলৈ যাওঁতে মানুহবিলাকে নানা আপত্তি কৰি কপাহ ল'ব নোখোজা হ'ল। আৰু আগেয়ে লোৱা কপাহো ফিৰাই দিবলৈ খুজিলে। আমি নিৰু-পায় হ'লো। মৰিগাৱঁত এখন হাট বহে। আমি সেই হাটতে কপাহ বিলাই দিবৰ বন্দোৱস্ত কৰি সেই থানাৰ দাৰোগাক কপাহ বিলাই দিয়াত আমাক সহায় কৰিবলৈ ক'লো। থানাৰ দাৰোগাই কপাহ ল'বলৈ কোৱাত তেওঁ বিলাকৰ ভয় ভাগিল। কপাহ আনন্দেৰে ঘৰে ঘৰে ল'লে। আমি মুঠতে তিনি হাজাৰমান টকাৰ কপাহ বিলাই দিলো। কাম পৰিদৰ্শন কৰিবৰ একো নাই। কপাহ ল'লেই ঘৰত বহি থাকিলেও বৰ কাপোৰ পোৱা যাবই। প্ৰতি দহসেৰ কপাহত বাৰহাত দীঘল আৰু তিনিহাত বহলৰ দুখন বৰ কাপোৰ হয়। এখন কাপোৰ কপাহৰ সলনি দিয়ে, আনখন পাঁচ টকা দামত কিনি ল'ব লাগে। মুঠতে আমি হিচাব কৰি চাই দেখিলো যে প্ৰত্যেকখন বৰ কাপোৰৰ দাম তিনি টকা বাৰ অনা হয়। মাহে বাৰশ টকাৰ খদ্দৰ উৎপন্ন হ'লে মাহেকে এশ বিশটকা কৰ্মীসকলৰ খৰচ ওলায়। মূলধন লোকচান হ'বৰ ভয় নাথাকে। কপাহ বিলাই দিব লাগে। একে সময়তে প্ৰায় জুন-জুলাইৰ ভিতৰত কপাহবোৰ দিয়া কাম শেষ হ'ব লাগে। বৰদলৈদেৱে সমুদায় টকা দিবলৈ মান্তি নহ'ল। তেখেতে ভাবিলে যে একে-বাৰে গোটেইখিনি টকা দি দিলে লোকচান হ'ব পাৰে। সেইবাবে নিখিল ভাৰত শিপিনী সঙ্ঘই দিয়া ছহেজাৰ টকাৰ কপাহ কিনা হৈ শুঠিল।

আমি কপাহ আধিলৈ দিয়াৰ বাহিৰেও বহুত কাপোৰ প্ৰত্যেক মানুহৰ ঘৰে ঘৰে তৈয়াৰ হৈছিল। তেওঁবিলাকে কপাহ নিজে নিজে যোগাৰ কৰি লয়। প্ৰায়বোৰ হাট-বজাৰ আৰু মাৰোৱাৰী দোকানত কপাহ কিনি-বলৈ পোৱা যায়। এফালে আমি কপাহ আধিলৈ দিওঁ আৰু আনফালে

বৰকাপোৰ কিনিবলৈ ধৰোঁ। মানুহবিলাক বৰ দুখীয়া। বৰকাপোৰ বেচিবলৈ পাই বিমান পাৰে কাপোৰ ব'বলৈ ধৰিলে। হাট-বজাৰতো বৰকাপোৰ কিনিবলৈ পোৱা যায়। কলিকতাত কংগ্ৰেছৰ যি তন্মু কৰাৰ কথা আছিল তেওঁবিলাকে অসমৰ খদ্দৰৰ নমুনা খুজি পঠিয়ালে। আমি কলিকতালৈ বৰকাপোৰ পাৰ্চেল কৰি পঠিয়ালো। বঙ্গদেশৰ খাদী প্ৰতিষ্ঠানে যি দামত খদ্দৰ দিবলৈ সম্মতি প্ৰকাশ কৰিছিল, সেই দামতে আমি খদ্দৰ দিলেহে তেওঁবিলাকে অসমৰ খদ্দৰ গ্ৰহণ কৰিব। আমি হিচাব কৰি চাই দেখো যে আমাৰ লোকচান হ'ব। বৰকাপোৰ খনেপতি প্ৰায় আঠ অনা ভৰণি হ'ব। এই লোকচানৰ টকাটো কংগ্ৰেছৰ অভ্যৰ্থনা সমিতিয়ে বহন কৰিব বুলি একৰকম স্থিৰ কৰি আমি ধৰমতুলৰপৰা কলিকতালৈ খদ্দৰ পাৰ্চেল কৰি পঠিয়াবলৈ ধৰিলোঁ। বৰদলৈদেৱে কংগ্ৰেছৰ সভ্যৰ্থনা সমিতিৰ সাধাৰণ সম্পাদক আৰু অসমৰ খাদী সঙ্ঘৰো সংগঠক। কাজেই এই টকা লোক-চান হ'লেও কংগ্ৰেছৰ সভ্যৰ্থনা সমিতিৰপৰা পোৱা হ'ব বুলি জনা আছিল।

আঘোন মাহ পালত শিপিনীসকলে আমাক কাপোৰ নিবলৈ মাতি-বলৈ ধৰিলে। আমি কান্ধত বোজাই কৰি দিনে দহ-বাৰখনকৈ কাপোৰ আনি মৰিগাৱঁৰ কানিৰ দোকানত জমা দিওঁহি। এইদৰে সকলো গাৱঁৰ-পৰা আধি কাপোৰ আনিবলৈ ধৰিলোঁ আৰু লগে লগে বৰকাপোৰ কিনিবলৈ ধৰিলোঁ। শ্ৰীযুত কণক চন্দ্ৰ শৰ্মাই গাৱেঁ গাৱেঁ আমাৰ লগত ফুৰিছিল। শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাস, শ্ৰীমান টুনী শইকীয়া আৰু মই অসমৰ গাৱেঁ গাঁৱে ফুৰিবলৈ ধৰিলোঁ। নগাওঁ জিলাৰপৰা জাগীৰোড পৰ্যন্ত আমাৰ কৰ্মভূমি। ৰহাৰ ওচৰতো বাৰপুজীয়া গাৱঁত এটা ডাঙৰ কেন্দ্ৰ আছিল।

বাৰপুজীয়াত কপাহ বিলাই দিবলৈ যাওঁতে এটা পাহৰিব নোৱাৰা ঘটনা হৈছিল। সেই ঘটনা ইয়াতে লিপিবদ্ধ কৰি দিয়াটো বেয়া নহ'ব যেন লাগে। শ্ৰীযুত কণক চন্দ্ৰ শৰ্মা আৰু মই কপাহ এগাড়ী নে দুগাড়ী লৈ বাৰপুজীয়ালৈ গৈছোঁ। সেইদিনা চৰাইবাহীৰপৰা কোনোবা এজন গোসাঁই বাৰপুজীয়ালৈ আহিব। চৰাইবাহীৰপৰা হেজাৰ-দেৰ হাজাৰ মানুহে গোসাঁ-ইক দোলাৰে লৈ আহিছে। ইফালে বাৰপুজীয়াৰপৰা প্ৰায় হেজাৰ-দেৰ হাজাৰ মানুহ গৈ মাজবাটৰপৰা গোসাঁইক দোলাৰে আগবঢ়াই আনিবলৈ গৈছে। বাৰপুজীয়াৰ নামঘৰ এটা ভালদৰে সজাই নামঘৰৰ সমুখত এখন কলগছৰ বেই দিয়া হৈছে। মুনিহ-তিৰোতা মানুহৰ ভিতৰত আনন্দৰ সীমা নোহোৱা হৈছে। সকলোৱে গোসাঁইৰ দৰ্শন লাভ কৰিবৰ কাৰণে হেঁপাহেৰে বাটলৈ চাই আছে। যথা সময়ত গোসাঁই আহি পোৱাত ৰাইজে তেখেতক বেহুত তামুলী-পিৰাত বহুৱাই চৰণ ধুৱালে আৰু তেখেতৰ চৰণ ধোৱা পানী

ঘৰে ঘৰে একো একোটা বাঁহৰ চুঙাত ভৰাই লৈ গ'ল। গোসাঁইৰ প্ৰতি ৰাইজৰ ইমান অগাধ ভক্তি দেখি আমি আনন্দিত হ'লোঁ আৰু মনে মনে ভাবিলোঁ যে এই গোসাঁইৰ হতুৱাই ৰাইজক কাপোৰ ব'বলৈ কোৱাব পাৰিলে আমাৰ কাম অতি সহজে হ'ব। ইয়াকে ভাবি শ্ৰীযুত শৰ্মা আৰু মই গোসাঁইক লগ ধৰিবলৈ তাতে অপেক্ষা কৰি আছিলোঁ। গোসাঁইক সেৱা আদি কৰোঁতে বহুত সময় গ'ল। প্ৰায় ৰাতি নমান বজাত আমি দুয়ো তেওঁৰ ওচৰলৈ গ'লোঁ। গোসাঁয়ে শ্ৰীযুত শৰ্মাক চিনি পায়; মই অচিনাকি। আমি সকলো কথা বুজাই গোসাঁইক ক'লো আৰু ৰাইজক কংগ্ৰেছৰ কাৰণে কপাহ লৈ বৰকাপোৰ বৈ দিবলৈ গোসাঁয়ে ৰাইজক আদেশ দিবৰ কাৰণে খাটনি ধৰিলোঁ। গোসাঁয়ে সেইৰূপ কথা মুখেৰে ক'ব নোৱাৰিলে। আমাক ক'লে, "এইটো একো নতুন কথা নহয়। ৰাইজে সূতা কাটিয়েই থাকে, বৰকাপোৰ ব'য়েই। মই আৰু কি ক'ম?" বহুপৰ গোসাঁইৰ লগত তৰ্ক কৰিও তেওঁৰ মুখে ৰাইজক কংগ্ৰেছৰ বাবে কাপোৰ বৈ দিয়াৰ কথা কোৱাব নোৱাৰি মই বৰ দুখ পালোঁ। তথাপি আমি বাৰপুজীয়াত থাকি তাৰৈ নিয়া কপাহ বিলাই দি আহিলোঁ।

## ভকত গাৱঁলৈ যাওঁতে আমাৰ বিপদ

ভকতগাৱঁত শ্ৰীযুত ধৰ্মকান্ত শৰ্মা পণ্ডিত থাকে। জাগীৰোড্ ষ্টেশ্যনৰপৰা ভকতগাৱঁলৈ পাঁচ মাইল বাট। মই আৰু শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাস দুয়ো জাগীৰোড্ ষ্টেশ্যনৰপৰা প্ৰায় দুইমান বজাত ভকতগাওঁ অভিমুখে যাত্ৰা কৰিলোঁ। গোটেই বাটটো উলুৱনিৰে ভৰা। সেই ঠাইডোখৰৰ নাম বাঘজাপ। আমি বাটে বাটে গৈ আছো। মই বিশ্বাসক সুধিলোঁ, "এইডোখৰ ঠাইক বাঘজাপ কিয় বোলে?" তেওঁ ক'লে, "ইয়াত বাঘ আছে। বহুত মানুহক এই ঠাইত বাঘে খাইছে। এবাৰ এজন চাহাব ৰাণীৰে ৰাতি আহিছিল। বাঘে ৰাতি ঘোঁৰাটো কামুৰি টানি নিছিল। ঘোঁৰাটো বাঘে খালে। চাহাবে পুৰা কোনোমতে প্ৰাণ লৈ ৰক্ষা পৰিল।" বাঘৰ নাম শুনাত মোৰ ভয় লাগিল। এইদৰে আমি প্ৰায় পোৱা মাইলমান গৈছো, এনেতে আমাৰ পাছফালে এটা প্ৰকাণ্ড বাঘ হাবিৰপৰা ওলাই আহি বাটত থিয় হ'লহি। আমি পাছফালে চোৱাত বাঘটো দেখিলোঁ। মোৰ ধাতু উৰি গ'ল। বাঘ অলপপৰ ৰাস্তাত থিয় হৈ আকৌ হাবিলৈ গুচি গ'ল। বাঘে আমাক নেদেখিলে। আমি ভকতগাওঁ পালোগৈ। তাত পণ্ডিত শ্ৰীযুত ধৰ্মকান্ত শৰ্মাক লগ পালোঁ। তেওঁৰ ঘৰ-দুৱাৰ পানীৰ তলত। আমাক ৰাখিবলৈ ঠাই নাই। আমি বাঘৰ কথা ক'লোঁ।

আমি অহাৰ উদ্দেশ্যও ক'লোঁ। পণ্ডিতজীয়ে আমাক ক'লে, "বৰ্তমান ইয়াত কাম কৰিব নোৱাৰি। গাওঁবোৰ পানীৰ তলত ডুবি আছে। বানপানী শেষ হ'লে মই যি পাৰোঁ কাম কৰিম বাৰু।" মই তাতে থাকিবৰ ইচ্ছা কৰিছিলোঁ। আকৌ বাটত বাঘ দেখোঁ বুলি ভয় লাগিছিল। পণ্ডিতজীয়ে ক'লে, "বাঘ সদায় ওলায়। ভয় একো নাই। আপুনি যাওঁক।" শ্ৰীযুত বিশ্বাসেও নিৰ্ভয় দিয়াত বাধ্য হৈ আহি কোনোমতে জাগীৰোড ষ্টেশ্যন পাই ৰেলত উঠি ধৰমতুললৈ আহিলোঁ।

## নগাওঁ ৰেল ষ্টেশ্যনত হোৱা ঘটনা

এবাৰ মই নগাওঁ ষ্টেশ্যনৰপৰা ধৰমতুললৈ আহিছিলোঁ। ষ্টেশ্যনত টিকট কিনিবলৈ ধৰিছো। এনেতে ৰেল এৰি দিলে। মই টিকট নিকিনি লৰ মাৰি চলন্ত ৰেলত উঠিলোঁ। গাড়ীৰ দুৱাৰৰ লোহাদালত ধৰি ধৰি ভিতৰলৈ সোমাবলৈ চেষ্টা কৰোঁতে দেখিলো যে সেই কোঠাত এজন পুলিচ ছাব-ইন্সপেক্টৰ আৰু কেইজনমান চিপাহীয়ে কেইটামান কয়দী লৈ আহিছে। মোক দুৱাৰ মেলি নিদিয়ে। মই জোৰ কৰি দুৱাৰ খুলিবলৈ ধৰাত এজন চিপাহীয়ে দুৱাৰখন বন্ধ কৰি দিলে। ইফালে ৰেল চলিবলৈ ধৰিলে। মই খঙেৰে ক'লোঁ।, "মানুহ মৰিবলৈ এৰি দিবানে? দেখা নাইনে, ৰেল চলাই দিলে!" এইদৰে কৈ দুৱাৰখন হেঁচা মাৰি দিয়াত দুৱাৰ মুকলি হল। মই সোমাই পৰিলোঁ। পুলিচৰ কনিষ্টবল আৰু ছাব-ইন্সপেক্টৰজনে মোক ঠাট্টা-বিদ্রূপ কৰিবলৈ ধৰিলে। মোক পেঘেনিয়াই পেঘেনিয়াই সুধিলে, "তুম কৌন হায়?" মই মুখেৰে মাত দিয়া নাই। তেতিয়া কোনোবা এজন চিপাহীয়ে ক'লে, "তুম বৰা চাহাব হ্যায়?" তেতিয়া মোৰ মুখত ওলাল, "হাম বৰা চাহাব নহী হ্যায়! লেকিন তুমহাৰা বৰা চাহাব হামকো চালাম দেতা হ্যায়।" এই কথা শুনি চিপাহীকেইজনে হাঁহি খলকনি লগাই "বৰা চাহাব ইন্‌কো চালাম দেতা হ্যায়!"—এইদৰে ক'বলৈ ধৰিলে। মোৰ মুখত কিয় তেনে কথা ওলাইছিল ক'ব নোৱাৰোঁ।

ফুলগুৰি ষ্টেশ্যনত নামিলোঁ আন এটা কোঠালৈ যাওঁ বুলি। ইফালে সেই ট্ৰেইনতে নগাওঁ জিলাৰ পুলিচৰ বৰ চাহাব শ্ৰীযুত গুৰুপ্ৰসাদ বৰুৱাও ধৰমতুললৈ যাবৰ কাৰণে আহিছে। মোক দেখি তেখেতে মাত লগালে, "গুড্ মৰ্ণিং শৰ্মা, আপুনি ক'লৈ যায়?" মই ক'লোঁ, "ধৰমতুললৈ যাওঁ।" তেতিয়া তেখেতে ক'লে, "মোৰ ইয়ালৈ আহক। ইয়াত উঠকহি।" মই ক'লোঁ, "মোৰ টোপোলা এটা আছে, লৈ আহোঁ।" তেখেতে ক'লে, "আপুনি আনিব নালাগে আহক।" মই গৈ তেখেতে বহা দ্বিতীয় শ্ৰেণীত

থাকিলোঁ। মই থকা খোটালীৰ চিপাহীকেইজন অবাক হ'ল। এই লেৰেলা-চেপেটা মানুহটোক দেখোন সঁচাকৈয়ে বৰচাহাবে চালাম দিলে। তেওঁ-বিলাকেও পুলিচৰ বৰ চাহাবক গৈ চালাম দিলে আৰু বৰুৱাদেৱে মোৰ টোপোলাটো তাৰপৰা লৈ আহিবলৈ কোৱাত চিপাহী এজনে মোৰ টোপোলাটো আনি দি মোকো এটা চালাম দি গ'ল। তেখেতে গুৰগুৰিত ধঁপাত খায়। ময়ো তেতিয়া ধপাত খাইছিলোঁ। মোক, ক'লে "শৰ্মা, ধঁপাত খাওক।" ময়ো বৰাচাহাবৰ গুৰগুৰিত ধপাত খালোঁ। চিপাহীকেইজনৰ ভয়ত মুখ শুকাই গ'ল, জানোচা মই তেওঁবিলাকে কোৱা কথাবোৰ কৈ দিওঁ। মই সেই বিষয়ে বৰুৱাদেৱক একো নক'লোঁ। মোৰ মুখত ওলোৱা কথাটো তপতে তপতে প্ৰমাণ হোৱাত মই আচৰিত হৈছিলোঁ।

চাপৰমুখ ষ্টেশ্যনত ধৰমতুললৈ টিকট কিনিবলৈ গলোঁ। মোৰ হাতত টকা এটা মাত্ৰ আছিল। টিকট মাষ্টৰে টকাটো বেয়া বুলি ওভো-তাই দিলে। মই উপায় নাপাই শ্ৰীযুত বৰুৱাদেৱক এটকা ৰূপ ধাৰলৈ খুজিলোঁ। তেখেতে এটকা ৰূপ মোক দি ক'লে, "মোক ধাৰ মাৰিব নালাগে। কিয়নো, মই সাত শ টকা দৰমহা পোৱাৰ যোগ্য নহওঁ, অথচ পাওঁ; আৰু আপুনিও পঞ্চাশ টকা লৈ খটাৰ যুক্তি নাই, কিন্তু সেইদৰেই খাটি আছে।" মই আকৌ টিকট মাষ্টৰক মোৰ পুৰণা টকাটোকে দিলোঁ। মোক টিকট দি দিলে। মই আহি বৰুৱাদেৱক সেই টকাটো ঘূৰাই দিলোঁ।

ইতিমধ্যে আমি ধৰমতুল পালোঁগৈ। তাতে এটা ডাক বঙলা আছিল। তাতে মোক তেখেতে চাহ-জলপান খুৱাইহে পঠিয়ালে। তেখেতে তাত এটা হত্যাৰ অভিযোগ তদন্ত কৰিবলৈ গৈছিল। দুই-তিনি-দিন তাতে থাকি পুলিচৰ ওপৰত দোষাৰোপ কৰিছিল। সেই সময়ত ধৰমতুলত পূজা হৈছিল। তাতে এটা মানুহক কোনোবাই পুজাৰ ৰভাতে হত্যা কৰিলে। পিচত এজন লালুং আৰু এজন কৈৱৰ্ত্ত আচামী ধৰা পৰিল। দুইজনকে আচামী কৰি পঠিয়ালে। সাক্ষী পাবলৈ নোহোৱা হ'ল। কৈৱৰ্ত্ত আৰু লালুং একগোট হ'ল। কাৰো বিপক্ষে কোনেও সাক্ষী নকয়। পুলিচৰ ছুপাৰিণ্টেণ্ডেণ্টে এইটো কথা ঠিক নহ'ল বুলি কৈছিল। এজনক সাক্ষী কৰি দিয়া হ'লে মোকৰ্দ্দমা প্ৰমাণ হ'লহেঁতেন। এতিয়া দুইজন আচামী খালাচ হ'ব প্ৰমাণৰ অভাৱত।

ইয়াৰ পিচত পুলিচৰ বৰচাহাবে মোক শ্ৰীযুক্ত সত্যহাস গোস্বামীৰ ঘৰত পাই সুধিছিল, "আপুনি দোখোন আমাৰ তালৈ নাযায়।" মই "যাম বাৰু" বুলি কলোঁ। এদিন পুৱা মই গলোঁ। তেতিয়া এটা জনৰৱ উঠিছিল যে পুলিচৰ বৰচাহাবে তেওঁৰ ছোৱালীজনীৰ চুলিবোৰ কটাই দিলে। মই গৈ পালত তেখেতে পুলিচৰ কৰ্ম্মচাৰীসকলক বিদায় দিলে। মই ক'লোঁ, "মই আপোনাৰ ওপৰত এটা মোকৰ্দ্দমা লৈ আহিছোঁ। আপুনি

ছোৱালীজনীৰ চুলিবোৰ কিয় কটাই দিলে? নগৰত এই কথা লৈ বহুত শুনিছোঁ।" ছোৱালীজনীক পাই সুধিলোঁ, "আইদেউ, তুমি চুলি কাটিবলৈ কিয় দিলা?" তেতিয়া শ্ৰীযুত বৰুৱাদেৱে ক'লে, "শৰ্মা, চুলিত ঘৰ ওকণি হৈছিল। সেইবাবে চুলি কটাই দিলোঁ। আন একো কাৰণ নাই।" মোক ধুমধাম্ কৰি চাহ-জলপান খুৱালে। তেতিয়া মই ক'লোঁ, "আপুনি আমাক এইবাৰ খদ্দৰ তৈয়াৰ কৰাত সহায় কৰক আৰু পুলিচক এই বিষয়ে ক'ব। তেতিয়া তেখেতে ক'লে, "যদি কোনো পুলিচে এই কামত বাধা দিয়ে আপুনি মোক জনাব।" তেতিয়াৰেপৰা আমাৰ কাম বৰ সহজ হৈছিল।

মৰিগাৱঁত এদিন এটা ঘটনা হৈছিল। শ্ৰীযুত বিশ্বাস আৰু মই ধৰঙাবাৰী আদিলৈ গৈ বৰকাপোৰ কান্ধত লৈ আহি গধূলি মৰিগাৱঁৰ কানিৰ দোকান পালোঁহি। কানিৰ দোকান বন্ধ হ'ল। আমি এজোপা বকুল গছৰ তলতে বৰকাপোৰবে বিচনা পাৰি শুলোঁ। আমাৰ টোপনি আহিল। ৰাতিপুৱা খবৰ ওলাল যে বাঘে সেই বাটেদি প্ৰায় আধা-মাইলমান দূৰত গৈ গোহালিৰপৰা গৰু টানি নিছিল। আমাক ভগৱানে ৰক্ষা কৰিলে। আমি শুই থাকোঁতে আমাৰ মূৰৰ ওপৰেদি এইটো বিপদ গ'ল। ভগৱানক প্ৰাৰ্থনা জনালোঁ। দন্দুৱাৰ ৰজাৰ ঘৰলৈ গ'লোঁ। তাতো কপাহৰ কাম হৈছিল। মই তেতিয়া চাহ-পানী খোৱাৰ অভাৱত এটা 'ওভালটিন'ৰ টেমা লৈ ফুৰিছিলোঁ। গৰম পানী কৰি লৈ মই মাজে মাজে ওভালটিন খাওঁ। গাৱঁৰ ল'ৰা-ছোৱালীবিলাকে আহি বেঢ়ি ধৰি সুধিলে, "কি খাইছা?" মই তেতিয়া তেওঁলোকক গৰম পানী সৰহকৈ কৰিবলৈ ক'লোঁ। গোটেই টেমাটো ঢালি দি ওভালটিন তৈয়াৰ কৰি ল'ৰা-ছোৱালী-বোৰক খাবলৈ দিলোঁ। ল'ৰা-ছোৱালীবোৰে ক'লে, "তুমি বৰ টেঙৰ। চাহ-পানী গুৰি কৰি টেমাত ভৰাই লৈ ফুৰিছা।" আটাইবোৰ ল'ৰা-ছোৱালীয়ে খাই বৰ আনন্দ পালে। ময়ো বৰ আনন্দ পালোঁ।

আৰু এদিন এটা ঘটনা হৈছিল। শ্ৰীযুত কণকচন্দ্ৰ শৰ্মাদেৱ, মই আৰু শ্ৰীমান টুনিৰামে মৰিগাওঁ অঞ্চলৰপৰা এখন গৰুৰ গাড়ীৰে বৰকাপোৰ লৈ আহিছোঁ। বাটত এটা বৰ ডাঙৰ গৰা আছিল। ৰাতি আমি তিনিও গাড়ীত মজাকৈ শুই আহিছোঁ। সেই গৰাত গাড়ীখন উজাৰ খাই পৰি গ'ল। আমি আটাইকেইজন গাড়ীৰ তলত পৰিলোঁ। বৰ-কাপোৰবোৰ আমাৰ গাৰ ওপৰত পৰিল। প্ৰত্যেকজনেই "মৰিলোঁ মৰিলোঁ" বুলি চিঞৰিবলৈ ধৰিলে। গৰুহাল ক'ৰবাত পৰিলগৈ। গাৰোৱান পৰিল ক'ৰবাত। আমি ভাবিলোঁ, আটাইকেইজনৰ দিহা লাগিল। অলপ পৰৰ পিচত এজন এজনকৈ ওলালোঁ। কাৰো বিশেষ একো জখম নহ'ল। সেই ৰাতি আমাৰ আৰু আহিবলৈ নহ'ল। গাৱঁৰ এটা নামঘৰতে থাকি পিচদিনা কাপোৰ লৈ ধৰমতুল পালোঁহি।

পূজাৰ বন্ধত মই ঘৰৰপৰা চিঠি পালোঁ যে মোৰ পৰিবাৰ শয্যাগত আৰু তেওঁ এজনী মৃত ছোৱালী প্ৰসৱ কৰি জীৱন্মৃত অৱস্থাত আছে। খবৰ পাই মই ঘৰলৈ আহিলোঁ। এনে সময়তে বৰদলৈদেৱে নগাৱঁলৈ আহি মোক নাপাই উগ্ৰ খং উঠিল আৰু য'তে যিহকে পায় মোৰ বিপক্ষে কৈ ঘৰলৈ গ'ল আৰু গুৱাহাটীতো মই সকলো কাম পণ্ড কৰিম বুলি প্ৰচাৰ কৰিলে। মই ঘৰলৈ আহি দেখোঁ যে মোৰ পৰিবাৰ একেবাৰে শয্যাগত। ঘৰত প্ৰায় এসপ্তাহমান থাকি পৰিবাৰৰ শৰীৰ অলপ ভাল হোৱা যেন দেখি আকৌ নগাৱঁলৈ যাত্ৰা কৰিলোঁ। নগাওঁ পাই বৰদলৈদেৱে মোৰ বিপক্ষে কোৱা কথাবোৰ শুনি বৰ দুখিত হ'লোঁ। কাম নকৰোঁ বুলি মনতে স্থিৰ কৰি গুৱাহাটীলৈ গ'লো। বৰদলৈদেৱৰ ঘৰ পাই তেখেতক সকলো কথা কৈ "মই কাম নকৰোঁ" বুলি মোৰ বাব গতাই দিলোঁ আৰু তেখেতে কোৱা কথাবোৰৰ তীব্ৰ প্ৰতিবাদ কৰিলোঁ। মই মোৰ পৰিবাৰৰ অসুখৰ বিষয়ে বুজাই কোৱাত বৰদলৈয়ে চকুপানী টুকি পেলালে। তৎক্ষণাত মোক আঁকোৱাল মাৰি মাৰি ক্ষমা প্ৰাৰ্থনা খুজিলে। ময়ো গলি গলোঁ আৰু বৰদলৈদেৱৰ মনত আঘাত লগা যেন দেখি ময়ো তেখেতক ক্ষমা প্ৰাৰ্থনা খুজিলোঁ। ক্ষন্তেকৰ বিবাদ ভাগি গ'ল।

## বনৰীয়া হাতীৰ উপদ্ৰৱ

ধৰমতুলত থাকোঁতে সেই অঞ্চলৰ কিছুমান গাৱঁত বনৰীয়া হাতীয়ে মানুহৰ ঘৰ-দুৱাৰ ভাঙি পথাৰৰ ধান নষ্ট কৰা খবৰ লৈ সেই অঞ্চলৰ মানুহে আহি মোক নগাওঁ জিলাৰ ডেপুটী কমিছনাৰ চাহাবলৈ এখন দৰখাস্ত দিবলৈ অনুৰোধ কৰিছিলহি। হাতীৰ সংখ্যা প্ৰায় সত্তৰ-আশীটামান হ'ব। মই ক'লোঁ "তোমালোকৰ দৰখাস্ত ডেপুটী কমিছনাৰ চাহাবৰ ওচৰ পায়গৈ মানে ইফালে হাতীয়ে শেষ কৰিব। গৱৰ্ণৰ বাহাদুৰলৈ টেলিগ্ৰাম কৰিলে দহ-বাৰ টকা ৰূপ খৰচ হ'ব।" তেওঁবিলাক মান্তি হ'ল। মই এখন দীঘলীয়া টেলিগ্ৰাম গৱৰ্ণৰ বাহাদুৰলৈ পঠিয়ালোঁ। তাৰ এটা কপি নগাওঁ জিলাৰ ডেপুটী কমিছনাৰলৈ টেলিগ্ৰাম কৰি পঠিয়ালোঁ। প্ৰায় পাঁচ-ছঘণ্টাৰ মূৰত নগাওঁ জিলাৰ সকলো চিকাৰী গৈ হাতীবোৰ ভয় দেখুৱাই খেদাই দিবলৈ শিলঙৰপৰা খবৰ আহিল। প্ৰায় চাৰি-পাঁচমান বন্দুকধাৰী বহুত চিকাৰী গৈ ধৰমতুলত হাজিৰ হ'লহি। তেওঁলোকে হাতীয়ে উপদ্ৰৱ কৰা ঠাইলৈ গৈ হাতীয়ে ঘৰ, শস্যাদি নষ্ট কৰাৰ প্ৰমাণ পালে, কিন্তু হাতী দেখা নাপালে। চিকাৰীৰ ভয়তেই হ'বলা বনৰীয়া হাতীয়ে উপদ্ৰৱ নকৰা হ'ল। পিচত কোনে টেলিগ্ৰাম দিলে

মনে মনে বিচাৰ কৰিছিল টেলিগ্ৰামখন মই এজন গাওঁবুঢ়াৰ নামত ৰাইজৰ হৈ দিছিলোঁ। ময়ে যে টেলিগ্ৰাম কৰিছিলোঁ সেইটো জানিবলৈ কাৰো বাকী নাথাকিল। এই ঘটনাৰ পিচত সেই অঞ্চলৰ গাৱঁলীয়া মানুহক দহ-পোন্ধৰটা বন্দুক দিবলৈ হুকুম হৈছিল। কিছুমানে বন্দুক ল'লে। ইয়াৰ পিচত গৱৰ্ণৰ চাহাব ধৰমতুললৈ কিবা কাৰণত গৈ ধৰমতুলৰ ডাকবঙলাত এৰাতি আছিলগৈ। পুৰা সেই গাওঁবুঢ়াই; যাৰ নামত টেলিগ্ৰাম পঠিওৱা হৈছিল, ডাক বঙলাত গৱৰ্ণৰ বাহাদুৰক দেখা কৰিছিল। পিচত তাক গাওঁ-বুঢ়া-পদৰপৰা বৰ্থাস্ত কৰিছিল বুলি শুনিছিলোঁ।

গুৱাহাটী কংগ্ৰেছ অধিবেশনৰ কাম ধুম্‌ধাম্‌কৈ আৰম্ভ হ'ল। দেশভক্ত তৰুণৰাম ফুকন অভ্যৰ্থনা সমিতিৰ সভাপতি, কৰ্মবীৰ বৰদলৈ সাধাৰণ সম্পাদক নিযুক্ত হ'ল। ভাগে ভাগে দহ-বাৰটামান বিভাগ খুলি পাণ্ডুঘাটৰ ওচৰত থকা ঠাইত 'পাণ্ডৱ নগৰ' নাম দি কংগ্ৰেছ নগৰ পতা হ'ল। খাদী প্ৰদৰ্শনী বিভাগৰ সম্পাদক নিযুক্ত হ'ল গুৱাহাটীৰ প্ৰবীণ উকীল সুৰেশ দাসগুপ্ত। ময়ো সেই কমিটিৰ সদস্যভুক্ত হ'লোঁ। ডিচেম্বৰ মাহ আহিল। আমাৰো বৰকাপোৰ সংগ্ৰহ হোৱা কাম প্ৰায় শেষ হ'লহি। যি কাপোৰ আদায় কৰিবলৈ বাকী আছিল সেইবোৰ তুলিবৰ ভাৰ দি মই গুৱাহাটীলৈ আহিলোঁ। পান বজাৰত খাদী বোৰ্ডৰ কাৰণে এটা ঘৰ মাহেকে ত্ৰিশ টকা ভাৰাত লৈ তাতে খাদী ভাণ্ডাৰ খুলিলোঁ। মোৰ হেড্‌অফিচ গুৱাহাটীতে কৰিলোঁ।

সেই সময়তে কপাহৰ গুদাম এটাৰ আৱশ্যকতা বুজি মৰিগাৱঁত এটা ঘৰ সাজিবলৈ স্থিৰ কৰি প্ৰায় এহেজাৰমান টকা খৰচ কৰি শ্ৰীযুত বিশ্বাসক ঘৰ সাজিবলৈ লগাই দিলোঁ। তেওঁ ইতিমধ্যে ঘৰটো সজালে। কৰ্মবীৰ বৰদলৈৰপৰা আঢ়েশ টকা লৈ মই শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাসক মৰিগাওঁ অঞ্চলৰ ৩০।৩৫ জনীমান শিপিনী আনিবলৈ ভাৰ দিলোঁ। লগতে যতৰ, তাঁতশাল বোৱা ৰচদ-পাতি লৈ আহিবলৈকো ভাৰ দিলোঁ। মই যোৰহাটলৈ মোৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালীহঁতক আনিবলৈ গ'লোঁ। মোৰ পৰিবাৰ, ল'ৰা-ছোৱালী আদিক লৈ আহি যোৰহাট ৰেলৰ ইণ্টাৰ ক্লাছৰ টিকট কিনি ইণ্টাৰ ক্লাছত ঠাই নাপাই আপাৰ ক্লাছত উঠি বহিলোঁ। ষ্টেশান মাষ্টৰে ক'লে, "আপুনি তৃতীয় শ্ৰেণীলৈ যাওক।" মই ক'লোঁ, "মই ইণ্টাৰ ক্লাছৰ টিকট লৈ কিয় তৃতীয় শ্ৰেণীত যাম? মোক আপাৰ ক্লাছত ঠাই দিয়া আৰু ওপৰঞ্চি যি হয় লোৱা। মই কেতিয়াও তৃতীয় শ্ৰেণীত নাযাওঁ।" এইদৰে আমাৰ উভয়ৰে ভিতৰত কাজিয়া লাগি থকা দেখি সেই সময়ৰ যোৰহাট প্ৰভিন্সিয়েল ৰেলৰ মেনেজাৰ মিঃ পি, চি, বসুৱে আহি মোক আপাৰ ক্লাছতে যাবলৈ দিলে। তেখেতে আহি মোক মৰিয়নিত এটা দ্বিতীয় শ্ৰেণী ৰিজাৰ্ভ কৰি দি বহুত সহায় কৰিছিল। পাণ্ডৱ নগৰত

অস্থায়ীভাৱে এটা ষ্টেশ্যন খুলিছিল। আমি তাতে নামিলোঁ। সেই বন্ধুৱে আমাক নমস্কাৰ জনাই নিজেও কলিকতাৰ ফালে গ'ল।

গুৱাহাটী কংগ্ৰেছৰ প্ৰদৰ্শনীৰ আঠোটা কোঠালী আমি লৈ তাত নগাঁৱৰ শিপিনী, ল'ৰা-ছোৱালী, মুনিহ-তিৰোতা প্ৰায় পঞ্চাশজন একেলগে থাকি খোৱা-বোৱা কৰিবলৈ প্ৰদৰ্শনীৰ ভিতৰতে বন্দোবস্ত কৰি ললোঁ। ৰান্ধনী ঘৰ, পায়খানা সকলো তাৰ ভিতৰতে কৰা হৈছিল। আমাৰ কেম্পৰ ওচৰতে এটা ডাঙৰ কুঁৱা আছিল। তাৰপৰা পানী অনা হৈছিল। ইফালে কংগ্ৰেছৰ প্ৰকাণ্ড তম্বু আহি পালেহি। পাণ্ডুৰ নগৰত প্ৰায় ৭০।৮০ হেজাৰ মানুহ থাকিব পৰা তম্বু তৰা হ'ল। সেই বিৰাট তম্বুৰ ভিতৰৰ বহা ঠাইত অসমৰ খদ্দৰ পাৰি দিয়া হৈছিল আৰু নেতাসকলৰ কেম্প-বোৰতো অসমৰ খদ্দৰ পাৰি দিয়া হৈছিল। এইদৰে যেনিয়ে চোৱা যায় অসমৰ খদ্দৰৰ বিৰাট প্ৰদৰ্শনী হ'ল। মই কিছুমান বৰকাপোৰ কাটি ৰং লগাই টেবুল ক্লথ, বিচনা চাদৰ, পাঞ্জাবী, টুপী আদি কৰি প্ৰদৰ্শনীত সজাই থৈছিলোঁ আৰু বাছকবনীয়া বৰকাপোৰ প্ৰায় দেৰ-দুশমান থৈ দিছিলোঁ। এই সময়ত বৰদলৈ ডাঙৰীয়াই মোক অলপ ভাল নোপোৱা হৈছিল। তাৰ প্ৰধান কাৰণ মই কাপোৰবোৰ খোজামাত্ৰে দিয়া নাছিলো। শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীয়ে খদ্দৰ বাকী কৰি বিক্ৰী কৰিবলৈ মানা কৰিছিল। এই পৰ্যন্ত অভ্যৰ্থনা সমিতিক প্ৰায় এহেজাৰমান টকাৰ কাপোৰ বাকীকৈ দিয়া হৈছিল। মই নগদ টকা দিলেহে কাপোৰ দিম বুলি কোৱাত তেখেতে মোৰপৰা কাপোৰ নিকিনি বিহাৰ খাদী ভাণ্ডাৰৰপৰা কিছু কাপোৰ নিছিল। বিহাৰ খাদী ভাণ্ডাৰেও পিচত দিব নোৱাৰা হ'ল।

ইতিমধ্যে শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰ আৰু শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজী আহি পোৱাত বৰদলৈদেৱে মোৰ বিষয়ে ক'লে, "শৰ্মাই কাপোৰ নেবেচে।" পিচত শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰ আৰু শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীয়ে কোৱা মতে মোৰ হাতত যি কাপোৰ আছিল দি দিলোঁ। ইফালে খদ্দৰৰ প্ৰদৰ্শনীত অসমৰ খাদী দেখুৱাবৰ কাৰণে কিছুমান বৰকাপোৰ লগা হ'ল। সেইবোৰ বৰকাপোৰ দেখি শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰে মোক সুধিছিল, "শৰ্মাজী, এইবোৰ খাদী দিছে নে এণ্ডী দিছে?" তেখেতে আকৌ ক'লে, "শৰ্মাজী, এইবাৰ আপুনি খুব ভাল কাম কৰিলে। আপোনাৰ বৰ আনন্দ দেখিছোঁ।" এদিন আমি সদলবলে কংগ্ৰেছৰ তম্বুৰ ওচৰলৈ গৈ মহাত্মাজীয়ে নিজে আহি কংগ্ৰেছ পতাকা উত্তোলন কৰা চালোঁ।

অভ্যৰ্থনা সমিতিৰ সভাপতি দেশভক্ত ফুকন ডাঙৰীয়াই নগাঁও জিলাত নিখিল ভাৰত শিপিনী সঙ্ঘৰ এটা শাখাত প্ৰায় ত্ৰিশ হেজাৰ গজ খদ্দৰ তৈয়াৰ কৰা হৈছে বুলি অভিভাষণত লেখাত শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰে মোক কংগ্ৰেছ এৰি দি নগাঁৱলৈ যাবলৈ অনুৰোধ কৰিছিল। মই তেতিয়া

ক'লো, "এই সময়ত প্ৰায়বিলাক মানুহ গুৱাহাটী কংগ্ৰেছ চাবলৈ আহিছে। নগাৱঁত একো কৰিব পৰা নহ'ব। কংগ্ৰেছ শেষ হ'লে যোৱাটো ভাল হ'ব।"

ইতিমধ্যে দুই-এটা সৰু সৰু কথাত বৰদলৈৰ লগত মোৰ মতানৈক্য হৈছিল। তেখেতে বিহাৰৰপৰা কাপোৰত ছাব-মোহৰ মৰা এটা পাৰ্টি টেলিগ্ৰাফ্ দি অনাইছিল। খৰচ প্ৰায় দেৰশমান দিবলগীয়া হৈছিল। মই এই টকাটো অভ্যৰ্থনা সমিতিৰপৰা দিব লাগে বুলি কৈছিলোঁ। আমি আমাৰ এটা ৰিপোৰ্ট প্ৰকাশ কৰিছিলোঁ। তাত প্ৰায় ৩০।৩৫ টকা খৰচ পৰিছিল, তদুপৰি কাপোৰৰ ৰং আদি কৰোতেও প্ৰায় ৪০ টকামান খৰচ হৈছিল। এইবোৰ খৰচ হৈছিল যদিও তাৰ দাম কাপোৰ বিক্ৰী কৰি আদায় কৰা হৈছিল। এইবোৰ কথাৰ বিষয়ে বোধহয় বৰদলৈয়ে শ্ৰীযুত শঙ্কৰলাল আদিক কৈছিল। শ্ৰীযুত শঙ্কৰলালজীয়ে মোক সুধিছিল, "How is it, Mr. sarma, you are not pulling on with Mr. Bordoloi ?" মই বোধকৰোঁ মোৰ দোষ হ'ব পাৰে বুলি ক'লোঁ। আমি নগাৱঁৰপৰা মহাত্মাজীলৈ এখন খদ্দৰৰ ধুতি আৰু এখন বৰকাপোৰ পঠিয়াইছিলোঁ।

যথা সময়ত মহাত্মাজীয়ে প্ৰদৰ্শনী চাবলৈ আহিল। তেখেতে বক্তৃতা দি অসমৰ ছোৱালী আৰু মহিলাসকলে সূতা কটা, তাঁত বোৱা ঠাইলৈ আহিছিল। পণ্ডিত মদনমোহন মালব্যজীও লগতে আহিছিল। তেখেতে মহাত্মাজীক ক'লে, "Little girls are spinning." মহাত্মাজীয়ে হাঁহি হাঁহি উত্তৰ দিলে, "Every little girl can spin." তেখেতে তাঁত বোৱা, সূতা কটা ভালকৈ চালে। মীৰা বেনে মোক কৈছিল, 'মোৰ হাতত আৰু ষাঠি হেজাৰ টকা থকা হ'লে মই সেই টকা অসমৰ কাৰণে দিলোহেঁতেন।" অসমৰ খদ্দৰৰ প্ৰদৰ্শনী এইবাৰ ভালকৈ হ'ল।

এই ছমাহৰ ভিতৰত ইমান বেছি পৰিমাণে খদ্দৰ তৈয়াৰ হোৱাত সকলোৱে মোক অসমৰ খদ্দৰ ক'ত ক'ত হয়, কেনেকৈ মানুহবিলাকে কাম কৰে ইত্যাদি কথা সুধিছিল। অসমীয়া বৰকাপোৰ দেখি সকলো মোহিত হৈছিল। মহাত্মাজীয়ে গুৱাহাটী কংগ্ৰেছৰ বিষয়ে এইদৰে মন্তব্য কৰিছিল, "When in Kanpur, the Assam delegates gave the invitation to hold the Congress of 1926 at Gauhati and the Congress accepted the invitation, I was filled with misgivings. I felt that Assam was too far away, too unorganised and too poor to shoulder the heavy burden of holding a Congress session. Gauhati has a population of only 16,000. No place with such a small population has before Gauhati had the tenacity to invite the Congress to Gauhati. However, beat all previous records, and in an incredibly short space of time, erected in the midst of surroundings of great natural beauty on the banks of the Great Brahmaputra, a city under Khadi canvas. The huge Congress pavilion itself was made of pure Assam Khadi. The Recep-

tion Committee had to import materials and men from outside in order to provide for the varied tastes of delegates and visitors from different provinces. Leader's quarters were isolated from the delegates quarters when I resented the isolation, I was told that it was not done intentionally but it had to be done because there was not enough ground available in one single spot to provide accomodation for all. The construction of the cottages was incredibly simple. Assam bamboo, Assam mud, Assam straw, Assam Khadi and Assam labour were responsible for the very simple but artistic huts erected on the Brahmaputra Bank".

এইদৰে মহাসমাৰোহেৰে গুৱাহাটী কংগ্ৰেছ শেষ হ'ল। মোৰ আশা পূৰ্ণ হ'ল। যি উদ্দেশ্যেৰে কানপুৰত কংগ্ৰেছ অসমলৈ নিমন্ত্ৰণ কৰি আহিছিলোঁ সেই উদ্দেশ্য সফল হ'ল। তেতিয়া মোৰ মনত এই ভাব খেলাইছিল যে অসমত খদ্দৰৰ কাম জোৰেৰে চলিব। নগাৱঁত কপাহৰ এটা গুদাম সজা হৈ গ'ল। গুৱাহাটীতো এটা ঘৰ ভাৰা কৰি লোৱা হৈছেই। শ্ৰীযুত ৰাজেন্দ্ৰপ্ৰসাদজী আৰু শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰজীয়ে পুনৰ অসমলৈ অহাৰ কথা মোক কৈ গৈছিল। শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীয়ে ৰবদলৈদেৱক বিহাৰৰপৰা দুই-চাৰিজন উপযুক্ত খাদী কৰ্মী পঠিওৱাৰ আৱশ্যকতাৰ বিষয়ে কৈছিল। মই সেই প্ৰস্তাৱ সমৰ্থন কৰিছিলোঁ। নিখিল ভাৰত শিপিনী সঙ্ঘই দিয়া টকাৰ ভিতৰত মাত্ৰ এহেজাৰমান টকা লোকচান হৈছিল। সেই টকাও আগৰ প্ৰস্তাৱমতে অভ্যৰ্থনা সমিতিয়ে দিয়াৰ কথা আছিল। কিন্তু অভ্যৰ্থনা সমিতিয়েই বহুত লোকচান ভৰিবলগীয়া হ'ল। আমি যি খদ্দৰ কংগ্ৰেছৰ তম্বুৰ বাবে দি লোকচান ভৰিবলগীয়া হৈছিল সেই লোকচান নিখিল ভাৰত শিপিনী সঙ্ঘই ৰাইট্ অফ্ কৰিছিল।

পৰিয়াৰ আৰু ল'ৰা-ছোৱালীৰে সৈতে পানবজাৰত ভাৰা কৰি লোৱা ঘৰত গুৱাহাটী কংগ্ৰেছ হৈ যোৱাৰ পিচত বাকী থকা খদ্দৰখিনি নি এটা সৰু খাদী ভাণ্ডাৰৰ দৰে কৰি ল'লোঁ। নগাৱঁত শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাস আৰু শ্ৰীমান টুনীৰামে কাম কৰিব। মই গুৱাহাটীত হেড্ অফিচ কৰি খদ্দৰৰ কাম চলালোঁ আৰু মাজে মাজে নগাৱঁলৈ গৈ থাকিলোঁ। আগৰ অভিজ্ঞতামতে দেখা গ'ল যে কপাহ বিলাই দিয়াৰ সময়ত আৰু কাপোৰ আদায় কৰাৰ সময়তহে আমাৰ আৱশ্যক। বাকী সময়ত শিপিনীবিলাকে খেতি-বাতিৰ কাম কৰি থাকে। এই মতে কাম কৰিবলৈ লৈ মই ভাবিলোঁ যে যেতিয়ালৈকে নগাৱঁত ভাল বন্দোবস্ত কৰি ল'ব নোৱাৰোঁ তেতিয়ালৈকে মোৰ হেড্ অফিচ গুৱাহাটীতে ৰাখিম। নগাৱঁত আৰু এটা কেন্দ্ৰ কৰি ল'বৰ মন আছিল।

আগেয়ে দিয়া কপাহৰ বাবদ যি ৰবকাপোৰ তুলিবলৈ বাকী আছিল সেইবোৰ সংগ্ৰহ কৰিবৰ ভাৰ শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাসক দি মই অহা বছৰৰ

কাৰণে প্ৰয়োজনীয় কপাহৰ আঁচনি এখন শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীক দিবৰ কাৰণে প্ৰস্তুত কৰিবলৈ প্ৰায় এমাহ পানবজাৰৰ ঘৰতে আছিলোঁ। মোৰ ল'ৰা দুটা শ্ৰীমান দুৰ্গাদাস আৰু শ্ৰীমান কালিদাসক ক্ৰমে গুৱাহাটী কলেজিয়েট স্কুল আৰু উজান বজাৰৰ মজলীয়া ইংৰাজী স্কুলত নাম লগাই দিলোঁ আৰু মই খদ্দৰৰ কামতেই লাগি থাকিম বুলি স্থিৰ কৰিলোঁ।

এই সময়তে গুৱাহাটীৰ ঘৰত ৰবদলৈৰ পুতেক শ্ৰীমান উমেশ বৰদলৈৰ বিয়া হৈছিল। আমি সপৰিবাৰে সেই বিয়াত যোগদান কৰিছিলোঁ আৰু মই নিজকে গুৱাহাটীৰ বাসিন্দা হিচাপে মনে মনে ভাবি লৈছিলোঁ। তাৰ পিচত শ্ৰীযুত কণক চন্দ্ৰ শৰ্মা পণ্ডিতজীৰ জীয়েকৰ বিয়া হৈছিল। আমাক নিমন্ত্ৰণ কৰাত, বিশেষকৈ সেইখন বিয়াৰ দৰা বন্দোবস্ত কৰাৰ সময়ত ময়ো অলপ ভাগ লৈছিলোঁ। মোৰ পণ্ডিতজীৰ লগত নগাৱঁত খদ্দৰৰ কাম কৰোঁতে ঘনিষ্ঠ বন্ধুত্ব হৈছিল। আগৰেপৰা পণ্ডিতজীৰ ওপৰত মোৰ শ্ৰদ্ধা আছিল। এই আঠমাহ কাম কৰাত, বিশেষকৈ মই তেখেতৰ ঘৰত থকাত তেখেতৰ ল'ৰা-ছোৱালীবোৰৰ প্ৰতি মোৰ মৰম উপজিছিল। পণ্ডিতজীৰ জীয়েকৰ বিয়া শ্ৰীমান ৰতিকান্ত শৰ্মা বোপাৰ লগত ঠিক হৈছিল। বিয়াৰ দিনাই খবৰ আহিল যে শ্ৰীমান ৰতিকান্ত শৰ্মা ই. এ. চি. নিযুক্ত হ'ল। আমি গুৱাহাটীৰপৰা পণ্ডিতজীৰ ঘৰৰ বিয়ালৈ আহি বিয়াৰ অন্তত মই প্ৰথমে শ্ৰীযুত সত্যহাস গোস্বামীদেৱৰ আৰু তাৰ পিচত ধৰমতুলৰ শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাসৰ ঘৰত আলহী থাকি গুৱাহাটীলৈ উভতি গ'লো। মই ভাবিছিলোঁ, মোৰ হেড্ অফিচ আগলৈ নগাৱঁতে হ'ব, কাজেই মোৰ পৰিবাৰক নগাওঁ জিলাৰ লগত চিনাকি কৰি দিয়াটো মোৰ কৰ্তব্য।

বৰপেটাত কন্দৰ্প কুমাৰ বৰুৱাই এটা খাদী অনুষ্ঠান খুলি মোলৈ লিখা-লিখি কৰি আছিল। মই বৰুৱাক প্ৰথমে তিনি-চাৰিশ টকা দিয়াত তেখেতে মিৰি জিন তৈয়াৰ কৰিছিল। অসমৰ শিপিনী সঙ্ঘৰ এটা কেন্দ্ৰ বৰপেটাত স্থাপন কৰিবৰ উদ্দেশ্যেৰে বৰুৱাক তেখেতে তৈয়াৰ কৰা মিৰি জিন কেইখনমান লৈ আহিবলৈ ক'লোঁ। যথা সময়ত তেখেতে মিৰি জিন দুখন লৈ আহি আমাৰ খাদী ভাণ্ডাৰত জমা দিলেহি। দুইখনৰ দাম ২০।২৫ টকামান হ'ব। মোৰ হাতত এশ টকা আছিল। সেই টকা তেখেতক দিলোঁ আৰু এশ টকা লাগে বোলাত মই তেখেতক বৰদলৈদেৱৰ ওচৰলৈ লৈ গলোঁ। এই প্ৰস্তাৱত তেখেতৰে মোৰে মতভেদ হ'ল। লাহে লাহে অনেক কথাত তেখেতৰে মোৰে ভিতৰত মত অমিল হবলৈ ধৰিলে। নতুনকৈ কাম কৰিবলৈ কপাহৰ কাৰণে টকা খোজাত তেখেতে সেই বিষয়ে বিশেষ মনোযোগ নিদিয়াত গুৱাহাটীত ল'ৰা-ছোৱালীৰ সৈতে মাহে পঞ্চাশ টকাকৈ খোৰাকী লৈ বৰদলৈয়ে নিজৰ দায়িত্বত ধাৰ কৰি অনা টকাৰপৰা চলাটো মোৰপক্ষে অসহ্য হৈ উঠিছিল।

গুৱাহাটীত কোনো কোনোৱে ভাবিছিল যে কংগ্ৰেছ অধিবেশন হৈ যোৱাৰ পিচত মোক ইয়াত এটা ঘৰ ভাৰা কৰি দুই-চাৰিখন বৰকাপোৰ ৰাখি ইমান খৰচ দি থকাৰ লাভ কি হ'ব? আগলৈ কাম কৰাৰ আঁচনিৰ বিষয়ে কোনেও ভবা নাছিল। মোৰ মাহে মাহে খোৰাকী পঞ্চাশ টকা আৰু ঘৰৰ ভাৰা ত্ৰিশ টকা বৰদলৈদেৱৰপৰা খাটি-খুটি আনিব লাগে। এই খৰচটো কৰাত তেখেতে লাহে লাহে আপত্তি কৰাৰ খবৰ মই শুনা মাত্ৰেই মোৰ আৰু এক মুহূৰ্তও কাম কৰিবৰ ইচ্ছা নগ'ল। মই ভাবিলোঁ যে যদি এই আশী টকা ৰূপ অসমৰ খাদী সজ্ঘই ৰেহাই পায় তেনেহলে সজ কাম হ'ব। বৰদলৈয়ে ২০।২৫ টকা খৰচ কৰি এজন কেৰাণী ৰাখি নিজেই কাম চলাব পাৰিব। নগাওঁ জিলাত বহুত কৰ্মী আছেই। ইয়াকে মনতে ভাবি মই গৈ উজান বজাৰৰ বৰদলৈদেৱৰ ঘৰত মোৰ বাব ইস্তফা দিলোঁ আৰু মোৰ হাতত থকা কাপোৰ আদি যাৱতীয় বস্তুবোৰ চমজি ল'বলৈ তেখেতক অনুৰোধ জনালোঁ।

মোৰ সৰু ল'ৰা শ্ৰীমান কালিদাসৰ বৰ টান বেমাৰ হৈছিল। সেই সময়ত আমাৰ দুফালে দুজন ডাক্তৰ আছিল—শ্ৰীযুত ভুৱনেশ্বৰ বৰুৱা-দেৱ আৰু বংশীধৰ বৰুৱা। এই দুয়োজনে মোক বিনা পইচাত ল'ৰাটোৰ চিকিৎসা কৰি দৰৱ আদি পৰ্যন্ত বিনা খৰচত দি আছিল। মই বৰদলৈ-দেৱৰ ঘৰৰপৰা অহাৰ পিচত মোৰ শহুৰৰ মৃত্যু-সংবাদ লৈ এখন টেলিগ্ৰাম আহিল। সেইদিনাই বৰদলৈদেৱে এজন মানুহ পঠিয়াই মোৰপৰা সকলো চাৰ্জ ল'লেহি। তেখেত নিজেও আহিছিল। মই মোৰ শহুৰ ঢুকোৱাৰ কথা তেখেতক জনালোঁ। মই যোৱা খবৰ পাই সেই ঠাইত থকা এজন দোকানী হাজিৰ হলহি। তেওঁৰ কাষত মোৰ ধাৰ প্ৰায় ৬০।৭০ টকা আছিল। উপায় নাপাই মই বংশী ডাক্তৰৰপৰা ৬০ টকা ৰূপ ধাৰলৈ ল'লোঁ। তাৰে ত্ৰিশ টকা দোকানীক দি বাকী টকাৰে আমি গুৱাহাটীৰপৰা যোৰহাটলৈ আহিলোঁ। দোকানৰ ধাৰৰ টকা পিচত দিলোঁ। অসমীয়া বৰকাপোৰ কেইখনমান মই বোম্বা'লৈ পঠিয়াইছিলোঁ ৰং দিবৰ কাৰণে। সেইকেইখন কাপোৰ বৰ উৎকৃষ্ট হৈ আহিছিল। সেইকেইখন কাপোৰ দেখি মোৰ মন বৰ ভাল লাগিছিল। এইদৰে আগলৈ কেনেকৈ কাম কৰিম—এইবোৰ কথা ভাবি থাকোঁতে হঠাৎ সেই কামৰপৰা অৱসৰ লবলগীয়া হোৱাত কষ্ট পাইছিলোঁ যদিও তাৰ বাবে মই বেজাৰ কৰা নাছিলোঁ। যাৰপৰা যিমান কাম হয় সিমানহে হ'ব।

কংগ্ৰেছৰ সময়ত কৰা কামৰ বাবে নগাৱঁত যি উদ্দীপনা হ'ল সেই উদ্দীপনা থাকি গ'ল। নগাওঁ জিলাৰ বাই-ভনীসকলৰ কীৰ্তিক গুৱাহাটী কংগ্ৰেছত মহাত্মাজীৰ মন্তব্যই যুগমীয়া কৰি থৈ গ'ল। এতিয়াও নগাৱঁত অতি সুন্দৰ ৰূপে খদ্দৰৰ কাম চলি আছে।

শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীলৈ মই কামৰূপৰ অন্নসৰ লোৱাৰ খবৰ দিছিলোঁ। তেখেতে মোলৈ দুখ প্ৰকাশ কৰি উত্তৰ দিছিল। এই কামৰ বাবে মোৰ শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীৰ লগত বিশেষ ঘনিষ্ঠ সম্পৰ্ক হৈছিল। প্ৰথমবাৰ তেখেতে অসমলৈ আহোঁতে মোক লগত লৈ গুৱাহাটীৰ কামাখ্যা মন্দিৰলৈ গৈছিল। ধৰ্মপ্ৰাণ আৰু সৰল প্ৰকৃতিৰ পৰিচয় পাই তেখেতক মোৰ গভীৰ শ্ৰদ্ধাঞ্জলি দিছিলোঁ। কামাখ্যালৈ যোৱাৰ পথত তেখেতে তেখেতৰ পাণ্ডাগৰাকীৰ নাম পাহৰি যোৱা হেতু দুখ প্ৰকাশ কৰিছিল। কিন্তু আমি কামাখ্যা মন্দিৰ পোৱা মাত্ৰে শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীক তেখেতৰ পাণ্ডাই চিনি পালে। দুয়ো কামাখ্যা মন্দিৰৰ তীৰ্থাদি কৰি গুৱাহাটীলৈ ঘুৰি আহিলোঁ। শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীয়ে কামাখ্যাৰ পাণ্ডাসকলক বৰ প্ৰশংসা কৰি কৈছিল, "ভাৰতৰ কোনো তীৰ্থতে কামাখ্যাৰ নিচিনা সৰল আৰু ভাল ব্যৱহাৰ কৰা পাণ্ডা পোৱা নাযায়। তেওঁবিলাকৰ পইচালৈ বিশেষ লোভ নাই।"

## অসমত খদ্দৰ সম্পৰ্কে ৰাজেন্দ্ৰ প্ৰসাদৰ মতামত

শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীয়ে মোলৈ লিখিছিল: প্ৰিয় শৰ্মা, আপোনালোকৰ অসমত যিদৰে সূতা কটা আৰু তাঁত বোৱাৰ প্ৰথা আছে তেনেকৈ আন কোনো প্ৰদেশতে নাই। মহাত্মাজীয়ে যিদৰে ঘৰে ঘৰে যঁতৰ প্ৰতিষ্ঠা কৰিব খুজিছে সেইটো অসমত একপ্ৰকাৰ আছেই; কিন্তু বৰ্তমান সময়োপযোগী কৰি উন্নত ধৰণৰ যঁতৰ আদিৰ ব্যৱস্থা কৰি দিব লাগে। কাপোৰ আদি বোৱাৰ প্ৰথাটো ইয়াত অভ্যাসত পৰিণত হৈছে, শিপিনীসকলেও আধি কপাহ হৈ এখন কাপোৰ দিয়ে আৰু আনখন বিক্ৰী কৰে; কিন্তু মই এই কথা ভাবি দুখীত হৈছোঁ যে অসমত অসমীয়া মানুহে নিজে খদ্দৰ নিপিন্ধি কিয় বিলাতী কাপোৰ পিন্ধে! নিজে সূতা কাটি বোৱা কাপোৰখন আনক বিক্ৰী কৰি তেওঁলোকে বিলাতী কাপোৰ ব্যৱহাৰ কৰাটো পৰিতাপৰ কথা। এড়ি-মুগা অসমৰ এক ঘৰুৱা শিল্প। এইটো স্থায়ীভাৱে আছেই। এতিয়া নগাওঁ জিলাৰ দৰে আন আন জিলাতো সূতা কটা আৰু তাঁত বোৱা কাম বেছি পৰিমাণে হৈছে। কাজেই কৰ্মীসকলে চেষ্টা কৰিলে অসমৰ খদ্দৰ প্ৰতিষ্ঠানে বহুত ওখ স্থান পাব।

অসমৰ প্ৰতি শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদজীৰ অকপট স্নেহ দেখি মই তেখেতক অন্তৰেৰে সৈতে শ্ৰদ্ধা কৰিছিলোঁ। তেখেতে মোৰ আগত কৈ বেজাৰ কৰিছিল, "মোৰ বিহাৰৰ মানুহবোৰ বৰ দুখীয়া। বিহাৰৰপৰা বহুত মুনীয়া বছৰি অসমলৈ আহি বহুত কষ্ট কৰি টকা ঘটে।" মই শ্ৰীযুত

ৰাজেন্দ্ৰ বাবুক কৈছিলোঁ, "অসমত কাপোৰৰ মিল নোহোৱা বাবে ঘৰে ঘৰে তাঁত বোৱা প্ৰথাটো আগৰ দৰেই আছে; কিন্তু বজাৰত মিলৰ সূতাবোৰ কম দামত পোৱা বাবে আৰু কপাহ পাবলৈ টান হোৱা গতিকে অসমত সূতা কটাৰ নিয়ম একৰকম উঠিয়েই গৈছে। অৱশ্যে সেই পুৰণিকলীয়া সূতা কটাৰ নিয়মটো অসমৰ কোনো কোনো ঠাইৰ চুকে-কোণে খিমিকি-খিমিকি চলি আছে। মিলৰ সূতাৰ প্ৰচলন বন্ধ হোৱা হ'লে আৰু কপাহ অসমৰপৰা বিদেশলৈ চালান নোহোৱা হ'লে অসমত খদ্দৰ তৈয়াৰ কৰা একেবাৰে সহজ হ'ব।

মহাত্মাজীলৈ আমি বৰকাপোৰ পঠিয়াওঁতে শ্ৰীযুত কণক চন্দ্ৰ শৰ্মাই অসমত ঘৰে ঘৰে কপাহৰ খেতি কৰিব লাগে বুলি লেখা চিঠি উত্তৰত মহত্মাজীয়ে লেখিছিল, "ঘৰে ঘৰে কপাহৰ খেতি কৰাটোত মোৰ পূৰা মত আছে।" নগাওঁ জিলাৰ গাওঁবিলাকত কপাহৰ কাম কৰা দেখি মই এদিন শ্ৰীযুত কণক চন্দ্ৰ শৰ্মাক কৈছিলোঁ, "মই ঈশ্বৰক খাটিছোঁ, যেন নগৰঁৰ মানুহ বিলাক দুখীয়া হৈ থাকে।" পণ্ডিতজীয়ে হাঁহি হাঁহি ক'লে, "আপুনি কিয় এনে কথা কৈছে ?" মই ক'লোঁ, "চহকী হ'লে যে এই মানুহবিলাকে সূতা নকটা হ'ব আৰু বিলাসপ্ৰিয় হৈ দেশৰ টকা বিদেশলৈ পঠিয়াব।"

গুৱাহাটী কংগ্ৰেছৰ খাদী প্ৰদৰ্শনীত আমালোকে প্ৰদৰ্শনীৰ ভিতৰতে খোৱা-শোৱা, ৰন্ধা-বঢ়া সকলো কৰিছিলোঁ। ল'ৰা-ছোৱালীবিলাকে আমি থকা ঠাইখন শৌচ আদি কৰি একেবাৰেই লেতেৰা কৰি পেলোৱা বাবে মই কেইজনমান কংগ্ৰেছৰ স্বেচ্ছাসেৱক লাগে বুলি কোৱাত বাৰজন স্বেচ্ছাসেৱক পঠিয়াই দিছিল। তেওঁবিলাকক মই পায়খানা চাফ কৰিবলৈ কোৱাত বৰ বেয়া পাইছিল। তেতিয়া মই আৰু শ্ৰীযুত শশীধৰ মলীয়া বৰুৱা গৈ কুঁৱাৰ ওচৰৰ দ'ম হৈ থকা মাটিবোৰ দলিয়াই দলিয়াই লেতেৰা ঠাইবোৰত ঢাকি দিবলৈ ধৰা দেখি আটাইকেইজন স্বেচ্ছাসেৱকে সেই কামতে লাগি দুই-তিনি ঘণ্টাৰ ভিতৰত সেই ঠাইত বহিব পৰা কৰি দি গ'ল। সকলোৱে দেখি বৰ আনন্দ লাভ কৰিলে। গুৱাহাটী কংগ্ৰেছ হৈ যোৱাৰ পিচত আমি কেইগৰাকীমান বঙালী ভদ্ৰলোক আৰু মহিলা লগত লৈ উমানন্দ দৰ্শন কৰি তাৰপৰা নাৱেৰে কামাখ্যা মন্দিৰলৈ যাওঁতে আমাৰ নাও কামাখ্যা পাহাৰৰ ওচৰত ডুবিবৰ ভয় হৈছিল। নাওখন আছিল নিচেই সৰু। মানুহৰ ভৰ বেছি হৈছিল। কথমপি ৰক্ষা পৰিলোঁ। আমি সকলোৱে গৈ কামাখ্যা মন্দিৰ দৰ্শন কৰিলোঁ। পানবজাৰত থাকোঁতে আমাৰ ঘৰলৈ সেই ঠাইৰ বঙালী মহিলাসকল অহা-যোৱা কৰিছিল। আমাৰ লগত তেওঁবিলাকৰ বেচ্ বন্ধুত্ব হৈছিল।

১৯২৬ চনত কাউন্সিল নিৰ্বাচনত নগাওঁ জিলাৰপৰা শ্ৰীযুত কণক চন্দ্ৰ শৰ্মাদেৱে প্ৰাৰ্থী হিচাপে আবেদন কৰিছিল। আমি সকলোৱে

তেখেতৰ হৈ কাম কৰিবলৈ গাত লৈছিলোঁ। পিচে তেখেতৰ প্ৰাৰ্থীত্ব কাগজত ভুলকৈ ওলোৱাত তেখেতৰ বাছনি নহ'ল। তেখেতৰ প্ৰতিদ্বন্দ্বী শ্ৰীযুত বিষ্ণুচৰণ বৰাৰ এনেয়ে নিৰ্বাচন হৈ গ'ল। এই ঘটনা লৈ হৰ্ষ-বিষাদ উভয়ে হৈছিল।

যোৰহাটৰপৰা এইবাৰ আকৌ ৰোহিণী কান্ত হাতীবৰুৱাই শিৱ প্ৰসাদ বৰুৱাক আগৰ বাৰতকৈও বেছি ভোটত হৰুৱালে। নগাঁও জিলাত থকা মাহকেইটা মোৰ জীৱনৰ এটা বহুমূলীয়া অধ্যায়। শ্ৰীযুত সত্যহাস গোস্বামী, শ্ৰীযুত কণক চন্দ্ৰ শৰ্মা আৰু শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাস, এওঁলোক তিনিওজনৰ ঘৰ মোৰ নিজৰ ঘৰ যেন অনুভৱ কৰিছিলোঁ। নগৰলৈ গ'লেই গোস্বামীদেৱৰ ঘৰৰ এটা কোঠালী মোৰ কাৰণে সদায় ৰিজাৰ্ভ হৈ আছিল আৰু গোস্বামীৰ ভনীয়েক শ্ৰীমতী বুঢ়ীমায়ে মই যোৱা মাত্ৰকে মোক সকলো খোৱাৰ সুবিধা কৰি দিছিল। গোস্বামীৰ মাতৃদেৱীয়ে মোক বৰ মৰম কৰিছিল। শ্ৰীযুত নৰহাস গোস্বামীৰ পৰিবাৰ যদিওবা যোৰহাটৰ জীয়ৰী আছিল, মই তেওঁৰ লগত চিনাকি হৈ গোস্বামীৰ ঘৰৰ অতিথিৰূপে সুবিধা ল'বলৈ একো বিশেষ আৱশ্যক নাছিল। মোৰ দোষ, মই তেওঁৰ লগত মাত-বোল কৰা নাছিলোঁ। সেইবাবে মোক দোষ ধৰিছিল। তেতিয়াহে মই শ্ৰীমতী কিৰণ আইদেউৰ লগত কথা-বাৰ্তা পাতি মোৰ দোষ মাফ্ কৰিবলৈ কৈছিলোঁ। শ্ৰীমতী বুঢ়ীমাইৰ আচল নামটো পাহৰিলোঁ; বিয়া হৈ গ'ল। মই সেই বিয়াত উপস্থিত আছিলো।

শ্ৰীযুত কণকচন্দ্ৰ শৰ্মাদেৱৰ ঘৰখনৰ প্ৰতিও মোৰ বিশেষ আকৰ্ষণ আছিল। ইয়াৰ কাৰণ দুটা। এটা হৈছে—তেখেতৰ থকা-মেলাৰ ধৰণটো মোৰ নিচিনাই। চ'ৰাঘৰত দুৱাৰ এখনো নাই, বেৰো নাই। দুটা নে তিনিটা সাধাৰণ ঘৰ। ল'ৰা-ছোৱালীবোৰে মোক গ'লেই বেঢ়ি ধৰে। তেখেতৰ শহুৰেকৰ ঘৰো ওচৰতে। তেওঁবিলাকেও মোক আপোন যেন ভাবি মোৰ লগতে ধেমালি কৰি থাকে। মই নিজৰ ঘৰত থকা দি থাকোঁ আৰু শৰ্মাজীৰ লগত কথা-বাৰ্তা পাতি বৰ আনন্দ পাওঁ। গাওঁখনৰ চাৰিওফালে কপাহৰ সূতা কটা আৰু তাঁত বোৱাহে দেখিব। ওচৰা-উচৰিকৈ একে ঠাইতে কেইবাটাও নামঘৰ আছে। সদায় তাত নাম গোৱা, ভাওনা কৰা হৈয়েই থাকে। শৰ্মাদেৱ ঘৰত প্ৰায় আলহী থকা দি থাকে। তেখেতৰ ভায়েক এজন আছে। যমুনামুখত মাটি লৈ খেতি কৰে। তেওঁৰ ল'ৰা-ছোৱালীকেইটাইও মোক বৰ মৰম কৰিছিল। তাতে জখলাবন্ধা সত্ৰৰ চিদানন্দ গোস্বামী নামেৰে এজন গোস্বামীৰ লগত মোৰ বিশেষ বন্ধুত্ব হয়। তেখেতৰ শ্ৰীমতী নিৰ্মলা নামেৰে এজনী ছোৱালী আছিল। ছোৱালীজনী বৰ ধেমেলীয়া। সূতা কটাত পাকৈত আছিল। সেই ছোৱালীজনীক দেশভক্ত ফুকনে দিল্লীলৈ লৈ গৈছিল। এতিয়া পঞ্জাৱৰ কোনো এজন ভদ্ৰলোকলৈ ছোৱালীজনী বিয়া দিলে। চিদানন্দ গোস্বামীৰো মৃত্যু হ'ল।

ধৰমতুলত শ্ৰীযুত চন্দ্ৰমোহন বিশ্বাসৰ বিৰাট বাৰীৰ তিনি মহলীয়া ঘৰে তেওঁৰ পিতাকৰ দিনৰ ধন-দৌলতৰ পৰিচয় দিয়ে। ঘৰৰ আগতে কপিলী নৈ। মই তেওঁবিলাকৰ ল'ৰা-ছোৱালীকেইটাক মোৰ নিজৰ ল'ৰা-ছোৱালী যেন অনুভৱ কৰিছিলোঁ। পাৰ্বতী বোলা ছোৱালীজনী বৰ কাৰ্যদক্ষ আছিল। তেতিয়া তেওঁক মোৰ বন্ধুবৰ শ্ৰীযুত হলধৰ ভূঞাদেৱলৈ বিয়া দি থৈছিল। বাকীকেইজনী ছোৱালী সৰু আছিল। শ্ৰীযুত বিশ্বাসৰ ছজনী ছোৱালী আৰু চাৰিটা ল'ৰা আছিল। প্ৰথমজনী ছোৱালী গুৱাহাটীলৈ দিছে। পানবজাৰত ঘৰ। আমি গুৱাহাটীত থাকোঁতে তেওঁবিলাকৰ ঘৰলৈ অহা-যোৱা কৰিছিলোঁ। তাৰ পিচৰজনীৰ নাম শ্ৰীমতী পুষ্পা। তেওঁ মাজে মাজে ধৰমতুললৈ যায়। তেওঁৰ গিৰীয়েকো গৈ তাতে মাজে মাজে থাকেগৈ। শ্ৰীমতী পুষ্পৰ দুটা সৰু ল'ৰা আছিল। মই বেলেগে ভাত ৰান্ধি খাইছিলোঁ। এদিন মই ভাত বাঢ়ি হাত ধুবলৈ বাহিৰলৈ আহিছোঁ। এনেতে ল'ৰা দুটাই মোৰ বাঢ়ি খোৱা ভাতৰ কাঁহীত বহি ভাত খোৱা দেখি বিশ্বাসৰ মাহীয়েকে ল'ৰা দুটাক ডাবি দিলে আৰু "উকীল বাবুৰ জাত মাৰিলি" বুলি বৰকৈ ল'ৰা দুটাক ডাবি দিছিল। মোক ক'লে, "আপুনি ভাত নতুনকৈ ৰান্ধক।" মই কথাটো বুজিলোঁ আৰু ল'ৰা দুটাক মোৰ লগতে বহুৱাই ভাত খুৱালোঁ। বিশ্বাসৰ মাহীয়েক আচৰিত হ'ল। মই ক'লোঁ, "এই দুটা ল'ৰাই কি জানে? ইহঁতৰ একো জাত নাই, ইহঁত গোসাঁই।" শ্ৰীযুত বিশ্বাসৰ মাহীয়েকে মোক বৰ ভাল পাইছিল, ঘৰৰ ভিতৰুৱা-বাহিৰা সকলো কথা কৈছিল। তেওঁ নিঃসন্তান। তেওঁৰ শ্ৰীযুত ভূঞাৰ ঘৰত মৃত্যু হ'ল। তাৰ পিচত পুনৰ শ্ৰীযুত ভূঞাই বিশ্বাসৰ মিনু নামৰ ছোৱালীজনীক বিয়া কৰালে। শ্ৰীযুত বিশ্বাসৰ ডাঙৰ ল'ৰাটোৰ নাম আছিল শ্ৰীমান প্ৰফুল্ল। আমি গুৱাহাটীত থাকোঁতে সি ভিনিহিয়েকৰ ঘৰত নাথাকি আমাৰ লগতে আছিল। এদিন হঠাৎ তাৰ বৰ জ্বৰ হ'ল। বিছনাতে শৌচ আদি কৰিলে। তেতিয়া মই মোৰ পৰিবাৰক ক'লো, "এইটো তোমাৰ ল'ৰা। ইয়াৰ বিচনাখন চাফ কৰি দিয়া।" মোৰ পৰিবাৰে শ্ৰীমান প্ৰফুল্লৰ বিচনা চাফ কৰি দিলে। পিচতহে মেটৰ মতাই আনি সকলোবোৰ ঠাই চাফ কৰি দিয়া হয়।

গুৱাহাটীৰপৰা আহি একৰকম ৰাজনৈতিক জীৱনৰপৰা অৱসৰ লোৱাৰ দৰে ঘৰ পালোঁহি। শহুৰৰ শ্ৰাদ্ধত উপস্থিত থাকি সকলো কাৰ্যাদি শেষ হ'লত কিছুদিন ঘৰতে বিশ্ৰাম ল'লোঁ। এতিয়া কৰা হয় কি?—খবৰ কাগজত এটা বিবৃতি দিলোঁ। তাৰ পিচত আকৌ নিজৰ ভৰণ-পোষণ আৰু ল'ৰা-তিৰোতা পোহাৰ চিন্তা আহি পৰিল। আমাৰ লগত ওকালতি বৰ্জন কৰা প্ৰায়েই আকৌ ওকালতি আৰম্ভ কৰি দিলে।

কিছুদিন আগেঁা নাহোঁ কৰি ভাবি ১৯২৭ চনৰ জুন মাহত আকৌ ওকালতি আৰম্ভ কৰিলোঁ।

## অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ* প্ৰতিবেদন

ৰোহিণীকান্ত হাতীবৰুৱাই দীনবন্ধু এণ্ড্ৰুজ চাহাবৰ আদেশমতে শান্তিনিকেতনলৈ গৈ তাতে প্ৰায় তিনি-চাৰি মাহ থাকি অসম কংগ্ৰেছ কানি তদন্ত কমিটিৰ ৰিপোৰ্ট প্ৰকাশ কৰা কামত লাগি গ'ল। প্ৰায় চাৰি-শতকৈ অধিক সকলো ধৰণৰ সাক্ষী লোৱা হৈছিল। ৰয়েল কমিছনৰ ৰিপোৰ্ট, আবকাৰী বিভাগৰ ৰিপোৰ্ট, অসমৰ মনীষীসকলৰ মতামত আদি সকলো তন্ন তন্নকৈ চাই অসমত কেনেকৈ আফিঙৰ আবিৰ্ভাব হৈছিল, কেনেকৈ আহোম ৰজাৰ দিনত অসমত কানি খোৱা অভ্যাস সোমাইছিল, কেতিয়া ক'ত আফুখেতি আৰম্ভ হয়, কানি খোৱা অভ্যাসৰ ফলতেই আহোম ৰজাৰ ৰাজত্ব পৰ্যন্ত কেনেদৰে যাবলগীয়া হ'ল—ইত্যাদি সকলো কথা বিচাৰ কৰা হৈছিল। বৃটিছ শাসনৰ তলত আফুখেতি বন্ধ কৰি দি কেনেকৈ বৃটিছ চৰকাৰে কানি বিক্ৰী কৰা একচেটিয়া কাৰবাৰ হাতত লৈ প্ৰজাৰ মাজত কানি ৰৰবিহৰ বহুল প্ৰচলন কৰি দিলে তাৰ বিষয়ে আৰু মাজে-সময়ে কানি বন্ধ কৰিবলৈ চৰকাৰে কৰা বৃথা চেষ্টা আদিৰ বিষয়ে সমালোচনা কৰিলে। বথাম কমিটিৰ ৰিপোৰ্ট, ৰয়েল কমিছনৰ মন্তব্য আৰু ডাঙৰ ডাঙৰ ডাক্তৰসকলৰ মতামত সংগ্ৰহ কৰি কানি ৰৰবিহৰ প্ৰচলনৰ বিৰুদ্ধে পানী নসৰাকৈ ৰিপোৰ্ট প্ৰকাশ কৰি দীনবন্ধু এণ্ড্ৰুজ চাহাবৰ এটা সুন্দৰ পাতনি দি অসম কানি তদন্ত কমিটিয়ে পাঁচ বছৰত কানি ৰৰবিহ একেবাৰে অসমৰপৰা উঠাই দিয়াৰ দাবীত এখন "Dangerous Drugs Act" লিপি-বদ্ধ কৰিবলৈ চৰকাৰক আবেদন জনালে।

কানি ৰৰবিহ উঠাবলৈ মোৰ মত আছিল যদিও তাৰ কাৰণে পাঁচবছৰ সময় দিয়াত সম্মতি নাছিল। অগত্যা ৰিপোৰ্টটোত একমত হ'বৰ কাৰণে মই মোৰ চহী দিলোঁ। এণ্ড্ৰুজ চাহাবে লিখিছিল, "যদি কানি ইউৰোপীয় জাতিৰ কাৰণে ৰৰবিহ বুলি গণ্য কৰা হয়, তেন্তে এছিয়া-বাসীৰ পক্ষে ই ঔষধ বুলি ব্যৱহাৰ হ'বৰ কি যুক্তি আছে? কি পশ্চিম, কি পূৰ্ব সকলো মানুহৰ শৰীৰ একে তেজ-মঙহেৰে গঠিত। কাজেই অসমৰ-পৰা কানি যে এদিন অদৃশ্য হ'ব এইটো মোৰ দৃঢ় বিশ্বাস।" কানি তদন্ত কমিটিৰ ৰিপোৰ্ট বাইজৰ ভিতৰত বহুল প্ৰচাৰ কৰি কানি ৰৰবিহৰ বিষম পৰিণামৰ বিষয়ে বুজাই দিয়াত অসমীয়া ৰাইজে একেমত হৈ জোৰ প্ৰচাৰ-কাৰ্য কৰিব লাগিব বুলি তেখেতে বাণী দিছিল।

এই কানি তদন্ত কমিটিৰ ৰিপোৰ্ট যথাসময়ত নিখিল ভাৰত কংগ্ৰেছ কমিটিলৈ পঠিওৱা হ'ল আৰু অসমত কানি বৰবিহৰ ধ্বংসলীলা সকলোৰে জনা হৈ পৰিল। অসম কংগ্ৰেছ কমিটিৰ স্মৃতিস্তম্ভ হিচাপে এই কমিটিৰ ৰিপোৰ্ট অজৰ-অমৰ হৈ থাকিব। এই কামৰ বাবে ৰোহিণীকান্ত হাতীবৰুৱাৰ উদ্যম অতি প্ৰশংসনীয়। এই ক্ষেত্ৰত দীনবন্ধু এণ্ড্ৰুজ চাহাবৰ সহায় আৰু সহানুভূতিৰ কথা অসমীয়া জাতিয়ে গভীৰ কৃতজ্ঞচিত্তে স্মৰণ কৰিব।

এই কমিটিৰ ৰিপোৰ্ট প্ৰকাশ হোৱাৰ পিচত অসমলৈ হোৰেছ আলেকজেণ্ডাৰ (Horace Alexander) নামে আৰু এজন মহামনা ইংৰাজ আহিছিল। তেখেতে বাৰ্মিংহামত অসমত কানিৰ অপকাৰিতাৰ বিষয়ে বক্তৃতা দিবৰ কাৰণে হাতীবৰুৱাক এবছৰৰ বাবে ইংলণ্ডলৈ যাবলৈ সুবিধা দিছিল। দুখৰ বিষয়, যি সময়ত হাতীবৰুৱাই এই কামৰ বাবে যাবলৈ সাজু হৈছিল, সেই সময়ত উদৰী ৰোগত আক্ৰান্ত হৈ সকলো বন্ধু-বান্ধৱ আৰু লগৰীয়া কৰ্মীসকলক এৰি তেওঁ স্বৰ্গযাত্ৰা কৰিলে।

ৰোহিণী হাতীবৰুৱা মোৰ সহোদৰস্বৰূপ আছিল। তেওঁ মোৰ সোঁহাত স্বৰূপ আছিল। হাতীবৰুৱাৰ মৃত্যুৱে মোৰ হৃদয়ত বৰ আঘাত দিলে। সেই সৰল প্ৰকৃতিৰ যুৱকৰ হৃদয়ত অসীম উৎসাহ আছিল। কৰ্মপ্ৰাণ হাতীবৰুৱাৰ দৰে আশাশুধীয়াকৈ খটা কংগ্ৰেছ কৰ্মী অসমতহে নালাগে ভাৰতবৰ্ষতো অতি বিৰল। হাতীবৰুৱাৰ স্মৃতিস্তম্ভ সাজিবৰ বৰ ইচ্ছা আছিল; কিন্তু দুখীয়া অসমে তেনে মাৰ্বল পাথৰৰ স্তম্ভ সাজে ক'ৰপৰা ? হাতীবৰুৱাৰ স্মৃতি স্বৰ্গীয় লক্ষ্মীধৰ শৰ্মা, চন্দ্ৰ শৰ্মা, কৰ্মবীৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকনৰ দৰে চন্দ্ৰ-সূৰ্য থাকে মানে অসমৰ প্ৰত্যেক ভৱিষ্যত বংশধৰৰ হৃদয়ত ভোটা তৰাৰ দৰে জিলিকি থাকিব।

## কলিকতাত চন্দ্ৰ গ্ৰহণ

মোক ১৯২৪ চনত শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰে অসমত খাদী কাম কৰিবৰ কাৰণে পৰামৰ্শ কৰিবলৈ টেলিগ্ৰাম দি কলিকতালৈ মতাই নিছিল। মই কলিকতাত তেখেতক দেখা কৰোঁ। তেখেতে মোক বঙ্গদেশৰ বিখ্যাত খাদী প্ৰতিষ্ঠানৰ প্ৰাণস্বৰূপ শ্ৰীযুত সতীশ দাসগুপ্তৰ লগত পৰিচয় কৰাই দিছিল। আমি তিনিওৱে অসমত কেনেকৈ খদ্দৰ প্ৰচাৰ কৰিব পৰা হ'ব তাৰ বিষয়ে আলোচনা কৰিছিলোঁ। শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰ তাৰ পিচতে অসমলৈ আহে।

মই কলিকতালৈ গৈ কলিকতাত চন্দ্ৰকমল বেজবৰুৱাৰ কলিকতাৰ অফিচত আলহী আছিলোঁ। তেতিয়া তাত সুৰেন্দ্ৰনাথ বেজবৰুৱা আছিল।

সুৰেন্দ্ৰনাথ বেজবৰুৱাক মই নিজৰ ভাই যেন মৰম কৰিছিলোঁ। তেওঁ মোক শ্ৰদ্ধা কৰিছিল বাপেকৰ দৰে। তেওঁৰ অন্তৰত দেশপ্ৰেমৰ বীজ সোমাই আছিল। সেই সময়ত কলিকতাত চন্দ্ৰগ্ৰহণ হৈছিল। মই গঙ্গা-স্নান কৰিম বোলাত সুৰেন্দ্ৰ বেজবৰুৱাই মোৰ লগত এজন মানুহ দি গঙ্গা-স্নান কৰিবলৈ সুবিধা কৰি দিছিল। সেই ৰাতি গঙ্গাৰ পাৰত প্ৰায় লক্ষাধিক নৰ-নাৰীয়ে চন্দ্ৰগ্ৰহণত গঙ্গাস্নান কৰিছিল। ঘাটত স্নান কৰিবলৈ যোৱা অসম্ভৱ। মানুহৰ বৰ ভীৰ। তাতে গঙ্গাস্নান কৰি প্ৰায় পুৱাৰ সময়ত মই বেজবৰুৱাৰ ঘৰলৈ আহিলোঁ। তাৰ পিচত দুই-এদিন থাকি অসমলৈ আহিলোঁ। ইয়াৰ পিচতে শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰে আহি মোক অসম প্ৰাদেশিক খাদী বোৰ্ডৰ ছেক্ৰেটাৰী হিচাপে নিযুক্তি দিছিল।

## গুৱাহাটী কংগ্ৰেছত দেশভক্ত ফুকনৰ স্থান

অসমত কংগ্ৰেছ হ'বৰপৰাই, বিশেষকৈ মহাত্মাজীৰ অসম ভ্ৰমণৰ সময়ত দেশভক্ত তৰুণৰাম ফুকন অসমৰ মুকুটবিহীন সম্ৰাটস্বৰূপ হৈ পৰিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ কৰ্ণধাৰ হিচাপে তেখেতে কাৰাবৰণ কৰি অসমবাসীক মোহিত কৰি দিছিল। গয়া কংগ্ৰেছত তেখেতে দেশবন্ধুৰ মতত মত মিলাই স্বৰাজ্য পাৰ্টিৰ ভুক্ত হোৱাত আমি মৰ্মান্তিক দুখ পাইছিলোঁ আৰু ফুকনৰ পক্ষে ভুল হৈছিল বুলি ভাবি আমি অন্তৰত বহুত কষ্ট পাইছিলোঁ। অসমত সেইদিনাৰপৰাই অসহযোগ আন্দোলনৰ মাত্ৰা কমি আহিল। কাউন্সিল প্ৰৱেশলৈ যাই নেতাজনৰ মতৰ লগত বহুতৰ মত নিমিলাত দেশভক্ত ফুকন সেই উচ্চ আসনৰপৰা অলপ তললৈ নামিবলগীয়া হৈছিল। গুৱাহাটী কংগ্ৰেছত তেখেতৰ প্ৰতিভা পুনৰ স্থাপিত হ'ল। তেখেতে আদৰণি সভাৰ সভাপতি হৈ যি বক্তৃতা দিছিল তাৰ শলাগ মহাত্মাজীয়ে লৈছিল।

ফুকনৰ যত্নত, বিশেষকৈ কংগ্ৰেছৰ অধিবেশনৰ কাৰণে টকা তোলাত বহুত সহায় হৈছিল। তেখেত কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য নিযুক্ত হোৱাত আমাৰ আনন্দৰ সীমা নোহোৱা হ'ল। পিচত অৱশ্যে আমাৰ আশা পূৰ্ণ নহ'ল। দুৰ্ভাগ্যবশতঃ দেশভক্ত ফুকনে কংগ্ৰেছৰ নেতৃত্ব এৰি দি একৰকম ৰাজনীতি ক্ষেত্ৰৰপৰা অৱসৰ লৈছিল। তেখেতৰ আৰ্থিক সমস্যা আৰু ঘৰত কেবাজনো আত্মীয়—বিশেষকৈ জোঁৱায়েক লক্ষ্মীধৰ শৰ্মা আৰু তেখেতৰ পত্নীৰ অকাল মৃত্যুত তেখেতে আজৰি ল'ব লগাৰ আৱশ্যকো হৈ পৰিছিল। দেশভক্ত ফুকনে ১৯৩৭ চনৰ নতুনকৈ হোৱা নিৰ্বাচনত কংগ্ৰেছত যোগদান নকৰি এটা ইউনাইটেড পাৰ্টিৰ হৈ কংগ্ৰেছৰ বিৰুদ্ধে প্ৰতিযোগিতা কৰিছিল। ফুকনৰ নিচিনা অদ্বিতীয় নেতা এজন কংগ্ৰেছ কৰ্মীৰ লগত নিৰ্বাচনত পৰাস্ত

হ'ল আৰু এয়ে প্ৰমাণ কৰি দিলে যে কংগ্ৰেছভক্ত দেশভক্ত ফুকনে কংগ্ৰেছ এৰাৰ কাৰণে ৰাইজৰ সন্মানো হেৰুৱাবলগীয়া হ'ল। কংগ্ৰেছ চৰকাৰ স্থাপন হ'লত পুনৰ দেশভক্ত ফুকনে কংগ্ৰেছৰ নামত শ্ৰদ্ধাঞ্জলি দিছিল। অকস্মাৎ এদিন দেশভক্ত ফুকন যোগীৰ দৰে প্ৰাণত্যাগ কৰি স্বৰ্গী হ'ল। দেশভক্ত ফুকন আছিল ৰজাৰ দৰে আৰু মৃত্যু হ'ল যোগীৰ দৰে। সেই ৰাজৰ্ষি পুৰুষলৈ আমাৰ শত নমস্কাৰ।

## অসম চৰকাৰৰ হাইস্কুল শিক্ষা কমিটি

নগাৱঁত খদ্দৰৰ কাম কৰি থাকোঁতেই ছাৰ ছাদুল্লা চাহাবৰ সভাপতিত্বত অসমৰ হাইস্কুলবিলাকত চলোৱা শিক্ষাৰ উন্নতিৰ অৰ্থে চৰকাৰে এখন কমিটি পাতি দিছিল। এই কমিটিয়ে কিছুমান প্ৰশ্ন ছপা কৰি সেই প্ৰশ্নবোৰৰ এটা কপি মোলৈ পঠিয়াইছিল আৰু মোৰ মতামত খুজিছিল। মই বৰ্ত্তমান শিক্ষা-প্ৰণালীৰ তীব্ৰ সমালোচনা কৰি সেই প্ৰশ্নবোৰৰ উত্তৰ দিছিলোঁ। চৰকাৰে সেই মতামতবোৰ এখন কিতাপ আকাৰত ছপা কৰিছিল। তাৰ পিচত যোৰহাটত বহা কমিটিৰ আগত সাক্ষ্য দিবৰ কাৰণে নিমন্ত্ৰণ কৰাত মই নগাৱঁৰপৰা যোৰহাটলৈ আহি কমিটিৰ আগত জবানবন্দী দিছিলোঁ। ভুবনচন্দ্ৰ গগৈদেৱো আহিছিল। চৰকাৰী-বেচৰকাৰী বহুতো সদস্যই সাক্ষী দিছিল।

সেই কমিটিয়ে যিদৰে কাম কৰিব বুলি ভাবিছিলোঁ সেইদৰে কৰিব নোৱাৰিলে। কমিটিয়ে বৰ্তমান শিক্ষা-প্ৰণালীৰ বিশেষ পৰিবৰ্তন কৰাৰ পক্ষপাতী নাছিল। সেই কমিটিত অসমৰ ডি.পি.আই. মিঃ কানিংহামো আছিল। মই চিধা-চিধি দুই-এটা কথাৰ জবাব দিছিলোঁ। কমিটিৰ মতে চৰকাৰৰ কামৰ কাৰণে এই শিক্ষা অত্যাৱশ্যক। চৰকাৰে কোনো বিদ্যাৰ্থীকে কাম দিব বুলি প্ৰতিশ্ৰুতি দিব নোৱাৰে আৰু নিজৰ জীৱিকা উপাৰ্জনৰ কাৰণে আন শিক্ষা দিয়াৰ পৰিকল্পনাও নাই। সেইদেখি মই কমিটিৰ আগত ক'বলৈ বাধ্য হ'লোঁ যে মই এজন নন্-কোঅ'পাৰেটৰ। এই কমিটিত সাক্ষ্য দিয়াৰ মোৰ মন নাছিল; কিন্তু প্ৰশ্নবোৰে মোৰ মন আকৰ্ষণ কৰিছিল। শিক্ষিত ডেকাসকলক যদি চৰকাৰে কাম দিব নোৱাৰে তেন্তে আন শিক্ষাৰ ব্যৱস্থা কৰা উচিত হ'ব। চৰকাৰৰ অফিচত ছপা হৈ ওলোৱা মোৰ প্ৰশ্নোত্তৰত মোৰ মতামত পোৱা যাব।

চৰকাৰৰ এজন উচ্চ কৰ্মচাৰীয়ে মোৰ মতবোৰ যুক্তিযুক্ত বুলি মোক ধন্যবাদ দিছিল। এই কমিটিয়ে ৰিপোৰ্ট দিলে নে নাই মই একো খবৰ নাপালোঁ। এই কমিটি, কমিছন আদিত মোৰ একো আস্থা নোহোৱা

হ'ল। অসহযোগ আন্দোলনৰ সময়ত বৰ্তমান শিক্ষা-প্ৰণালীৰ ওপৰত এটা ভয়ঙ্কৰ কলঙ্ক প্ৰকাৰান্তৰে আৰোপ কৰা হৈছিল। প্ৰকৃততে এনে শিক্ষাৰ পৰা কোনো লাভ নাই। এই শিক্ষা বৰ্জন কৰাটো বাঞ্ছনীয়। চৰকাৰে তাকে না কৰিবৰ অভিপ্ৰায়ে হয়তো শিক্ষা-প্ৰণালীৰ অলপ সালসলনি কৰিবৰ অৰ্থে এই কমিটি নিযুক্ত কৰিছিল। কিন্তু কাৰ্যত একো নহ'ল।

## পুনৰ ওকালতি আৰম্ভ

প্ৰায় আঠবছৰ একেৰাহে ৰাজনৈতিক আন্দোলনত ঘুৰি ফুৰি নানাৰকম অভিজ্ঞতা লাভ কৰি শেহত আকৌ ওকালতি আৰম্ভ কৰাটো মোৰ পক্ষে আমোদজনক হোৱা নাছিল। কংগ্ৰেছৰ গঠনমূলক কামত লাগিম বুলি একৰকমে দৃঢ় প্ৰতিজ্ঞ হৈছিলোঁ। গুৱাহাটী কংগ্ৰেছৰ পিচত খদ্দৰ প্ৰচাৰ বিভাগৰ কাম এৰি অহাত পুনৰ কোনফালে যাওঁ একো স্থিৰ কৰিব নোৱাৰি ওকালতি আৰম্ভ কৰি দিলোঁ। মাজে মাজে গাৱঁলৈ গৈ বক্তৃতা দিয়া, কংগ্ৰেছৰ মিটিং পতা আদি কাম কৰিবলৈ ওকালতি বৰ্জন কৰাৰ আৱশ্যক নাই। আৱশ্যক থাকিলেই যেনিবা, তেনেবোৰ কাম কৰি ল'ৰা-তিৰোতাৰ ভৰণ-পোষণ ক'ৰপৰা হ'ব?

মোৰ লগৰপৰা শ্ৰীমান ৰাধা বেলেগ হ'ল। বৰ্তমান মোৰ সৰু ভাই শ্ৰীমান শিৱ আছে। আকৌ তাৰ ওপৰত মোৰ পৰিয়ালৰ ভৰণ-পোষণৰ বোজাই দিয়াটো উচিত বুলি নাভাবি মই আকৌ ওকালতি আৰম্ভ কৰিলোঁ। মনে মনে ভাবিলোঁ, যদি আৱশ্যক হয় আকৌ ওকালতি এৰি দিম। মোক বাৰ লাইব্ৰেৰীত সকলোৱে ভাল পোৱা যেন দেখুৱালে আৰু যোৰহাটৰ উকীলখানাৰ তৰণী, মহৰীসকলেও মোক ভাল পোৱা যেন দেখুৱালে। মোকৰ্দমা দুই-এটাকৈ আহিবলৈ ধৰিলে। উপাৰ্জন ভালেই হ'ল আৰু বহুদিন মনোকষ্ট আদি অনেক প্ৰকাৰে দুখত কষ্ট ভোগ কৰি থকা মোৰ পৰিবাৰ, ল'ৰা-ছোৱালীকেইটাৰ মুখলৈ আনন্দ আহিল।

এইদৰে প্ৰায় আঢ়ৈ বছৰ সময় আকৌ নিজৰ ওকালতি ব্যৱসায় কৰি দিন কটালোঁ। প্ৰথমৰ দৰে ওকালতিত এইবাৰ মোৰ সিমান ৰাপ নাছিল যদিও মই পোৱা গোচৰবোৰ অতি সাৱধানে আৰু যত্ন সহকাৰে চলাইছিলোঁ। সেই সময়ত মোৰ উপাৰ্জন যথেষ্ট হৈছিল। মাহে দেৰশৰ-পৰা দুশ টকা পৰ্যন্ত পাইছিলোঁ। ডাঙৰ ল'ৰা দুটাক হাইস্কুলত নাম লগাই দিলোঁ। এইদৰে চলি থাকোঁতে ১৯৩০ চন পালেহি। ১৯২৯ চনত লাহোৰ কংগ্ৰেছত পূৰ্ণ স্বৰাজৰ প্ৰস্তাৱ গৃহীত হ'ল আৰু ২৬ জানুৱাৰী তাৰিখটো স্বাধীনতা দিৱস বুলি মানি ল'বলৈ কংগ্ৰেছৰ আদেশ আহিল।

১৯৩০ চনত আকৌ আন্দোলন হ'বৰ সম্ভাৱনা দেখা গ'ল। মই ওকালতি পুনৰ আৰম্ভ কৰাত মাজু মোমাইদেউ বিশেষকৈ আনন্দিত হৈছিল। শ্ৰীমান ৰাধা আৰু শ্ৰীমান শিৱয়ো পেটে পেটে ভাল পালে আৰু ময়ো সিহঁতৰ ওপৰত ভাৰ দি ল'ৰা-ছোৱালীলৈ অৱহেলা কৰি থকাটো মোৰ পক্ষে অন্যায় হ'ব বুলিয়েই ধৰিছিলোঁ।।

## ছাইমন কমিছন

১৯২৮ চনৰ তিনি ফেব্ৰুৱাৰীৰ দিনা এই কমিছনে ভাৰতত পদাৰ্পণ কৰে। সমগ্ৰ ভাৰতবৰ্ষতে হৰতাল হয়। কংগ্ৰেছে ছাইমন কমিছন বৰ্জন কৰে। লাহোৰত ছাইমন কমিছনৰ বিৰুদ্ধে ভাৰতীয় প্ৰজাৰ ক্ষোভ প্ৰকাশ কৰিবৰ কাৰণে হোৱা শোভাযাত্ৰাত পাঞ্জাবকেশৰী লালা লাজপৎ ৰায়ক পুলিচে লাঠিৰে প্ৰহাৰ কৰে। এই আঘাতেই পাঞ্জাৱকেশৰীৰ মৃত্যুৰ কাৰণ হ'ল।

এই কমিছন বৰ্জন কৰা বাবে গোটেই ভাৰতবৰ্ষতে তীব্ৰ দমন-নীতি আৰম্ভ হয়। এই বছৰতে নেহৰু কমিটিৰ ৰিপোৰ্ট প্ৰকাশ হয়। আটাইতকৈ ডাঙৰ কথা, এই বছৰতে বৰদলিত খাজনা বন্ধ আন্দোলন আৰম্ভ হয়। তাৰ পিচত ১৯২৯ চনত লাহোৰত পূৰ্ণস্বৰাজৰ প্ৰস্তাৱ গৃহীত হয়। আৰু স্বৰাজ্য দলৰ কাউন্সিল মেম্বৰসকলে কাউন্সিলৰপৰা পদ ইস্তফা দি গুচি আহে। আকৌ ভৰতবৰ্ষত আইন অমান্য আন্দোলনৰ ঢৌ আহিবলৈ ধৰে। ইফালে চৰকাৰে ইংলণ্ডত 'ঘূৰণীয়া মেজ মেলৰ' আয়োজন কৰে। ১৯২৮ চনত কলিকতা কংগ্ৰেছত চৰকাৰে ভাৰতৰ জাতীয় দাবী পূৰ্ণ কৰিবৰ কাৰণে এবছৰ সময় দিয়া হৈছিল। ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ৰাতি বাৰবজাত সেই এবছৰ সময় পূৰ হ'ল। লাহোৰ কংগ্ৰেছত ৰাতি বাৰবজাত পূৰ্ণ স্বৰাজৰ পতাকা উত্তোলন কৰা হ'ল। কংগ্ৰেছ একেলগ লাগিল। স্বৰাজ্য পাৰ্টিয়ে পুনৰ কাউন্সিল বৰ্জন কৰি ওলাই আহি মহাত্মাজীৰ নেতৃত্ব মানি ল'লে। লাহোৰ প্ৰস্তাৱ মতে ১৯৩০ চনৰ ফেব্ৰুৱাৰী মাহ পৰ্যন্ত ১৭২ জন কাউন্সিলৰ সদস্যই সভ্যপদ ইস্তফা দিলে। চেণ্ট্ৰেল এছেম্ব্লীৰ ২১ জন, কাউন্সিল অৱ ষ্টেটৰ ন জন, বঙ্গদেশত ৩৪ জন, বিহাৰ—উৰিষ্যাৰ ৩১ জন, মধ্যপ্ৰদেশৰ ২০ জন, মাদ্ৰাজৰ ২০ জন, ইউ.পিৰ ষোলজন, অসমৰ বাৰজন, বোম্বাইৰ ছজন, পাঞ্জাবৰ দুজন, বৰ্মাৰ এজন।

১৯৩০ চনৰ ২৬ তাৰিখে গোটেই ভাৰতবৰ্ষতে স্বাধীনতা দিৱস পালন কৰি স্বাধীনতাৰ সঙ্কল্প গ্ৰহণ কৰা হয়। এই দিনত সমগ্ৰ ভাৰতত

বহু মানুহৰ ফাটেক হয়। যোৰহাটতো স্বাধীনতা দিৱস পালন কৰা হয়। শ্ৰীযুত দেবেশ্বৰ শৰ্মাই যোৰহাটত স্বাধীনতাৰ শপত গ্ৰহণ কৰা মন্ত্ৰ পাঠ কৰে আৰু আমি আকৌ আইন-অমান্য আন্দোলনৰ কাৰণে সাজু হ'বলৈ আগ বাঢ়োঁ। শ্ৰীযুত শৰ্মাই পুনৰ ওকালতি বৰ্জন কৰে।

মহাত্মাজীয়ে নিমখৰ আইন অমান্য কৰিবৰ কাৰণে আয়োজন কৰে। এইবাৰ আইন-অমান্য আন্দোলনৰ নেতৃত্ব কংগ্ৰেছে মহাত্মাজীৰ ওপৰত অৰ্পণ কৰে। ১৮৩৬ চনত নিমখৰ কমিছন এটা বহিছিল। সেই কমিছনে ভাৰতীয় লোণৰ ওপৰত কৰ বহুৱালৈ স্থিৰ কৰে। এইটো কৰাৰ প্ৰধান কাৰণ হৈছিল—ভাৰতীয় লোণৰ পৰিবৰ্তে ভাৰতত লিভাৰপুলৰ নিমখ বিক্ৰী কৰাটো। ভাৰতৰপৰা বিলাতলৈ কেঁচামাল চালান দিয়ে। বহুত জাহাজ লিভাৰপুলত এনেয়ে বহি থাকিবলগীয়া হৈছিল। ডাঙৰ ডাঙৰ জাহাজবিলাক সাগৰলৈ আনিবৰ কাৰণে প্ৰথমতে জাহাজৰ তলিত মাটি ভৰাই অনা হৈছিল। কলিকতাৰ চৌৰঙ্গী ৰোড, হুগলী পৰ্যন্ত বাটটো সেই মাটিৰে বন্ধোৱা হৈছিল। এতিয়া সেই মাটিৰ পৰিবৰ্তে জাহাজৰ তলত লিভাৰপুলৰ নিমখ ঢলাৰ কাৰবাৰ কৰি দিলে। ইয়াৰপৰা দুটা লাভ হল—এটা হ'ল কেঁচা মাল নিয়া জাহাজত ইংলণ্ডৰপৰা বিলাতী কাপোৰ আদি অনাৰ সুবিধা আৰু লগে লগে নিমখৰ ওপৰত কৰ লগোৱা। ভাৰতীয় প্ৰজাই নিমখ কৰি খোৱা প্ৰথা বন্ধ কৰি দি নিমখৰ ওপৰত কৰ লগাই ভাৰতত নিমখৰ সমস্যা কৰি দিলে।

এই কমিছনৰ ৰিপোৰ্ট আৰু নিমখৰ বিষয়ে আদ্যোপান্ত খবৰ জানি কংগ্ৰেছে মহাত্মাজীক নিমখৰ আইন ভঙ্গ কৰিবৰ কাৰণে সকলো ক্ষমতা অৰ্পণ কৰিলে। মহাত্মাজীয়ে সবৰমতী আশ্ৰমৰপৰা ১৯৩০ চনৰ দুই মাৰ্চ তাৰিখে মহামান্য বৰলাট চাহাবলৈ এখন চিঠি দিলে। তাত সকলো কথা বুজাই ভাৰতীয় দাবীৰ বিষয়ে খোলোচাকৈ জনালে—"(১) খাজনাৰ হাৰ ৰায়তৰ ওপৰৰপৰা বেছি পৰিমাণে কমাব লাগিব; (২) লোণ কৰ উঠাব লাগিব; (৩) মদ, ভাং, কানিৰ ব্যৱসায় উঠাই দিব লাগিব; (৪) সামৰিক আৰু অসামৰিক চৰকাৰৰ খৰচ কমাব লাগিব ইত্যাদি, ইত্যাদি।

"ভাৰতীয় প্ৰজাৰ দৈনিক আয় গড় হিচাপে দুঅনা মাত্ৰ। বৰলাটৰ দৰমহা হৈছে মাহে একৈশ হাজাৰ টকা। ইংলণ্ডৰ প্ৰজাৰ গড় হিচাপে দৈনিক আয় দিনে দুটকা। ইংলণ্ডৰ প্ৰধান মন্ত্ৰীৰ দৰমহা মাহে পাঁচ হেজাৰ চাৰিশ টকা। ভাৰতৰ বৰলাটৰ দৈনিক দৰমহা প্ৰত্যেক ভাৰতীয় প্ৰজাৰ দৈনিক আয়ৰ পাঁচ হেজাৰ গুণ। কিন্তু বিলাতৰ প্ৰধান মন্ত্ৰীৰ দৰমহা বিলাতৰ প্ৰজাৰ দৈনিক আয়ৰ এশ আশীগুণ মাত্ৰ।" —এই মৰ্মস্পৰ্শী চিঠিৰ জবাবত বৰলাটে দুখ প্ৰকাশ কৰি জনালে যে মহাত্মাজীয়ে যি কাম কৰিব খুজিছে সি আইন আৰু শৃঙ্খলাৰ বিৰুদ্ধে হ'ব। মহত্মাজীয়ে ক'লে,

"On bended knees I asked for bread and received a stone instand." অৰ্থাৎ "মই খুজিছিলোঁ এটুকুৰা ৰুটি, পালোঁ এটুকুৰা শিল।"

১৯৩০ চনৰ বাৰ মাৰ্চ তাৰিখে পুৰা মহাত্মাজীয়ে ৭৪ জন আশ্ৰমৰ সেৱক লৈ সাগৰৰ কিনাৰৰ দাণ্ডী নামৰ এখন গাওঁ অভিমুখে দুশ মাইল বাটত লোণ আইন ভঙ্গ কৰি লোণ তৈয়াৰ কৰিবৰ অৰ্থে যাত্ৰা কৰিলে। গান্ধীজীয়ে গোটেই ভাৰতবাসীলৈ আবেদন জনালে আৰু সকলোকে কোনো আইন অমান্য নকৰিবলৈ আদেশ দিলে, "Wait till I began. Once I march to the place the idea will be released. You will know what to do." 'মই কাৰ্য আৰম্ভ নকৰা পৰ্যন্ত তোমালোকে একো নকৰিবা। মই মোৰ ঠাই গৈ পালেই গোটেই সমস্যাটো বুজিব পৰা হ'ব আৰু তোমালোকে কি কৰিব লাগে জানিবা।" ১৯৩০ চনৰ পাঁচ এপ্ৰিল তাৰিখে মহাত্মাজীয়ে দাণ্ডী পালেগৈ আৰু যথা সময়ত নিময়ৰ আইন ভঙ্গ কৰি সাগৰৰ পাৰত লোণ তৈয়াৰ কৰিলে। দুশ মাইল মহাত্মাজীয়ে ২৪ দিনত খোজ কাঢ়ি-গৈছিল। নবচাৰি বোলা ঠাইত গান্ধীজীয়ে যাত্ৰী-সকলক লক্ষ্য কৰি কৈছিল, "If they are successful in doing away with the salt-tax and the liquor traffic from India, there is victory for Ahimsa. And what power on earth is there then, that would prevent Indians from fetching Swaraj ? If there be any such power, I shall like to see it, either I shall return with what I want or else my dead body will float in the ocean." এই দাণ্ডীযাত্ৰাৰ ভিতৰতে পণ্ডিত মতিলাল নেহৰুৱে আনন্দ ভৱন কংগ্ৰেছক দান কৰি দিলে।

## ১৯৩০ চনৰ কানিংহাম চাৰ্কুলাৰ

মহাত্মাজীয়ে দাণ্ডীলৈ গৈ লোণ আইন ভঙ্গ কৰাৰ লগে লগে গোটেই ভাৰতবৰ্ষত আন্দোলন আৰম্ভ হ'ল। অসমত কানি, ভাং, মদ আৰু বিলাতী কাপোৰ বৰ্জনৰ আন্দোলন আৰম্ভ হ'ল আৰু পিকেটিং আদি হবলৈ ধৰিলে। এই আন্দোলনত কৰ্মবীৰ নবদলৈ, দেশভক্ত তৰুণ ফুকন আৰু শ্ৰীযুত কুলধৰ চলিহাই নেতৃত্বৰ ভাৰ লোৱা নাছিল। তথাপি ১৯৩০ চনৰ আন্দোলন ১৯২১ চনৰ আন্দোলনতকৈ বেছি জোৰেৰে চলিছিল। এই আন্দোলনত বিশেষকৈ মহিলাসকলে আগৰণুৱা হৈ নেতৃত্বৰ ভাৰ লৈছিল।

মহাত্মাজীক গ্ৰেপ্তাৰ কৰাৰ খবৰে অসমৰ চাৰিওফালে আন্দোলন জগাই তুলিলে। বিশেষকৈ এই সময়ত অসমৰ ডি. পি. আই আমাৰ

সু-পৰিচিত মিঃ কানিংহামে অসমীয়া ছাত্ৰবিলাকক ৰাজভক্তিৰ চৰম সীমালৈ নিবলৈ ইচ্ছা কৰি অসমৰ হাইস্কুলবিলাককলৈ চাকুলাৰ এখন প্ৰচাৰ কৰে। ছাত্ৰসকলে জাতীয় পতাকা লৈ শোভাযাত্ৰা কৰা, জাতীয় গান আদি গোৱা, কোনো আন্দোলনত মুখিয়াল হৈ বা আন প্ৰকাৰে যোগদান নকৰিব বুলি একোখন ছপা কৰা ফৰ্মত প্ৰতিশ্ৰুতি দিব লাগিব। এইখন চাৰ্কুলাৰ কানিংহাম চাৰ্কলাৰ নামে জনাজাত। হাইস্কুলবিলাকৰ গৰমৰ বন্ধ খোলাৰ লগে লগে এই চাৰ্কুলাৰখন প্ৰচাৰ কৰা হৈছিল। আগষ্ট মাহৰ প্ৰথম সপ্তাহতে হাইস্কুলবিলাকৰ ল'ৰা-ছোৱালীবিলাকে এই চাৰ্কুলাৰৰ প্ৰতিবাদ কৰি সভা-সমিতি পাতিবলৈ ধৰিলে আৰু নগৰে-চহৰে শোভাযাত্ৰা আদি কৰিবলৈ আৰম্ভ কৰি দিলে। যোৰহাটত ছাত্ৰসকলে সভা পাতিছিল। শ্ৰীযুত হৰি-নাৰায়ণ বৰুৱা সভাপতি আছিল। ময়ো এই সভাত বক্তৃতা দিছিলোঁ। ছাত্ৰবিলাকে এই চাৰ্কুলাৰ ভঙ্গ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হয়। গোটেই অসমৰ ছাত্ৰসকলে একমত হৈ এইখন চাৰ্কুলাৰ ভঙ্গ কৰি দিলে আৰু স্কুলবিলাক খালী হৈ গ'ল। এই সময়তে ওলাই অহা ল'ৰাবিলাকে গোট খাই ঠায়ে ঠায়ে জাতীয় স্কুল পাতিলে আৰু কিছুমানে পুনৰ স্কুলত যোগদান কৰিলে।

মিঃ কানিংহাম আছিল অসমৰ প্ৰজাৰপৰা দৰমহা লৈ কৌৰৱৰ চাউল খাই পাণ্ডৱৰ গুণ গোৱা বিধৰ এজন বিষয়া। ১৯১৩ চনত বহুত অসমীয়া গ্ৰেজুৱেট হোৱা সত্বেও তেওঁ সেই সময়ত মাহে পঞ্চাশ টকাৰ ওপৰত দৰমহা দিব নোৱাৰাৰ চেলু লৈ বহুত অসমীয়া লোকৰ মুখৰ ভাত কাঢ়ি নি অনা অসমীয়াক অসমৰ হাইস্কুলবিলাকত নিয়োগ কৰিবলৈ অলপো কুণ্ঠিত নহৈছিল। এইজনা শিক্ষা বিভাগৰ গুৰিয়ালৰ লগত মোৰ দুই-তিনিবাৰ সাক্ষাৎ হৈছিল আৰু এওঁবিলাকৰ নিচিনা উচ্চপদস্থ কৰ্মচাৰীবিলাকৰ ওপৰত ক্ৰমে এটা অনাস্থাৰ ভাৱৰ উদয় হৈছিল। মই কিন্তু কেতিয়াও ভবা নাছিলোঁ যে মিঃ কানিংহামৰ নিচিনা এজন অতি শিক্ষিত ইংৰাজ কৰ্মচাৰীয়ে সূৰ্যৰ মুখত সোপা দিবলৈ গৈ দেশৰ উঠি অহা ছাত্ৰ-ছাত্ৰীসকলক জাতীয় আন্দোলনত যোগদান দিবলৈ নিদি এনেদৰে নিজে হাঁহিয়াতৰ পাত্ৰ হ'ব। সেই সময়ত ইংৰাজ কৰ্মচাৰীবিলাকে, বিশেষকৈ যিসকলে শাসন বিভাগৰ গুৰিয়াল হৈ বহিছিল, তেওঁলোকে ভাবিছিল যে ক্ষমতাৰ বলেৰে তেওঁলোকে ৰাজনৈতিক নাওখন বামতো চলাই নিব পাৰিব।

অসহযোগ আন্দোলনৰ ফলস্বৰূপে বৰ্তমান শিক্ষা-প্ৰণালীৰ বিৰুদ্ধে এটা ভাব দেশত স্থাপিত হ'ল। এই শিক্ষা বিজতৰীয়া আৰু জাতীয় শক্তি ক্ষয়কাৰী। উচ্চ শিক্ষিত ডেকাসকলৰ ভিতৰত নিবনুৱাৰ সংখ্যা শতকৰা ৮০।৯০ জন হ'ব; আনফালে অশিক্ষিতৰ সংখ্যা হ'ল শতকৰা ৯১।৯২ জন। একালে ঘোৰ অন্ধকাৰ; আনকালে পোহৰ পোৱাসকলৰ ভিতৰত নাজল-

নাথকা অৱস্থা। কাজেই এই শিক্ষা-প্ৰণালীয়েই জাতীয় আন্দোলনৰ কাৰণে যাইকে দায়ী। য'ত কেৰোণ আছে সেই ঠাইত ঔষধ নলগাই আন উপায় অৱলম্বন কৰি দিয়াৰ ফলত লুকাই থকা ভাববোৰ প্ৰকাশ হৈ পৰে আৰু চৰকাৰৰ শিক্ষা-নীতিৰ ভেদ ভাঙি যায়। এটা জাতিৰ উঠি অহা ডেকা-গাভৰুৱে যদি সদায় মাত্ৰ কেৰাণী-মহৰী, উকীল-মাষ্টৰ আদিৰ কাৰণেই এটা বিদেশী ভাষাৰ জৰিয়তে শিক্ষা গ্ৰহণ কৰি জীৱনৰ আধাভাগ কটায়, তেন্তে শেহত বেমাৰী হৈ পৰে। তদুপৰি চৰকাৰৰপৰা এটা কাম নাপালে তেওঁলোকৰ বুকু ভাঙি যোৱা অৱস্থা হয়। গতিকে সেই শিক্ষা লোৱাৰপৰা জাতীয় শক্তি ক্ষয় কৰাৰ বাহিৰে কি হ'ব পাৰে! আমাৰ দেশৰ ধন হৈছে দেশৰ জনতা। সেই জনতাৰ ল'ৰা-ছোৱালীবিলাক হৈছে আমাৰ অমূল্য বস্তু। তেওঁলোকক মানুহ কৰি তুলিবলৈ শিক্ষা দিয়া হয়। শিক্ষাৰ বলত আমাৰ ল'ৰা-ছোৱালীবিলাক আন স্বাধীন দেশৰ ল'ৰা-ছোৱালীৰ দৰে শাৰীৰিক, মানসিক আৰু আন সকলো প্ৰকাৰে যোগ্যতা লাভ কৰিব পৰা হ'ব লাগে। তেহে আমাৰ শাসনৰ ভাৰ নিজৰ হাতলৈ আনি নিজৰ দেশত নিজে স্বাধীন হৈ থাকি দেশৰ সম্পদ বৃদ্ধি কৰি দেশত বেহা-বেপাৰ, খেতি-বাতি, শিল্প আদি বৃদ্ধি কৰি জগতৰ মাজত এটা সমৃদ্ধিশালী জাতি হিচাপে থিয় দি ভাৰত ভূমিক গোটেই পৃথিৱীৰ মাজত ভোটা তৰাৰ দৰে জিলিকাই ৰাখিব পৰা হ'ব।

বৰ্তমান যি শিক্ষা-প্ৰণালী আমাৰ দেশত চলিছে সেই শিক্ষাৰ মূলনীতি হৈছে আমাৰ গোলামী মনোবৃত্তি তৈয়াৰ কৰা। বিশ্ববিদ্যালয়-বিলাকক অসহযোগ আন্দোলনৰ সময়ত গোলামখানা বুলি কোৱা হৈছিল। বিশ্ববিদ্যা'লয়ৰ বিষয়ে তদন্ত কৰা ৰিপোৰ্টবোৰতে প্ৰকাশ যে ছাত্ৰ-ছাত্ৰীৰ ভিতৰত শতকৰা প্ৰায় ৫০।৬০ জনৰ বেমাৰ—চকুৰ বেমাৰ, দাঁতৰ বেমাৰ, পেটৰ বেমাৰ ইত্যাদি বহুত। সকৰেপৰা আমাৰ ল'ৰা-ছোৱালীয়ে বহুত টকা খৰচ কৰি ১৫।১৬ বছৰ সময় খৰচ কৰি জীৱনৰ প্ৰথম ভাগটো কটাই লাভ কৰে বেমাৰ, টান কামৰ কাৰণে অক্ষমতা, বিলাসপ্ৰিয়তা আৰু চৰকাৰী চাকৰি নাপালে আত্মহত্যা কৰিবৰ ইচ্ছা। এইটো হ'ল উচ্চ শিক্ষিত ডেকা-গাভৰুৰ অৱস্থা। আনফালে জনতা—যাৰ ওপৰত দেশৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে আৰু যাৰ হাতলৈ ক্ষমতা এসময়ত নহয় এসময়ত যাবই লাগিব—সেই জনতাক ৰখা হৈছে ঘোৰ অন্ধকাৰত। তেওঁবিলাকৰ ভিতৰত শিক্ষিতৰ সংখ্যা শতকৰা সাত-আঠজন মাত্ৰ। কাজেই, এনে শিক্ষা-প্ৰণালীৰ ওচৰত দেশবাসীৰ আস্থা নোহোৱাটো স্বাভাৱিক। উপায় নাপাই আমাৰ ল'ৰা-ছোৱালীবিলাকে ইচ্ছাৰ বিৰুদ্ধে বাধ্য হৈ আন কোনো শিক্ষা নথকাৰ বাবে বৰ্তমান শিক্ষাকে লৈ "নাই মোমাইতকৈ কণা মোমায়ে ভাল" বুলি মৌন হৈ বহি আছে। শিক্ষা-প্ৰণালীৰ দোষবোৰ

গুচাই এটা নতুন শিক্ষা-প্ৰণালীৰ আঁচনি কৰে কোনে ? চৰকাৰে সময়ে সময়ে বহুদিনৰ পিচত এই শিক্ষা-প্ৰণালী আমাৰ বাবে অলাগতিয়াল আৰু এই শিক্ষা-প্ৰণালীৰ বিৰুদ্ধে হোৱা আন্দোলন অনিষ্ট-কাৰক বুলি প্ৰচাৰ কৰে আৰু ভাবে যে শিক্ষাবিভাগৰ গুৰিয়ালসকলৰ কথা শুনি আমাৰ দেশৰ উঠি অহা ছাত্ৰ-ছাত্ৰীয়ে তেওঁবিলাকৰ আদেশ মানি চলিব।

মিঃ কানিংহাম অসমত এজন অপ্ৰিয় ডি. পি. আই. বুলি প্ৰচাৰ হ'ল। তেওঁৰ চাৰ্কুলাৰ অমান্য হ'ল—ছাত্ৰ-ছাত্ৰীয়ে এইটো নিজে নিজে কৰা কাম। অৱশ্যে জাতীয় আন্দোলনৰ প্ৰভাৱত ছাত্ৰ-ছাত্ৰীসকলৰ অন্তৰত এই চাৰ্কুলাৰ ভঙ্গ কৰাৰ ইচ্ছা বেছি হৈছিল। ছাত্ৰ-ছাত্ৰীসকলক সভা-সমিতি, শোভাযাত্ৰা আদিত যোগদান কৰিবলৈ দিয়া হ'লে বিশেষ একো নহ'লহেঁতেন; কিন্তু বন্ধ কৰিবলৈ দিয়া আদেশে গোটেই অসমক কিংকৰ্তব্য বিমূঢ়ত পেলাই দিলে।

যোৰহাটৰ বেজবৰুৱা স্কুলত এই চাৰ্কুলাৰ প্ৰচাৰ কৰা নাছিল। বেজবৰুৱা স্কুলৰ ল'ৰা কিছুমানে চৰকাৰী স্কুলৰ ল'ৰাবিলাকক পিকেটিং কৰিবলৈ স্থিৰ কৰিলে। ইয়াৰ ফলত চৰকাৰী স্কুলৰ ল'ৰাবিলাকে স্কুলৰ পৰা ওলাই আহি এটা বিৰাট শোভাযাত্ৰা কৰিবলৈ ধৰিলে। শ্ৰীমান সৰ্বেশ্বৰ বৰদলৈকে আদি কৰি আৰু দুই-তিনিজন ছাত্ৰক গ্ৰেপ্তাৰ কৰি ফাটেক দিলে। শ্ৰীমান সৰ্বেশ্বৰ বৰদলৈক তিনিমাহৰ সশ্ৰম কাৰাদণ্ড দিলে।

কিছুদিনৰ পিচত ভূতৰ ওপৰত দানহ পৰাৰ নিচিনাকৈ মোৰ প্ৰথম পুত্ৰ শ্ৰীমান দুৰ্গাদাসে সেই কানিংহাম চাৰ্কুলাৰ অমান্য কৰা অপ-ৰাধৰ বাবে মোক কৈফিয়ৎ দিবলৈ চৰকাৰী স্কুলৰ মেনেজিং কমিটিৰ সভাপতি মিঃ কাণ্ট্ৰলি চাহাবে এখন চিঠি দিছিল। সেই সময়ত স্কুলত প্ৰায় ছশমান ছাত্ৰ আছিল। সকলোৱেই শোভাযাত্ৰাত যোগ দিছিল। মেনেজিং কমিটিয়ে মাত্ৰ কেইজনমান ছাত্ৰৰ ওপৰত দণ্ডবিধান কৰিবলৈ স্থিৰ কৰিলে। সকলো অভিভাৱকে ক্ষমা খুজিলে অথবা ল'ৰাই কৰা দোষৰ বাবে ল'ৰাক দোষাৰোপ কৰি ক্ষমা খুজি চিঠি দিলে। মইতো সেইদৰে লিখিব নোৱাৰোঁ। কানিংহাম চাৰ্কুলাৰ অদ্ভুত মগজৰপৰা ওলোৱা এখন চাৰ্কুলাৰ। ব্ৰহ্মপুত্ৰৰ ঢল বালিৰ ভেটাৰে বান্ধি ৰখাৰ দৰে কৰা এটা বৃথা চেষ্টা। মোৰ মতামত মই জনালোঁ এইবুলি, "এই কানিংহাম চাৰ্কুলাৰ ভঙ্গ কৰা বাবে মোৰ ল'ৰাই কোনো দোষ কৰা নাই। সেই চাৰ্কুলাৰ ভঙ্গ কৰাৰেই যোগ্য।" ইয়াতে মিঃ কেট্ৰলি চাহাবৰ ধৈৰ্য্যচ্যুতি হ'ল। তেওঁ শ্ৰীমান দুৰ্গাদাসক সাত টকা জৰিমনা কৰিলে। সেই টকা মই নিদিওঁ বুলি আছিলোঁ। শ্ৰীমান ৰাধাই মোক নজনোৱাকৈ মনে মনে জৰিমনা আদায় কৰি দিলে। তাৰ পিচত শ্ৰীমান দুৰ্গাদাসে চৰকাৰী

স্কুলত পঢ়া অসম্ভৱ হৈ পৰিল। ছশ ছাত্ৰৰ ভিতৰত মাত্ৰ এজন ছাত্ৰই এনে উদণ্ড হোৱাত স্কুলৰ মাষ্টৰবিলাকে সহ্য কৰিব নোৱৰা হ'ল। কিছুদিনৰ পিচত শ্ৰীমানক চৰকাৰী স্কুলৰপৰা নাম কটাই আনিবলৈ মই বাধ্য হ'লোঁ। তাৰ পিচত শ্ৰীমানক বেজবৰুৱা স্কুলত নাম লগাই দিলোঁ। তাত সি এবছৰ পঢ়ি মেট্ৰিকুলেশ্যন পৰীক্ষা দি ফেল হৈ স্কুল এৰি দিলে। পৰীক্ষাত ফেল হৈ শ্ৰীমান দুৰ্গাদাসে যোৰহাটৰ টেক্‌নিকেল স্কুলত মটৰ মেকানিক্স ক্লাছত দুবছৰ পঢ়ি পৰীক্ষা দি পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে। ইতিমধ্যে প্ৰাইভেট্‌কৈ পৰীক্ষা দি মেট্ৰিক পাছ কৰি জগন্নাথ বৰুৱা কলেজত নাম লগাই আই. এ. পৰীক্ষাৰ টেষ্ট পৰীক্ষা নিদি ছাত্ৰ-জীৱনৰপৰা আহি হিমালয় ষ্টোৰ নাম দি এখন দোকান খোলে। যি সময়ত শ্ৰীমানে দোকান দিছিল, সেই সময়ত মই জেলত আছিলোঁ।

১৯৩০ চনৰ আন্দোলনত এই কানিংহাম চাৰ্কুলাৰে ছাত্ৰ-ছাত্ৰীসকলৰ হতুৱাই চৰকাৰে আইন-অমান্য আন্দোলন কৰোৱালে। তাৰ ফল স্বৰূপে স্কুল বৰ্জন কৰা অনেক ছাত্ৰই এতিয়ালৈকে জাতীয় আন্দোলনৰ ব্ৰতত ব্ৰতী হৈ আছে। ১৯৩০ চনত অসমত আইন অমান্য আন্দোলন কৃতকাৰ্য হোৱাৰ কাৰণে কানিংহাম চাৰ্কুলাৰক ধন্যবাদ নিদি নোৱাৰি। "out of evil cometh good," বেয়াৰ পৰাও কেতিয়াবা ভাল হয়।

যিবিলাক ৰাজকৰ্মচাৰী ৰাইজৰ মানত অপ্ৰিয় হয়, সেইবিলাক ৰাজকৰ্মচাৰীয়েই প্ৰায় দেখা যায় চৰকাৰৰ প্ৰিয়পাত্ৰ হয়। মিঃ কানিংহাম চাহাবে পেন্সন লৈ যোৱাৰ পিচতো চৰকাৰে এওঁক শিক্ষাবিভাগৰ বিশেষজ্ঞ হিচাপে অসমত বিশ্ববিদ্যালয়ৰ আঁচনি কৰিবৰ কাৰণে নতুনকৈ নিযুক্ত কৰিছিল। এখেতে অসমত বিশ্ববিদ্যালয় হ'লে শ্বিলঙত হ'ব লাগিব, নহ'লে সুৰমা উপত্যকা আৰু অসম উপত্যকাৰ ভিতৰত যি ভেদভাব আছে সেই ভেদভাব শ্বিলঙত বিশ্ববিদ্যালয়ৰ কেন্দ্ৰ নহ'লে দূৰ নহ'ব বুলি প্ৰতিবেদন দাখিল কৰিলে। এইখন বিশ্ববিদ্যালয়ৰ আঁচনি লাইব্ৰেৰীৰ কোনো আলমাৰীৰ ভিতৰত সোমাই থাকিল। অসমত বিশ্ববিদ্যালয় পতা সম্পৰ্কে আমি ভাবোঁ প্ৰত্যেক জিলাতে একোখন যাতে বিশ্ববিদ্যালয় পাতিব পৰা হয়। আমাক লাগে দেশৰ শিল্প, কৃষি উন্নত কৰা বিধৰ একো একোখন আদৰ্শ শিক্ষাৰ কেন্দ্ৰ, প্ৰত্যেক জিলাতে হেজাৰ-দুহেজাৰপুৰা মাটি লৈ গো-পালন, কৃষি-শিল্প আদি যাৱতীয় বিষয়ৰ শিক্ষা দিব পৰা সুবিধা আৰু তাৰ লগতে একো একোখন ফলৰ বাগান। প্ৰত্যেক জিলাৰ ডেকা ল'ৰাবোৰক মাতৃভাষাৰ সাধাৰণ জ্ঞান দিয়াই তিনি, পাঁচ বা সাত বছৰৰ ভিতৰত শিক্ষা সমাপ্ত কৰাই প্ৰত্যেক গাৱঁতে বিশ্ববিদ্যালয়ৰ শাখা খুলি প্ৰত্যেক ঘৰ মানুহকে বিশ্ববিদ্যালয়ৰ শাখা স্বৰূপে ধৰি লৈ কৃষি, বাণিজ্য, শিল্প আদিৰ উন্নতি কৰি দেশৰ সমৃদ্ধি বৃদ্ধি কৰাত সহায় কৰিবলৈ প্ৰত্যেক

জিলাত চৰকাৰে বছৰি দুই-তিনি লক্ষ টকাকৈ বৰঙণি দি গ'লে প্ৰায় দহ বছৰৰ ভিতৰত একো একোখন জিলাত একো একোটা বিৰাট বিশ্ববিদ্যালয় স্থাপন কৰি গোটেই জিলাৰ অধিবাসীসকলক উৎকৃষ্ট খেতিয়ক, বাঢ়ৈ, শিল্পী বণিক আদিত পৰিণত কৰি তুলিব পৰা হয়। ইংৰাজী ভাষা, মাতৃভাষা, হিন্দুস্থানী আদি ভাষাৰ জ্ঞান দিয়াৰ ব্যৱস্থা এনে বিশ্ববিদ্যালয়সমূহত থাকিব লাগিব আৰু জনতাৰ ভিতৰত নিৰক্ষৰতা নিবাৰণৰ ব্যৱস্থা কৰিব লাগিব।

শিক্ষালয় হ'ব লাগে শাৰীৰিক, মানসিক, নৈতিক আৰু আৰ্থিক উন্নতিৰ এটা সাধনা-কেন্দ্ৰ। আমাৰ দেশত থকা হাইস্কুল, মজলীয়া ইংৰাজী স্কুল আৰু পাঠশালা স্কুলত যিমান টকা খৰচ হয়, সেই সমুদায় খৰচ বিশ্ব-বিদ্যালয়ৰ অন্তভুক্ত কৰি বিশ্ববিদ্যালয়ৰ হতুৱাই দেশৰ সম্পদ বৃদ্ধি কৰাত লাগি যাব লাগে। শিক্ষক আৰু ছাত্ৰসকল একেলগে থাকি সদায় শিক্ষাৰ কেন্দ্ৰত নিজ নিজ শক্তি অনুসাৰে শাৰীৰিক পৰিশ্ৰম কৰি নিজৰ নিজৰ খোৰাকী উলিয়াবৰ দিহা কৰিব লাগিব। আগৰ ঋষি-মুনি-সকলৰ দৰে শিক্ষকসকলে ব্ৰহ্মচৰ্য ব্ৰত অৱলম্বন কৰি সামান্য খোৰাকী লৈ শিক্ষাদান কৰিব লাগিব। প্ৰত্যেক বিদ্যাৰ্থীয়ে দেশৰ হৈ অন্ততঃ পাঁচ বছৰ সামান্য দৰমহা লৈ কাম কৰিবলৈ প্ৰতিশ্ৰুতি দিব লাগিব। সূতা কটা, তাঁত বোৱা আদি কামবোৰো এই শিক্ষাৰ অন্তৰ্ভুক্ত হ'ব লাগিব। এইদৰে প্ৰত্যেক বছৰে একো একোখন জিলাত বছৰি দুই-তিনি লক্ষ টকা খৰচ কৰিবলৈ মন কৰিলেই হয়। দুই-তিনি হাজাৰ পুৰা মাটি চৰকাৰে দিব লাগিব। তাত কৃষি, বাণিজ্য, গো-পালন, শিল্প আদিবোৰ বহুৱাই জিলাৰ ভিতৰত আঠ-দহটামান কেন্দ্ৰত ভাগ কৰি এই কাৰ্য আৰম্ভ কৰিব লাগে।

বৰ্ত্তমান শিক্ষা প্ৰণালীৰ আমুল পৰিবৰ্তন কৰি ওপৰত কোৱাৰ দৰে বিশ্ববিদ্যালয়ৰ আঁচনি তৈয়াৰ কৰিলেহে প্ৰকৃত কাম হ'ব, নহ'লে ঘুণে খোৱা বাঁহৰ খুটা লগাবলৈ গ'লে একো কাৰ্য সিদ্ধি নহ'ব। বিশ্ববিদ্যালয়ত কিছুমান ল'ৰাক বৰ্তমান শিক্ষা-প্ৰণালীৰ আদৰ্শত গ্ৰেজুৱেট কৰি চৰকাৰৰ চাকৰি দিয়াৰ আদৰ্শ লৈ এই শিক্ষা প্ৰচাৰ কৰি গৈ থাকিলে শেহত পৰিণাম ভয়াবহ হ'বই। এই বিশ্ববিদ্যালয়ৰপৰা কিছুমান ডেকাক বিদেশলৈ পঠিয়াই টেক্-নিকেল শিক্ষা দিয়াৰ বন্দোৱস্ত কৰিব লাগিব। অসমীয়া মানুহে যদি কানি, ভাং মদ খায়েই চৰকাৰক ৩০।৪০ লক্ষ টকা দিয়ে, খাজনা হিচাপে এক কোটি টকাৰ ওপৰৰ ৰাজহ আদায় দিয়ে, গোচৰ কৰি ২০।২৫ লক্ষ টকা দিয়ে, তেন্তে প্ৰত্যেক জিলাৰ অধিবাসীসকলৰ সৰ্বাঙ্গীন উন্নতিৰ হৈ বছৰি ২।৩ লক্ষ টকা শিক্ষাৰ বাবে, বিশেষকৈ বিশ্ববিদ্যালয় স্থাপনৰ অৰ্থে দিয়াটো একো আচৰিত প্ৰস্তাৱ নহয়।

১৯৩০ চনৰ জানুৱাৰী মাহৰপৰা ডিচেম্বৰ মাহ পৰ্যন্ত আইন অমান্য আন্দোলন অসমত ১৯২১ চনতকৈ বেছি জোৰেৰে চলিছিল। যোৰহাটত বেছি মানুহৰ ফাটেক হোৱা নাছিল, শ্ৰীযুত হৰিনাৰায়ণ বৰুৱা, শ্ৰীযুত পদ্মেশ্বৰ গোস্বামী আদি ১৫।২০ জনমানৰ ফাটেক হৈছিল। আমি গাৱেঁ গাৱেঁ সভা-সমিতি, শোভাযাত্ৰা আদি কৰি ফুৰিছিলোঁ। আমাক গ্ৰেপ্তাৰ নকৰা বাবে এইদৰে গোটেই বছৰটো আমি প্ৰচাৰ-কাৰ্য কৰি ফুৰিছিলোঁ। মই মাজে মাজে ওকালতিও কৰিছিলোঁ। শ্ৰীযুত দেবেশ্বৰ শৰ্ম্মাই পাঁচ-ছয় মাহ ওকালতি কৰা নাছিল।

১৯৩১ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহত লৰ্ড আৰ্উইন যোৰহাটলৈ আহিছিল। তেখেতক চিনামৰা ক্লাবত অভ্যৰ্থনা জনাবলৈ আয়োজন কৰিছিল। যোৰহাটৰপৰা শ্ৰীযুত দেবেশ্বৰ শৰ্ম্মা, শ্ৰীগঙ্গাধৰ বৰকটকী, শ্ৰীযুত শশীধৰ মলীয়া বৰুৱা আদি কেইজনমান কৰ্মী আৰু গোলাঘাটৰো দুই-চাৰিজন কৰ্মীয়ে তেখেতক ক'লা-পতাকা দেখুৱাইছিল। ক'লা-পতাকাত লেখা আছিল, "লৰ্ড আৰ্উইন উভতি যাওক।" আমাৰ কংগ্ৰেছৰ অফিচ আছিল সেই সময়ত শ্ৰীযুত গুণ বৰঠাকুৰৰ ঘৰতে, যোৰহাট প্ৰভিন্সিয়েল বেলৱে ষ্টেশ্যনৰ ওচৰত। আন আন প্ৰদেশৰ দৰে অসমেও এই আন্দোলনত সমানে ভাগ লৈছিল। নগাওঁ জিলাতে মহিলাসকলৰ ভাল জাগৰণ দেখা গৈছিল; সেইসকলৰ ভিতৰত শ্ৰীযুতা গুণেশ্বৰী দেবী, শ্ৰীযুতা মোহিনী গোহাঁই, শ্ৰীযুতা দৰবাই মেছ আদিৰ নাম উল্লেখযোগ্য। কেইবাগৰাকী মহিলাই কাৰাবৰণো কৰিছিল।

## যুদ্ধ বিৰতিৰ প্ৰস্তাৱ

লণ্ডনৰ 'ডেইলী হেৰল্ড' নামৰ খবৰ কাগজৰ প্ৰতিনিধি মিঃ স্লো কম্বিয়ে ১৯৩০ চনৰ ২০ মে'ত মহাত্মাজীক য়াৰ্বেদা জেলত দেখা কৰি এইদৰে লিখিছিল, "Even at this critical hour, a settlement is possible and Mr. Gandhi is prepared to recommend to the Congress a suspension of the Civil Disobedience movement and Co-operation with the R.T.C. on the following terms—

(1) The terms of reference of the R.T.C. to include the framing a constitution giving India the substance of Independence.

(2) Satisfaction to be granted to Mr. Gandhi's demand for the repeal of the salt-tax, prohibition of liquor and the leave on foreign cloth.

(3) An amnesty for prisoners convicted of political offences to coincide with the end of the civil disobedience campaign..

(4) The remaining seven points raised in Mr. Gandhi's letter to the Viceroy to be left future discussion.

Mr. Slocombe enquired whether the Government was prepared to make honourable peace with him. "Negotiation is still possible" said he "and after my two meetings with Gandhi in prison, I am convinced that conciliation will be met with conciliation, but that violence on either side will not compel surrender of the other. Incalculable disaster may yet be avoided by the frank recognition that the imprisoned Mahatma now incarnates the very soul of India." অৰ্থাৎ, "এই সঙ্কটপূৰ্ণ অৱস্থাতো সন্ধি হোৱা সম্ভৱপৰ। মিঃ গান্ধীয়ে তলত লিখা চৰ্তমতে কংগ্ৰেছক আইন-অমান্য আন্দোলন বন্ধ কৰিবলৈ উপদেশ দিবৰ ইচ্ছা কৰে আৰু ঘূৰণীয়া মেজমেলতো কংগ্ৰেছে যোগদান কৰিব— (১) ঘূৰণীয়া মেজ-মেলত ভাৰতৰ শাসন সম্পৰ্কে ভাৰতৰ এখন শাসন-পৰিষদ গঠন হ'ব, য'ত ভাৰতত স্বাধীনতাৰ সাৰবস্তু দিয়াব লাগিব। (২) লোণ কৰ ৰদ, মদ সম্পূৰ্ণ বৰ্জন আৰু বিলাতী কাপোৰ বৰ্জনৰ ওপৰত দিয়া নিষেধাজ্ঞা প্ৰত্যাহাৰ আদিত মিঃ গান্ধীক সন্তোষজনক হিচাপে কাৰ্য কৰি দেখুৱাব লাগিব। (৩) আইন-অমান্য আন্দোলন স্থগিত হোৱাৰ লগে লগে ৰাজনৈতিক বন্দীসকলক মুক্তি দিব লাগিব। (৪) বাকী সাতোটা প্ৰশ্ন যিবোৰ গান্ধীজীয়ে বৰলাট বাহাদুৰলৈ দিছিল, সেইবোৰ ভৱিষ্যতে আলোচনাৰ বাবে স্থগিত থাকিব। মিঃ শ্লোকম্বিয়ে তেওঁক প্ৰশ্ন কৰিলে—"সম্মানজনক শান্তি স্থাপনৰ কাৰণে চৰকাৰ প্ৰস্তুতনে?" "মিঃ গান্ধীৰ লগত জেলত দুবাৰ দেখা কৰাৰ ফলত বুজিছো যে, শান্তিৰেহে শান্তি আহে, কোনো-পক্ষে হিংসামূলক ব্যৱস্থা লৈ কাকো মূৰ দোঁৱাব নোৱাৰিব। এতিয়াও অসীম ক্ষতিৰপৰা ৰক্ষা পৰিবৰ একমাত্ৰ উপায় হৈছে— মহাত্মাক ভাৰতৰ আশাস্বৰূপ বুলি প্ৰকাশ্যে স্বীকাৰ কৰি লোৱা আৰু সেইমতে মহাত্মাৰ লগত আলোচনা কৰা।"

নানা প্ৰকাৰৰ সাক্ষাৎকাৰ, আলোচনা আদি হোৱাৰ পিচত মহাত্মা-গান্ধী ভাৰতবাসীৰ অন্তৰাত্মা হিচাপে, লৰ্ড আৰউইন ইংৰাজ চৰকাৰৰ প্ৰতিনিধি হিচাপে ১৯৩১ চনৰ পাঁচ মাৰ্চত চৰকাৰ আৰু প্ৰজাৰ ভিতৰত বিখ্যাত গান্ধী-আৰউইন চুক্তি হৈ গ'ল। এই চুক্তিৰ ফলত আইন অমান্য আন্দোলনৰ ৰাজনৈতিক বন্দীবিলাকৰ ভিতৰত কিছুমানৰ মুক্তি হ'ল। মহাত্মাজীয়ে দিয়ামতে কিছুমান চৰ্ত চৰকাৰে মানি ল'লে। ইয়াৰ ভিতৰত তলত লিখাকেইটা প্ৰধান: সাগৰৰ পাৰত থকা অধিবাসীবিলাকে নিজৰ ঘৰুৱা ব্যৱহাৰৰ কাৰণে নিমখ তৈয়াৰ কৰিব পাৰিব। মাদকতা বৰ্জন সম্পূৰ্ণৰূপে কৰিবলৈ কংগ্ৰেছৰ পুৰা ক্ষমতা থাকিব। বিলাতী কাপোৰ বৰ্জন

একপ্ৰকাৰে ভাৰতীয় শিল্পৰ উন্নতিৰ হৈ কৰিব পাৰিব। ইয়াৰ পিচত কৰাছী কংগ্ৰেছত গান্ধী-আৰ্‌উইন চুক্তি সমৰ্থন কৰি মহাত্মাজীক কংগ্ৰেছৰ হৈ বিলাতত ঘূৰণীয়া মেজমেলত যোগ দিবলৈ একমাত্ৰ প্ৰতিনিধি নিৰ্বাচন কৰা হ'ল। গান্ধী-আৰ্‌উইন চুক্তি হোৱাৰ পিচতো গোটেই দেশবাসীৰ আন্তৰিক প্ৰাৰ্থনালৈ চৰকাৰে আওকাণ কৰি ভগত সিং সুকদেৱ আৰু ৰাজগুৰুক ফাঁচি দিয়াত কৰাছী কংগ্ৰেছত বিক্ষোভৰ সৃষ্টি হৈছিল। যোৰহাট জেলৰপৰা ৪০।৫০ জনমান ৰাজনৈতিক বন্দী খালাচ হৈ শোভাযাত্ৰা কৰি যোৰহাটৰ বাৰ লাইব্ৰেৰীৰ আগত উপস্থিত হৈছিল। শ্ৰীযুতা চন্দ্ৰপ্ৰভা শইকীয়ানীও ইয়াৰ ভিতৰতে আছিল। বিষ্ণুৰাম হলৰ সমুখত তেখেতসকলক ৰাইজে অভ্যৰ্থনা জনাইছিল। চাহ আদি খুৱাই শ্ৰীহট্টৰ বন্ধুসকলক তাৰপৰা বিদায় দিয়া হয়। অসমীয়া কেইজনমানে যোৰহাটত কেইদিনমান থাকি ঘৰাঘৰি যায়।

সেইসময়ত কংগ্ৰেছৰ ওচৰত ৰাইজৰ শ্ৰদ্ধা দেখি আচৰিত হ'ব লগীয়া হৈছিল। নগৰ আৰু গাৱঁত চাকি জ্বলাবলৈ কংগ্ৰেছে যি আদেশ দিছিল আৰু চাৰিওফালে গাৱেঁ-নগৰে হিন্দু-মুছলমান আদি সকলোৱে জাতি-বৰ্ণ নিৰ্বিশেষে নিজ নিজ ঘৰত দীপাৱলী জ্বলাই আনন্দেৰে কংগ্ৰেছৰ বিজয়-বাৰ্তা ঘোষণা কৰিছিল। গান্ধী-আৰ্‌উইন চুক্তি হৈছে যুদ্ধ-বিৰতিৰ বাবেহে; শান্তি স্থাপনৰ বাবে নহয়।

মহাত্মাজীয়ে অসহযোগ আন্দোলনৰপৰা আৰম্ভ কৰি ১৯২১ চনৰপৰা ১৯৩১ চন পৰ্যন্ত কংগ্ৰেছক ৰাইজৰ এটা বিৰাট অনুষ্ঠান কৰি গঢ়ি তুলিলে। ভাৰতীয় প্ৰজাৰ হৈ ভাৰতত পূৰ্ণ স্বৰাজ্য স্থাপনৰ অৰ্থে তেখেতে ভাৰতবাসীৰ অন্তৰাত্মা হিচাপে জাতীয় আন্দোলনৰ সৰ্বেসৰ্বা নেতা হৈ কংগ্ৰেছক চৰকাৰৰ আগত এটা প্ৰবল শক্তিশালী একমাত্ৰ ৰাজনৈতিক অনুষ্ঠান হিচাপে গণ্য কৰোৱাই ভৱিষ্যত ভাৰতত পূৰ্ণ স্বৰাজৰ পথ পৰিষ্কাৰ কৰি দিলে। বিলাতত ঘূৰণীয়া মেজমেলত যোগদান কৰিবলৈ গৈ কংগ্ৰেছে ভাৰতৰ জাতীয় দাবী পূৰ্ণ-স্বৰাজ্য লাভ কৰা উদ্দেশ্য পূৰাকৈ ৰাখিছিল। বৰ্তমান যুদ্ধ-বিৰতিৰ চুক্তিমতে ভাৰতীয় শাসন সংস্কাৰৰ কথা লৈ লণ্ডনত যি সভাৰ আহ্বান কৰা হৈছিল আৰু ভাৰতৰ প্ৰজাৰ হৈ একমাত্ৰ কংগ্ৰেছ প্ৰতিনিধি মহাত্মাজীয়ে ভাৰতবৰ্ষক পৰাধীন অৱস্থাৰপৰা স্বাধীন অৱস্থালৈ আনিবলৈ যি চেষ্টা কৰি আগবাঢ়িছিল, সি কাৰ্যকৰী হ'লে আইন অমান্য আন্দোলন স্থায়ীভাৱে বৰ্জন কৰিবলগীয়া হ'লহেঁতেন। মহাত্মাজীৰ আঁচনিমতে কংগ্ৰেছৰ গঠনমূলক কামবোৰ সম্পূৰ্ণ কৰিব পাৰিলেতো ভাৰতত স্বৰাজ প্ৰতিষ্ঠাই হয়। এই গঠনমূলক কামবোৰ যদি চৰকাৰে প্ৰজাৰ আৰ্থিক, ৰাজনৈতিক আৰু শাৰীৰিক উন্নতিৰ অৰ্থে চৰকাৰৰ কৰ্তব্য বুলি গণ্য কৰে, তেন্তে বিবাদ ভাগিয়েই যায়। কংগ্ৰেছ মহাসভাৰ দাবীবোৰ পূৰণ হ'লেইতো

ভাৰতবৰ্ষত বৃটিছৰ শোষণ-নীতিৰ অন্ত হয় আৰু ৰজা-প্ৰজা উভয়ৰে মাজত শান্তি স্থাপন হয়।

কিন্তু ইমান সহজে এখন দেশৰ স্বাধীনতা অহা সম্ভৱনে? কংগ্ৰেছ আৰু বৃটিছ চৰকাৰৰ ভিতৰত হোৱা যুদ্ধ-বিৰতিৰ চুক্তিৰ ওপৰত নিৰ্ভৰ কৰি মহাত্মাজীয়ে সৰল অন্তঃকৰণেৰে লণ্ডনত বহিব খোজা ঘুৰণীয়া মেজমেললৈ যাবলৈ স্থিৰ কৰিলে। কংগ্ৰেছক বে-আইনী ঘোষণা কৰাত বাহিৰত কংগ্ৰেছ অনুষ্ঠানৰ একৰকম অস্তিত্ব নাইকিয়াৰ দৰে হৈছিল। যুদ্ধ-বিৰতিৰ পিচত দমন-নীতিৰ হেঁচা আঁতৰি গ'লত কংগ্ৰেছ অনুষ্ঠান বসন্ত ঋতুৰ নতুন পাত ধৰা দি এশ গুণে লহ্‌পহ্ কৰে গজি উঠিল। কংগ্ৰেছৰ জাতীয় পতাকা ঘৰে ঘৰে প্ৰতিষ্ঠিত হ'ল। সভা-শোভাযাত্ৰাৰ লেখ-জোখ নাইকিয়া হ'ল। মদ, ভাং, কানিৰ দোকান, বিদেশী কাপোৰৰ দোকান আদিত পিকেটিং চলিবলৈ ধৰিলে। যিবোৰ কামৰ বাবে কংগ্ৰেছ কৰ্মীসকলে পুলিচৰ হাতত লাঠী চাৰ্জ, গুলী আদি খাবলগীয়া হৈছিল সেই-বোৰ কাম পুলিচৰ আগতে কৰাতো পুলিচে একো কৰিব নোৱাৰা হ'ল। কংগ্ৰেছৰ সন্মান বহুগুণে বৃদ্ধি হ'ল আৰু কংগ্ৰেছৰ কৰ্ম-পদ্ধতিত ৰাইজৰ আস্থা হেজাৰ গুণে বৃদ্ধি হ'ল।

এনেকুৱা অৱস্থাৰ মাজত বৰলাট বাহাদুৰ লৰ্ড আৰ্‌উইনে ১৯৩১ চনৰ ১৮ এপ্ৰিল তাৰিখে অৱসৰ গ্ৰহণ কৰিলে। মহাত্মা গান্ধীয়ে তেখেতক বোম্বাইত শেষ বিদায় দিলে। নতুন বৰলাট হৈ আহিল লৰ্ড উইলিংদন। বৰলাট পৰিবৰ্তন হোৱাৰ লগে লগে চৰকাৰক গান্ধী-আৰউইনৰ চুক্তিৰ মতে কাম কৰিবলৈ অনিচ্ছুক দেখা গ'ল। চৰকাৰে কংগ্ৰেছৰ সন্মান বৰকৈ বৃদ্ধি হোৱা দেখি কৰ্মচাৰীসকলে কংগ্ৰেছৰ আগত নতমস্তক হ'ল বুলি ধৰি ল'লে। মহাত্মাজীয়ে ইংলণ্ডত ৰজা-প্ৰজা উভয়ৰ ভিতৰত এটা আপোচ হৈ উভয়ে উভয়ৰ যত্নত এই দেশত এই দেশৰ স্বাৰ্থ ৰক্ষা কৰি ভাৰতবাসীক অতি শীঘ্ৰে পূৰ্ণ স্বৰাজৰ ভেটি বান্ধিব পাৰিব বুলি কৈছিল। গান্ধী-আৰউইন চুক্তিৰ ওপৰতে নিৰ্ভৰ কৰি বৃটিছৰ লগত চিৰকাল বন্ধুত্ব-সূত্ৰত আৱদ্ধ হৈ দুখন স্বাধীন দেশৰ ভিতৰত প্ৰীতি বৃদ্ধি কৰি উভয় দেশৰ মান-মৰ্যাদা ৰক্ষাৰ হেতু কাম কৰিবলৈ মহাত্মাজীয়ে সদায় যত্ন কৰিছিল। গান্ধী-আৰউইন চুক্তিৰ চৰ্তবোৰ চৰকাৰে মান্য কৰি চলাৰ ওপৰতে বহুত নিৰ্ভৰ কৰিছিল।

চৰকাৰে লাহে লাহে অনুভৱ কৰিবলৈ ধৰিলে যে, বৃটিছ চৰকাৰে কংগ্ৰেছক পূৰ্ণ স্বৰাজ আন্দোলনৰ একমাত্ৰ অনুষ্ঠান বুলি স্বীকাৰ কৰি সেই অনুষ্ঠানৰ লগত চুক্তি কৰা মাত্ৰেই ভাৰতবাসীৰ পূৰ্ণ স্বৰাজ স্থাপন কৰি লোৱাৰ উদ্দেশ্য স্বীকাৰ কৰি লোৱা হ'ল। ভাৰতবৰ্ষত পূৰ্ণ স্বৰাজ লাভৰ কাৰণে সম্পাদন কৰা গান্ধী-আৰ্‌উইন চুক্তি কংগ্ৰেছ আৰু বৃটিছ চৰকাৰৰ ভিতৰত ভৱিষ্যত ৰাষ্ট্ৰ

নিৰ্মাণৰ এটা পৰিকল্পনা মাত্ৰ আছিল। চৰকাৰৰ কৰ্মচাৰীসকলৰ পক্ষে এইটো অসহ্য হৈ উঠিল। তেওঁবিলাকে কংগ্ৰেছৰ লগত হোৱা চুক্তি মতে কাম কৰিবলৈ অথবা এই দেশত পূৰ্ণ স্বৰাজ প্ৰতিষ্ঠা কৰিবলৈ তেওঁবিলাকৰ আন্তৰিক ইচ্ছা যে নাই সেই কথা প্ৰমাণ কৰিলে। গান্ধী-আৰউইন চুক্তিৰ চৰ্তবোৰ ভঙ্গ কৰি তেওঁলোকে প্ৰমাণ কৰিলে যে ভাৰতবাসীৰ পক্ষে নিজৰ ঘৰখন নিজে চলাবলৈ বিচৰাটো অপৰাধ। স্বাধীনতা দিয়া বা নিদিয়াটো শাসকবৰ্গৰ ইচ্ছাৰ ওপৰতহে নিৰ্ভৰ কৰে। জগতত কোনেও কাকো স্বাধীনতা দান হিচাপে দিয়াৰ দৃষ্টান্ত নাই। সেইদৰে এটা জাতিয়ে আন এটা জাতিক অনন্তকাল পৰ্যন্ত দাসত্ব-শিকলিৰে বান্ধি থোৱাৰ দৃষ্টান্তও নাই।

## অসম প্ৰাদেশিক ৰাষ্ট্ৰ সন্মিলন

১৯৩১ চনৰ জুন মাহত যোৰহাটত প্ৰথম অসম প্ৰাদেশিক ৰাষ্ট্ৰ সন্মিলন হয়। এই সময়ত কংগ্ৰেছৰ নাম ৰাইজৰ ভিতৰত মোহিনী মন্ত্ৰৰ দৰে হৈছিল। গান্ধী-আৰ্‌উইন চুক্তিমতে বৰ্তমান যুদ্ধ বিৰতি। ইয়াৰ পিচতে হ'ব শান্তিৰ প্ৰস্তাৱ। কংগ্ৰেছৰ প্ৰধান দাবী চৰকাৰে মানি ল'ব লাগিব। মহাত্মাজীয়ে কংগ্ৰেছৰ একমাত্ৰ প্ৰতিনিধি হৈ ইংলণ্ডত ভাৰতৰ পূৰ্ণ স্বৰাজৰ দাবী দাঙি ধৰিব। নতুন শাসন-পদ্ধতিৰ সৃষ্টি হ'ব।

গান্ধীজীয়ে লোণ-আইন ভঙ্গ কৰি ১৯৩০ চনৰ পাঁচ এপ্ৰিলৰপৰা ১৯৩১ চনৰ চাৰি এপ্ৰিলৰ ভিতৰতে এই অনুষ্ঠানৰ শক্তি হেজাৰ গুণে বৃদ্ধি কৰি দেখুৱালে। অহিংসা নীতিৰ মহিমা প্ৰকাশ হৈ পৰিল। মহাত্মাজীৰ অহিংসা নীতিত বিশ্বাস দৃঢ়তৰ হ'ল। সম্পূৰ্ণ মাদকতা বৰ্জন, সম্পূৰ্ণ স্বদেশী— এই দুটাই হৈছে পূৰ্ণ স্বৰাজৰ ঘাই খুটা। গান্ধী-আৰ্‌উইন চুক্তিয়ে আন আন কথাৰ ভিতৰত কংগ্ৰেছৰ এই দুটা ঘাই লাগতিয়াল গঠনমূলক কাৰ্যপদ্ধতি মানি ল'লে। ১৯৩০ চনৰ জানুৱাৰী মাহত ইংলণ্ডৰপৰা মহাত্মাজীয়ে তলত দিয়া এঘাৰটা ঘাই দাবী দাঙি ধৰিলে: (১) সম্পূৰ্ণ মাদকতা বৰ্জন, (২) টকাৰ মূল্য এক চিলিং ছয় পেন্সৰপৰা এক চিলিং চাৰি পেন্সলৈ নমাই অনা, (৩) মাটিৰ খাজনা টকাত আঠ অনা কমোৱা আৰু এই খাজনা আইন সভাৰ অধীনলৈ নিয়া, (৪) লোণ কৰ উঠাই দিয়া, (৫) সামৰিক খৰচ বৰ্তমানৰ শতকৰা পঞ্চাশ টকা কমোৱা, (৬) চৰকাৰৰ উচ্চপদস্থ কৰ্মচাৰীসকলৰ দৰমহা শতকৰা পঞ্চাশ টকা বা তৎপৰিমাণে

কমোৱা, (৭) বিদেশী কাপোৰৰ ওপৰত, স্বদেশী কাপোৰৰ প্ৰচলন বৃদ্ধি কৰিবৰ অৰ্থে টেক্স লগোৱা, (৮)সাগৰৰ দাতিত বেপাৰ-বাণিজ্য কৰিবৰ অৰ্থে আইন প্ৰণয়ন কৰা, (৯) ৰাজনৈতিক বন্দীৰ মুক্তি ( নৰহত্যা কৰা অপৰাধৰ বা নৰহত্যাৰ কাৰণে চেষ্টা কৰা অপৰাধত দোষী সাব্যস্ত হোৱা আচামীৰ বাহিৰে ) ৰাজনৈতিক গোচৰবোৰ উঠাই লোৱা; দণ্ডবিধি আইনৰ ১২৪ নং ধাৰা আৰু ১৮১৮ চনৰ ৩ নং ৰেগুলেশ্যন উঠাই লোৱা আৰু বিদেশত নিৰ্বাসন হৈ থকা ভাৰতীয়সকলক স্বদেশলৈ ঘূৰি আহিবলৈ অনুমতি দিয়া, (১০) চোৰাংচোৱা বিভাগ উঠাই দিয়া অথবা সেই বিভাগ আইন সভাৰ অধীনলৈ অনা, (১১) সৰ্বসাধাৰণক আত্মৰক্ষাৰ কাৰণে বন্দুকৰ পট্টা দিয়া। ১৯৩০ চনৰ জানুৱাৰী মাহতে এইবোৰ চৰ্ত মহাত্মাগান্ধীয়ে ইংলণ্ডৰ প্ৰধানমন্ত্ৰী মিঃ ৰেমজে মেক্‌ডনেল্ডলৈ দিছিল। ১৯৩১ চনৰ পাঁচ মাৰ্চ তাৰিখত গান্ধী-আৰউইন চুক্তি হয়। সাময়িকভাৱে আইন অমান্য আন্দোলন স্থগিত হ'ল। কংগ্ৰেছৰ সভা-সমিতিত এই সময়ত হেজাৰ হেজাৰ লোকৰ সমাগম হৈছিল। যোৰহাটৰ এই প্ৰাদেশিক ৰাষ্ট্ৰ সন্মিলনীৰ সভাপতি আছিল বৰপেটাৰ প্ৰসিদ্ধ দেশকৰ্মী হৰিপ্ৰসাদ ব্ৰহ্মচাৰী। এখেত ডালিম বাবু নামেও জনাজাত। এখেত চৰকাৰী ছাব-ডেপুটী কলেক্টৰ আছিল। অসহযোগ আন্দোলনৰ সময়ত কাম ইস্তাফা দি আইন অমান্য আন্দোলনত যোগদান কৰি কাৰাবৰণ কৰিছিল। এই সন্মিলনলৈ অহা প্ৰতিনিধিসকলৰ বাবে যোৰহাট টাউনৰ উৎকৃষ্ট ঘৰবোৰৰ হিন্দুস্থানী, মাৰোৱাৰী আৰু অসমীয়া সকলো গৃহস্থই আনন্দ মনেৰে থাকিবলৈ দিছিল। সকলো খৰচ অলপ যত্ন কৰিয়েই পোৱা হৈছিল। নগাৱঁপৰা মহিলা কৰ্মী কেবাগৰাকীও আহিছিল। ৰাষ্ট্ৰ সন্মিলন হৈছিল সাহিত্য সভাৰ সমুখৰ মৈদানত বৃহৎ ৰভাঘৰ সাজি। প্ৰায় দহ-পোন্ধৰ হেজাৰ লোকৰ সমাবেশ হৈছিল। এই ৰাষ্ট্ৰ সন্মিলনীত দৈনন্দিন কংগ্ৰেছৰ কাৰ্য-ক্ৰমণিকাৰ ভিতৰত প্ৰভাত ফেৰী অন্যতম। কংগ্ৰেছৰ স্বেচ্ছাসেৱকসকলৰ ওপৰত সেই সময়ৰ পুলিচৰ বৰ চাহাব মিঃ বাট্‌লিৰ পাশৱিক অত্যাচাৰে আমাৰ মাজত বৰ চাঞ্চল্যৰ সৃষ্টি কৰিছিল। শ্ৰীমান পদ্মেশ্বৰ গোস্বামী, শ্ৰীমান চন্দ্ৰধৰ বৰুৱা, শ্ৰীমান ধীৰেন দত্ত আদি দহ-বাৰজন স্বেচ্ছাসেৱকক প্ৰথম দুদিন পুৱা মিঃ বাট্‌লি চাহাবে নিষ্ঠুৰভাৱে চৰ, ভুকু, গোৰ আদি মাৰিছিল। সেই স্বেচ্ছাসেৱকসকলে হাঁহি হাঁহি সেই নিৰ্যাতন সহ্য কৰিছিল। চৰকাৰৰ পক্ষে গান্ধী-আৰ্‌উইন চুক্তি ভঙ্গ কৰাৰ এইটো এটা জ্বলন্ত দৃষ্টান্ত।

গান্ধী-আৰ্‌উইন চুক্তি ৰক্ষা নকৰা বাবে কংগ্ৰেছৰ তৰফৰপৰা বহুত ঘটনাৰ উল্লেখ কৰি মহাত্মাজীয়ে চৰকাৰৰ লগত লিখা-লিখি কৰি আছিল। চৰকাৰৰ মতি-গতি দেখি ঘূৰণীয়া মেজমেলত যোগদান নকৰে বুলি গান্ধীজীয়ে সিদ্ধান্ত কৰি পেলালে। বহুত লিখা-লিখি আৰু আলোচনা,

সাক্ষাৎকাৰ আদিৰ পিচত ১৯৩১ চনৰ ২৭ আগষ্ট তাৰিখে ভাৰত চৰকাৰে পুনৰ ১৯৩১ চনৰ পাঁচ মাৰ্চত হোৱা চুক্তি সমৰ্থন কৰি কংগ্ৰেছ আৰু চৰকাৰৰ ভিতৰত হোৱা চুক্তিভঙ্গৰ বিষয়ে এটা চৰকাৰী ঘোষণা কৰে। ভাৰত চৰকাৰৰ স্বৰাষ্ট্ৰ বিভাগৰ লগত লিখালিখি কৰি বৰ্তমানৰ বিবাদ নিষ্পত্তি কৰি ১৯৩১ চনৰ ২৯ আগষ্ট তাৰিখে লণ্ডন অভিমুখে গান্ধীজীয়ে যাত্ৰা কৰে। মহাত্মাজীৰ লগত শ্ৰীযুত দেবীদাস গান্ধী, মহাদেশ দেশাই পিয়াৰীলাল, শ্ৰীযুতা মীৰা বেন আৰু সৰোজিনী নাইডু গৈছিল। ঘূৰণীয়া মেজমেলত গান্ধীজীয়ে ভাৰতবাসীৰ হৈ যি যুক্তি-তৰ্ক আৰু পূৰ্ণ স্বৰাজৰ দাবী আদি দাঙি ধৰিছিল সেইবোৰে ভাৰতবাসীক মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। ইতিমধ্যে গান্ধীজীৰ অনুপস্থিতিত গান্ধী-আৰ্‌উইন চুক্তি ক্ৰমে ভঙ্গ হবলৈ ধৰিলে। কংগ্ৰেছৰ ওপৰত দমন-নীতি আৰম্ভ হল আৰু শেষত গান্ধী-আৰ্‌উইন চুক্তি চৰকাৰে নিজেই দলিয়াই পেলালে।

এনে অন্ধকাৰাচ্ছন্ন বায়ুমণ্ডলত ১৯৩১ চনৰ ২৮ ডিচেম্বৰ তাৰিখে গান্ধীজীয়ে লণ্ডনৰপৰা উভতি আহি বোম্বাইত পদাৰ্পণ কৰিলেহি। ২৯ ডিচেম্বৰ তাৰিখে গান্ধীজীয়ে বৰলাট বাহাদুৰলৈ গান্ধী-আৰ্‌উইন চুক্তি ভঙ্গ কৰাৰ সকলো বৃত্তান্ত জনাই এখন টেলিগ্ৰাম কৰি বৰলাট বাহাদুৰৰ সাক্ষাৎ বিচাৰিলে, যাতে চৰকাৰ আৰু কংগ্ৰেছৰ ভিতৰত হোৱা যুদ্ধ-বিৰতি স্থায়ী হয়। গান্ধীজীয়ে চৰকাৰৰ মনোভাৱ বুজিব পাৰি কংগ্ৰেছ ৱৰ্কিং কমিটিৰ লগত পৰামৰ্শ কৰি গান্ধী-আৰ্‌উইন চুক্তি চৰকাৰে একেবাৰে উৰাই দিলে দেশবাসীয়ে কি পন্থা অৱলম্বন কৰিব লাগিব সেই বিষয়ে স্পষ্ট প্ৰস্তাৱ গৃহীত কৰোৱালে আৰু এই প্ৰস্তাৱ মহাত্মাজীয়ে ১৯১২ চনৰ পহিলা জানুৱাৰী তাৰিখে বৰলাট বাহাদুৰলৈ পঠিয়ালে। লগতে গান্ধীজীয়ে নিজে দীঘলীয়া চিঠি দি তেখেতৰ মনোভাবো ব্যক্ত কৰিলে।

গান্ধীজীয়ে পুনৰ বৰলাট বাহাদুৰৰ লগত সাক্ষাৎ বিচাৰিছিল কিন্তু চৰকাৰে কংগ্ৰেছৰ ওপৰত দমন-নীতি চলাবলৈ দৃঢ়-প্ৰতিজ্ঞ হ'ল আৰু কংগ্ৰেছেও আইন অমান্য আন্দোলন চলাবলৈ সাজু হ'ল। যুদ্ধ-বিৰতি অন্ত হ'ল। ১৯৩২ চনৰ জানুৱাৰী মাহৰ চাৰি তাৰিখে মহাত্মা গান্ধী আৰু চৰ্দাৰ বল্লভভাই পেটেলক গ্ৰেপ্তাৰ কৰিলে। গোটেই ভাৰতবৰ্ষতে কংগ্ৰেছ আৰু কংগ্ৰেছৰ আনুষঙ্গিক অনুষ্ঠানবোৰ বে-আইনী ঘোষণা কৰি চৰকাৰে অৰ্ডিনেন্স জাৰি কৰিলে। ১৯২১ চনত প্ৰায় একত্ৰিশ হেজাৰ মানুহ ফাটেকলৈ গৈছিল, ১৯৩০-৩১ চনত প্ৰায় নৱৈ হেজাৰ নৰ-নাৰীয়ে কাৰাবৰণ কৰিলে। কিমান নৰ-নাৰীৰ ওপৰত লাঠী চাৰ্জ হৈছিল ক'ব নোৱাৰি; কিন্তু যিমানবিলাক মানুহে ফাটেক খাটিছিল, মাৰ খোৱা মানুহৰ সংখ্যা তাৰ তিনি-চাৰি গুণ হ'ব। পুনৰ সেই নিৰ্যাতনৰ যুগ আৰম্ভ হ'ল।

# ১৯৩২ চনৰ আইন অমান্য আন্দোলন

## দিল্লী কংগ্ৰেছ

১৯৩২ চনত কংগ্ৰেছ মহাসভাৰ অধিবেশন দিল্লীত পাতিবৰ আয়োজন হ'ল। পণ্ডিত মদন মোহন মালব্যজীক সভাপতি পদত বৰণ কৰা হ'ল। কংগ্ৰেছ অধিবেশন বে-আইনী ঘোষণা কৰা হ'ল। যোৰহাটৰপৰা মই আৰু শ্ৰীযুত গঙ্গাধৰ বৰকটকী ডাঙৰীয়া উভয়ে দিল্লী কংগ্ৰেছত যোগদান কৰিবলৈ যাত্ৰা কৰিলোঁ। এই অধিবেশনত যোগদানৰ বাবে মোক কংগ্ৰেছৰ কৰ্মীসকলে কিছু টকা তুলি দিছিল। মঞো নিজে কিছু টকা সংগ্ৰহ কৰিছিলোঁ।

মোৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালী মোৰ দাদা-শহুৰ শ্ৰীযুত দিবাকৰ ফুকনৰ ঘৰত আছিল। দিল্লী কংগ্ৰেছলৈ যোৱাৰ আগদিনা মই মোৰ ল'ৰা-ছোৱালীকেইটা চাই যাবৰ মন কৰি দাদা-শহুৰৰ ঘৰলৈ গৈছিলোঁ। সেই সময়ত কোনোবাই মোৰ দাদা শহুৰক কৈ দিলে যে এইবাৰ দিল্লী কংগ্ৰেছত গুলী চলাব। ঘৰত ভাত-পানী খাই শুৱলৈ কাৰবাৰ কৰিছোঁ, এনেতে শ্ৰীযুত দিবাকৰ ফুকনদেৱে মোৰ ল'ৰা-তিৰোতা লৈ আমাৰ ঘৰলৈ আহিল আৰু মোক মতাই আনি দিল্লী কংগ্ৰেছলৈ যাবলৈ মানা কৰিলে; তেখেতে মোৰ আইক এইবুলি ক'লে যে এইবাৰ দিল্লী কংগ্ৰেছত গুলী চলাব। মোৰ আই ভয়ত অস্থিৰ হ'ল। ল'ৰা-ছোৱালীবিলাকেও ভয়তে ত্ৰাহি মধুসূদন দেখিলে। মই ক'লোঁ, "মই যেতিয়া যাম বুলি ওলালোঁ, এতিয়া মিছাকৈয়ে কোনোবাই ভয় খুৱাই দিলে যোৱাটো বন্ধ কৰিব নোৱাৰোঁ।" যি কি নহওক, মোৰ দাদা-শহুৰে মোক দিল্লী কংগ্ৰেছলৈ যোৱাটো বন্ধ কৰিব নোৱাৰি বৰ বেজাৰ মনেৰে গুচি গ'ল। পিচদিনা সকলো ঠিক্ কৰি থোৱা আছিল। মই ঘৰৰপৰা যাত্ৰা কৰি ওলালোঁ। ঘৰৰ সকলোকে বুজাই নিৰ্ভয় দি মোৰ পৰিবাৰক সম্ভাষণ আৰু আই মাতৃক সেৱা জনাই দিল্লী কংগ্ৰেছ অভিমুখে ঘৰৰপৰা ওলাই আহিলোঁ। শ্ৰীমান বাপ আৰু শ্ৰীমান অৰুণ মোৰ লগত আগবাঢ়ি আহিছিল। সিহঁতৰ মুখ শুকান। সিহঁতৰ অন্তৰত ভয় সোমাইছিল। আলিবাটৰপৰা সিহঁতক ওভোতাই পঠিয়াই মই চক বজাৰৰ বৰকটকীৰ দোকানলৈ গ'লোঁ। তাত শ্ৰীযুত গঙ্গাধৰ বৰকটকীদেৱক অহা নেদেখি মোৰ চিন্তা হ'ল। আগদিনা আমাৰ ঘৰৰ দৰে শ্ৰীযুত বৰকটকীদেৱৰ ঘৰতো কন্দা-কটা হৈছিল। তেখেতৰ ঘৰতো দিল্লী কংগ্ৰেছৰ সময়ত গুলী চলিব বুলি কোনোবাই উলিয়াই দিছিল। শ্ৰীযুত বৰকটকীদেৱ এনেতে উপস্থিত হ'লহি। আমি লৰালৰিকৈ টকা আৰু কেইটামান লাগতিয়াল বস্তু লগত লৈ যোৰহাট টাউন ষ্টেশ্যনত

প্ৰথমে গুৱাহাটীলৈ টিকট ল'লোঁ। আমি ভাবিছিলোঁ যে আমাক হয়তো গুৱাহাটীতে গ্ৰেপ্তাৰ কৰিব। কাজেই দূৰলৈ প্ৰথমে টিকট কিনাৰ আৱশ্যক নাই।

ৰেল ষ্টেশ্যন পোৱা পৰ্যন্ত মনটো বেয়া লাগি আছিল। ৰেলত উঠিয়েই ঘৰলৈ পাহৰি গ'লোঁ। এতিয়া কেনেকৈ দিল্লী পাওঁগৈ তাৰবাবে চিন্তা হ'ল। পিচদিনা গুৱাহাটী ষ্টেশ্যন পালোঁ। তাতে দিল্লীলৈ কাটি-হাৰ হৈ আমি উভয়ে ৰেলত টিকট কিনিলোঁ। পাণ্ডুঘাটত শ্ৰীযুত বৰকটকী দেৱে ষ্টোভত ভাত ৰান্ধিবলৈ কাৰবাৰ কৰিলে। আমি ব্ৰহ্মপুত্ৰত গা-ধুলোঁ। ভাত হ'বলৈ অলপপৰ থাকোতেই ঘণ্টা বাজিল। আমি লৰা-লৰিকৈ জাহাজত উঠিলোঁ। আমিনগাৱঁত সময় পাই আধা সিজোৱা ভাত পুনৰ ৰান্ধি খাই আমি তাতেই ৰেলত উঠিলোঁ। পিচদিনা পুৱা পাৰ্বতীপুৰ ষ্টেশ্যনত নামি এখন হোটেলত গা ধুই ভাত-পানী খাই তাৰপৰা পুনৰ ৰেলত উঠিলোঁ। তাৰ পিচদিনা পুৱা কাটিহাৰ ষ্টেশ্যন পালোঁগৈ। ইয়াত আমি দিল্লীলৈ কেনি যাব লাগে খবৰ কৰিবলগীয়া হৈছিল। ষ্টেশ্যন মাষ্টৰে ক'ব নোৱাৰে। ৰেলৰ টাইম-টেবলৰপৰা ধৰিবও নোৱাৰি। এইদৰে কথা পাতি থাকোঁতে দিল্লীলৈ যোৱা দুজন ভদ্ৰলোকক লগ পালোঁ। তেখেতসকলে ক'লে, "আমিও দিল্লীলৈকে যাম। আপোনালোকে মোকামা হৈ যাব লাগিব।" আমি ৰেলত উঠিলোঁ। মোৰ নাকত অসমীয়া জহা চাউলৰ গোন্ধ লাগিলত মনতে সন্দেহ হৈছিল। শ্ৰীযুত গঙ্গাধৰ কটকীদেৱক সুধিলোঁৱেই। এনেতে এজন যাত্ৰীয়ে অসমীয়া ভাষাৰে ক'লে, "মই নগাৱঁৰপৰা অসমীয়া জহা চাউল লৈ আহিছোঁ।" এইবুলি কৈ সেই ভদ্ৰলোকজনে অসমীয়া জহা চাউলৰ গুণাগুণ বৰ্ণনা কৰিবলৈ ধৰিলে আৰু ক'লে যে গোটেই ভাৰতবৰ্ষত এনেকুৱা সুন্দৰ চাউল পাবলৈ নাই। বঙালী ভদ্ৰলোক দুজন আছিল। তেওঁবিলাকৰ পক্ষে এইটো অসহ্য হ'ল। তেওঁবিলাকে কথা কৈ অসমীয়া জহা চাউল ক'ৰবাত পেলাই দিলে; "না না, আমাদেৰ লক্ষ্মী জহাতো ভাৰতবৰ্ষেৰ অন্য কোনো প্ৰদেশে পাওয়া যায় নাই।" ভদ্ৰলোকজন আছিল এজন মুছলমান। তেওঁ যুক্ত প্ৰদেশৰ মানুহ। নগাওঁ জিলাত কাৰবাৰ কৰে। তেওঁ এই যুক্তি শুনি আচৰিত হ'ল আৰু অসমীয়া জহা চাউলৰ প্ৰশংসা কৰি বঙালী ভদ্ৰলোক দুজনক নিমাত কৰি দিলে।

ৰাতি জাহাজেৰে গঙ্গা পাৰ হৈ আমি প্ৰায় নিশা তিনিমান বজাত লোকে লোকাৰণ্য মোকামাঘাট ষ্টেশ্যন পালোঁ। অসংখ্য মানুহৰ মাজত আমি বিচনা কৰি শুই পৰিলোঁ। পিচদিনা পুৱা গা-পা ধুই চাৰিওফালে চাই-চিতি খাই-বৈ আকৌ নতুনকৈ ৰেলত যাবলৈ সাজু হ'লোঁ। ইয়াতে ব্ৰডগজ ৰেলৱে লাইনৰ ডাঙৰ গাড়ীত উঠিলোঁ। বাটত খবৰ

কাগজত পঢ়িবলৈ পালোঁ যে দিল্লী কংগ্ৰেছলৈ যোৱা প্ৰতিনিধিসকলক য'তে ত'তে গ্ৰেপ্তাৰ কৰিছে। আমি পাটনা, বেনাৰস ষ্টেশ্যন পাই গ'লো। ইয়াতে বিহাৰ আৰু যুক্ত প্ৰদেশৰপৰা যোৱা প্ৰতিনিধি কিছুমানক লগ পালোঁ। এলাহাবাদ ষ্টেশ্যনত শুনিলোঁ যে পণ্ডিত মদন মোহন মালব্যজীয়ে দিল্লীলৈ যাবৰ কাৰণে ট্ৰেইনত উঠিছে। এজন ডেকা ল'ৰা আহি আমাক ক'লে যে মালব্যজীয়ে তেখেতক দেখা-সাক্ষাৎ কৰিবলৈ মানা কৰিছে। আমি খবৰ কাগজত পঢ়িলোঁ যে প্ৰতিনিধিসকলক বেনাৰস, এলাহাবাদত গ্ৰেপ্তাৰ কৰিছে, আকৌ কানপুৰত বাকীসকলক ধৰিব।

আমি এলাহাবাদ পৰ্যন্ত গ্ৰেপ্তাৰ নোহোৱাকৈ আহিলোঁ। কানপুৰ ষ্টেশ্যনত বহুত পুলিচ আছিল। আমি কেতিয়া শুই গ'লোঁ ক'বই নোৱাৰোঁ। তাৰ পিচত কানপুৰ ষ্টেশ্যন এৰাত আমি দিল্লী পাম বুলি জানিলোঁ। পুৱা প্ৰায় আঠমান বজাত দিল্লী ষ্টেশান পালোঁগৈ। ষ্টেশ্যনত খদ্দৰৰ পোছাক পিন্ধা কেইজনমান ভদ্ৰলোকে আমাক আগবঢ়াই ষ্টেশ্যনৰ এটা ডাঙৰ কোঠালীলৈ লৈ গ'ল। তাত আগৰেপৰা আৰু বহুত প্ৰতিনিধি বহি থকা দেখিলোঁ। অলপ পিচতে জানিব পাৰিলোঁ যে আমি গ্ৰেপ্তাৰ হ'লোঁ। তাতে খবৰ পালোঁ যে দিল্লাৰ আগৰ ষ্টেশ্যনতে মালব্যজী গ্ৰেপ্তাৰ হ'ল। আমি তাতে শুই গলোঁ। দুঘণ্টামানৰ পিচত এজন মেজিষ্ট্ৰেট আহিল। পুলিচো আহিল। আমাৰ নাম, ঠিকনা সকলো লেখি আমাক মেজিষ্ট্ৰেটৰ ওচৰত হাজিৰ কৰিলে। প্ৰায় দুইমান বজাত আমাক লুচি-তৰকাৰী আদি খাবলৈ দিলে। আমাৰ হাতত থকা টকা-পইচা মাল-বস্তু ক্ৰোক কৰি জব্দ কৰিলে। দুই-তিনিগৰাকী মহিলাও আমাৰ লগতে গ্ৰেপ্তাৰ হৈছিল।

প্ৰায় চাৰিমান বজাত এখন লৰীৰে আমাক নতুনকৈ সজা কেম্প জেললৈ লৈ গ'ল। তাত প্ৰায় পাঁচশ ছশমান ৰাজনৈতিক বন্দী আছিল। আমাক দেখি তেওঁবিলাকে জয়ধ্বনি কৰি আনন্দ প্ৰকাশ কৰিলে। এই কেইখন জেল হস্তিনাপুৰ বোলা ঠাইত সাজিছিল। অফিচ-ঘৰ আদি হৈছে। বাকী তিনিওফালে লোৰ কাটা জেওৰা দি বেঢ়ি থোৱা আছে। ভিতৰত শমীধ গছৰ খুটাৰে চাৰিওফালে সৰু সৰু খেৰৰ ৰভাঘৰ সাজি থোৱা হৈছিল। সেই কেম্প-জেলত কংগ্ৰেছৰ প্ৰতিনিধিসকলে প্ৰদেশে প্ৰদেশে ভাগ কৰি একো একোখন প্ৰান্তীয় কংগ্ৰেছ কমিটি পাতি দিল্লী কংগ্ৰেছৰ কেম্প কৰাৰ দৰে কৰি বহিছিল। আমি যিটো কেম্পত আছিলোঁ সেইটো মিহলি। তাত আমাৰ দুজনক লৈ পঁচিশজন আছিলোঁ। প্ৰায় দহ-বাৰখন প্ৰদেশৰ প্ৰতিনিধি তাত আছিল। মহিলা প্ৰতিনিধি কেইগৰাকীক আন ঠাইত থ'লে। মালব্যজী আৰু আন বহুত প্ৰতিনিধিক দিল্লীৰ চেণ্ট্ৰেল জেলত ৰাখিছিল। আমাৰ কেম্পত অন্ধ্ৰ প্ৰদেশৰ দেশভক্ত কন্দা

ভেঙ্কটাপায়াও আছিল। এখেত বৰ অহিংসাপৰায়ণ, মাখি এটাও নামাৰে। মোৰ লগত তেখেতৰ বৰ বন্ধুত্ব হ'ল। আমি ওচৰা-উচৰিকৈ শুইছিলোঁ। আমাৰ সকলোৰে মাটিত ঢলা-বিচনা। গা-ধোৱা পানীৰ কল আৰু পায়খানা পকী আছিল। জেলখন সজাৰ কামো ক্ৰমে চলি আছিল। ইয়াৰ ভিতৰত প্ৰাদেশিক কংগ্ৰেছ কমিটিও বহিছিল। নিখিল ভাৰত জাতীয় মহাসভাৰ অধিবেশন, জাতীয় সঙ্গীত আদি চলি আছিল। এপ্ৰিল মাহৰ ২৪ তাৰিখে দিল্লীৰ ঘণ্টা ঘৰৰ সমুখত কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশন হৈ গ'ল। সভাত কেইবাটাও প্ৰস্তাৱ গৃহীত হৈছিল। পুলিচে পিচত আহি লাঠী চালনা কৰি বহুতক জখম কৰিছিল আৰু তেনে জখম হোৱা বিশ-পঁচিশজনমান গ্ৰেপ্তাৰ হৈছিল। কংগ্ৰেছ যিদিনাই বহিছিল সেইদিনাই প্ৰায় দুশমান গ্ৰেপ্তাৰ হৈছিল। আমি থকা জেলত প্ৰায় সাত-আঠশমান কয়দী আছিল। আমাৰ লগত কোমল চাউল, কুঁজী ঠেকেৰা, আৰ্চি-ফণি ঘিউ, আৰু জবাকুসুম তেল আছিল। চাৰি-পাঁচ দিনমানৰ পিচত আমাক জেলৰ অফিচলৈ মাতি নি সেইবোৰ দি দিলে-।

মোৰ প্ৰস্ৰাৱৰ দোষ হৈছিল। সৰু পানী নহয় আৰু যি হয় সি তেজৰ দৰে ৰঙা। কোমল চাউল তিয়াই তাৰ খচা পানী প্ৰায় তিনি পোৱামান খোৱাৰ পিচত প্ৰস্ৰাৱ খোলোচা হ'ল। পেটো কামুৰিছিল। কুঁজী ঠেকেৰা গুলি পানী খোৱাত পেটৰ কামোৰণিও ভাল হ'ল। দিল্লী জেলত পুৱা শুকানকৈ ভজা বুটমাহ আৰু অলপ গুৰ দিয়ে। দুপৰীয়া পাল্লাত জুখি তিনি পোৱা ভাত আৰু মাটিমাহৰ দাইল প্ৰায় ওজনত আধাসেৰমান দিছিল। মাহৰ আঞ্জা দুবিধ—এবিধত তেল দিয়া, আনবিধত নিদিয়া। ৰুটি খোৱাবিলাকক চাৰিখন ডাঙৰ ৰুটি দিয়ে, এবেলা দাইল দিয়ে আৰু আনবেলা ভাজি দিয়ে। আমাৰ প্ৰায়বিলাকৰে মূৰ কামুৰিছিল। মূৰ কামোৰণি গুচাবৰ বাবে মিথিলেটেড স্পিৰিট কপালত লগাবলৈ দিছিল। কফ্ মিক্সাৰ, কেষ্টৰ অয়েল আদি কেইটামান ঔষধ আছিল মাত্ৰ। ডাক্তৰ এজন ক'ৰবাৰপৰা অহা-যোৱা কৰিছিল। মোৰ আৰ্চী-ফণিযোৰ সেই সাত-আঠশ কয়দীৰ মাজত ব্যৱহৃত হৈছিল। "জবাকুসুম তেল ক'ৰপৰা পালে" বুলি কোনোৱে সোধাত মই উত্তৰ দিলোঁ, "জেলৰ অফিচৰপৰা দিছে।" বাস্তৱিকতে জেলৰ অফিচৰপৰা দিয়াটোও হয়; কিন্তু সেইটো আছিল মোৰ নিজা। এটোপ এটোপকৈ বহুতে নাকত লৈ স্ফূৰ্তি কৰিছিল। আমাৰ কেম্পত থকা বন্ধুসকলক কোমল চাউল খুৱাবৰ মন কৰি আমি প্ৰায় দুসেৰ-মান কোমল চাউল তিয়ালোঁ। আবেলি সেইবোৰ টুকি ঘিউ আৰু গুৰেৰে খাবলৈ দিলোঁ। মাদ্ৰাজী বন্ধুসকলে নাখালে। তেওঁবিলাকে ভাবিলে যে আমি ভাত শুকুৱাই লৈ পুনৰ তিয়াই থৈ খাইছোঁ। অসমীয়া কোমল চাউলৰ মহিমা অসমীয়াৰ বাহিৰে আনে ভু নাপায়। আমি অনেক বুজাই কোৱাতো

মাদ্ৰাজী বন্ধুসকলে কোমল চাউলৰ জলপান নাখালে। চাউল ঠাণ্ডা পানীত তিয়াই থ'লে যে ভাত হয় এইটো কোনে বুজিব? আমাক য'ত থৈছিল সেই ঠাইডোখৰৰ নাম আছিল হস্তিনাপুৰ। তাতে পাণ্ডৱৰ সেনাবিলাকৰ কোঠ আছিল বুলি এটা প্ৰবাদ আছে। আন এটা প্ৰবাদ হৈছে—সেই ঠাইত বিষাক্ত সাপ ওলায়। জেলৰপৰা বৰলাট চাহাবৰ ৰাজবাৰী আৰু হুমায়ুন বাদছাহৰ কবৰস্থান দেখা যায়। আলিবাটেদি মানুহৰ অহা-যোৱা, মটৰ-ট্ৰেইন আদিৰ চলাচল দেখা যায়। ভীষণ গৰম। কলহে কলহে পানী প্ৰয়োজন হৈছিল। দুই-তিনিটা মাটিৰ কলহ আমাক দিছিল। পানী খাবলৈ বৰ সুন্দৰ, বৰ ভোক লগায়। খোৱা বাচন-বৰ্তনবোৰ আছিল এলুমিনিয়ামৰ। দেশভক্ত কন্দা ভেঙ্কটাপায়াৰৰ কাৰণে সুমথিৰা টেঙা আদি বাহিৰৰপৰা কোনোবাই পঠিয়াইছিল। আমি তাৰ ভাগ পাইছিলোঁ।

এদিন এটা ঘটনা ঘটিছিল। উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰপৰা ষাঠীজন পেশোৱাৰী আমাৰ কেম্পজেলতে আছিল। তেওঁলোকৰ নেতাজনক দিল্লী চেণ্ট্ৰেল জেললৈ বদলি কৰিলে। পেশোৱাৰী প্ৰতিনিধিকেইজনে জেলৰ গেটৰ ওচৰলৈ গৈ জেলৰ কৰ্তৃপক্ষক কলে, "হয় তেওঁলোক আটাই-বিলাকক দিল্লী চেণ্ট্ৰেল জেললৈ বদলি কৰক, নহয় তেওঁবিলাকৰ নেতা-জনকো একেলগে কেম্পজেলতে ৰাখক।" এই কথা লৈ তুমুল তৰ্কা-তৰ্কি হ'ল আৰু জেলৰ প্ৰায় চাৰিওফালৰপৰা কয়দীবিলাক গেটৰ মুখৰ ফালে লৰি গ'ল। আমি বহি থাকোঁতে আমাক কোনোবাই ক'লে, "পেশোৱাৰী ভাইসকলক ইমান অত্যাচাৰ কৰিছে, তেওঁবিলাকক গুলী কৰিব খুজিছে। আপোনাসকল আহক।" আমি একো বুজিব নোৱাৰিলোঁ। কন্দা ভেঙ্কটা-পায়া আৰু মই জেলৰ ওচৰলৈ গৈ কথা কোৱাটো যুক্তিসঙ্গত যেন বুজি আমি দুয়ো গ'লো, কিন্তু কথা ক'বলৈ সময় নাই। জেলৰ চাৰিওফালে সঙ্গীন-ধাৰী সশস্ত্ৰ পুলিচে জেল ঘেৰাও কৰি ধৰিলে। মোৰ মনত পৰিল, আমি আহিবৰ সময়ত যি গুলী কৰাৰ কথা ওলাইছিল এতিয়া সঁচাকৈয়ে গুলী চলিব নেকি? মেজিষ্ট্ৰেট আহিল। আমি সুবিধা পাই কথাটো ক'লো। অৱশেষত পেশোৱাৰী সকলো কয়দীকে দিল্লী চেণ্ট্ৰেল জেললৈ নিয়াৰ সিদ্ধান্ত কৰাত গোলমাল শান্ত হ'ল আৰু এঘণ্টামানৰ পিচত পেশোৱাৰী বন্ধুসকলক আমাৰ লগৰপৰা দিল্লী চেণ্ট্ৰেল জেললৈ লৈ গ'ল।

আৰু এদিন আন এটা ঘটনা ঘটিছিল। সেই ঠাইত সাপ ওলায় বোলা কথাটো সকলোৰে মাজত ৰাষ্ট্ৰ হৈছিল। সকলো কেম্পতে এক ৰকমৰ বিছা ওলাইছিল। ৰাতি শুই থাকোঁতে কেম্পৰ কোনোবা এজনক বিছাই কামুৰিলে। ৱাৰ্ডাৰবিলাক আছিল পাঠান। তেওঁবিলাকৰ হাতত লেণ্টাৰ্ন থাকে। বিছাই কামোৰাত সেই কেম্পৰ কয়দীবিলাকে লেণ্টাৰ্নটো আনিবলৈ কোৱাত পাঠান ৱাৰ্ডাৰে গুজৰি উঠিল। পিচদিনা ভয়ানক কাজিয়া

হ'ল। "বিছানে কাটা, লানটিন নাহি দেখলায়া" বুলি কৈ দুই এজন কয়দীয়ে পাঠান ৱাৰ্ডাৰৰ লগত তৰ্কাতৰ্কি হৈ হতাহতি হোৱাৰ উপক্ৰম হৈছিল। আমি কেৰাজনেও গৈ কাজিয়া ভাঙি দিলোঁগৈ। তাৰ পিচত আমাৰ ভিতৰত জেইলৰে জনাই দিলে যে 'দিল্লীত নাথাকোঁ' বুলি লেখি দিলেই খালাচ দিয়া হ'ব। ইয়াত কোনোৱে মান্তি নহ'ল। তাৰ পিচত মাজে মাজে আমাৰ ভিতৰৰ দহ-বাৰজনক বাহিৰলৈ মাতি নৈ খালাচ দিয়ে। এইদৰে এদিন মোক আৰু শ্ৰীযুত গঙ্গাধৰ বৰকটকী ডাঙৰীয়াক মাতি নি খালাচ দি ক'লে, "দিল্লীত নাথাকিবা। গুচি যাবাগৈ।" আমাৰ টকা জমা আছিল দিল্লী ষ্টেশ্যনৰ পুলিচৰ হাতত। তালৈ গৈ আমি টকা-পইচা আনি দিল্লীৰ হোটেল এটালৈ আহিলোঁ। তাতে গা-পা ধুই খাই-বৈ সেইদিনা দিল্লীৰ যি চাব লাগে চাবলৈ ওলালোঁ।

দিল্লীত কত ৰজাৰ যে সমাধিস্থান আছে কৈ অন্ত কৰিব নোৱাৰি। পাণ্ডৱ-দিল্লী—য'ত পাণ্ডৱসকলে ৰাজসূয় যজ্ঞ কৰিছিল সেই বিশাল অট্টালিকা ভগ্নাংশ হৈ পৰি আছে। ইয়াৰ চাৰিওফালে আছে প্ৰায় এমাইলমান দীঘল বহল প্ৰকাণ্ড গড়। দুই-তিনি মহলীয়া পকা পাহাৰ সদৃশ ৰাজমহল এতিয়াও বৰ্তমান—য'ত থাকোঁ বুলিলে অসংখ্য মানুহ থাকিব পাৰে। ইয়াৰ ভিতৰতে কুন্তীৰ মন্দিৰ আছিল বুলি কোৱা হয়। এই ৰাজমহলতে পৃথ্বিৰাজ পৰ্যন্তই ভাৰতবৰ্ষত হিন্দুৰাজাৰ বিজয়-দুন্দুভি বজাই আছিল। হিন্দুৰাজ্যৰ পতনৰ পিচত এই দিল্লীতে মুছলমান ৰাজ্য স্থাপন হয়। ইয়াতে হুমায়ুন-দিল্লী, আকবৰ-দিল্লী আদি নানা দিল্লীৰ উৎপত্তি আৰু লয়ৰ কাহিনী সমাধিস্থ হৈছে। আমি লালকিল্লা চালোঁ। প্ৰায় আঠ-ন ঘণ্টাৰ ভিতৰত জুমা মছজিদ, যন্তৰ-মন্তৰ আদি কিমান চাম! হিন্দু আৰু মুছলমান ৰাজ্য পতনৰ পিচত ইংৰাজ ৰাজত্বৰ নতুন দিল্লী। পুৰণা হিন্দু দিল্লীৰ মুখামুখি হৈ নতুন দিল্লীৰ সিংহদুৱাৰেদি গৈ কিংছৱে আৰু পাৰ্লিয়ামেণ্ট ৰোড। কাউন্সিল হাউছ, বৰলাট ভৱন আদি দূৰৈৰপৰা চালোঁ। নতুন দিল্লীক নতুন সাজ-পোছাকেৰে ইংৰাজ শাসনকৰ্তাসকলে এক মনোমোহা পুৰী কৰি তুলিছে। কত কোটি টকা যে খৰচ হৈছে তাৰ হিচাব নাই। আগৰ এটা প্ৰবাদ আছিল, দিল্লীশ্বৰো বা জগদীশ্বৰোবা।' অৰ্থাৎ দিল্লীৰ সম্ৰাটেই পৃথিবীৰ সম্ৰাট। কাজেই দেখা যায়, ভাৰতবৰ্ষৰ ৰাজধানী যুগ-যুগান্তৰ ধৰি দিল্লীতেই আছিল।

ৰাতি প্ৰায় নমান বজাত আমি দিল্লী ষ্টেশ্যনত মথুৰালৈ টিকট ল'লোঁ। মনতে মোৰ এনে আশা আছিল যে এই যাত্ৰাতে মথুৰা আৰু বৃন্দাবন চাই যাম। ৰাতি প্ৰায় দুইমান বজাত আমি মথুৰা পালোঁহি। তাতে আমাক মথুৰাৰ পাণ্ডাই লগ ধৰিলে আৰু আমাক এক্কা গাড়ীত তুলি দি চাৰে সাত ভাই নামৰ পাণ্ডাৰ ঘৰলৈ যাবলৈ কৈ পাণ্ডা আগেয়ে গুচি

আহিল। আমি পাণ্ডাৰ ঘৰ পালোঁ। তাতে আমাক যমুনাৰ পাৰৰ দুমহলীয়া ঘৰ এটাৰ এটা কোঠালীত থাকিবলৈ দিলে। আমি বিচনা কৰি শুই গ'লোঁ। পুৱা পাণ্ডাই আমাক লগ ধৰিলে। মই আমাৰ হাতত কিমান টকা আছে তেওঁক ক'লোঁ। তেওঁ আমাক কলিকতালৈ ভাৰা আৰু ওপৰঞ্চি এটকা ৰাখিবলৈ কৈ বাকী টকা চাৰি-পাঁচমান হ'ব—তেওঁক দিবলৈ দিলে আৰু ক'লে, "আপোনালোকে আৰু ক'তো একো খৰচ কৰিব নালাগে। আমাৰ পাণ্ডাই আপোনাসকলক মথুৰাৰ চাবলগীয়া সকলো মন্দিৰ আদি দেখুৱাই আনিব। ক'ৰবাত পইচা খুজিলে আপোনাসকলে 'সিদ্ধিদাতা গণেশ' বুলি ক'ব।" আমাক পাণ্ডাই লৈ গৈ মথুৰাৰ সকলো মন্দিৰ দেখুৱালে। প্ৰত্যেক মন্দিৰত দুই-চাৰি পইচা দি কাম শেষ কৰে। মন্দিৰৰ পাণ্ডাই আমাক পইচা খুজিলে শ্ৰীযুত বৰকটকীদেৱে 'সিদ্ধিদাতা গণেশ' বুলি সেৱা কৰে। পাণ্ডাই হাঁহে, একো নকয়। এইদৰে মথুৰা দৰ্শন হ'ল। বৃন্দাবনৰ পাণ্ডাই আমাৰ ওচৰলৈ আহি আমাক বৃন্দাবনলৈ নিবলৈ বৰ যত্ন কৰিছিল। কৈছিল, "আপোনাসকলে তালৈ অহা-যোৱা খৰচখিনি মাত্ৰ কৰক, তীৰ্থ কৰাৰ বাবে যি দিব লাগে সেই টকা ঘৰৰপৰা পঠিয়াব।" দুই-তিনি টকা ৰূপৰ অভাৱত আমাৰ বৃন্দাবনলৈ যোৱা আশা এৰিবলগীয়া হ'ল। কলিকতা পৰ্যন্ত আমাৰ মাত্ৰ ৰেল ভাৰা আছে। কলিকতাত শ্ৰীযুত বৰকটকীদেৱে তেখেতৰ কোম্পানীৰ লগত কাৰবাৰ কৰা কলিকতাৰ মহাজনৰ-পৰা টকা পাব। আমি মথুৰাৰপৰা লৰালৰিকৈ আগ্ৰাৰ আগৰ ষ্টেশ্যনলৈ আহিলোঁ। কলিকতালৈ ৰেলৰ টিকট কিনি আমাৰ হাতত মাত্ৰ এটকা বেছি আছিল। তাজমহল চাবলৈ এক্কা গাড়ীখনে আমাৰ ওচৰত খাটনি ধৰিলে; মাত্ৰ আঠ অনা ভাৰা দিব লাগে। মই বৰ দুখীত হ'লোঁ। এটকা ৰূপৰ অভাৱত আমাৰ তাজমহল চোৱাটো নহ'ল। শ্ৰীযুত বৰকটকীদেৱে ক'লে, "আমি কবৰ স্থান নাচাওঁ।" ৰেলত উঠিলোঁ।

আগ্ৰা ষ্টেশ্যন পালোঁ, তাৰপৰা আমি বগা মাৰ্বল পাথৰৰ তাজমহল দেখিলোঁ। ৰেলৰপৰা প্ৰায় দুই-তিনিমাইল দূৰৰপৰা তাজমহল চালোঁ। মই হেঁপাহ পলুৱাই তাজমহল চালোঁ যদিও ওচৰলৈ গৈ চাবলৈ নাপাই দুখ পালোঁ। পৃথিবীৰ সাতোটা আচৰিত বস্তুৰ এটা ইমান ওচৰতে পায়ো চাব নোৱাৰিলোঁ মাত্ৰ ৰূপ এটকাৰ অভাৱত। মথুৰাৰ পিচত সেইদৰে দুই-এটকা ৰূপৰ বাবে বৃন্দাবন চোৱা নহ'ল। আমি তুফান মেইলত আহিলোঁ। তুন্দলা ষ্টেশ্যনত বৰ ধুমুহা হৈছিল। সেইবাবে ট্ৰেইনৰ অলপ-পৰ পলমো হৈছিল। সেই ধুমুহাই আৰু আন বহুত ঠাইত অপকাৰ আৰু ক্ষতি কৰিছিল বুলি পিচত খবৰ কাগজত পঢ়িবলৈ পাইছিলোঁ। ৰাতি প্ৰায় ন মান বজাত আমি হাওৰা ষ্টেশ্যন পালোঁ। তাতে ঘোৰাগাড়ী এখন ভাৰা কৰি মাল-বস্তু লৈ আমি সোমালোঁ। শ্ৰীযুত বৰকটকীদেৱে

গঙ্গাৰ পাৰলৈ শৌচাচাৰ স্নান আদি কৰিবলৈ গৈ মোক অকলে এৰি থৈ গ'ল। এনেতে বৰ বৰষুণ হ'ল। বৰষুণ প্ৰায় আধা ঘণ্টামান আছিল। বাটৰ ওপৰত একাঠুৱা পানী হ'ল। প্ৰায় এঘণ্টামানৰ পিচত শ্ৰীযুত বৰকটকীদেৱ আহিলত ঘোঁৰাৰ গাড়ী চলাই দিলে। হাওৰাৰ দলঙতে গাড়ীৰ চকা ভাগিল। গাড়ী নচলা হ'ল। কচোৱানে গাড়ী চলাবলৈ বহুত যত্ন কৰি একো কৰিব পৰা নাই। আমি ক'লো "বেলেগ গাড়ী ধৰি দিয়া।" সি ক'লে, "মশাই, ভীমেৰ মতন একজন বসে আছে, গাড়ী চালাই কি কৰে?" কচোৱানে বহুত যত্ন কৰিলে। পিচে দলঙৰ মাজত এইদৰে ঘোঁৰাৰ গাড়ী থোৱাত পুলিচ আহিল। কচোৱানে উপায় নাপাই আন গাড়ী এখন দহ অনাত ধৰি দি সি ছঅনা লাভ কৰিলে। ছঅনাৰ ভিতৰত মোৰ হাতত চাৰি অনা আছিল। বাকী দুঅনা নতুন কচোৱানে বহুত তৰ্ক-বিতৰ্কৰ পিচত দিলে। ৰাতি প্ৰায় এঘাৰ বজাত কলিকতাৰ বঙালী কাগজ কোম্পানীত সি আমাক নমাই দিলে। আমি তাতে বহি গা-পা ধুই চাহ-জলপান খালোঁ। তাৰ পিচত সেই ঠাইতে থকা এখন হোটেললৈ আমাক ভাত খাবলৈ লৈ গ'ল। ভাত খোৱা মজিয়াখন মাৰ্বল পাথৰৰ। প্ৰত্যেক বহা ঠাইতে ১,২ আদি নম্বৰ মৰা আছে। প্ৰথমতে ১পইচাৰ ভাত, এপইচাৰ দাইল আৰু এপইচাৰ ভাজি দিয়ে। তাৰ পিচত যাক যি লাগে খুজিলে দি থাকে। ওচৰতে এজন কেৰাণী বহি থাকে। দৰকাৰ হ'লে তেওঁ তাৰপৰা চিঞৰ মাৰি দিব, "২নং এক পইচাৰ জোল, ৩নং দুই পয়চাৰ মাংসেৰ জোল, ৪নং—দুই পয়চাৰ ভাত।" এইদৰে যিয়ে যিমান খায় হিচাপ কৰি মুখ ধোৱাৰ পিচত দি আহিব লাগে। এই ধৰণৰ আগেয়ে আমি কলিকতাত পোৱা নাছিলোঁ। কাজেই আমি প্ৰথম সাজ যি দিলে তাকেই খালোঁ। ভোকো বেছি নাছিল। দুইৰো ভিতৰত দহ পইচা কি তিনি অনা মাত্ৰ হ'ল।

পুৱা উঠিয়েই গঙ্গা-স্নান কৰিবলৈ গ'লোঁ। কলিকতাত থকা বঙালী মানুহে পুৱা গঙ্গা-স্নান কৰে। মহিলাসকলৰ গঙ্গা-স্নান কৰা এটা অভ্যাস হৈ পৰিছে। গঙ্গাত নামি সকলোৱে প্ৰথমে গঙ্গা-মৃত্তিকা গাটোত সানে। অলপপৰ ৰ'দত থাকি পিচত গা ধোৱে। গা পৰিষ্কাৰ হৈ যায়। দুপৰীয়া হোটেলত ভালকৈ ভাত খাই আমি অসমলৈ যাত্ৰা কৰিলোঁ। পিচদিনা পুৱা আঠ-ন বজাত গুৱাহাটী পালোঁহি। ষ্টেশ্যনত শ্ৰীমান ৰাধানাথ হাজৰিকাই আমাক লগ ধৰি সকলো কথা সুধি ল'লে। তেওঁৰ মুখে শুনিলোঁ যে আমাৰ খবৰৰ কাৰণে সকলো ব্যগ্ৰ হৈ আছিল। আমি ঘৰ পালোঁহি। অসমীয়া খবৰ কাগজত আমাৰ দিল্লী কংগ্ৰেছত যোগদান দিয়া খবৰ ডাঙৰ হেডিঙত ছপা হৈ ওলাল। দিল্লী যাত্ৰাৰ কথা কৈ বহুত আমোদ উপভোগ কৰিবলৈ বাৰ লাইব্ৰেৰীৰ বন্ধুসকলক সুবিধা দিলোঁ। কংগ্ৰেছৰ

অস্থায়ী প্ৰেছিডেণ্টে পিচত দিল্লী কংগ্ৰেছত যোগদান কৰা বাবে আমালৈ প্ৰশংসা-পত্ৰ দিছিল। ইয়াৰ কিছুদিনৰ মূৰত খবৰ কাগজত পঢ়িবলৈ পালোঁ যে দেশভক্ত কন্দা ভেঙ্কটাপায়াই বাধ্য হৈ হৰিজন হোটেল এখনত ভাত খাবলগীয়া হৈছিল। তেওঁ ১৯২১ চনত মহাত্মাজীৰ আগত কৈছিল, "হৰিজন সকলৰ লগত একে পাগে ভাত খাবলগীয়া হলে মোক স্বৰাজ নালাগে।" তেখেতে আমাৰ অসমীয়া কোমল চাউলৰ জলপান নোখোৱা কথাটো মোৰ মনত আছিল। হৰিজনৰ হোটেলত ভাত খাই তেখেতে খবৰ কাগজত লেখিছিল, "মোৰ ভুল মই এতিয়াহে বুজিলোঁ। মই হৰিজনৰ হাতে ভাত প্ৰকাশ্যে খাই আনন্দ অনুভৱ কৰিছোঁ। তেখেতলৈ প্ৰশংসা কৰি মই এখন চিঠি দিছিলোঁ। তেখেতে মোলৈ এখন দীঘলীয়া চাৰি-পাঁচ পিঠি ভৰাই উত্তৰ দিছিল। অন্ধ্ৰপ্ৰদেশৰ সাত্ত্বিক ব্ৰাহ্মণৰ এই মত পৰিবৰ্তন যুগধৰ্মৰ বলৰ বাহিৰে আন একো হ'ব নোৱাৰে। এই বিৰাট জনআন্দোলনৰ মাজত দেশকৰ্মীসকলৰ মাজত জাতিভেদৰ সঙ্কীৰ্ণতা থকা উচিত নহয়। দেশনেতা সকলৰ আদৰ্শত আমি সকলোৱে ভ্ৰাতৃপ্ৰেমত কোলা-কুলি কৰিব লাগিব। গুণকৰ্ম বিভাগত যদি চাৰিবৰ্ণৰ অভ্যুদয় হৈছে তেনে দেশহিতৈষী মাত্ৰেই দ্বিজ।

সাধু চৰিত সুভ সৰিস কপাসু নিৰস বিশদ গুণময় ফলজাসু।
জো সহি দুখ পৰছিদ্ৰ দুৰাক্ষ্য কদনিয় সেহিজন জস পাৱা।

সাধুসকল দেৱ, অসাধু মাত্ৰেই অসুৰ। স্বাস্থ্যৰ হিতাৰ্থে পৰিষ্কাৰ-পৰিচ্ছন্নতা বজাই ৰাখি মৰমেৰে নিজৰ ভাই-ককাইৰ দৰে একেলগে একে-পাগে খোৱাটোত কাৰো ধৰ্ম যাব নোৱাৰে। বৰ্তমান আমাৰ জাত দুটা আছে—এটা ধনী আনটো নিধনী। যেয়ে দুখীয়া তাৰ ওপৰতহে সমাজ-বান্ধনী আছে, ধনীৰ সকলো দোষ মাফ্। আমাৰ জাত হ'ব লাগিব সন্ত আৰু অসন্ত।

## অসম প্ৰাদেশিক ৰাষ্ট্ৰ সম্মিলনৰ দ্বিতীয় অধিবেশন

দিল্লী কংগ্ৰেছৰ পিচত সকলো প্ৰদেশতে ৰাষ্ট্ৰীয় সম্মিলনী পতাৰ আয়োজন হ'ল। অসমতো প্ৰাদেশিক ৰাষ্ট্ৰীয় সম্মিলনী পতাৰ আয়োজন হ'ল। সেই সম্মিলনী আকৌ যোৰহাটতে পাতিবৰ যো-জা হ'ল। এই সম্মিলনীৰ সভাপতিৰ বাব পূজ্যপাদ শ্ৰীশ্ৰীযুক্ত গড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভুক দিবলৈ স্থিৰ কৰি যোৰহাটৰ প্ৰসিদ্ধ কংগ্ৰেছ কৰ্মী শ্ৰীযুত ৰামেশ্বৰ ভট্টাচাৰ্যদেৱক প্ৰভুৰ ওচৰলৈ পঠিওৱা হ'ল। শ্ৰীযুত ভট্টাচাৰ্যই গোস্বামী প্ৰভুক উত্তৰ লক্ষীমপুৰত লগ ধৰি প্ৰস্তাৱ দিয়াত প্ৰভুৱে সভাপতিৰ বাব ল'বলৈ

সম্মতি প্ৰকাশ কৰিলে। মোক আদৰণি সভাৰ সভাপতিৰ বাব দিলে। মই নিজে পুনৰ গড়মূৰ সত্ৰলৈ গৈ গোস্বামী প্ৰভুক সকলো কথা বুজাই ক'লোঁ যে সভাপতিৰ বাব ল'লে হয়তো প্ৰভু ফাটেকলৈ যাবও লাগিব। প্ৰভুৱে সকলো কথা বুজি সভাপতিৰ বাব গ্ৰহণ কৰিলে।

আন আন প্ৰদেশত হোৱা ৰাষ্ট্ৰীয় সন্মিলনী চৰকাৰে পাতিবলৈ দিয়া নাছিল। প্ৰতিনিধিসকলক দিল্লী কংগ্ৰেছত বাটে-পথে ধৰি আটক কৰিছিল। আমিও যোৰহাটত সকলোৱে ফাটেকলৈ যাব লাগিব বুলি সাজু হৈ আছিলোঁ। প্ৰথমতে ভাবিছিলো যে শ্ৰীশ্ৰীসত্ৰাধিকাৰ প্ৰভু আৰু মোক সভা হোৱাৰ পূৰ্বতে গ্ৰেপ্তাৰ কৰিব। আনফালে সন্মিলনীৰ দিন ওচৰ চাপিলহি। গোটেই অসমৰ প্ৰতিনিধিসকল যোৰহাট পালেহি। প্ৰথমবাৰ ৰাষ্ট্ৰ সন্মিলনীলৈ অহাৰ দৰে এইবাৰো বহুত আলহী আহি আমাৰ ঘৰ ভৰি পৰিল।

১৯৩২ চনত গোলাঘাটত মহিলা জাগৰণ হৈছিল। গোলাঘাটৰ বিখ্যাত দেশকৰ্মী গঙ্গাৰাম বৰমেধি তেতিয়া জেলত। তেওঁৰ জীয়েক শ্ৰীমতী পদুমী আৰু আন আন কেবাগৰাকীও মহিলা ৰাষ্ট্ৰ সন্মিলনীলৈ আহিছিল। ৰাষ্ট্ৰ সন্মিলনীৰ আগদিনা যোৰহাটৰ ডেপুটি কমিছনাৰে মোলৈ চিঠি দি জনালে যে সভাত চি আই. ডি, পুলিচ আৰু মেজিষ্ট্ৰেটক বহিবলৈ ঠাই কৰি দিব লাগে। আমি মান্তি হ'লোঁ। তেতিয়া বুজিলোঁ যে ৰাষ্ট্ৰ সন্মিলনী বহাৰ আগত কাকো গ্ৰেপ্তাৰ নকৰে। সেইদিনা পুৱা বিষ্ণুৰাম হলৰ সন্মুখত জাতীয় পতাকা তোলা হয় আৰু আবেলি বিষ্ণুৰাম হলত বিৰাট সন্মিলনী হয়। আদৰণী সভাৰ সভাপতি স্বৰূপে বক্তৃতা দিয়াৰ পিচত সত্ৰাধিকাৰ প্ৰভুৱে বক্তৃতা দিয়ে। সমজুৱাৰ ফালৰ পৰাও বক্তৃতা আদি হয়। প্ৰস্তাৱ আদি গৃহীত হয়। মানুহৰ ভীৰ বৰ বেছি হোৱাত সভা বাহিৰতো পতিবলগীয়া হয়। সভা ভঙ্গ হোৱাৰ পিচত পুলিচে শ্ৰীযুত ৰামেশ্বৰ ভট্টাচাৰ্য আৰু শ্ৰীশঙ্কৰ চন্দ্ৰ বৰুৱাক গ্ৰেপ্তাৰ কৰে। শ্ৰীযুত ৰামেশ্বৰ ভট্টাচাৰ্যই মোক আৰু শ্ৰীযুত গঙ্গাধৰ বৰকটকীদেৱক দিল্লী কংগ্ৰেছৰ পৰা ঘুৰি অহাত অভিনন্দন জনাইছিল। সেইটোৱেই অপৰাধ। তেখেতক ছমাহৰ সশ্ৰম কাৰাদণ্ড দিলে। শ্ৰীযুত শঙ্কৰ চন্দ্ৰ বৰুৱাক চৌদ্ধ মাহ ফাটেক দিলে আগেয়ে ওলাই থকা ৱাৰেণ্টৰ বলত। শ্ৰীযুত ভট্টাচাৰ্যক মেজিষ্ট্ৰেটে বি ক্লাছ বুলি লেখি দিছিল। সেইবাবে জেলত তেওঁক দাগী আচামী বুলি প্ৰথমতে সাধাৰণ কয়দীৰ লগত ৰাখিছিল। দুই-তিনি দিনৰ পিচতহে মেজিষ্ট্ৰেটৰপৰা খবৰ আনি পুনৰ বি বিভিজন কয়দী হিচাপে ব্যৱহাৰ কৰে। শ্ৰীযুত অমিয় কুমাৰ দাস ডাঙৰীয়া তেতিয়া যোৰহাট জেলত আছিল। অসম প্ৰাদেশিক ৰাষ্ট্ৰ সন্মিলনীৰ দ্বিতীয় অধিবেশন মহা সমাৰোহেৰে শেষ হয়। গোটেই প্ৰদেশতে

নতুন উদ্দীপনাৰ সৃষ্টি হয়। অসমত ১৯৩২ চনৰ আন্দোলন ১৯৩০ চনৰ আন্দোলনৰ দৰে কৃতকাৰ্য হয়। শ্ৰীশ্ৰীযুক্ত গড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভুৱে এই প্ৰথম ৰাজনৈতিক আন্দোলনৰ নেতৃত্ব কৰি ৰাইজৰ মাজত সৎ সাহসৰ পৰিচয় দিয়ে। জেলত বি ক্লাছ আৰু বি বিভিজনৰ অৰ্থ বেলেগ; বি ক্লাছ হৈছে দাগী আচামী, বি ডিভিজন হৈছে উচ্চ শ্ৰেণীৰ কয়দী।

১৯৩২ চনতো ফুকন, বৰদলৈ আৰু শ্ৰীযুত চলিহাই আন্দোলনৰ নেতৃত্বৰ ভাৰ লোৱা নাছিল। অসমৰ তৰুণ দলৰ ভিতৰত বহুতো নেতা ওলাল। সৰ্বসাধাৰণৰ জাতীয় আন্দোলনৰ জাগৰণ হোৱাৰ চিন স্বৰূপে ১৯৩০ আৰু ১৯৩২ চনৰ আন্দোলনে আমাৰ দেশৰ জনসমাজৰ ৰাজনৈতিক জাগৰণৰ সুন্দৰ পৰিচয় দি দেখুৱালে যে মহাত্মাজীৰ নেতৃত্ব মানি চলিব পৰা ক্ষমতা ৰাইজৰ ভিতৰত চিৰস্থায়ী হৈ আছে। ৰাজনৈতিক ক্ষেত্ৰত গাঁৱলীয়া প্ৰজাই বেছিকৈ ভাগ ল'বলৈ ধৰিলে। কংগ্ৰেছ ৰাইজৰ এটা আদৰৰ অনুষ্ঠান হৈ পৰিল, কাৰণ কংগ্ৰেছ এতিয়া গাঁৱলীয়া ৰাইজৰহে অনুষ্ঠান; নগৰৰ লোকৰ কংগ্ৰেছ অনুষ্ঠানত আধিপত্য লাহে লাহে কমি আহিল। কংগ্ৰেছৰ অধিবেশনবোৰে গান্ধীজীয়ে গাৱঁত পাতিবলৈ আয়োজন কৰাৰ প্ৰধান কাৰণ হ'ল গাঁৱলীয়া লোকৰ কংগ্ৰেছ-প্ৰেম। কংগ্ৰেছেই ৰাইজ আৰু ৰাইজেই ৰজা। গাৱঁলীয়া প্ৰজাৰ ভিতৰতে কংগ্ৰেছৰ ভৱিষ্যত ৰাষ্ট্ৰপতি, ৰাষ্ট্ৰনায়ক আদি ওলাই দেশৰ শাসনকাৰ্য অতি সুচাৰুৰূপে চলোৱা লোকৰ অভাৱ নহ'ব। প্ৰত্যেক গাৱেঁই একোখন ৰাষ্ট্ৰ হ'ব আৰু গাৱঁলীয়া ৰাইজেই ৰাষ্ট্ৰৰ পৰিচালক হ'ব। এই বিৰাট কংগ্ৰেছ অনুষ্ঠানে ভাৰতত পূৰ্ণ স্বৰাজ স্থাপনৰ হৈ বিৰাট আন্দোলন চলাই আহিছে, ভাৰতৰ সাত লাখ গাৱঁৰ গাৱঁলীয়া ৰাইজে এই আন্দোলনত ভাগ লৈ আহিছে আৰু প্ৰত্যেক গাৱঁতে পূৰ্ণ স্বৰাজৰ দল গঠন হ'ব লাগিছে। মহাত্মাজীৰ অহিংস নীতিৰ দ্বাৰাই ভাৰতত ৰামৰাজ্য প্ৰতিষ্ঠা হ'ব য'ত 'নহী দৰিদ্ৰ কোই দুখী ন দীনা,
নাই কোই অবোধ ন লক্ষণহীনা।'

অৰ্থাৎ, যি ৰাজ্যত দৰিদ্ৰ, অসন্তোষীয়া বা অভাগা কোনো থাকিব নোৱাৰিব, কোনো অজ্ঞানী আৰু অলক্ষী হৈও নাথাকিব। মহাত্মাজীৰ পূৰ্ণ স্বৰাজ ৰামৰাজ্যৰ ঠাঁচত প্ৰতিষ্ঠা হ'ব।

## মহাত্মাজীৰ আমৰণ অনশনৰ প্ৰতিজ্ঞা

### হিন্দু সমাজৰপৰা অনুন্নত সম্প্ৰদায়ক ফালি নিয়াৰ চেষ্টা

দ্বিতীয় ঘূৰণীয়া মেজমেলত মহাত্মা গান্ধীয়ে কৈছিল যে অস্পৃশ্য বুলি জনাজাত সম্প্ৰদায়বিলাকক হিন্দু সমাজৰপৰা পৃথক কৰি সুকীয়া নিৰ্বাচন-পদ্ধতি যদি চৰকাৰে তেওঁবিলাকৰ কাৰণে আমদানি কৰে তেতিয়া

মহাত্মাজীয়ে নিজৰ জীৱন উছৰ্গা কৰি সেই স্বকীয়া নিৰ্বাচনীৰ বিৰুদ্ধে বিৰোধিতা কৰিব। ভাৰতবৰ্ষলৈ উভতি আহি মহাত্মাজীয়ে এই প্ৰথাৰ বিৰুদ্ধে জনমত সৃষ্টি কৰিবলৈ মনে মনে স্থিৰ কৰিছিল। কিন্তু চৰকাৰে তেখেতক প্ৰথমতেই গ্ৰেপ্তাৰ কৰি সেই সুবিধাৰপৰা বঞ্চিত কৰিলে। ১৯৩২ চনৰ চাৰি জানুৱাৰী তাৰিখে মহাত্মাজীক গ্ৰেপ্তাৰ কৰিলে। ভাৰতৰ কংগ্ৰেছৰ ওপৰত পুৰা দমননীতি চলিবলৈ ধৰিলে। এই যুগটো অৰ্ডিনেন্সৰ যুগত পৰিণত হ'ল। "অহিংস আলোচনা চূৰমাৰ কৰিম" বুলি নতুনকৈ অহা বৰলাট দৃঢ়প্ৰতিজ্ঞ হ'ল। কংগ্ৰেছৰ জান মাৰি নতুনকৈ দিব খোজা শাসন প্ৰণালী ভাৰতত চলাই চৰকাৰে 'যো হুকুম' দলৰ মনোবাঞ্ছা পূৰণৰ অৰ্থে তেওঁবিলাকক নতুন চৰকাৰৰ চাকৰি-বাকৰি ভগাই দি, নানাপ্ৰকাৰ স্বকীয়া স্বকীয়া নিৰ্বাচন প্ৰথা প্ৰৱৰ্তন কৰি 'ডিভাইড এণ্ড্ ৰুল' নীতি তীব্ৰতৰ কৰিলে। এইদৰে নানাপ্ৰকাৰ সমস্যাৰ সৃষ্টি কৰি কংগ্ৰেছ আন্দোলনৰ ধ্বংস সাধি দাসত্ব শৃঙ্খলাত ভাৰতবাসীক ৰাখি থোৱাৰ মনোভাৱ চৰকাৰৰ কাৰ্য-কলাপৰপৰা বুজা গৈছিল।

হিন্দু সমাজৰপৰা তথাকথিত অস্পৃশ্য সম্প্ৰদায়বিলাকক ফালি নি স্বকীয়া নিৰ্বাচন প্ৰথাৰ প্ৰৱৰ্তন কৰি দিয়াৰ যি পৰিকল্পনা প্ৰধানমন্ত্ৰী মিঃ মেক্‌ডনেল্ড চাহাব বাহাদুৰে ১৯৩২ চনৰ ১৭ আগষ্টৰ দিনা ঘোষণা কৰিলে, সেই বিষয়ে মহাত্মাজীয়ে আগেয়ে আশঙ্কা কৰি ১৯৩২ চনৰ এঘাৰ মাৰ্চ তাৰিখে ৰাৰবেডা জেলৰপৰা এখন দীঘলীয়া চিঠি দি জনাইছিল যে যদিহে তথাকথিত অস্পৃশ্য সম্প্ৰদায়বিলাকৰ কাৰণে স্বকীয়া নিৰ্বাচন প্ৰথাৰ প্ৰৱৰ্তন হয় তেন্তে তেখেতে নিজৰ প্ৰাণ উছৰ্গা কৰি হ'লেও সেই প্ৰথাৰ বিৰোধিতা কৰিব। প্ৰধানমন্ত্ৰীৰ ঘোষণা ওলোৱাৰ পিচত মহাত্মাজীয়ে ২০ ছেপ্তেম্বৰৰপৰা অনশন আৰম্ভ কৰিব বুলি চৰকাৰ আৰু প্ৰধানমন্ত্ৰীক জনালে। গোটেই পৃথিবী তোলপাৰ হ'ল। ভাৰতবৰ্ষৰ হৃদকম্পন হ'ল।

২০ ছেপ্তেম্বৰ তাৰিখটো সমগ্ৰ ভাৰততে প্ৰাৰ্থনাৰ দিন বুলি ঘোষণা কৰা হৈছিল। গোটেই ভাৰতবৰ্ষত সভা-সমিতি, প্ৰাৰ্থনা আদি হ'বলৈ ধৰিলে। যোৰহাটত আমি বৰ্ণ হিন্দুসকলৰ এখন বিৰাট সভা আহ্বান কৰিছিলোঁ। পূজ্যপাদ শ্ৰীশ্ৰীযুত গড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভু সভাপতি আছিল। শ্ৰীযুত লক্ষ্মীনাথ শৰ্মা, শ্ৰীযুত ৰাধানাথ ফুকন, শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা আদি তথাকথিত উচ্চ হিন্দুৰ সকলো উপস্থিত আছিল। কৈৱৰ্ত আৰু বনিয়া সম্প্ৰদায়ৰ লোকো উপস্থিত আছিল। এই সভাতে তথাকথিত অস্পৃশ্য সম্প্ৰদায়বিলাকক নামঘৰ, মন্দিৰত প্ৰৱেশাধিকাৰ দিবৰ কাৰণে এটা প্ৰস্তাৱ গৃহীত হয়। প্ৰস্তাৱক আছিল পণ্ডিত শ্ৰীযুত লক্ষ্মীনাথ শৰ্মা আৰু সমৰ্থক আছিল শ্ৰীযুত ৰাধানাথ ফুকন। ইয়াৰ পিচত যোৰহাটত সকলো সম্প্ৰদায় লগ লাগি নাম-কীৰ্তন কৰি মাহ-প্ৰসাদ খোৱা হয়। এই

সময়তে নাম-ঘৰ, মন্দিৰত অনুন্নত সম্প্ৰদায়বিলাকক প্ৰৱেশাধিকাৰ দিবৰ কাৰণে গাৱে-ভূঞে জোৰ প্ৰচাৰ কাৰ্য চলোৱা হয়। গোটেই অসমতে সকলোৱে লগ লাগি নাম-কীৰ্তন কৰে। ১৯৩২ চনৰ ২৫ ছেপ্তেম্বৰ তাৰিখে মহামান্য পণ্ডিত মদন মোহন মালব্যজীৰ সভাপতিত্বত তলত দিয়া প্ৰস্তাব গৃহীত হয়—

"The conference resolves that, henceforth amongst Hindus, no one shall be regarded as an untouchable by reason of his birth and that those who have been so regarded hitherto will have the same right as other Hindus in regard to the use of public wells, public schools, public temples and all other public institutions. This right shall have statutory recognition at the first opportunity and shall be one of the earliest acts of the Swaraj Parliament, if it shall not have received 'such recognition before that time. It is further agreed that it shall be duty of all Hindu leaders to secure by every legitimate and peaceful means, an early removal of all social disabilities now imposed by custom upon the so-called untouchable classes including the bar.

সুখৰ বিষয়, অসমত উক্ত প্ৰস্তাৱৰ প্ৰথম দফাৰ বিষয়ে আমাৰ একো ভাবিবলগীয়া নায়েই, কাৰণ, অসমৰ সামাজিক পৰিস্থিতিত উচ্চ হিন্দু আৰু অনুন্নত হিন্দুৰ ভিতৰত বিশেষ কোনো ডাঙৰ বাধা নায়েই। মই নিজে জানো, আমাৰ ঘৰ আছিল ঢুখন গাৱঁৰ মাজত। উত্তৰে চকিহাট বনিয়া সম্প্ৰদায় আৰু দক্ষিণে মাছৰ হাট কৈৱৰ্ত সম্প্ৰদায়। এই দুই সম্প্ৰদায়ৰ ল'ৰাৰ লগত আমাৰ পঢ়া-শুনা, অহা-যোৱা, খোৱা-বোৱা পৰ্যন্ত আছিল। এই উভয় সম্প্ৰদায় মহাপুৰুষীয়া ধৰ্মত শিক্ষিত আৰু দীক্ষিত। তেওঁবিলাকৰ নামঘৰ আছে। তেওঁবিলাকে সকলো শাস্ত্ৰৰ সংস্কাৰকে মানি চলে। কোনোৱে ক'ব নোৱাৰে বৰ্ণহিন্দু আৰু তেওঁবিলাকৰ ভিতৰত পাৰ্থক্য কি। পঢ়া-শুনাত বনিয়া সম্প্ৰদায় অতি আগৰণুৱা। অসমীয়া মানুহ প্ৰায়েই ভকতীয়া ধৰণৰ। কাৰো হাতে কোনোৱে নাখায়। নিজৰ ঘৰতে বুঢ়া-বুঢ়ীসকলে জীয়ৰী-বোৱাৰীবিলাকৰ হাতে ৰন্ধা ভাত নাখায়। নিজৰ মিতিৰ-কুটুমবো খুটি মৰা অভ্যাস আছে। সেই ৰীতি সকলো সমাজতে আছে। উচ্চ হিন্দুৰ ভিতৰত যেনেকৈ জাতি-ভেদ আছে সেইদৰে তথাকথিত অস্পৃশ্য সমাজতো একে সমাজ বান্ধনি আছে। এই কুসংস্কাৰ-বশতঃ বহুত কথাত অসমীয়া জাতিয়ে নিজৰ ঘৰ এৰি দূৰলৈ নাযায়। নিজৰ সমাজত থাকি ভাল পায়। দেশে-বিদেশে ঘূৰি নুফুৰে; অসম জননীৰ কোলাতে থাকি আকালো নাই ভঁৰালো নাই—এনে অৱস্থাত কাল কটায়। অসমত তথাকথিত অস্পৃশ্য জাতিবিলাক, তথাকথিত উচ্চ হিন্দুৰ সমানে উন্নত, শিক্ষিত আৰু ধৰ্মপৰায়ণ। কিন্তু ধৰ্মৰ নামতেই

যেতিয়া অস্পৃশ্যতাৰ আৱশ্যকতা আছে বুলি কোনোৱে ভাবে, সেই ভাব দূৰ কৰা সহজ নহয়। নতুন বাটেদি যাবলৈ সাহ কৰা লোক অতি কম। পুৰণি বাট যিমানেই বেয়া হওক, সেই বাটে গৈয়েই থাকিব। মহাপুৰুষ সকল যোৱা বাট ক্ৰমে হাবি হৈ পৰে। মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, দেৱ দামোদৰ আদিয়ে দেখুৱাই দিয়া বাটে গৈয়েই অসমীয়া জাতিয়ে আকৌ অন্ধগলিত ভৰি দিলেহি। উদাৰ বৈষ্ণৱ ধৰ্মত কেবোণ স্বৰূপ অস্পৃশ্যতা দোষে আৱৰি ধৰিলে। গান্ধীজীয়ে দেখুওৱাটো সেই ভাব পৰিত্যাগ কৰা সহজ যেন দেখা পোৱা নহৈছিল। গান্ধীজী এজন অৱতাৰী পুৰুষ; অহিংস, সত্যবাদ ধৰ্মমূৰ্তি স্বৰূপ। তেখেত দয়াৰ সাগৰ। অস্পৃশ্য জাতিসকলৰ প্ৰতি তেখেতৰ অগাধ প্ৰেম। মহাত্মাজীয়ে নিজকে অস্পৃশ্য বুলি ক'বলৈ ভাল পায়। তেখেতে এইদৰে কৈছিল, "My ambition is to represent and identify myself with as far as possible the lowest state of untouchables, namely the invisibles and the unapproachables-whom I have always before my minds' eye wherever I go. I have met them in Malawar and in Orissa and am convinced that if they are even to rise it will not be by reservation of seats, but will be by the strenuous work of Hindu reformers in their midst." সুকীয়া নিৰ্বাচন তথাকথিত অস্পৃশ্যবিলাকৰ কাৰণে প্ৰৱৰ্তন কৰিলে হিন্দুৰ জাতীয় দেহত বিষাক্ত ঔষধ প্ৰয়োগ কৰি হিন্দু ধৰ্ম নষ্ট কৰা হ'ব বুলি মহাত্মাজীয়ে কৈছিল।

অস্পৃশ্য সম্প্ৰদায়বিলাক হিন্দুধৰ্মৰ প্ৰধান অঙ্গ। দেহৰ ভিতৰত থকা জীৱ স্বৰূপ জীৱ নহ'লে দেহ শুকাই-খীনাই যায়। সেইদৰে অস্পৃশ্যতা বৰ্জন নহ'লে হিন্দুধৰ্ম লোপ পাব। সুকীয়া নিৰ্বাচন প্ৰথা অস্পৃশ্য জাতিবিলাকৰ মাজত প্ৰৱৰ্তন কৰিলে অস্পৃশ্যতা দোষ আইনৰ দ্বাৰা স্বীকাৰ কৰি লোৱা হ'ব আৰু সেই দোষৰপৰা মুক্ত হ'বলৈ কৰা চেষ্টাবোৰো বে-আইনী হ'ব। কাজেই যি দোষৰ বাবে এটা ধৰ্মৰ নাম দুমাবৰ সম্ভৱ হৈ পৰিছে, যি দোষ দূৰ কৰিবৰ কাৰণে হেজাৰ হেজাৰ ধৰ্মপ্ৰচাৰকে যত্ন কৰি আহিব লাগিছে আৰু যাৰ কাৰণে মহাত্মাজীয়ে প্ৰাণ পৰ্য্যন্ত উছৰ্গা কৰিবলৈ স্থিৰ কৰিছে, সেই অস্পৃশ্যতা দোষক আইনৰ ছাব-মোহৰ মাৰি দি অসংখ্য মহামানৱক সমাজৰপৰা আঁতৰাই নিলে ধৰ্মপ্ৰচাৰকে যুগ-যুগান্তৰে কৰি অহা কামবোৰ আৰু ভৱিষ্যতেও কৰিব খোজা সেই কাম-বোৰ একেবাৰে বন্ধ হ'ব। মুঠতে এই কাৰ্যৰ দ্বাৰা তথাকথিত অস্পৃশ্য জাতিবিলাকে হিন্দুধৰ্ম বৰ্জন কৰিব লাগিব। আবহমান কাল চলি অহা ৰীতি-নীতি একেবাৰে পৰিত্যাগ কৰিব লাগিব। গুৰু, গোসাঁই আদি বৰ্জন কৰিব লাগিব। হিন্দু ধৰ্মৰপৰা ওলাই গৈ হয় তেখেতসকলে খৃষ্ট ধৰ্ম বা ইছলাম ধৰ্ম গ্ৰহণ কৰিব লাগিব, নহয় গোটেই সাত কোটি অস্পৃশ্য

জাতিক একেবাৰে অন্ধকাৰ কোঠালীত সুমুৱাই দি ৰাজনৈতিক ক্ষেত্ৰত কাউন্সিল আৰু এছেম্বলীৰ কেইটামান ছিটৰ কাৰণে তেওঁলোকৰ ধৰ্ম, কৃষ্টি, সভ্যতা একেবাৰে জলাঞ্জলি দিব লাগিব। মহাত্মাজীয়ে কৈছে যে কাউন্সিল এছেম্বলীত চৰকাৰে তেওঁবিলাকক যিমান ছিট দিবৰ ইচ্ছা কৰিছে তাতকৈ বেছি ছিট দিয়াত একো আপত্তি থাকিব নোৱাৰে; কিন্তু হিন্দুধৰ্ম ধ্বংস হ'বলৈ দিয়াৰ কথা তেখেতে ভাবিব নোৱাৰে। মহামান্য পণ্ডিত মদন মোহন মালব্যজীৰ সভাপতিত্বত বোম্বাইৰপৰা পুণালৈ গৈ তাত বহা সম্মিলনীত তথাকথিত উচ্চ হিন্দু আৰু অস্পৃশ্য হিন্দুৰ ভিতৰত এটা আপোচ হয় আৰু ইয়াতে সকলোৰে সম্মতিক্ৰমে এটা চুক্তি হয়। শ্ৰীযুত চৰ্দাৰ বল্লভভাই পেটেল, শ্ৰীযুত ৰাজাগোপালাচাৰী, শ্ৰীযুত অমৃত লাল ঠক্কৰ, ডক্টৰ আম্বেদকাৰ, এম. চি. ৰাজা, শ্ৰীযুত ৰাজেন্দ্ৰপ্ৰসাদ, বিৰলা চুনীলাল মেহতা আদিৰ লগত আলোচনা কৰি এখন আঁচনি তৈয়াৰ হয়। এই আঁচনি সকলোৱে স্বীকাৰ কৰে। ই মহাত্মাজীৰ অনশনৰ পঞ্চম দিনৰ দিনা হয়। এই চুক্তিৰ দ্বাৰা অনুন্নত সম্প্ৰদায়ে প্ৰধান মন্ত্ৰীয়ে কাউন্সিল এছেম্বলীত দিয়া ছিটৰ দুগুণে ছিট পালে। পুনা চুক্তি বৃটিছ চৰকাৰে স্বীকাৰ কৰি লোৱাত মহাত্মাজীৰ অনশন ভঙ্গ হয়। ২৬ ছেপ্তেম্বৰ তাৰিখে আবেলি পাঁচ বাজি পোন্ধৰ মিনিট যোৱাত প্ৰাৰ্থনা আদি কৰি মহাত্মাজীয়ে আহাৰ কৰে। মহাত্মাজীৰ অনশন ভঙ্গ হয়। ইয়াৰ পিচত হৰিজন সেৱক সঙ্ঘ স্থাপন হয়। শ্ৰীযুত ঘনশ্যাম দাস বিৰলা সভাপতি আৰু শ্ৰীযুত অমৃতলাল ঠক্কৰ সম্পাদক হয়। মহাত্মাজীৰ অনশন ভঙ্গ হোৱাৰ এবছৰৰ পিচত গোটেই ভাৰতত হৰিজন সেৱক সঙ্ঘৰ কাম ৰীতি-মতে আৰম্ভ হ'ল। মহাত্মাজীয়ে গোটেই ভাৰত পৰিভ্ৰমণ কৰি হৰিজন সেৱক সঙ্ঘৰ কামৰ বাবে প্ৰচাৰ চলায় আৰু অৰ্থ সংগ্ৰহ কৰে। আনফালে কংগ্ৰেছৰ ওপৰত চৰকাৰে পূৰাদমে দমননীতি চলাই থাকে।

## ১৯৩৩ চনৰ অসম ৰায়ত সভা

### টিলিকিয়াম অধিবেশন

যোৰহাটৰপৰা পশ্চিমে ছমাইল দূৰৈত টিলিকিয়াম নামেৰে এখন গাৱঁত এই অসম ৰায়ত সভা পাতিবৰ যত্ন হয়। সেই অঞ্চলৰ একনিষ্ঠ কংগ্ৰেছ কৰ্মী শ্ৰীযুত সৰ্বেশ্বৰ বৰচেতীয়াই সকলো দলৰ মিলনৰ কাৰণে এখন ৰাজহুৱা সভা আহ্বান কৰিছিল। তালৈ আন ফালৰপৰা শ্ৰীযুত হেৰম্বপ্ৰসাদ বৰুৱা, শ্ৰীযুত নীলমণি ফুকন আদি লোককো নিমন্ত্ৰণ কৰা হৈছিল। এই আলোচনাৰ পিচত ৰায়ত সভা নাম দি খেতিয়কসকলৰ

এখন সভা পতাটো স্থিৰ হয়। অভ্যৰ্থনা সমিতি পতা হ'ল। শ্ৰীযুত সৰ্বেশ্বৰ বৰচেতীয়াই মোক তালৈ নিমন্ত্ৰণ কৰি তাতে কেম্পত সকলো সুবিধা কৰি দি ৰায়ত সভাৰ অধিবেশন পতাৰ আয়োজন কৰে। এই সভাৰ কাম আগবাঢ়ে। চেউনী আলিৰ কাষতে সভামণ্ডপ পতা হয়। শ্ৰীযুত গোলাপচন্দ্ৰ বৰুৱা, কুশৰাম নেওগ, ভদ্ৰেশ্বৰ শৰ্মা, ত্ৰয়োধৰ হাজৰিকা, শ্ৰীৰামচন্দ্ৰ শৰ্মা, শ্ৰীযুত বিশ্বেশ্বৰ শৰ্মাদেৱে সহযোগ কৰিছিল। বংশী দত্ত, শ্ৰীযুত প্ৰেমধৰ বৰুৱা, শ্ৰীযুত জগন্নাথ শৰ্মা কৰ্কাইদেউ, শ্ৰীমান কৃপাল শৰ্মা, শ্ৰীমান সৰ্বেশ্বৰ বৰদলৈ, শ্ৰীযুত লীলাকান্ত বৰা আদি বহুত উৎসাহী কৰ্মীৰ চেষ্টাত যথা সময়ত এই ৰায়ত সভাৰ অধিবেশন মহা সমাৰোহেৰে হৈ যায়। সভাপতি আছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ। এই সভাত মোক অসম ৰায়ত সভাৰ প্ৰধান সম্পাদক নিযুক্ত কৰে আৰু শ্ৰীযুত মোহনচন্দ্ৰ গোস্বামী সহকাৰী সম্পাদক নিযুক্ত হয়। লগে লগে এখন কাৰ্যকৰী সমিতি গঠন হয়। এই সমিতিৰ সৰহভাগ কংগ্ৰেছ কৰ্মীয়েই বাছনিত পৰিছিল।

এই অসম ৰায়ত সম্মিলনীত ব্যস্ত হৈ থাকোঁতেই মোৰ ঘৰৰ সৰু সৰু ল'ৰা তিনিটাৰ বৰ গ্ৰহণী হয়। মই যিদিনা ৰায়ত সভাৰ কাম শেষ কৰি ঘৰলৈ আহিলোঁ, মোৰ অতি মৰমৰ গণেশ বোলা ল'ৰাটোৱে মোক পাই আনন্দতে বেমাৰত শয্যাগত হৈ পৰি থকা বিচনাৰপৰা মোক "দেউতা, দেউতা" বুলি চিঞৰিবলৈ ধৰিলে। তাৰ অৱস্থা দেখি মোৰ বৰ বেজাৰ লাগিল। তাক কোলাত লৈ বৰ মৰম কৰিলোঁ। সিও বৰ শান্তি পোৱা যেন দেখুৱালে। ডাক্তৰ-কবিৰাজ যিমান লগাব লাগে তাৰ যত্নৰ অকণো ক্ৰটী কৰা নাছিলোঁ। কিন্তু যি বেমাৰ কাল হৈ আহে তাত কোনো দৰবে গুণ নিদিয়ে। তাৰ অৱস্থা ক্ৰমে বেয়াৰপৰা বেয়ালৈ গ'ল। মই দিনে-ৰাতিয়ে তাৰ ওচৰতে থাকোঁ। সদায় ৰাতি তাৰ চকুলৈ চাই থাকোঁ। সি চকু নলৰোৱা হ'ল। হাত-ভৰিবোৰ মাৰিবলৈ ধৰিলে। যমে তাৰ প্ৰাণবায়ু নিবলৈ ক্ৰমে তাক সকলোফালে চেপি ধৰিলে। তাৰ হাতত কেইটামান পইচা দিছিলোঁ। সি দিনে-ৰাতিয়ে সেই পইচাকেইটা মুঠি মাৰি লৈ আছিল। লাহে লাহে তাৰ হাতৰ মুঠিৰপৰা পইচা সৰি পৰিল। মাত্ৰ মুখতহে তেজ আছিল। শৰীৰৰ আন সকলো অঙ্গ-প্ৰত্যঙ্গ শুকাই-খীনাই গ'ল। মই এনে কষ্ট দেখি ভগৱানক খাটিলোঁ, "হে প্ৰভু, এই কষ্টৰপৰা হয় মোৰ বোপাইক বচোৱা, নহয় একেবাৰে সিফলীয়া কৰা।" যিদিনা মৃত্যু হ'ব, সেইদিনা আবেলি সি সুমথিৰা টেঙাৰ ৰস খাইছিল। ডাক্তৰে ভাললৈ আহিছে বুলি কৈছিল। অসমীয়া বেজজনেও ভাল হ'ব বুলি আশা দিছিল। মই হ'লে একেবাৰে আশা এৰি দিছিলোঁ। ৰাতি প্ৰায় ন-মান বজাত মোৰ কোলাৰপৰা গণেশে সিপুৰীলৈ যাত্ৰা কৰিলে। মায়াৰ

শৰীৰে সহ্য কৰিব নোৱাৰিলে। মৃত্যুক মই তাৰবাবে শেষ সময়ত আহ্বান কৰিছিলোঁ। কিন্তু মৃত্যু হোৱাৰ পিচত মই তাৰবাবে অধীৰ হ'লোঁ। বাকীকেইটা ল'ৰাৰ কাৰণে যত্ন ল'বৰ মন নোযোৱা হ'ল। এইদৰে দুই-তিনিদিন মই মূৰ্খৰ দৰে শোকত বিহ্বল হৈছিলোঁ। হঠাৎ ধৈৰ্য ধৰিলোঁ আৰু শোকৰূপী বতাহত হাউলি নগৈ মোৰ মৃত্যু হোৱা ল'ৰাটোৰ কাৰণে বেজাৰ কৰাটো ভয়ানক মূৰ্খামি বুলি তৎক্ষণাত সেই ভাবনা এৰি পেলালোঁ। মনৰ দুৰ্বলতা গুচি গ'ল। বাকী-কেইটা ল'ৰা শ্ৰীমান কাৰ্তিক আৰু শ্ৰীমান ভোলাৰ কাৰণে যত্ন ল'বলৈ ধৰিলোঁ। ইয়াৰ কেইদিনমানৰ পিচত মোৰ পৰিবাৰৰ বৰ মোমাইদেউ শ্ৰীযুত সেৱকচন্দ্ৰ বৰঠাকুৰদেৱে মোৰ পৰিবাৰক বেমাৰী ল'ৰাকেইটাৰে সৈতে তেওঁৰ উমাবাৰী বাগানলৈ লৈ গ'লগৈ। কিছুদিনৰ পিচত মই গৈ দেখোঁ মোৰ বেমাৰী ল'ৰা দুটা শ্ৰীমান কাৰ্তিক আৰু শ্ৰীমান ভোলাই আজো বুঢ়ীমাকৰ কোলাত বহি হাঁহি ৰং-ধেমালি কৰি আছে। বুঢ়ীমাকৰ মৰমত মোৰ পৰিবাৰেও পুত্ৰশোক পাহৰি হৈ যোৱা ঘটনাৰ বিষয়ে ভাবনা-চিন্তা এৰি পেলোৱা যেন দেখি মোৰ মনত বৰ আনন্দ লাগিছিল।

## কলিকতা কংগ্ৰেছ

১৯৩২ চনত দিল্লীত কংগ্ৰেছ অধিবেশন পতাৰ দৰে এইবাৰো চৰকাৰৰ বাধা অমান্য কৰি কলিকতাত ১৯৩৩ চনৰ ৪৭তম অধিবেশন পতাৰ আয়োজন হ'ল। মহামান্য শ্ৰীযুত পণ্ডিত মদন্ মোহন মালৱ্যজীয়ে সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ স্বীকাৰ কৰিলে। মিছেচ মতিলাল নেহৰুৱে বৃদ্ধা বয়সত কংগ্ৰেছত যোগদান কৰিবলৈ ইচ্ছা কৰিলে। প্ৰায় দুহেজাৰ প্ৰতি-নিধিয়ে কংগ্ৰেছ অধিবেশনলৈ যাত্ৰা কৰিছিল। মদন মোহন মালৱ্যজী, মিছেছ মতিলাল নেহৰু, আৰ. এম্. এছ. আনে, ডাক্তৰ ছৈয়দ মহম্মদ আদিক বাটতে গ্ৰেপ্তাৰ কৰা সত্ত্বেও প্ৰায় এহেজাৰমান প্ৰতিনিধি গোট খায়। মিছেছ নেলী সেনগুপ্তাৰ সভানেত্ৰীত্বত কংগ্ৰেছ অধিবেশন আৰম্ভ হয় আৰু কেইবাটাও প্ৰস্তাৱ গৃহীত হয়। পুলিচে আহি কংগ্ৰেছ প্ৰতিনিধিসকলৰ ওপৰত দিল্লী কংগ্ৰেছৰ দৰে লাঠী চাৰ্জ কৰে। বহুতৰ জখম হয়। সভা বহি থাকোঁতেই লাঠী চাৰ্জ হৈ আছিল। তথাপি কংগ্ৰেছৰ প্ৰতিনিধিসকলে লাঠী চাৰ্জ চলি থকা অৱস্থাতে সাতোটা প্ৰস্তাৱ গৃহীত কৰোৱায়। এই অমানুষিক পাশৱিক অত্যাচাৰৰ বিৰুদ্ধে মালৱ্যজীয়ে চৰকাৰক এটা তদন্ত কমিটি গঠন কৰিবলৈ আহ্বান কৰিছিল; কিন্তু চৰকাৰে একো নকৰিলে। অসমৰ প্ৰায় সকলো জিলাৰপৰা প্ৰতিনিধি কলিকতা 'কংগ্ৰেছত যোগদান

কৰিবলৈ গৈছিল। অসমৰ প্ৰায় সকলো প্ৰতিনিধিকে বাটে-পথে গ্ৰেপ্তাৰ কৰিছিল আৰু দহ-বাৰদিন ৰাখি এৰি দিছিল।

## মহাত্মাজীৰ ২১ দিনৰ অনশন

মহাত্মাজীয়ে অনশনৰ উদ্দেশ্য এইবুলি প্ৰকাশ কৰিছিল, "It was a heart prayer for purification of myself and my associates for greater vigilance and watchfulness in connection with the Harijan cause"—"মোৰ আৰু মোৰ সহকৰ্মীসকলৰ মনত পৱিত্ৰ ভাব উদয় কৰিবলৈ আৰু অস্পৃশ্যতা দূৰ কৰাৰ কামত বেছি সতৰ্ক আৰু মন নিয়োগ কৰাৰ অভিপ্ৰায়েই এই অনশনৰ উদ্দেশ্য।"

মহাত্মাজীয়ে পৃথিবীৰ সকলো বন্ধুলৈ এইবুলি বাণী শুনাইছিল, "I therefore ask my friends in India and all the world over to pray for me and with me that I may safely pass through the ordeal and that whether I live or die the cause for which the fast is to be taken may prosper."—"ভাৰতৰ আৰু পৃথিবীৰ সকলো ঠাইতে থকা মোৰ বন্ধুসকললৈ মই অনুৰোধ জনাইছোঁ যেন তেওঁলোকে মোৰ হৈ আৰু মোৰ লগতে এইবুলি প্ৰাৰ্থনা কৰে যেন মই এই অগ্নি-পৰীক্ষাত উত্তীৰ্ণ হওঁ। মই মৰোঁ বা বাচোঁ, কিন্তু যি কাৰণে এই অনশন কৰা হৈছে, সেই উদ্দেশ্য হওক।"

১৯৩৩ চনৰ আঠ মে' তাৰিখে অৰ্থাৎ যি তাৰিখৰপৰা মহাত্মাজীয়ে অনশন আৰম্ভ কৰিব সেই তাৰিখৰ দিনা ভাৰত চৰকাৰে মহাত্মাজীক এইবুলি কৈ জেলৰপৰা মুক্ত কৰি দিলে: "In view of the nature of the object of the fast and the attitude of mind which it disclosed."—অৰ্থাৎ অনশন কৰাৰ উদ্দেশ্য আৰু মহাত্মাজীৰ মনোভাবলৈ লক্ষ্য কৰি। মুক্তি পোৱাৰ অলপপৰ পিচতে ছয়সপ্তাহৰ কাৰণে সত্যাগ্ৰহ আন্দোলন স্থগিত ৰাখিবৰ কাৰণে মহাত্মাজীয়ে কংগ্ৰেছক অনুৰোধ কৰে। গান্ধীজীয়ে কৈছিল, "The whole purpose of the fast will be frustrated, if I allowed my brain to be occupied by any extraneous matter, that is any matter outside Harijan work."—"অনশনৰ গোটেই উদ্দেশ্য নষ্ট হ'ব, যদিহে মই হৰিজন সমস্যাৰ বাহিৰে আন বাহিৰা কথা মোৰ মনলৈ আনিব লগীয়া হয়।"

আইন অমান্য আন্দোলন সম্পৰ্কে মহাত্মাজীয়ে এইদৰে কৈছিল, "Of course, for the movement I can only say that my views about civil disobedience have undergone no change whatever. I have nothing

but praise for the bravery and self-sacrifice for the numerous civil registars. I cannot help saying that secrecy that has altered the movement is fatal to its suceess." — "আইন অমান্য আন্দোলনৰ বিষয়ে মোৰ মতৰ অলপো পৰিবৰ্তন হোৱা নাই। আইন অমান্য কৰা লোকসকলৰ সাহ আৰু স্বাৰ্থত্যাগৰ প্ৰতি মোৰ প্ৰশংসাত বাদে আন একো থাকিব নোৱাৰে, তথাপি মই ক'বলৈ বাধ্য হৈছোঁ যে এই আন্দোলনৰ ভিতৰত অপ্ৰকাশ্যকৈ কাম কৰা ভাবটো এই আন্দোলনৰ পক্ষে মাৰাত্মক হৈছে।" "If therefore the movement must be continued those who are guiding the movement must discard all secrecy." — যদি আইন অমান্য আন্দোলন চলাই থাকিব লাগে, তেন্তে যিসকলে দায়িত্ব লৈ এই আন্দোলনৰ পৰিচালক হৈছে তেওঁবিলাকে কোনো কাম গোপনে কৰিব নোৱাৰিব। "There can be no doubt that fear has seized the common mass. The ordinances have cowed them down, the secret methods are largely responsible for the demoralisation. The movement of civil disobedience does not depend so much upon the quantity as on the quality of men and women taking hart in it." — জনতাৰ ভিতৰত তিৰোতাৰ ভাব সোমোৱাৰ কাৰণো হৈছে গোপনে কাম কৰাত। অধ্যাদেশবোৰে তেওঁবিলাকক ভয় খুৱাইছে আৰু এই মানসিক দুৰ্বলতাৰ ঘাই কাৰণো হৈছে গোপনে কাম কৰা বাবে। আইন অমান্য আন্দোলনৰ কৃতকাৰ্যতা সংখ্যাৰ ওপৰত নিৰ্ভৰ নকৰে। যিসকল নৰ-নাৰীয়ে আইন অমান্য আন্দোলনত যোগদান কৰে তেওঁবিলাকৰ গুণৰ ওপৰতহে বেছিকৈ নিৰ্ভৰ কৰে।

চৰকাৰলৈকো মহাত্মাজীয়ে এইদৰে বাণী শুনাইছিল, "Now I would make an appeal to the Government. If they want real peace in the land and if they feel there is no real peace, if they feel that ordinance rule is no rule, they should take advantage of this suspension and unconditionally discharge all the civil registers."—"চৰকাৰকো মই জনাওঁ, যদি তেওঁবিলাকে দেশত প্ৰকৃত শান্তি লাগে বুলি অনুভৱ কৰে, যদি তেওঁবিলাকে অনুভৱ কৰে যে দেশত প্ৰকৃত শান্তি নাই, যদি তেওঁবিলাকে ভাবে যে অৰ্ডিনেন্সৰ শাসন প্ৰকৃত শাসন নহয়, তেনেহ'লে আইন অমান্য আন্দোলন স্থগিত হোৱাৰ সুযোগ লৈ আইন অমান্য কৰা ৰাজনৈতিক বন্দীসকলক বিনাচৰ্তে মুক্তি দিয়ক।" ন মে' তাৰিখে চৰকাৰে জবাব দিলে—অস্থায়ীভাৱে আইন অমান্য বন্ধ কৰাত ৰাজনৈতিক বন্দীবিলাকক মুক্তি দিব নোৱাৰি, চৰকাৰে কংগ্ৰেছৰ লগত আলোচনা কৰি আপোচ কৰাৰ কথাও ভাবিব নোৱাৰি। অনশন আৰম্ভ কৰাৰ পূৰ্বতে দিয়া মহাত্মাজীৰ বাণী অতি সাৰগৰ্ভ আৰু মৰ্মস্পৰ্শী। সেইমতে চৰকাৰে কাম কৰা হ'লে প্ৰকৃততে ভাৰতবৰ্ষত শান্তি স্থাপনৰ বাট মুকলি হ'লহেঁতেন।

মহাত্মাজীয়ে পুণাৰ লেডী থেকাৰচেৰ পৰ্ণকুটীৰত অনশন আৰম্ভ কৰিলে। কংগ্ৰেছৰ অস্থায়ী সভাপতিয়ে আইন অমান্য স্থগিত কৰা সময় আৰু ছসপ্তাহ বঢ়াই দিলে। এই একৈশদিন গোটেই ভাৰতত্তে, আনকি পৃথিৱীৰ সকলো ঠাইতে কোটি কোটি নৰ-নাৰীৰ মন মহাত্মাজীৰ প্ৰতি আৰু মহাত্মাজীৰ উদ্দেশ্যৰ প্ৰতি আকৰ্ষিত হৈছিল। অস্পৃশ্যতা বৰ্জন কৰাটো যে কেনে জীৱন-মৰণৰ সমস্যা, কংগ্ৰেছ কৰ্মী তথা দেশবাসীসকলে তাক উপলব্ধি কৰিবলৈ সুযোগ লাভ কৰিছিল। দেশবাসীৰ সৌভাগ্য আৰু হৰিজন সেৱক-সঙ্ঘৰ উদ্দেশ্য সিদ্ধিৰ বাবেই মহাত্মাজীয়ে অগ্নি-পৰীক্ষাত উত্তীৰ্ণ হ'ল। মে' মাহৰ ২৯ তাৰিখে মহাত্মাজীৰ একৈশদিনীয়া অনশন ভঙ্গ হয়।

১৯৩৩ চনৰ বাৰ জুলাইত পুনৰ কংগ্ৰেছ কৰ্মীসকলৰ ভিতৰত এখন ঘৰুৱা বৈঠক হয় আৰু তাত ৰাজনৈতিক পৰিস্থিতিৰ বিষয়ে আলোচনা চলে অস্থায়ী সভাপতি মিঃ এম্. এছ্. আনেৰ সভাপতিত্বত। এই সভাত মহাত্মাজীয়ে বক্তৃতা দিয়ে। আইন অমান্য আন্দোলন বিনাচৰ্তে স্থাপিত কৰা প্ৰস্তাৱ অগ্ৰাহ্য হয় আৰু ব্যক্তিগতভাৱে আইন অমান্য কৰা প্ৰস্তাৱো অগ্ৰাহ্য হয়। অৱশেষত সভাই মহাত্মাজীক বৰলাট চাহাবক সাক্ষাৎ কৰি আপোচ মীমাংসা কৰিবৰ কাৰণে প্ৰস্তাৱ গ্ৰহণ কৰে। মহাত্মাজীয়ে বৰলাট বাহাদুৰক সাক্ষাৎ কৰিবৰ কাৰণে জনোৱাত বৰলাট বাহাদুৰে ভিতৰুৱাকৈ পোৱা ৰিপোৰ্টৰ ওপৰত নিৰ্ভৰ কৰি আইন অমান্য আন্দোলন একেবাৰে স্থগিত নহয় মানে গান্ধীজীৰ লগত সাক্ষাত কৰিবলৈ অস্বীকাৰ কৰিলে। মহাত্মাজীয়ে জনালে যে ভিতৰুৱাকৈ জনোৱা কথাবোৰ সন্দেহমূলক। গতিকে সাক্ষাৎ হ'লে মহাত্মাজীয়ে বৰলাট বাহাদুৰৰ মনত হোৱা ভ্ৰম দূৰ কৰিব পাৰিব। গান্ধীজীৰ চেষ্টা বিফল হ'ল। আনফালে আইন অমান্য আন্দোলনো আপোনাআপুনি বন্ধ হ'ল। কংগ্ৰেছে ব্যক্তিগতভাৱে আইন অমান্য আন্দোলন চলাই থাকিবলৈ দিলে। এই সময়তে গান্ধীজীয়ে সৱৰমতী আশ্ৰম পৰিত্যাগ কৰে। সেই আশ্ৰমত থকা সহকৰ্মীসকলক মহাত্মাজীয়ে আন সকলো কাম পৰিত্যাগ কৰি আইন অমান্য আন্দোলনত যোগদান কৰিবলৈ আহ্বান কৰে। গোটেই আশ্ৰম খালী কৰা হ'ল। অস্থাৱৰ সম্পত্তিবোৰ ৰাজহুৱা অনুষ্ঠানবোৰক ৰাইজৰ হিতাৰ্থে বিলাই দি আৰু সেই মাটিৰ খাজনা দিয়াৰ দায়িত্ব আন কাকো দিবৰ ইচ্ছা নকৰি গোটেই মাটি-ঘৰ আৰু শস্যাদি চৰকাৰক শোধাই দিবৰ ইচ্ছা প্ৰকাশ কৰি জনালে। চৰকাৰে এই সম্পত্তি গ্ৰহণ কৰিবলৈ আপত্তি কৰাত মহাত্মাজীয়ে গোটেই সম্পত্তি হৰিজন সেৱক সঙ্ঘক দি দিয়ে। দাণ্ডী যাত্ৰা কৰাৰ পূৰ্বতে মহাত্মাজীয়ে কৈছিল "স্বৰাজ নহয় মানে মই এই আশ্ৰমলৈ নাহোঁ।" ১৯৩০ চনৰ ১২ এপ্ৰিলৰপৰা মহাত্মাজীয়ে এবাৰ মাত্ৰ এজন

বন্ধুৰ অসুখ হোৱাত তেখেতক চাবলৈ আহিছিল। মহাত্মাজীৰ পক্ষে এই মহান ত্যাগ সকলো আৰ্থিক সম্পত্তিৰ প্ৰতি মমতা দূৰ কৰি দিয়াৰ জাননী মাত্ৰ। কংগ্ৰেছৰ আদেশমতে ১৯৩৩ চনৰ পহিলা আগষ্ট তাৰিখে গান্ধীজীয়ে সবৰমতী আশ্ৰমৰ ৩৪ জন সহকৰ্মীৰ লগত বৰদলি তালুকৰ ৰাস নামৰ গাৱঁলৈ শোভাযাত্ৰা কৰি যাবলৈ স্থিৰ কৰিছিল। আগদিনা মাজনিশা মহাত্মাজীক সহকৰ্মীসকলেৰে সৈতে গ্ৰেপ্তাৰ কৰি চাৰি আগষ্টৰ দিনা মুক্তি দি তেখেতসকলৰ ওপৰত ৰাৱেডা গাওঁ এৰি দি পুণাত বসতি কৰিবলৈ আদেশ জাৰি কৰে। আধাঘণ্টাৰ পিচত এই আইন অমান্য কৰা বাবে মহাত্মাজীৰ এবছৰ কাৰাদণ্ড হয়।

মহাত্মাজীক অস্পৃশ্যতা বৰ্জন কৰিবৰ কাৰণে ইতিপূৰ্বে যিবোৰ সুবিধা চৰকাৰে দিছিল সেইবোৰ সুবিধা পিচত দিবলৈ অস্বীকাৰ কৰাত মহাত্মাজীয়ে জেলত অনশন কৰিবলৈ বাধ্য হয়। মহাত্মাজীৰ শৰীৰৰ অৱস্থা ক্ৰমে বেয়াৰ ফালে যোৱা দেখি অনশনৰ পঞ্চম দিনা অৰ্থাৎ ২০ আগষ্ট তাৰিখে মহাত্মাজীক ছেচন হাস্পতাললৈ চিকিৎসাৰ কাৰণে বন্দী হিচাপে অনা হয়। ২৩ আগষ্টৰ দিনা চৰকাৰে মহাত্মাজীৰ জীৱন বিপন্ন বুলি জানি তেখেতক বিনাচৰ্তে মুক্তি দিয়ে। মুক্তি পোৱাৰ পিচত মহাত্মাজীয়ে ১৯৩৪ চনৰ তিনি আগষ্ট পৰ্যন্ত আইন অমান্য কৰি ফাটেকলৈ নাযাব বুলি প্ৰতিজ্ঞা কৰিলে। কাৰণ, মহাত্মাজীক মুক্তি দিয়াতো তেখেতে নিজক বন্দী বুলি গণ্য কৰি তেখেতৰ কাৰামুক্তিৰ প্ৰকৃত দিন পৰ্যন্ত আইন অমান্য নকৰি হৰিজনসকলৰ উন্নতিৰ অৰ্থে সময় খৰচ কৰিব বুলি মত প্ৰকাশ কৰিলে। এই সময়তে কলিকতা কংগ্ৰেছত ফাটেক হোৱা মিছেছ মতিলাল নেহৰু ৰুগ্না হোৱাত চৰকাৰে তেখেতক মুক্তি দিয়ে। ৩০ আগষ্টৰ দিনা পণ্ডিত জৱাহৰলালজীকো চৰকাৰে খালাচ হ'বলৈ কেই-দিনমান থকাৰ আগতে মুক্তি দিয়ে। ১৯৩১ চনত মহাত্মাজী লণ্ডনৰ ঘূৰণীয়া মেজ-মেলত যোগদান কৰিবলৈ যোৱাৰপৰা পণ্ডিতজীয়ে মহাত্মাজীক দৰ্শন কৰা নাছিল। পুণাত মহাত্মাজীৰ লগত পণ্ডিত জৱাহৰলালজীয়ে দেখা কৰি দেশৰ বৰ্তমান পৰিস্থিতিৰ বিষয়ে আলোচনা কৰিছিল।

## হৰিজন সেৱক সঙ্ঘৰ হৈ ১৯৩৪ চনত মহাত্মাজীৰ সমগ্ৰ ভাৰত ভ্ৰমণ

**বিহাৰৰ ভূমিকম্প—** ১৯৩৪ চনৰ পোন্ধৰ জানুৱাৰী তাৰিখে বিহাৰ প্ৰদেশৰ ভূমিকম্পই সমগ্ৰ ভাৰত তথা পৃথিবীক চমকিত কৰি তোলে। কেইমিনিটমানৰ ভিতৰতে ভূমিকম্পই হেজাৰ হেজাৰ পকীঘৰ ভাঙি চূৰমাৰ

কৰি দিলে। প্ৰায় পোন্ধৰ শ ফুট তলৰপৰা পৃথিৱী ফাটি ঠায়ে ঠায়ে পানীয়ে বানপানীৰ সৃষ্টি কৰি দহ লক্ষ বিঘা মাটিৰ শস্য নষ্ট কৰিলে। পকীঘৰৰ তলত পৰি হেজাৰ হেজাৰ ল'ৰা-ছোৱালী আৰু নৰ-নাৰীয়ে প্ৰাণ বিসৰ্জন দিব লগা হয়। সেই ভূমিকম্পত প্ৰায় এক কোটি মানুহ ক্ষতিগ্ৰস্ত হোৱাৰ উপৰিও প্ৰায় বিশ হেজাৰ নৰ-নাৰীৰ প্ৰাণ নাশ হৈছিল। দহ লক্ষমান টকাৰ ঘৰ ধ্বংসপ্ৰাপ্ত আৰু পয়ষষ্ঠি হেজাৰটা কুঁৱা নষ্ট হৈছিল। গান্ধীজীয়ে বিহাৰলৈ আহি ভূমিকম্পত ধ্বংস হোৱা নগৰ, গাওঁবোৰৰ খবৰ-বাতৰি লৈ কিছুমান কৰ্মী বিহাৰলৈ পঠিয়াইছিল। পণ্ডিত জৱাহৰলালজীয়েও বিহাৰত ভূকম্প প্ৰপীড়িত লোকসকলৰ সেৱা কৰিবলৈ আহিছিল আৰু নিজে কোৰ লৈ পকীঘৰৰ ইটা গুচাই তাৰ তলত পৰি থকা মানুহক উদ্ধাৰ কৰিছিল। বিহাৰ ভূমিকম্পৰ কাম কৰি গৈ পণ্ডিতজীয়ে এলাহাবাদ পোৱাত তেখেতে কলিকতাত দিয়া বক্তৃতাৰ বিচাৰ কৰি বঙ্গদেশৰ চৰকাৰে তেখেতক দুবছৰৰ সশ্ৰম কাৰাদণ্ড দিয়ে। ইতিমধ্যে চৰকাৰৰ তৰফৰপৰা এফালে দমন-নীতি আনফালে 'গৱৰ্ণমেণ্ট অব্ ইণ্ডিয়া এক্ট'ৰ আঁচনিৰ কাম চলি থাকে। চৰকাৰে কংগ্ৰেছক সম্পূৰ্ণৰূপে ধ্বংস কৰা হ'ল বুলি একৰকম ধৰি লৈ সেইমতে 'গৱৰ্ণমেণ্ট অব্ ইণ্ডিয়া এক্ট'ৰ গঢ় দিছিল। এই আইনমতে কংগ্ৰেছৰ বাহিৰে আন লোকবিলাকৰ দ্বাৰাহে ভাৰত শাসন কৰিব পাৰিব বুলি চৰকাৰে ভাবিছিল। আনফালে কংগ্ৰেছৰ তৰফৰপৰা আইন অমান্য আন্দোলন একেবাৰে বন্ধ হৈ যোৱাত পুনৰ কাউন্সিললৈ যোৱাৰ বিষয়ে আলোচনা হ'বলৈ আৰম্ভ হ'ল। নতুনকৈ কংগ্ৰেছে আকৌ স্বৰাজ্য পাৰ্টি গঠন কৰিবলৈ যত্ন কৰি মহাত্মাজীৰ মতামত ল'বৰ কাৰণে শ্ৰীযুত ভুলাভাই দেশাই আৰু শ্ৰীযুত বিধান চন্দ্ৰ ৰায় পাটনালৈ আহিছিল। মহাত্মাজীয়ে সেই বিষয়ে এইদৰে কৈছিল, "I feel that it is not only the right but it is the duty of every Congressman, who for some reason or other does not want to or cannot take part in civil resistance and who has faith in entry into the legislatures to seek entry and form combinations in order to prosecute the programme which he or they believe to be in the interest of the country."— অৰ্থাৎ মই অনুভৱ কৰোঁ, এইটো প্ৰত্যেক কংগ্ৰেছ কৰ্মী মাত্ৰৰে কেৱল স্বত্বই নহয়, বৰং কৰ্তব্যও। কাউন্সিলত সোমাই দেশৰ হৈ কংগ্ৰেছৰ কাৰ্য-পদ্ধতি মতে কাম কৰাটো যিসকল কংগ্ৰেছ কৰ্মীয়ে আইন অমান্য আন্দোলনত যোগদান কৰিব নোৱাৰে বা নকৰে আৰু কাউন্সিলত সোমাই দেশৰ কাম কৰা হ'ব বুলি যাৰ এটা দৃঢ় বিশ্বাস আছে, সেই সকলো কৰ্মীৰ বাবেই ই প্ৰযোজ্য। ১৯৩৪ চনৰ মে' মাহত পাটনাত বহা কংগ্ৰেছৰ কাৰ্যকৰী সমিতিয়ে আইন অমান্য আন্দোলন স্থগিত ৰাখিবলৈ সিদ্ধান্ত কৰি কাউন্সিলত প্ৰৱেশ কৰা কাৰ্য-ক্ৰমণিকা হাতত ল'লে। কংগ্ৰেছ অনুষ্ঠানবোৰে কংগ্ৰেছৰ গঠনমূলক কামবোৰ আগৰ

দৰে কৰিবলৈ ধৰিলে। ইফালে আগন্তুক নিৰ্বাচনৰ বাবে প্ৰচাৰ-কাৰ্য আৰম্ভ কৰি দিলে।

## যোৰহাটত অস্পৃশ্যতা বৰ্জন সঙ্ঘ স্থাপন

১৯৩৪ চনৰ ফেব্ৰুৱাৰী কি মাৰ্চ মাহত যোৰহাটত স্থাপিত হোৱা অস্পৃশ্যতা বৰ্জন সমিতিৰ মই সম্পাদক হওঁ। প্ৰথমতে যোৰহাটত কেইখনমান পাঠশালা স্কুল খোলা হয়। 'হৰিজন' শব্দটোৰ ওপৰত কৈৱৰ্ত, বণিয়া সম্প্ৰদায়ৰ বন্ধুসকলে ঘোৰ আপত্তি তুলিছিল। প্ৰথমতে আমি স্কুল খুলিবলৈ যত্ন কৰাত মাত্ৰ হৰিজন শব্দটোৰ বাবেই তেখেতসকলে বিশেষ একো ভাল পোৱা নাছিল।

যি কি নহওক, প্ৰথমতে অস্পৃশ্যতা বৰ্জন সমিতিয়ে গড়মূৰ বালিকা স্কুল, বৰিগাওঁ স্কুল, তেলীয়াগাওঁ স্কুল, কাকজান কৈৱৰ্তগাওঁ স্কুল, গোহাঁইগাওঁ, ডাইনী গাওঁ, ধৰআলি কৈৱৰ্ত গাওঁ, মেলেং বমুৰা স্কুল, বৰহুজ গাওঁ আদিত সাত-আঠখনমান পাঠশালা স্কুল খুলি কাম আৰম্ভ কৰি দিয়া হ'ল। এই সময়তে যোৰহাটত স্থাপিত হোৱা ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাদেৱৰ চেষ্টাত আৰু তেখেতৰ খৰচত সজা শঙ্কৰদেৱ নামঘৰত সকলো সম্প্ৰদায়, বিশেষকৈ হৰিজনসকলৰ ভিতৰৰ কৈৱৰ্ত, বণিয়া আদিক লৈ নাম গোৱা, পতা সম্পৰ্কে বহুত আপত্তি উঠে। ইয়াৰ পূৰ্বতে ৰায়চাহাব শ্ৰীযুত সভাৰাম দাস ডাঙৰীয়াৰ পিতৃ-শ্ৰাদ্ধলৈ আমাক কেইজনমানক নিমন্ত্ৰণ কৰাত আমি গৈ তেখেতৰ ঘৰত জলপান আদি খোৱা লৈ সনাতনী সমাজত দলাদলি হৈছিল। শ্ৰীযুত কুলধৰ চলিহা, শ্ৰীযুত দেবেশ্বৰ চলিহা, শ্ৰীযুত দেবেশ্বৰ শৰ্মা, শ্ৰীযুত সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁই ডাঙৰীয়ায়ো নিমন্ত্ৰণ গ্ৰহণ কৰি ৰায়চাহাবৰ ঘৰলৈ গৈছিল। কিন্তু মোৰ ওপৰতে হোৰটো পৰিল। মোক সনাতনী ব্ৰাহ্মণসকলে ঘিণাবলৈ ধৰিলে আৰু প্ৰায় সকামবোৰত মোৰ নিমন্ত্ৰণ লাহে লাহে পাতলি আহিল।

ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাদেৱে নগৰত সজা শঙ্কৰদেৱৰ নামত উছৰ্গা কৰা মন্দিৰত শঙ্কৰদেৱৰ তিথিত কৈৱৰ্ত, বণিয়াক প্ৰৱেশ দিবলৈ ঘোৰ আপত্তি কৰিছিল। শ্ৰীমান ৰাধানাথ হাজৰিকাই এই বিষয়ে বৰুৱাদেৱৰ লগত কথা-বতৰা পাতি খবৰ-কাগজত লিখালিখি পৰ্যন্ত কৰি সনাতনী হিন্দুসকলৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰি তুলিছিল। এই সময়তে আমাৰ মাজৰ কৈৱৰ্ত আৰু বণিয়া বন্ধুসকলে নামঘৰ আৰু মন্দিৰবোৰত তেওঁলোকৰ প্ৰৱেশাধিকাৰ নথকা কথা লৈ আন্দোলন কৰিছিল আৰু বৰ্ণহিন্দুৰ বিৰুদ্ধে তীব্ৰ মন্তব্য প্ৰকাশ কৰিছিল। যদিওবা গোটেই ভাৰতত মহাত্মাজীৰ চেষ্টাত দৌল, দেৱালয়, মন্দিৰ আদি হৰিজনসকলৰ বাবে খোলা হৈ গৈছিল

আৰু সকলো বৰ্ণহিন্দু আৰু তথাকথিত অস্পৃশ্য সম্প্ৰদায়বিলাকে মিলি একেলগে নাম-কীৰ্তন কৰা, মাহ-প্ৰসাদ খোৱাৰ সংবাদ অসমৰ চাৰিওফালৰ পৰা আহিছিল, তথাপি এই কথা লৈ সনাতনী হিন্দুসকলৰ মাজত বহুতে ঘোৰ বিৰোধিতা কৰাও দেখা গৈছিল। ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা-দেৱে কৈছিল, "শ্ৰীযুত কৃষ্ণনাথ শৰ্মাদেৱে যদি নিজৰ নামঘৰত মেতৰ-মুচীক প্ৰৱেশ কৰিবলৈ দিয়ে তেতিয়া এই শঙ্কৰদেৱ মন্দিৰতো মেতৰ-মুচীক প্ৰৱেশ কৰিবলৈ দিয়া হ'ব।" ইয়াৰ পিচত হৰিজন সেৱক সঙ্ঘৰ হৈ মহাত্মাজীৰ অসম ভ্ৰমণৰ সুবিধা লৈ যোৰহাটত এটা সাৰ্বজনীন নামঘৰ সাজিবৰ কাৰণে যোৰহাটৰ হৰিজন সেৱক সংঘৰ সম্পাদক হিচাপে মই যত্ন কৰোঁ। ৰায়বাহাদুৰ বৰুৱাদেৱৰ লগত হোৱা মন্দিৰ প্ৰৱেশৰ বিৰুদ্ধে মতামত দিয়াৰ ফলত আৰু মহাত্মাজীৰ অস্পৃশ্যতা বৰ্জনৰ বিৰুদ্ধে কৰা আন্দোলনে যেতিয়া গোটেই ভাৰতবৰ্ষতে অশাস্ত্ৰীয় প্ৰথাৰ বিৰুদ্ধে দণ্ডায়মান হৈছিল, এনে সময়ত এনে এটা সজ কামৰ বাবে বেচ উৎসাহ পোৱা গ'ল।

যোৰহাটত এটা সাৰ্বজনীন নামঘৰ সজাৰ পক্ষে সিদ্ধান্ত লোৱা হৈছিল আৰু প্ৰায় পাঁচশ টকা সংগ্ৰহ কৰা আছিল। এই টকা কমিটিয়ে সাৰ্বজনীন নামঘৰ সাজিবৰ কাৰণে আমাৰ হাতত জমা দিয়ে। হেজাৰ বাৰ শ টকা সংগ্ৰহ কৰি যোৰহাটৰ টাউন ষ্টেশ্যনৰ ওচৰত বৰ্তমান থকা ঠাইত সাৰ্বজনীন নামঘৰ সজা হয়। এই নামঘৰ সাজিবৰ কাৰণে শ্ৰীযুত দেৱানন্দ ভঁৰালীদেৱৰ দ্বাৰা শ্ৰীযুত ঘনকান্ত বৰুৱাদেৱৰ ঘৰৰ ওচৰত এটুকুৰা মাটি যোৰহাট হৰিজন সেৱক সংঘৰ জৰিয়তে খৰিদ কৰি লোৱা হয়। শ্ৰীযুত ঘনকান্ত বৰুৱাদেৱে শ্ৰীযুত লীলাসেন ৰাজকুমাৰৰপৰা কিনা মাটিৰ লগত এই মাটিৰ সলনি কৰিলে; কাৰণ, তেখেতে নিজৰ ঘৰৰ ওচৰত এটা নাম-ঘৰ হ'লে বিশেষ অসুবিধা হ'ব বুলি আপত্তি কৰিছিল। ইয়াতে নগাওঁ জিলাৰপৰা শাল খুটা কিনি আনি নামঘৰ সজা হয়। ইয়াৰ ওচৰতে ঠাই চিকুণাই হাতীবৰুৱা স্মৃতি-ভৱন সজাবৰো মোৰ ইচ্ছা আছিল আৰু মহাত্মাজীৰ হতুৱাই সেই স্মৃতি-ভৱনৰ শিলা স্থাপন কৰাৰ কাৰণে মনে মনে সিদ্ধান্ত কৰি থৈছিলোঁ। শ্ৰীযুত কুলধৰ চলিহা, শ্ৰীযুত দেৱেশ্বৰ চলিহা, শ্ৰীযুত দেৱানন্দ ভঁৰালী আদি এই নামঘৰ সমিতিৰ সদস্য হৈছিল। শ্ৰীযুত দেৱানন্দ ভঁৰালী আছিল সম্পাদক। যথা সময়ত মহাত্মা গান্ধীৰ অভ্যৰ্থনা সমিতি গঠন কৰা হ'ল আৰু মোকেই সেই অভ্যৰ্থনা সমিতিৰ সম্পাদক নিযুক্ত কৰিলে। ১৯২১ চনতে মহাত্মাজীক অভ্যৰ্থনা জনোৱাৰ ভাৰ ময়েই সম্পাদক হিচাপে বহন কৰিবলগীয়া হৈছিল। প্ৰায় তেৰ বছৰৰ পিচত পুনৰ গান্ধীজীক যোৰহাটত অভ্যৰ্থনা জনাবলৈ পাই মই অপাৰ আনন্দ লাভ কৰিছিলোঁ।

অভ্যৰ্থনা সমিতিৰ সদস্যসকলে মহাত্মাজীক 'চন্দ্ৰকান্ত হল'ত ৰাখিবৰ প্ৰস্তাৱ কৰে। এইটো ঘৰ হৈছে অসম সাহিত্যসভাৰ প্ৰধান কাৰ্যালয়।

ৰায়বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ দান এই ঘৰৰ এখন সুকীয়া কমিটি আছে। জিলাৰ ডেপুটী কমিছনাৰ সেই কমিটিৰ সভাপতি। গান্ধীজীক এই ঘৰত ৰাখিবলৈ হ'লে কমিটিৰ অনুমতিৰ আৱশ্যক। সেয়ে আমি প্ৰথমে ৰায়বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ ওচৰলৈ গৈ তেখেতৰ মত আনো। আন সভ্যসকলেও তেখেতৰ মতকে সমৰ্থন কৰে। শেহত সেই সময়ৰ ডেপুটী কমিছনাৰ মিঃ জি. ডি. ব্লাকাৰ চাহাবৰ ওচৰলৈ গৈ তেখেতৰপৰা অনুমতি লোৱাৰ পিছত মিঃ ব্লাকাৰ চাহাবে মোৰ আগত কয়, "এইবাৰ মই মিঃ গান্ধীক দেখা কৰিম। ১৯২১ চনত মই শিলচৰত আছিলোঁ। মিঃ গান্ধীক দেখা কৰিবলৈ মই সুবিধা পোৱা নাছিলোঁ। মিঃ গান্ধী থকাৰ বাবে আৰু কিবা সুবিধা কৰি দিব লাগিলে মোক ক'ব। মই সকলো সুবিধা কৰি দিম।"

চন্দ্ৰকান্ত হলৰ চাৰিওফালে কেম্প সজাৰ উপৰিও মহাত্মাজীয়ে বক্তৃতা দিবৰ কাৰণে সমুখৰ মৈদানত এটা সৰু চাং-ঘৰ সজা হ'ল। হৰিজন সেৱক সঙ্ঘৰ কাৰণে সংগৃহীত সৰ্বমুঠ ছয়-সাতশ টকাৰ প্ৰায় চাৰিশ মানহে খৰচ হৈছিল। মহাত্মাজীয়ে এইবোৰ খৰচ কৰাৰ বিষয়ে গুৱাহাটীত ঘোৰ আপত্তি কৰা শুনি আমি উপায়হীন হোৱাৰ দৰে হৈছিলোঁ। মহাত্মাজী যোৰহাট পোৱাৰ আগতে মহাত্মাজীৰ লগত অহা এজন কৰ্মীয়ে আমাৰ হিচাব চাই ক'লে, "এইবোৰ খৰচ মহাত্মাজীয়ে মঞ্জুৰ নকৰিব। এই টকা মহাত্মাজীক তুলি দিব লাগিব।" অভ্যৰ্থনা সমিতিৰ তৰফৰপৰা কেইবাটাও বিভাগ খোলা হয় আৰু প্ৰত্যেক বিভাগত উপযুক্ত কৰ্মী নিয়োগ কৰা হয়। শ্ৰীযুত অমৃতলাল ঠক্কৰ আৰু শ্ৰীযুত ডি. জি. দেশাইৰ উপৰিও শ্ৰীযুতা মীৰা বেন, যমুনালাল বাজাজৰ জীয়েক আৰু এগৰাকী মহিলা আদিৰে সৈতে প্ৰায় দহ-বাৰজন লোক মহাত্মাজীৰ লগত আহিছিল। বাবা ৰাঘৱ দাস আছিল এই পাৰ্টিৰ ভিতৰত। এই সকলোকে চন্দ্ৰকান্ত হলতে ৰখাৰ ব্যৱস্থা কৰা হৈছিল আৰু খোৱা-বোৱা থকা আদি সকলোবোৰ সুবিধা এই ঘৰৰ চৌহদৰ ভিতৰতে কৰি দিয়া হৈছিল।

## যোৰহাটত মহাত্মা গান্ধী

১৯৩৪ চনৰ এপ্ৰিল মাহৰ ১৫ তাৰিখে গধূলি মহাত্মাজীয়ে সদল-বলে গোলাঘাটৰপৰা যোৰহাটত পদাৰ্পণ কৰেহি। গান্ধীজী আহিয়েই চন্দ্ৰকান্ত হলত কৰা সকলো আয়োজনৰ বিষয়ে বুজ লয়। পায়খানা কৰাৰ যি বন্দোবস্ত কৰি দিয়া হৈছিল সেইটো সুবিধাজনক নহয় বুলি কয়। প্ৰথমতে তেখেতে এখন কোৰ খুজি লৈ মাটিত নিজ হাতেৰে গাঁত

এটা খানি তাতে শৌচ কৰা বৰ্তনটো থৈ দি মাটিত বহিবলৈ দুছটা ইটা দি কয়, "এইটো ভাল ক'ম'ড হ'ল।" মূঢ়া এটা ওভোতাই তাৰ মুখটো খুলি দি বেদ্‌ পেনটো থোৱাৰ ব্যৱস্থা কৰা হৈছিল। দাঁত ঘঁহিবৰ কাৰণে এৰা গছৰ ঠাবি এডাল লাগে বোলাত তৎক্ষণাত স্বেচ্ছা-সেৱক পঠিয়াই অনাই দিয়া হৈছিল। গান্ধীজীয়ে মোক মাতি এক আউন্স-'কেষ্টৰ অয়েল' অনাই দিবলৈ কয় আৰু কয় যে পইচা দি কিনি আনিব নালাগে; যদি কোনোবাই এনেয়ে দিয়ে তেহে তেখেতে সেই ঔষধ ব্যৱহাৰ কৰিব। ৰাতি প্ৰায় নমান বজাত মই নিজে যোৰহাটৰ শ' কোম্পানীলৈ গৈ কোৱাত সৰু বটল দুটাত দুই আউন্স'কেষ্টৰ অয়েল' দিয়ে। মই আহি গান্ধীজীক দিলোঁ আৰু ক'লোঁ, "পইচা দি কিনা নাই।" গান্ধীজীয়ে মোক অভ্যৰ্থনা সমিতিৰ জমা-খৰচৰ হিচাব দেখুৱাবলৈ কয়। মই হিচাব আনি গান্ধীজীৰ হাতত দিয়াত প্ৰথমতে তেখেতে মোক প্ৰশ্ন কৰে যে তেখেতক অভিনন্দন দিবলৈ ছপা কৰাত কিবা খৰচ হৈছে নেকি। মই "নাই হোৱা" বুলি ক'লোঁ। তেখেতে ক'লে, "মোক অভিনন্দন-পত্ৰ হাতেৰে লেখি দিলেই হ'ব। ছপাখানাত পইচা খৰচ কৰাৰ কোনো প্ৰয়োজন নাই।" কিন্তু মোৰ হিচাবত মাছৰ হাটৰ ৰাইজে অভিনন্দন ছপা কৰিবলৈ দুটকা ৰূপ আগধন দিয়া বুলি খৰচ দেখুওৱা আছিল। মোৰ সেই কথা মনত নাছিল। গান্ধীজীয়ে মোৰ ভুলটো দেখি খুব হাঁহিলে। মই তেতিয়া ক'লোঁ, "হয়, এই দুটকা ৰূপ লৈ মই পাহৰিলোঁ।" তাৰ পিচত মোক সুধিলে, "যোৰহাটত মোক আলহী কৰি ৰখা কোনো ভদ্ৰলোক নাছিলনে? মই গছৰ তলতো থাকিব পাৰিলোঁহেঁতেন।" শ্ৰীযুত কুলধৰ চলিহাদেৱে ক'লে, "গান্ধীজী, মই মোৰ ঘৰত আপোনাৰ খোৱাৰ বন্দোৱস্ত কৰিছিলোঁ। পিচে অভ্যৰ্থনা সমিতিয়ে ইয়াত বন্দোৱস্ত কৰিলে।" গান্ধীজীয়ে তৎক্ষণাত চলিহাক উত্তৰ দিলে, "বেচ, এতিয়া মোৰ বাবে হোৱা খোৱা খৰচ আপুনি দিয়ক।—Yes. Very well, Pay my expenses." মোক তেতিয়াই হিচাব কৰি দিবলৈ কোৱাত মই পসত্তৰ টকা বুলি হিচাব দিয়াত সেই টকা চলিহাই দিবলৈ বাধ্য হয়। চন্দ্ৰকমল বেজবৰুৱাদেৱে কলিকতাৰপৰা গান্ধীজীলৈ অলপ খোৱা বস্তু পঠিয়াইছে বুলি কোৱাত বৰ সন্তোষ প্ৰকাশ কৰে। তাৰ পিচত টকা তোলাত খৰচ, ৰভা সজাৰ খৰচ ইত্যাদিবোৰ তন্ন তন্ন কৰি চাই গান্ধীজীয়ে ৰাতি শয়ন কৰাৰ আগতে হিচাবৰ এটা কপি তেখেতক দিবলৈ মোক আদেশ দিয়ে। সকলো হিচাব মোৰ সহকৰ্মী কেইজনমানৰ লগত ভালকৈ চাই হিচাবৰ এটা কপি সেই ৰাতিয়ে গান্ধীজীক বিশ্ৰাম কৰাৰ আগতে দিয়া হ'ল। গান্ধীজীয়ে বাহিৰৰ বাৰাণ্ডাত বিচনা কৰিবলৈ আদেশ দিয়াত তেখেতৰ কাৰণে বিচনা বাৰাণ্ডাত কৰি দিয়া হ'ল। মীৰা বেন আৰু মহিলাকেইগৰাকীকো গান্ধীজীৰ

ওচৰতে শুবলৈ বিচনা কৰি দিয়া হ'ল। পিচদিনা মহাত্মাজীয়ে ক'লে, "আপোনালোকে মোক তিনিশ পসত্তৰ টকা দিবলগীয়া হ'ল। এই টকা মই যোৰহাটৰপৰা যাবৰ দিনা দিব লাগিব।" আমি খৰচ কৰা প্ৰায় সমুদায় টকা গান্ধীজীয়ে নামঞ্জুৰ কৰি দিলে।

## মিঃ ৰাকাৰ চাহাব●

মিঃ ৰাকাৰ চাহাবে গান্ধীজীক দেখা কৰিম বুলি আমাৰ আগত কৈছিল। সেইমতে তেখেতক গান্ধীজীৰ লগত সাক্ষাৎ কৰিবলৈ দিয়া হ'ল। তেখেতে, সময়মতে মহাত্মাজীক দেখা কৰি গ'লহি। তেখেত যোৱাৰ পিচত মহাত্মাজীয়ে আমাৰ আগত কৈছিল, "Your Collector is in favour of total Prohibition"। ৰাকাৰ চাহাবে গান্ধীজীৰ আগত অসমীয়া মানুহে কানি খোৱাৰ বিষয়ে কথা-বাৰ্তা পাতিছিল। মহাত্মাজীয়ে সেই সুযোগতে কানি প্ৰচলনৰ বিষয়ে ৰাকাৰ চাহাবৰ মতামত সোধাত তেওঁ কানি প্ৰচলনৰ বিৰুদ্ধে মত দিছিল।

## শ্ৰীযুত ধৰ্মকান্ত গোস্বামী আৰু শ্ৰীশ্ৰীযুত গড়মূৰীয়া সত্ৰাধিকাৰ গোস্বামী

অসম হৰিজন সেৱক সঙ্ঘৰ সভাপতি আছিল শ্ৰীলশ্ৰীযুক্ত গড়-মূৰীয়া সত্ৰাধিকাৰ গোস্বামী প্ৰভু। শ্ৰীযুত ধৰ্মকান্ত গোস্বামীও শিৱসাগৰৰ সাপেখাতী অঞ্চলত হৰিজন সেৱক সঙ্ঘৰ কৰ্মী আছিল। হৰিজনৰ সেৱা কৰোঁতে বাগিছাৰ বনুৱাক শৰণ আৰু দোৱা শৰণ দিয়া কথা লৈ দুয়োৰে মাজত বিবাদ হয় আৰু শ্ৰীযুত ধৰ্মকান্ত গোস্বামীদেৱে এই বিষয়ে মহাত্মা-জীলৈ লিখে। মহাত্মাজীয়ে শ্ৰীযুত ধৰ্মকান্ত গোস্বামীক যোৰহাটত দেখা কৰিবলৈ নিৰ্দেশ দিয়াত তেখেতে মহাত্মাজীক দেখা কৰে। মই মহাত্মাজীৰ আদেশমতে তেখেতে কোৱা কথাবোৰ শ্ৰীযুত ধৰ্মকান্ত গোস্বামীক বুজাই দিছিলোঁ। শ্ৰীশ্ৰীযুক্ত গড়মূৰীয়া গোস্বামী প্ৰভু উপস্থিত নাছিল। মহাত্মাজীয়ে কথাটো বুজিলে যে দুয়োজন গোস্বামীৰ মাজত হোৱা বিবাদৰ প্ৰধান কাৰণটো হৈছে শৰণ দিয়াৰ সমস্যা লৈ। এইটো হৰিজন সেৱক সঙ্ঘৰ কাম নহয়। সমাজত যি নিয়ম আছে সেই নিয়মমতে তেওঁবিলাক উভয়ে এই বিষয়ে মীমাংসা কৰি ল'ব। হৰিজনসকলক সেৱা কৰাৰ কথা লৈ এনেবোৰ কথাত সময় নষ্ট নকৰিবলৈ গোস্বামীক উপদেশ দিয়ে।

## মহাত্মাজীৰ দৈনন্দিন জীৱন

পুৱা প্ৰায় তিনি বজাত মহাত্মাজী শুই উঠে। শৌচাচাৰ কৰি দাঁত চাফ কৰি স্নান কৰে। গা ধুবলৈ আগদিনাই দুই-তিনিটা মাটিৰ কলহত গৰম পানী ভৰাই থোৱা হয়। পিচদিনা সেই ঠাণ্ডা পানীৰে মহাত্মাজীয়ে স্নান কৰে। শৌচ কৰা বেড্‌পেন মীৰা বেনে নিজে চাই পেলায় মই মেতৰ আছে বুলি কোৱাত মীৰা বেনে ক'লে যে, মহাত্মাজীৰ শৌচত শাও আদি আছে নে নাই তাক চাব লাগে। সেইবাবে এইটো কাম তেখেতে নিজে কৰিছে। স্নান কৰাৰ পূৰ্বতে মহাত্মাজী আৰু তেখেতৰ লগত অহা সকলোৱে লগ লাগি প্ৰাৰ্থনা কৰে। প্ৰায় আধাঘণ্টামান সময় প্ৰাৰ্থনা কৰোঁতে লাগে। স্নান কৰি মহাত্মাজীয়ে নিজৰ ঠাইত বহে আৰু যিকোনো লোকৰ লগত কথা-বতৰা পাতিবলৈ আৰম্ভ কৰে। খোৱাৰ ভিতৰত তিনি পোৱা ছাগলী গাখীৰৰ ঘন ক্ষীৰ, ছটা নেমুটেঙাৰ ৰস উতলা গৰম পানীত মিহলাই চামুচ এখনেৰে অলপ অলপকৈ খাই থাকে। সুমথিৰা টেঙা ছটাৰ ৰস, খাজুৰি, আনাৰস, অমিতা, কল আদি মহাত্মাজীৰ ফলাহাৰ।

যোৰহাটলৈ আহোঁতে মহাত্মাজীয়ে জাতিলাও ডাঙৰ ডাঙৰকৈ কাটি প্ৰায় দুঘণ্টামান উতলাই অলপ নিমখ দি তিনি-চাৰি টুকুৰা খাইছিল। এই আহাৰ কৰোঁতে তেখেতৰ এঘণ্টা সময় লাগে। নিচেই লাহে লাহে খাই থাকে। এই সময়ত কোনোবা দেখা কৰিবলৈ আহিলেও মহাত্মাজীয়ে দেখা কৰে আৰু কথা পাতে। কিন্তু সাধাৰণতে খোৱাৰ সময়ত মহাত্মাজীক কোনেও আমনি নকৰে। খোৱাৰ সকলো আয়োজন মীৰা বেনে কৰে। প্ৰথম দিনা আহিয়েই মীৰা বেনে মহাত্মাজীৰ খোৱা বস্তুবোৰ চমজি লৈছিল। ছাগলী সাত-আঠজনী ৰখা হৈছিল। ইয়াৰ চাৰ্জত আছিল ৰত্ন শৰ্মা আৰু শ্ৰীমান কৃপাল শৰ্মা। ৰাতি তিনি বজাত ছাগলীৰ গাখীৰ খীৰাই দিব লাগে। বাকীবোৰ বস্তুৰ যোগাৰ আছেই। ভোজন শেষ কৰাৰ পিচত লোকজনৰ লগত সাক্ষাৎ হয়। মহাত্মাজীয়ে যঁতৰত সূতা কাটিয়েই থাকে। ডাঙৰ ঘড়ী এটা ওচৰতে থাকে। প্ৰাৰ্থনা কৰাৰ পিচত আৰু স্নান কৰাৰ আগতে মহাত্মাজীয়ে লৰালৰিকৈ প্ৰায় ১৫।২০ মিনিটমান প্ৰাতঃভ্ৰমণ কৰে। কাছাৰীৰ আগৰ মৈদানত মহাত্মাজীয়ে অকলে অকলে প্ৰাতঃভ্ৰমণ কৰা আমি দেখিছিলোঁ আৰু আমাৰ দুই-এজন স্বেচ্ছাসেৱকেও মহাত্মাজীক প্ৰাতঃভ্ৰমণ কৰা সময়ত লগ পাইছিল। মহাত্মাজীৰ লগত খোজ কাঢ়িবলৈ হ'লে আন মানুহ লৰি যাব লাগে। মহাত্মাজীয়ে দৈনিক চাৰি-পাঁচ ঘণ্টামান সূতা কাটে। সূৰ্য অস্ত যোৱাৰ আগতে সান্ধ্যভোজন কৰে। দুয়োসাজ আহাৰেই প্ৰায় একে ৰকমৰ। সান্ধ্যভোজনৰ পিচত মহাত্মাজীয়ে বিশ্ৰাম ল'বলৈ ভাল পায়। লেখা-পঢ়াৰ কামো পুৱা শুই উঠাৰ পিচত চাকি লগাই কৰাৰ



ঐতিহাসিক দাণ্ডি যাত্ৰাত গান্ধীজীৰ সোঁহাতে কৃষ্ণনাথ শৰ্মা।



যোৰহাটত গান্ধীজীৰ সৈতে কৃষ্ণনাথ শৰ্মা

গান্ধীজীয়ে কৃষ্ণনাথ শৰ্মাৰ ব্যক্তিগত নামঘৰটো হৰিজনসকলৰ কাৰণে মুকলি কৰিছে



মাতৃ-দিৱস উপলক্ষে কৃষ্ণনাথ শৰ্মাৰ পত্নী শ্ৰীমতী স্বৰ্ণলতা দেৱীক যোৰহটীয়া ৰাইজে অভিনন্দন জনাইছে। মাজত শ্ৰীমতী স্বৰ্ণলতা দেৱী

12/1/48

My dear Sarma,

Please give my blessings to your bereaved daughter & tell her not to grieve over the inevitable. I am glad you are bearing the loss bravely. You should delay offerings of till your daughter has cut,

lovers.

Yours sincerely

M K Gandhi

Shri K. N. Sarma

M L A

Bar Asam

Jorhat

Assam

কৃষ্ণনাথ শৰ্মাৰ জোঁৱায়েক নন্দনাথ গোস্বামীৰ বিয়োগত গান্ধীজীয়ে শৰ্মালৈ শোক প্ৰকাশ কৰি দিয়া চিঠি

উপৰিও দিনত আৰু ৰাতি শুবলৈ যোৱাৰ আগতো কৰে। লেখা-পঢ়া আৰু অন্যান্য সকলো কামত ভি.জি. দেশায়ে সহায় কৰিছিল। টকা-পইচা, মহাত্মাজীক দেখা কৰা আৰু কাৰ্য-ক্ৰমণিকা আদিৰ সকলো ভাৰ আছিল শ্ৰীযুত অমৃতলাল ঠক্কৰ বাপাৰ ওপৰত। গোটেই ভাৰত ভ্ৰমণ আছিল শ্ৰীযুত ঠক্কৰ বাপাৰ তত্বাৱধানত। যোৰহাটত সনাতনী বন্ধুসকলক দেখা কৰিবলৈ গান্ধীজীয়ে সময় দিছিল যদিও কোনো দেখা কৰিবলৈ নাহিল। হৰিজন সম্প্ৰদায়ৰ কৈবৰ্ত আৰু বনিয়া সম্প্ৰদায়ৰ বহুতো লোকে গান্ধীজীক দেখা কৰিছিলহি। প্ৰথমে গান্ধীজী অহাৰ পিচত যোৰহাটৰ বনিয়া আৰু কৈবৰ্ত সম্প্ৰদায়ৰ লোকে আপত্তি কৰাৰ কথা মই গান্ধীজীক জনোৱাত গান্ধীজীয়ে ক'লে, "I met the great Senapati. The misunderstanding is cleared up." শ্ৰীযুত সোণাধৰ দাস ডাঙৰীয়াক মহাত্মাজীয়ে গুৱাহাটীত লগ ধৰিছিল আৰু এই বিষয়ে আলোচনা কৰি আপত্তি আদিৰ উত্তৰ দি তেখেতসকলক সন্তোষ দিছিল।

## মোৰ স্বপ্ন

মহাত্মাজী যোৰহাটলৈ অহাৰ কিছুদিনৰ পূৰ্বে মই এটা স্বপ্ন দেখিছিলোঁ: মাদ্ৰাজৰ কোনো এক মন্দিৰত কেইগৰাকীমান দেৱদাসীয়ে সেই মন্দিৰৰ ব্ৰাহ্মণ পুৰোহিতৰ কাম-বাসনা পৰিতৃপ্ত কৰিছিল। দেৱদাসীসকলৰ ভিতৰত এগৰাকী দেৱদাসী ভগবানৰ প্ৰকৃত সেৱিকা আছিল। তেওঁ সেই ব্ৰাহ্মণ পুৰোহিতলৈ সৰ্পৰ দৰে ভয় কৰিছিল আৰু নিজৰ সতীত্ব ৰক্ষা কৰি আছিল। পুৰোহিতে আন ভ্ৰষ্টা দেৱদাসীসকলৰ লগত ষড়যন্ত্ৰ কৰি সেই দেৱী স্বৰূপিনী পৱিত্ৰ কুমাৰীক তেওঁৰ নিজৰ ঘৰলৈ নি পাশৱিক অত্যাচাৰ কৰিবলৈ চেষ্টা কৰিছিল। মাজনিশা অন্ধকাৰ ৰাতি হঠাৎ ব্ৰাহ্মণৰ ঘৰৰ দুৱাৰ মুকলি হয় আৰু এজন হৰিজন সম্প্ৰদায়ৰ সুন্দৰ ব্ৰহ্মচাৰী যুৱক উপস্থিত হয়। পুৰোহিত ব্ৰাহ্মণ আছিল ভয়ঙ্কৰ ক'লা বৰণৰ আৰু মন পাপেৰে পৰিপূৰ্ণ। অকস্মাৎ তেওঁৰ ঘৰত মাজনিশা এই হৰিজন যুৱক কেনেকৈ সোমালহি তেওঁ একো ধৰিব নোৱাৰিলে। দেৱদাসীক ভীতি-প্ৰদৰ্শন কৰিবৰ কাৰণে ব্ৰাহ্মণৰ হাতত এখন তৰোৱাল আছিল। ব্ৰহ্মচাৰী যুৱকক দেখা মাত্ৰেই তেওঁৰ হাতৰপৰা তৰোৱাল মাটিত সৰি পৰিল। ব্ৰাহ্মণক ভয়তে ভীত হৈ থকা দেখি দেৱদাসীয়ে একো ইঙ্গিত নোহোৱাকৈ পুৰোহিতৰ কৰাল গ্ৰাসৰপৰা মুক্ত হৈ বাতিয়েই হৰিজন যুৱকৰ লগত ওলাই আহে। পিচদিনা সেই অঞ্চলৰ ব্ৰাহ্মণসকল গোট খাই বিচাৰ কৰি ৰায় দিলে। প্ৰথম, হৰিজন যুৱকৰ দোষ মন্দিৰৰ আগেদি পুৰোহিতৰ

ঘৰলৈ যোৱাত। দ্বিতীয়, দেৱদাসীৰ লগত অবৈধ প্ৰণয় নহ'লে দেৱদাসী কিম্বা হৰিজন যুৱকৰ ওচৰত আশ্ৰয় ল'ব। এই বিচাৰ মতে হৰিজন যুৱক আৰু দেৱদাসী উভয়ে হৰিজন সমাজ আৰু তথাকথিত উচ্চ হিন্দু সমাজৰপৰা বহিষ্কৃত হ'ল। হৰিজন যুৱক কোনো এঠাইত ব্ৰহ্মচৰ্য ব্ৰত আচৰণ কৰিবলৈ গ'ল। দেৱদাসীয়েও যুৱকৰ বেশ ধৰি নানা ঠাই ভ্ৰমণ কৰি শেহত গৈ আশ্ৰমত থকা ব্ৰহ্মচাৰী যুৱকক দেখি তাতে সেই ব্ৰহ্মচাৰী সন্ন্যাসীৰ লগত শিষ্যৰূপে থাকিবলৈ ধৰে। এইদৰে কিছুকালৰ ভিতৰত দুয়ো পূৰ্বৰ পৰিচয় পাই আনন্দ লাভ কৰে। সেই আশ্ৰমৰ চাৰিওফালে সন্ন্যাসীদ্বয়ৰ গুণ-গৰিমা প্ৰচাৰ হয়। বহু দূৰৰপৰা লোকে সেই আশ্ৰমলৈ যাবলৈ আৰম্ভ কৰিলে। তাতে সন্ত সমাজৰূপী প্ৰয়াগতীৰ্থ স্থাপন হয়। উভয় সন্ন্যাসীৰ ভিতৰত আধ্যাত্মিক বিবাহ হয়। তাতে কিছুকালৰ মূৰত সকলোৰে যত্নত হৰিমন্দিৰ নিৰ্মাণ হয়। এই মন্দিৰত সকলোৰে অবাধ প্ৰৱেশাধিকাৰ আছে আৰু ইয়ালৈ স্বয়ং ভগবান নিজে সময়ে সময়ে সন্তসকলৰ হৰিভজন আদি শুনিবলৈ আহে। অলপ দিনৰ পিচতে যি মন্দিৰৰ আগেদি যোৱা অপৰাধত হৰিজন যুৱক সমাজচ্যুত হৈছিল, সেই ঠাইলৈ আমাৰ নতুন সন্ন্যাসীদ্বয়ক নিমন্ত্ৰণ কৰি আনি ব্ৰাহ্মণ-অব্ৰাহ্মণ সকলোৱে মিলি হৰি মন্দিৰত মান-সন্মান কৰেগৈ। সেই অঞ্চলৰ হৰিজনসকলে দেৱতাৰ মন্দিৰত অবাধে প্ৰৱেশ কৰে। যি ব্ৰাহ্মণ পুৰোহিত এই ঘটনাৰ বাবে দায়ী তেৱেঁই নবীন সন্ন্যাসীদ্বয়ক অভিনন্দন জনায়। সন্ন্যাসীদ্বয়ে হৰিমন্দিৰৰ পবিত্ৰতা কেনেকৈ ৰক্ষা হ'ব, ব্ৰাহ্মণসকলৰ অন্তৰৰ পাপ কেনেকৈ ধ্বংস হ'ব—এই বিষয়ে বাণী প্ৰচাৰ কৰে আৰু বিশুদ্ধ সনাতন ধৰ্ম ৰক্ষাৰ কাৰণে অবাধ প্ৰৱেশাধিকাৰ দান কৰি দেৱদাসী প্ৰথা উঠাই দিয়ে। ব্ৰাহ্মণ-অব্ৰাহ্মণ সকলো এক। বিৰাট হিন্দু ধৰ্মৰ মাজৰপৰা অস্পৃশ্যতা দোষ দূৰ হয়। পবিত্ৰ হিন্দুধৰ্ম ভাৰতত স্থাপিত হয়। যুৱক সন্ন্যাসীয়ে বাণী প্ৰচাৰ কৰিলে, "অস্পৃশ্যতা বৰ্জন নহ'লে হিন্দুধৰ্মৰ নাশ অনিবাৰ্য। সেইদৰে ব্ৰাহ্মণ নিষ্কলঙ্ক নহলে হিন্দুধৰ্ম ৰক্ষা নহয়। অস্পৃশ্যতা বৰ্জনে হিন্দুধৰ্মৰ চাৰিবৰ্ণক সমানে সবল কৰিব।"

অস্পৃশ্যতা দোষে ব্ৰাহ্মণৰ গুণ নষ্ট কৰিছে। যি ব্ৰাহ্মণ আছিল ধৰ্মৰ ধুৰন্ধৰ সেই ব্ৰাহ্মণ-সমাজ আজি অস্পৃশ্যতা দোষত কলুষিত। মন্দিৰ হৈছে অস্পৃশ্যতা বৰ্জনৰ প্ৰথম সোপান। যি পবিত্ৰ ধৰ্মত ভগবানে অনেকবাৰ অৱতাৰ লৈ ধৰ্মৰ গ্লানি দূৰ কৰিছিল—সেই পবিত্ৰ ধৰ্ম বৰ্তমান যুগৰ পাপৰ স্তূপ, অস্পৃশ্যতা দোষত কলুষিত। লুপ্তপ্ৰায় হৈ থকা হিন্দুধৰ্ম উজ্জ্বল হৈ জগতক প্ৰকাশ কৰি দিলে। হিন্দুসকল মহা তেজস্বী হৈ লক্ষ লক্ষ সিদ্ধ মুনি-যোগীৰে ভৰপূৰ হ'লত ভাৰতবৰ্ষ এখন স্বৰ্গৰাজ্যত পৰিণত হ'ল। সকলোৱেই ব্ৰাহ্মণত্ব লাভ কৰিলে। কলিযুগ সত্যযুগত পৰিণত হ'ল।

এই স্বপ্নৰ কথা মই প্ৰথমে পূজ্যপাদ শ্ৰীলশ্ৰীযুক্ত গড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভুক কৈছিলোঁ আৰু মই মোৰ দেউতাই উছৰ্গা কৰি যোৱা গোসাঁইঘৰ হৰিজনসকলৰ বাবে মুকলি কৰি দিয়াৰ প্ৰস্তাৱ প্ৰভু ঈশ্বৰক জনাইছিলোঁ। মন্দিৰ প্ৰৱেশৰ অৰ্থ মই এইদৰে বুজোঁ: আমাৰ দেহটো হৈছে এটা মন্দিৰ। ইয়াতে জীৱ চৈতন্যৰূপে বাস কৰে। সেই জীৱ হৈছে ভগবানৰ অংশ। দেহটো জড়; জীৱ চৈতন্য। জড়দেহৰ লগত চৈতন্য জীৱ মায়াৰ বশ হৈ নিজে নিজৰ শ্ৰমতে বান্দৰৰ দৰে আপোনা-আপুনি বান্ধত পৰে। ঈশ্বৰৰ অংশ অবিনাশী জীৱ বিষয়-ভোগত লিপ্ত হৈ অন্ধকাৰ কূপত পৰি ভগবানক পাহৰি ভববন্ধনৰপৰা মুক্তি নোপোৱা হয়। যেতিয়ালৈকে অন্তৰত জ্ঞান নহ'ব তেতিয়ালৈকে এইবিলাক প্ৰাণীয়ে নিজৰ অন্তৰত থকা ঈশ্বৰক নেদেখে। অস্পৃশ্যতাৰূপী দোষত দোষী হৈ তথাকথিত অভিমানী উচ্চ হিন্দুসকলে ভ্ৰমজনিত অন্ধ-বিশ্বাসত লাগি থাকি পবিত্ৰ হিন্দু ধৰ্মত কলঙ্ক সানিছে মাত্ৰ। এই অস্পৃশ্যতা দোষৰ মূলত আছে এক অভিমান। এই অভিমান হৈছে—

"সংসৃত মূল সুখপ্ৰদ না না।
সকল শোকদায়ক অভিমানা ॥"

অৰ্থাৎ, এই অভিমান সকলো দুখৰ মূল, অনেক ব্যাধিৰ উৎপন্নকাৰক আৰু সকলো প্ৰকাৰ শোক উৎপন্নকাৰক। তথাকথিত উচ্চ হিন্দুসকলে এই জাত্যাভিমানৰ মিছা অভিমানত ওফন্দি ধৈৰ্য্যচ্যুত হৈ নিজৰ ধৰ্মৰ ওপৰতে আমি নিজ হাতেৰে কুঠাৰ মাৰিছোহঁক। মানুহে সজা মন্দিৰত হৰিজন বন্ধুসকলক প্ৰবেশ দিয়াতকৈ নিজৰ হৃদয়মন্দিৰত প্ৰৱেশ দিয়াটোহে আচল কথা। আমি যদি সাজি লোৱা নাম-ঘৰ, দৌল-দেৱালয়ৰ এখন দুৱাৰে তথাকথিত অস্পৃশ্য সম্প্ৰদায়ক প্ৰৱেশ দিলে ভগবান আন এখন দুৱাৰেদি ওলাই যায় বুলি ভাবোঁ, তেনেহ'লে সন্তসমাজৰ মহিমা থাকিল ক'ত? হৰিনামৰ মহিমা ক'ত ৰ'ল? ভগবান শ্ৰীৰামচন্দ্ৰজীয়ে কিয় গুহক চণ্ডালক আঁকোৱালি ধৰিছিল? ভগবানে অস্পৃশ্য জাতিৰ কবৰীক কিয় কৈৱল্য পৰমপদ দান কৰিছিল? এইদৰে যুক্তি কৰি লৈ মনটো দৃঢ় কৰি বৰ্ত্তমান সমাজৰ কুসংস্কাৰ, আবৰ্জনাপূৰ্ণ পন্থা ত্যাগ কৰি মোৰ হৃদয়-মন্দিৰত হৰিজনসকলক আঁকোৱালি ধৰি মনে মনে আমাৰ নিজৰ গোসাঁইঘৰ বা নামঘৰ মুকলি কৰাৰ সিদ্ধান্ত কৰি বহিলোঁ।

মৌনব্ৰত থকাৰ বাবে যোৰহাটত মহাত্মাজী চাৰিদিন থাকিবলগীয়া হৈছিল। আমি দিবলগীয়া ৩৭৫ টকাৰ বাবে মহাত্মাজীয়ে সদায় আমাক সোঁৱৰাই দিছিল। শ্ৰীযুত কুলধৰ চলিহাদেৱে আমাৰ কিছুমান কৰ্মী আৰু বাৰৰ উকীলকেইজনক মহাত্মাজীৰ লগত সাক্ষাৎ কৰোৱাই তেখেতসকলক

চিনাক্ত কৰিছিল এইদৰে —এইজন ক্ৰিমিনেল আইনৰ নামজাদা উকীল, এইজন মাৰোৱাৰীসকলৰ ওপৰত ক্ষমতা থকা লোক, এইজন কংগ্ৰেছৰ সেৱকে কেবাবাৰো ফাটেক খাটিছিল। মহাত্মাজীয়ে ক'লে, "মই বৰ সন্তোষ পাইছোঁ। ইমানবিলাক ধনী মানুহ থকাত মোৰ পাবলগীয়া টকা নিশ্চয় এওঁবিলাকে দিব প্যাৰিব।" কংগ্ৰেছৰ সেৱকে কেবাবাৰো ফাটেক খটাৰ কথা শুনি তেখেতে ক'লে, "Is jail being a certificate?"—জেললৈ যোৱাটো প্ৰশংসা-পত্ৰ নেকি? তাৰ পিচত আকৌ মহাত্মাজীয়ে মোক মতাই নি ক'লে, "আপোনাসকলৰ অভ্যৰ্থনা সমিতিৰ সভ্যসকলক মই লগ পাব খোজোঁ।" মই লৰালৰিকৈ গৈ অভ্যৰ্থনা সমিতিৰ যিকেইজন সভ্যক লগ পালোঁ তেওঁবিলাকক গোটাই মহাত্মাজীৰ লগত সাক্ষাৎ লাভ কৰাই দিলোঁ। মহাত্মাজীয়ে তেতিয়া সুধিলে, "মই পাবলগীয়া টকা দিয়াৰ বিষয়ে কোনে দায়িত্ব ল'ব?" তেতিয়া মই ক'লোঁ, "আমাৰ সভাপতি শ্ৰীযুত কুলধৰ চলিহাদেৱে বন্দোবস্ত কৰিব।" তেতিয়া মহাত্মাজীয়ে ক'লে, "Yes, the wearer of the crown must bear the brunt." অৰ্থাৎ যি ৰাজমুকুট পিন্ধে তেওঁ দায়িত্বৰ বোজা বহন কৰিব লাগিব। ইতিমধ্যে মই চিঠি লেখি কিছু টকা আদায় কৰি জমা দিবলৈ ধৰিলোঁ। শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰপৰা পঞ্চাশ টকা আদায় কৰি জমা দিলোঁ। গধূলি তিতাবৰৰ মৌলবী তফজ্জুল হাজৰিকা সপৰিবাৰে মহাত্মাজীক দেখা কৰিবলৈ আহিছিল। তেখেতসকলে ক'লে যে হৰিজন ফাণ্ডলৈ মহাত্মাজীক এশ টকা দিব। মই এই সুযোগতে আমি দিবলগীয়া টকাৰ কিছু দিবলৈ প্ৰতিশ্ৰুতি দিবলৈ কোৱাত মোক সেইবাবে পঁচিশ টকা ধাৰ দিলে। শ্ৰীযুত অমৃতলাল ঠক্কৰ বাপাক কোৱাত তেখেতে মহাত্মাজীৰ লগত সাক্ষাৎ লাভ কৰাই দিয়ে। মহাত্মাজীয়ে তেখেতসকলৰ লগত কথা-বাৰ্তা পাতি বিদায় দিলে। এইদৰে মহাত্মাজীয়ে আমাৰ ধাৰ আদায় কৰিবৰ কাৰণে মাজে মাজে সোঁৱৰাই দি আছিল। মহাত্মাজীৰ লগত এই চাৰিদিন আমাৰ পক্ষে বৰ আনন্দৰ কথা হৈছিল। গোটেই যোৰহাটৰ সকলোফালৰ নৰ-নাৰীয়ে মহাত্মাজীৰ দৰ্শন লাভ কৰিবলৈ সুবিধা পাইছিল। উত্তৰ লক্ষীমপুৰৰপৰাও বহুত মানুহ আহিছিল। চন্দ্ৰকান্ত হলৰ সমুখত এইকেইদিন লোকে লোকাৰণ্য হৈ পৰিছিল।

## ১৯৩৪ চন—এপ্ৰিল মাহ

১৯৩৪ চনৰ ১৮ এপ্ৰিল তাৰিখটো মোৰ কাৰণে এটা প্ৰাতঃস্মৰণীয় দিন, কাৰণ, সেইদিনা মোৰ দুখীয়াৰ পঁজাত মহাত্মা-

জীৰ পদধূলি পৰিছিল। ১৮ এপ্ৰিলৰ কাৰ্য-তালিকাত ভুক্ত আছিল—আমাৰ নামঘৰ মুকলি, হাতীবৰুৱাদেৱৰ স্মৃতিভৱনৰ প্ৰথম ইটা স্থাপন, সাৰ্বজনীন নামঘৰ মুকলি, মেটৰ পৰিদৰ্শন, হৰিজন স্কুল পৰিদৰ্শন, মাছৰ হাট আৰু বৰিগাওঁ নামঘৰত মহাত্মাজীৰ পদাৰ্পণ আদি। এই কাৰ্য-বিৱৰণী প্ৰকাশ কৰি বিলাই দিয়াত সনাতনীসকলে মোৰ নামঘৰ মুকলি কৰাত ক্ষোভ প্ৰকাশ কৰিছিল আৰু মোলৈ টানি চিঠি লেখিছিল। আমাৰ সৰ্বাইবন্ধা ঘৰলৈ পুৱা প্ৰায় আঠমান বজাত মহাত্মাজীয়ে পদাৰ্পণ কৰিয়েই প্ৰথমে আমাৰ গোসাঁইঘৰৰ দুৱাৰ মেলি প্ৰৱেশ কৰে। লগত শ্ৰীশ্ৰীযুক্ত গড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভু আৰু শ্ৰীযুত অমৃতলাল ঠক্কৰজীও গৈছিল। গোসাঁইঘৰত মাহ-প্ৰসাদৰ শৰাই এখন সজোৱা আছিল। মহাত্মাজীয়ে গোসাঁই ঘৰত সোমাই এজন হৰিজন লোকক ভিতৰলৈ মাতি নি মাহ-প্ৰসাদ খাবলৈ দিলে আৰু শৰাইত থকা বাকী মাহ-প্ৰসাদখিনি আনি বাহিৰত থকা লোকসকলক খাবলৈ দিলে। সকলো মানুহে মাহ-প্ৰসাদ শিৰত লৈ খোৱা আৰম্ভ কৰিলে। মোৰ পৰিবাৰে পিতলৰ শৰাই এখনত ৫৫ টকা ৰূপ আৰু এখন খদ্দৰৰ বৰকাপোৰ মহাত্মাজীক হৰিজন ফাণ্ডলৈ দানস্বৰূপে দিয়ে। মহাত্মাজীয়ে শৰাইখনেৰে সৈতে ল'ব খোজাত মোৰ পৰিবাৰে শৰাইখন দিবৰ মন নকৰি তাত থকা ৰূপ আৰু কাপোৰখন দিবলৈ ইচ্ছা কৰাত মহাত্মাজীয়ে মোক কয়, "She is not going to give"। মই তেতিয়া মোৰ পৰিবাৰক শৰাইখন দিবলৈ কোৱাত মহাত্মাজীয়ে গ্ৰহণ কৰে আৰু দুই-তিনিবাৰ সোধে শৰাইখন দিছে নে নাই বুলি।

আমাৰ পিতৃদেৱতাৰ এখন ৰূপৰ বটা আছিল। মই সেই বটাখন দি দিলোঁ। সেইখনো পিচত মোৰ পৰিবাৰৰ হতুৱাই দিয়ালোঁ। মহাত্মাজীয়ে আমাক সকলোকে আশীৰ্বাদ দি এই কাম সমাধা কৰে। মই এখন অভিনন্দন লেখি ছপা কৰি থৈছিলোঁ। কিন্তু মহাত্মাজীয়ে এই আচল কাম সমাধা কৰি আৰু মোৰ তাত বিশেষ কাম থকাৰ একো আৱশ্যক নেদেখি আমাৰ ঘৰৰপৰা ওলাই আহি আমাৰ ঘৰৰ পদূলিমুখত মটৰ গাড়ীত উঠিবলৈ অহাত মোৰো একো ক'বলৈ নহ'ল। তেখেতক মানপত্ৰ দিয়া নহ'ল। শ্ৰীমান শিৱই লৰালৰিকৈ মহাত্মাজীৰ ফটো এখন ল'লে। বাহিৰত বিচনা আদি পৰা আছিল। মহাত্মাজী তাত নবহিলে। মোৰ মনোবাঞ্ছা পূৰণ হ'ল। মহাত্মাজীক সকলোৱে দৰ্শন লাভ কৰিলে। আমাৰ নামঘৰ হৰিজনসকলৰ কাৰণে মুকলি হ'ল। আৰু লাগে কি? ইয়াৰ পিচত মাছৰ হাটৰ নামঘৰত মহাত্মাজীয়ে বক্তৃতা দিয়ে। নামঘৰত তেওঁবিলাকেও তেওঁবিলাকতকৈ তলত থকা লোকসকলক সোমাবলৈ দিব লাগে।

হৰি-কীৰ্তন ভাটৌ চৰায়েও কৰে, কিন্তু ভাটৌ চৰাইৰ দৰে হৰি-কীৰ্তন মানুহে নকৰে। সন্তসকলে য'ত নাম-কীৰ্তন কৰে, ভগবান তালৈ আহে।

সেই ঠাই পবিত্ৰ। জাত ভেদাভেদ ভাব ৰখাটো অনুচিত। অস্পৃশ্যতা দোষত হিন্দুধৰ্মৰ গ্লানি হৈছে। সেইবাবে তেখেতসকলে অস্পৃশ্যতা দোষৰপৰা উচ্চ হিন্দুসকলক টানি ধৰিব লাগে। এইদৰে বক্তৃতা আদি দি মেটৰ পট্টি পৰিদৰ্শন কৰি বৰিগাওঁ নামঘৰত সোমাই অস্পৃশ্যতা আদি বৰ্জনৰ বিষয়ে কৈ বৰিগাওঁ স্কুল পৰিদৰ্শন কৰি গড়মুৰ বালিকা স্কুল পৰিদৰ্শন কৰি আহি যোৰহাট টাউন ষ্টেশ্যনৰ ওচৰত সজা সাৰ্বজনীন নামঘৰ মুকলি কৰি হাতীবৰুৱা স্মৃতি ভৱনৰ প্ৰথম ইটা মহাত্মাজীয়ে স্থাপন কৰে। প্ৰায় দুইমান বজাত চন্দ্ৰকান্ত ভৱনৰ সমুখৰ মৈদানত মহাত্মাজীয়ে বক্তৃতা দিয়ে। আমাৰ ঘৰত পোৱা বস্তুবোৰ নীলাম কৰে। পিতলৰ শৰাইখন সাত টকাত বিক্ৰী হয়। ৰূপৰখন সাতচল্লিশ টকাত। খদ্দৰৰ বৰ কাপোৰখনৰ দাম তিনি টকাতকৈ বেছি নুঠাত মহাত্মাজীয়ে বৰ কাপোৰৰ 'কীমৎ' উচিত হোৱা নাই বুলি বিক্ৰী কৰিবলৈ নিদি থৈ দিবলৈ কয়। আমি দিবলগীয়া টকাৰ ভিতৰত শ্ৰীযুত গোলক চন্দ্ৰ বৰুৱা উকীলে পঞ্চাশ টকা টেলিগ্ৰাফিক মনিঅৰ্ডাৰ কৰি পঠিয়াব বুলি সভাৰ আগত কয়। মহাত্মাজীয়ে তেতিয়া মোক কয়, "Tell him to send money by ordinary money order" অৰ্থাৎ টেলিগ্ৰাফিক মনি অৰ্ডাৰ কৰি পঠিয়ালে খৰচ হয় বুলি মহাত্মাজীয়ে সাধাৰণ মনিঅৰ্ডাৰ কৰি টকা পঠিয়াবলৈ শ্ৰীযুত বৰুৱাক ক'বলৈ বুলি মোক কৈছিল।

সেই সভাতে হিন্দী ভাষাৰ প্ৰচলনৰ বাবে মহাত্মাজীয়ে এইদৰে বক্তৃতা দিছিল, "মেই দেখ্তা হুঁ কি অসমীয়া ভাষা ঔৰ হিন্দী ভাষা মে বহুত সমানতা হ্যায়। জিসতৰে হিন্দী ভাষামে অনেক সংস্কৃত শব্দ হ্যায়, উসিতৰে অসমীয়া ভাষামে বহুত সে সংস্কৃত শব্দ হ্যায়। ইসী কাৰণ অসমীয়া ভাষামে দিয়া গয়ে মানপত্ৰকো মেই সমঝ সেকা। মেই অসমীয়া ভাই বহনকো বতানা চাহতা হুঁ কি তামিল আদি ভাষাওকা পহিলেসে সংস্কৃতসে কুছ সমজ নহী হ্যায়। তোভি তামিল আদি ভাষা-ভাষী হিন্দী জানতে হ্যায় ঔৰ হিন্দীমে বাতচিৎ কৰতে হ্যায়। সেই অসমীয়া ভাষা কি দিন-প্ৰতিদিন বৃদ্ধি চাহতা হুঁ অউৰ সাথে সাথ অসমীয়া ভাই-বহনকো ৰাষ্ট্ৰভাষা হিন্দী শিখনেকো অনুৰোধ কৰতা হু। অসমীয়া ভাইওকা হিন্দী শিখনেকা কোই প্ৰেৰণা নহী হ্যায়। হিন্দী প্ৰচাৰকে সম্বন্ধে আপলোগ মেৰী বাত মানে অউৰ হিন্দী শিক্ষামে শীঘ্ৰহি পাৰঙ্গত হো জাইয়ে।"

অস্পৃশ্যতা দোষৰ সম্বন্ধে মহাত্মাজীয়ে এইদৰে কৈছিল, "এক ষ্টেশ্যনপৰ হিন্দু পানী, হিন্দু দুধ ঔৰ হিন্দু চপাতিকে সাথ সাথ মুছলমান পানী, মুছলমান দুধ ঔৰ মুছলমান চপাতিকে নাৰে শুন কৰ মুঝে বড়ীহি মৰ্মবেদনা হুই থী। হিন্দু ঔৰ মুছলমান দুধ-পানীকা মেৰী সমঝমে নহী আয়া। কিওকি জিন বস্তুওকো পৰমাত্মানে বনায়া হ্যায় উনসে এইসা

সাম্প্ৰদায়িক ভেদভাব কেইসে উৎপন্ন হো সকতা? জিনহে অস্পৃশ্যতা নিবাৰণপৰ বিশ্বাস হ্যায়, উনহে হিন্দু পানী ঔৰ মুছলমান সৰীখী অন্ধ-বিশ্বাসমূলক বাতোঁকা অপনে পাস নহী ফটকনে দেনা চাহিয়ে। জো লোগ হৰিজনোকে ছুয়ে হুয়ে পানীকো গ্ৰহণ কৰনেসে ইনকাৰ কৰতে হ্যায়, বে অপনেকো অস্পৃশ্যতাকে দোষসে মুক্ত নহী কহ সকতে। জিস সময় হম হৰিজন তথা অহৰিজন দুধ-পানীকা ভেদভাব ভুলা দেংগে উস সময় হিন্দু ঔৰ মুছলমান দুধ-পানীকা ভেদভাবভি মিট জায়েগা। আত্মাকে সত্যহীন বাতোকা গুলাম হোতেহী অস্পৃশ্যতা নিবাৰণ আন্দোলনকা মহত্ত্ব নষ্ট হো জায়েগা। জবতক হম একভি ব্যক্তিকো ধৰ্ম, জন্ম, বৰ্ণ অথবা অন্য কিসী কাৰণবশতঃ অস্পৃশ্য তথা অপনেসে হীন সমঝেংগে তবতক ইস দোষসে মুক্ত নহী হো সকতে।"

১৯৩৪ চনৰ ১৮ এপ্ৰিলৰ দিনা আবেলি প্ৰায় চাৰিমান বজাত মহাত্মাজী যোৰহাটৰপৰা শিৱসাগৰ অভিমুখে যাত্ৰা কৰে। যোৰহাট এৰি যাবৰ দুঘণ্টামানৰ আগেয়ে মহাত্মাজীয়ে মোক মাতি নি টকাৰ তাগাদা কৰে আৰু যাবৰ সময়ত সেই টকা তুলি দিবৰ কাৰণে ভাৰ দি গুচি যায়। মহাত্মাজী যোৰহাট এৰি যোৱাৰ লগে লগে লোকে লোকাৰণ্য হৈ থকা চন্দ্ৰকান্ত হল জনপ্ৰাণীশূন্য হৈ পৰিল। মাত্ৰ মই অকলশৰে সেই ঠাইত ৰখীয়া হৈ লোকৰপৰা অনা বস্তু-বাহানিবোৰৰ তত্ত্বাৱধান লৈ থাকিবলগীয়া হ'ল। শ্ৰীযুত চলিহা আদি বহুতো মহাত্মাজীৰ লগত শিৱসাগৰলৈ যাত্ৰা কৰিলে। যোৰহাট অঞ্চলৰ কাকজান, টীয়ক, হাঁহচৰা আদিত বহুলোকে মহাত্মাজীক দেখা কৰিবলৈ গোট খাই আছিল। আগতীয়াকৈ কোনো ভ্ৰমণ সূচী নথকাত সেই ঠাইবোৰত মটৰ ৰখোৱা নহ'ল। এই কথা লৈ বহুত বাদ-বিবাদ, কৈফিয়ৎ আদি দিবলগীয়া হৈছিল। যোৰহাটৰ পিচত আছিল গৌৰীসাগৰত মহাত্মাজীৰ ভ্ৰমণ সূচী, তাৰপৰা শিৱসাগৰ। মহাত্মাজীৰ ভ্ৰমণ-সূচীৰ এক মিনিটো নষ্ট কৰিবৰ সাধ্য নাই। গোটেই ভাৰত ভ্ৰমণৰ ভ্ৰমণ-সূচী মিলাই কামৰ সুবিধা কৰি লোৱা হয়। গতিকে যোৰহাটৰ সৌভাগ্য যে আমি হেঁপাহ পলুৱাই মহাত্মাজীক' চাৰিদিনৰ কাৰণে দৰ্শন লাভ কৰিবলৈ সুবিধা পাইছিলোঁ। বাটে বাটে ৰৈ মানুহক দৰ্শন দিয়াৰ সুবিধা মহাত্মাজীৰ পক্ষে সম্ভৱ নহয়। মহাত্মাজীক বিশ্ৰাম লাগে। মহাত্মাজীয়ে মটৰত যাওঁতেই শুই লয় যাতে এই সময়খিনিৰাও মহাত্মাজীয়ে বিশ্ৰাম লৈ আগৰ ভ্ৰমণ-সূচীৰ বাবে পুনৰ জিৰণি নোলোৱাকৈ কাম আৰম্ভ কৰিব পাৰে।

## সুমথিৰা টেঙাৰ অভাবমোচন

মহাত্মাজীক দৈনিক বাৰটা সুমথিৰা টেঙাৰ ৰস লাগে। আমাৰ ভঁৰালত যিমান সুমথিৰা টেঙা আছে সেয়ে মাত্ৰ মহাত্মাজীৰ জোখৰহে হ'ব।

গতিকে মই সুমথিৰা টেঙাৰ দায়িত্বত থকা শ্ৰীযুত ৰামেশ্বৰ ভট্টাচাৰ্যক লিখিত নিৰ্দেশ দি আছিলোঁ। যেন এই সুমথিৰা টেঙা আন কাকো নিদিয়ে। মহাত্মাজীৰ লগত অহা আন কোনো এজনে মহাত্মাৰ দৰেই সুমথিৰাৰ ৰস খায়—এইটো মই জনা নাছিলোঁ। পিচত তেখেতে টেঙা নাপাই বোধকৰোঁ মহাত্মাজীক ক'লে নাইবা মহাত্মাজীয়ে কেনেবাকৈ জানিলে। মহাত্মাজীয়ে মোলৈ এখন কাকতত লেখি পঠিয়ালে এই বুলি, "Give him my share."—অৰ্থাৎ মোৰ ভাগটো তেখেতক দিয়ক। মই বাধ্য হ'লোঁ। সুমথিৰা টেঙা দি দিলোঁ। আকৌ শ্ৰীযুত সৰ্বেশ্বৰ বৰচেতিয়াক ৰূপ এটকা দি বজাৰলৈ পঠিয়ালোঁ সুমথিৰা টেঙাৰ খবৰ কৰিবলৈ। ভাগ্যৰ বলত সেইদিনা বজাৰত সুমথিৰা টেঙা পোৱা গ'ল। এটকা ৰূপত বাৰটা টেঙা অনা হ'ল। মহাত্মাজীক কোৱাত মহাত্মাজীয়ে বৰকৈ হাঁহিলে। অৱশ্যে টেঙা কিনি অনাৰ কথা মহাত্মাজীক কোৱা নাছিলোঁ আৰু এই টকাটো হৰিজন ফাণ্ডৰপৰা খৰচ কৰা নাছিলোঁ। যোৰহাট এৰি যাবৰ সময়ত আমি মহাত্মাজীক এশ পসত্তৰ টকা দিবলগীয়া ধাৰ থাকি গ'ল। মহাত্মাজীয়ে ক'লে, "এই টকা মই ডিব্ৰুগড়ৰপৰা ঘূৰি অহাৰ পূৰ্বে আদায় কৰিব লাগিব।" শিৱসাগৰৰ সভাত মহাত্মাজীয়ে শ্ৰীযুতা চলিহানীক কৈছিল, "Your husband owed me one hundred and seventyfive rupees. If he does not pay me the money, I will take away your gold bangles."—অৰ্থাৎ আপোনাৰ পতিদেৱে মোক এশ পসত্তৰ টকা দিবলগীয়া আছে। সেই টকা যদি আদায় নকৰে মই আপোনাৰ হাতৰ সোণৰ বালাযোৰ লৈ যাম।

চন্দ্ৰকান্ত হলত ৰাজহুৱা সভা হোৱাৰ পিচত মহিলাসকলৰ আগত মহাত্মাজীয়ে বক্তৃতা দিছিল আৰু তেখেতসকলৰপৰা টকা আৰু অলঙ্কাৰ আদি হৰিজন সেৱকসকলৰ বাবে দান গ্ৰহণ কৰিছিল। বাৰ লাইব্ৰেৰীয়ে অভিনন্দনৰ লগত এশ টকা দান দিছিল। অসম ৰায়ত সভাই অভিনন্দন দিছিল যৎসামান্য টকা দি। বাণী সঙ্ঘ আদি কেইবাটাও অনুষ্ঠানে মহাত্মাজীক অভিনন্দন-পত্ৰ দিছিল। মুঠতে যোৰহাটৰ হৰিজন সঙ্ঘৰ বাবে বাইশ-তেইশ শ টকা উঠিছিল।

আমাৰ ঘৰৰ নামঘৰ মুকলি কৰাটো অসমত এটা অভূতপূৰ্ব ঘটনা (Unique in Assam) বুলি 'হৰিজন'ত প্ৰকাশ হৈছিল। যোৰহাটত মহাত্মাজী থাকোঁতে মই অসমত খাদী সঙ্ঘৰ অনুষ্ঠান এটা পুনৰ খুলিবৰ কাৰণে অনুৰোধ কৰাত মহাত্মাজীয়ে মোক সেই সম্পৰ্কে চিঠি লেখি সোঁৱৰাই দিবলৈ কৈ যায়। ইতিমধ্যে মই মহাত্মাজীয়ে ভাৰ দি যোৱা মতে আমাৰ ধাৰ পৰিশোধ কৰিবৰ কাৰণে টকা সংগ্ৰহ কৰোঁ। মহাত্মাজীয়ে মোলৈ তিনিচুকীয়াৰপৰা মৰিয়নী ষ্টেশ্যনত টকা আদায় কৰিবলৈ টেলিগ্ৰাম কৰে। মই সেই টেলিগ্ৰাম পাই এশ পসত্তৰ টকাৰ ভিতৰত এশ পচিশ টকা

সংগ্ৰহ কৰি মৰিয়নিত মহাত্মাজীক দেখা কৰিবলৈ যাওঁ। চন্দ্ৰকান্ত হলন্ত এখন গামোচা ভুলতে এৰি থৈ গৈছিল আৰু আমাৰ ঘৰলৈ যাওঁতে মহাত্মাজীক এটা অসমীয়া যঁতৰ দান [কৰিছিল। কোনো এজন গাৱঁলীয়া মানুহে মহাত্মাজীক দিবলৈ এটকা ৰূপ লৈ আহিছিল। মহাত্মাজীক দিব নোৱাৰি সেই ৰূপ টকা মোক দিলে। মই মৰিয়নীত যেতিয়া দেখিলোঁ মহাত্মাজী শুই আছে তেতিয়া মই ফৰকাটিং পৰ্যন্ত ৰেলৰ টিকট কিনিলোঁ। মোৰ লগত শ্ৰীমান সৰ্বেশ্বৰ গৈছিল। তিতাবৰমান পাওঁতেই মহাত্মাজী শুই উঠি দাঁত ঘঁহিছে। তাৰ অলপ পৰৰ পিচত প্ৰাৰ্থনা আৰম্ভ কৰিছিল। প্ৰাৰ্থনা শেষ হোৱাৰ পিচত মই মহাত্মাজীৰ ওচৰলৈ গ'লোঁ। মোক দেখা মাত্ৰেই মহাত্মাজীয়ে ক'লে, "সমুচা ৰূপয়া লে আয়া হো।" মই ক'লোঁ, "এশ পচিশ টকাহে আনিছোঁ। বাকী পঞ্চাশ টকা শ্ৰীযুত গোলক চন্দ্ৰ বৰুৱা উকীলে মনি অৰ্ডাৰ কৰি পঠিয়াব। মহাত্মাজীৰ কথাটো মনত আছিল। মোক ক'লে, "অৰ্ডিনাৰী মনিঅৰ্ডাৰ কৰি পঠিয়ায় যেন।" মোক সুধিলে, "আপোনাৰ প্ৰেছিডেণ্টে কিমান টকা দিলে?" মই ক'লোঁ, "এই টকাৰ ভিতৰত তেওঁ কোনো টকা দিয়া নাই।" মহাত্মাজীৰ খোৱা খৰচ বাবদ পসত্তৰ টকা আগতে আদায় কৰিলে। মই আমাৰ ঘৰৰ যঁতৰটোৰ বাবদ দুটকা আৰু গাৱঁলীয়া মানুহজনে দিয়া এটকা আদায় কৰিলোঁ। তাৰ পিচত গামোচাখনৰ কথা ক'লোঁ আৰু সুধিলোঁ, "এইখন মই কিনিব খোজোঁ। দাম কিমান হব?" মহাত্মাজীয়ে ক'লে, "Tell your own price." মই এটকা বুলি কোৱাত সেই টকা ৰূপ হাঁহি পেলাই গ্ৰহণ কৰিলে। তেতিয়া মই মহাত্মাজীক পুনৰ অসমত খদ্দৰৰ শাখা খুলিবৰ কথা সোঁৱৰাই দিলোঁ। মহাত্মাজীয়ে ক'লে, "মই মনত ৰাখিছোঁ। তথাপি আপুনি মোলৈ লেখিব।" মহাত্মাজীক মই হিন্দী জনা পণ্ডিত কেইজনমান অসমলৈ পঠিয়াবলৈ অনুৰোধ জনালোঁ। এইদৰে মহাত্মাজীৰ লগত ফৰকাটিং ষ্টেশ্যন পালোগৈ। তাতে গোলাঘাটৰ টকা আদায় কৰিবলৈ শ্ৰীযুত ৰাজেন্দ্ৰনাথ বৰুৱা আদি সহকৰ্মীসকলক লগ পালোঁ। তেখেতসকলে দিবলগীয়া বাকী টকা আদায় কৰিলে। আমি মহাত্মাজীক প্ৰণাম জনাই উভতি আহিলোঁ। দুখৰ বিষয়, শ্ৰীযুত গোলক চন্দ্ৰ বৰুৱাদেৱে দিব বোলা টকাটো আদায় নকৰিলে। মহাত্মাজী যাবৰ সময়ত কেষ্টৰ অয়েলৰ এক আউন্সৰ বটলটো খৰচ নোহোৱা বাবে মোক ফিৰৎ দি যায়।

মহাত্মাজীৰ এই হৰিজন সেৱক সঙ্ঘৰ তৰফে কৰা ভ্ৰমণে ভাৰতবৰ্ষৰপৰা হিন্দুধৰ্মৰ কলঙ্কস্বৰূপ অস্পৃশ্যতা সূৰ্যৰ আগত অন্ধকাৰ দূৰ হোৱাদি দূৰ হ'ল। সকলোৰে জ্ঞান-চকু উদয় হ'ল। দেশাচাৰৰ নামত বা মোহবশতঃ সকলোৱে সমানে 'একেসময়তে এই সাতপুৰুষীয়া ব্যাধিৰপৰা মুক্ত

নহ'বও পাৰে ; কিন্তু হিন্দুধৰ্ম অস্পৃশ্যতাৰূপী কলঙ্কৰপৰা মুক্ত হ'ল। অস্পৃশ্যতা দোষ এটা মানস-ৰোগত পৰিণত হৈছিল। এই বেমাৰেই হিন্দুধৰ্মৰ ধ্বংস সাধন কৰিছিল, তথাপি অসংখ্য লোকে এই অধৰ্মকে ধৰ্ম বুলি আঁকোৱালি ধৰি নিজৰ সৰ্বস্ব হেৰুৱাইছিল।

মহাত্মাজীয়ে তথাকথিত অস্পৃশ্য সম্প্ৰদায়সকলক নাম-ঘৰ, দৌল দেৱালয় আদিত প্ৰৱেশাধিকাৰ দিয়াৰ প্ৰকৃত অৰ্থ হৈছে সেই তথাকথিত অস্পৃশ্য সম্প্ৰদায়ৰ অসংখ্য জন-সমুদ্ৰক তথাকথিত উচ্চ হিন্দুসকলৰ হৃদয় হিন্দু-মন্দিৰত স্থান দি উভয় সম্প্ৰদায়ক এক পৰিয়ালভুক্ত কৰি এক মাতৃৰ সন্তান হিচাপে সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ক্ষেত্ৰত সমানাধিকাৰ দি ভাৰতবৰ্ষৰ হেজাৰ-বিজাৰ জাতি-উপজাতিৰ সৰ্বাঙ্গীন উন্নতি সাধন কৰি মানৱৰ মানৱত্ব বিকাশ কৰাৰ সুযোগ প্ৰদান কৰা।

## সনাতনীসকলৰ কাৰ্যাৰম্ভ

মহাত্মাজীয়ে আমাৰ নামঘৰ মুকলি কৰি দিয়াৰ পিচত কৈৱৰ্ত, বণিয়া আদি সম্প্ৰদায়সকলৰ সমাজত নামঘৰ প্ৰৱেশাধিকাৰ লৈ তুমুল আন্দোলন চলিবলৈ ধৰিছিল। তেখেতসকলৰ মন এই বন্ধ দুৱাৰখনলৈ আকৰ্ষিত হৈছিল আৰু সনাতনী হিন্দুসকলৰ প্ৰতি তীব্ৰ মন্তব্য প্ৰকাশ কৰিছিল। কত শতাব্দী যে তেখেতসকলে এই ন্যায্য দাবীৰপৰা বঞ্চিত হৈ আছিল ক'ব নোৱাৰি। কিন্তু এতিয়া এই কথা জনা হ'ল যে মন্দিৰ, দৌল-দেৱালয় আদিৰ দুৱাৰ তেওঁবিলাকৰ বাবে বন্ধ থকাটো উচ্চ হিন্দুসকলৰ ষড়যন্ত্ৰ মাত্ৰ। নেঘেৰিটিঙৰ মন্দিৰত প্ৰৱেশাধিকাৰ লৈ সেই অঞ্চলৰ কৈৱৰ্ত বণিয়া আদি সম্প্ৰদায়ে আন্দোলন আৰম্ভ কৰিছিল। সেইদৰে আমাৰ দেশত প্ৰতিষ্ঠিত পুৰণিকলীয়া সত্ৰবিলাকৰ নামঘৰত তথাকথিত অস্পৃশ্য সম্প্ৰদায়সকলে প্ৰৱেশ পাবলৈ প্ৰচাৰ-কাৰ্য আৰম্ভ হয়। এফালে গাৱেঁ-ভূঞে সকলো সম্প্ৰদায়ৰ নামঘৰত সকলো হিন্দুৱে একেলগে বহি নাম-কীৰ্তন কৰিবলৈ আন্দোলন আৰম্ভ হ'ল আৰু আনফালে সনাতনীসকলে প্ৰচাৰ কৰি দিলে যে গান্ধীজীয়ে সকলোৰে কাৰণে নামঘৰ এটা কৰিব খুজিছে, জাতি-ভেদ উঠাই দিব খুজিছে। গতিকে সকলো একাকাৰ হ'ব লাগিব। মোৰ গোসাঁইঘৰ মুকলি কৰা দেখি তেখেতসকল আৰু অধৈৰ্য হ'ল। ৰাজহুৱা নামঘৰবোৰত সকলোকেতো অবাধ প্ৰৱেশ দিবই লাগিব। তাৰ উপৰি নিজৰ নিজৰ ঘৰৰ সুকীয়া গোসাঁইঘৰ, নামঘৰো এতিয়া অস্পৃশ্য সম্প্ৰদায়ৰ লোকসকলক লৈ একেলগে বহি পিতৃ-মাতৃৰ শ্ৰাদ্ধ কৰা, পূজা কৰা সকলো গত লাগিব। মহাত্মাজীৰ আমৰণ অনশনৰ সময়ত যিসকল উচ্চ হিন্দুৱে

তথাকথিত অস্পৃশ্য সম্প্ৰদায়সকলক আমাৰ নামঘৰত প্ৰৱেশ দিবলৈ মত দিছিল আৰু কৈছিল, আমাৰ ল'ৰাকালত সকলো সম্প্ৰদায়ৰ লোকে নামঘৰত সোমাই নাম-কীৰ্তন কৰিয়েই আছিল। এইটো একো নতুন কথা নহয়। ভাওনা হ'লেতো হিন্দুৰ নামঘৰত হিন্দু সম্প্ৰদায়ৰ সকলোৰে অবাধ গতি আছেই, মুছলমানসকলেও নামঘৰত সোমাই ভাওনা চায়। নামঘৰবোৰ প্ৰায়ে আমাৰ বেৰ আদি নথকা আৰু ভাল বেৰ-দুৱাৰ দিয়া নামঘৰ ক'ৰবাত দুই-এটাহে আছে। দিনত, ৰাতি নামঘৰবোৰত কুকুৰ-শিয়াল আদিও সোমায়। গৰু-ম'হেও নামঘৰত জিৰণি লয়। কোনো কোনো নামঘৰত গৰু-ম'হ মৰি থকাও দেখা গৈছিল। এইবোৰ হোৱা সত্ত্বেও নামঘৰবোৰ গোবৰ, ৰঙামাটিৰে মচি শুদ্ধি কৰি নামঘৰত নাম-কীৰ্তন সদায় হ'ব লাগিছে। এনে যুক্তি তথাকথিত উচ্চ হিন্দু, এতিয়া যিসকলে সনাতনী বুলি ক'বলৈ আগবাঢ়িছে, সেইসকলেই কৈছিল। "পৰ উপদেশ কুশল বহুতেৰে, জে আচৰহি তে নৰ ন ঘনেৰে ॥"—অৰ্থাৎ লোকক উপদেশ দিওঁতা লোক বহুত আছে; কিন্তু উপদেশ মানি কাম কৰা লোকৰ সংখ্যা বেছি নাই।

## আমাৰ গোসাঁইঘৰত সাৰ্বজনীন নাম-কীৰ্তন

মহাত্মাজী যোৰহাটত থাকোঁতে হৰিজন, উচ্চ হিন্দু আদি লগ লগাই নাম-কীৰ্তন কৰি মাহ-প্ৰসাদ খাবৰ কাৰণে কেইজনমান লোকে আয়োজন কৰিছিল; কিন্তু সময়ৰ অভাবত সেই কাম স্থকলমে কৰিব নোৱাৰিলে। পিচত এদিন সেইসকলে আহি মোক ক'লে, "আপোনাৰ নামঘৰ মহাত্মাজীয়ে সকলো অস্পৃশ্য সম্প্ৰদায়ৰ কাৰণে মুকলি কৰি গৈছে, এতেকে আপুনি এই নামঘৰত সকলো অস্পৃশ্য সম্প্ৰদায় লগ লগাই এটা নাম-কীৰ্তনৰ দিহা কৰিব লাগে। মাহ-প্ৰসাদৰ আয়োজন আমি কৰিম। আমি এই কামৰ বাবে কিছু টকা তুলিয়েই থৈছোঁ।" মোৰ আপত্তিতো থাকিবই নোৱাৰে। তাৰে ভিতৰত কেইজনমানে ক'লে, "আপুনি মেতৰ-মুছিকো সোমাবলৈ দিব লাগিব।" মই ক'লোঁ, "দিবই লাগিব। কিন্তু নামঘৰলৈ অহা লোকসকল পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ শুদ্ধ হৈ আহিব লাগিব। পবিত্ৰ ভাব লৈ যদি নামঘৰলৈ অহা নহয় তেন্তে সেইটো নামঘৰৰ মৰ্যাদা নষ্ট কৰা হয়।" সাধু-বৈষ্ণৱৰ ভিতৰত নাম-কীৰ্তনৰ মহিমা জনা আছে। সাধু হৈছে এটা জাত, অসাধু হৈছে আন এটা জাত। ভগবানৰ নাম-কীৰ্তন কৰি মাহ-প্ৰসাদ খোৱাত আপত্তি একো নাই। মইতো মোৰ নামঘৰ মুকলি কৰিলোঁৱেই। নাম-কীৰ্তনৰ আয়োজন হ'ল। মোৰ সহকৰ্মী শ্ৰীযুত পদ্মেশ্বৰ গোস্বামী, শ্ৰীযুত দেবেন চক্ৰবৰ্তী, শ্ৰীযুত গদাধৰ বৰকটকী-

দেৱ, শ্ৰীমান সৰেশ্বৰ বৰদলৈ আদিয়ে নাম-কীৰ্তনৰ আয়োজন কৰিলে। মাছৰ হাট আৰু কছাৰীপৰীয়া ৰাইজৰ মাজত কোনো কোনোক নিমন্ত্ৰণ দিয়ালোঁ আৰু মেতৰ-মুছি দুই-চাৰিজনকো নিমন্ত্ৰণ দিয়া হ'ল। নাম-কীৰ্তন বৰ আনন্দেৰে আৰু উৎসাহেৰে হৈ গ'ল। শ্ৰীযুত কুলধৰ চলিহা, শ্ৰীযুত দেৱেশ্বৰ চলিহা আদি গণ্যমান্য বহুত লোক গোট খাইছিল। মেতৰ পট্টিৰ দুই-চাৰিজনে পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ যোগদান কৰিছিল। নাম-কীৰ্তন শেষ হ'লত মাহ-প্ৰসাদ খাবৰ সময়ত কৈৱৰ্ত-বণিয়া সম্প্ৰদায়ৰ আগৰণুৱাকেইজন ওলাই আহিল। মাহ-প্ৰসাদ গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰিলে। বাকী সকলোৱেই মাহ-প্ৰসাদ গ্ৰহণ কৰিলে। মই অন্তৰত প্ৰকৃত আনন্দ অনুভৱ কৰিছিলোঁ। একে ঠাইতে একে মন্দিৰতে বহি ভগবানক উপাসনা কৰি মাহ-প্ৰসাদ গ্ৰহণ কৰাত এক অপূৰ্ব মিলনৰ ভাব আছে। সেই নাম-কীৰ্তনত কৈৱৰ্ত সম্প্ৰদায়ৰ এজনে অতি সুন্দৰ নাম দিছিল। এই নাম-কীৰ্তনৰ পিচত সনাতনীসকলৰ জোৰ আন্দোলন আৰম্ভ হ'ল। ময়ে হ'লো গুৰি।

সনাতনী বন্ধুসকলে অস্পৃশ্য সম্প্ৰদায়ৰ লোকসকলৰ বাহিৰা অশুচি আৱৰণটোলৈ মন কৰি সদায় সকলো ক্ষেত্ৰতে তেওঁবিলাকক অশুচি বুলি সকলো ঠাই আৰু সমাজৰ মাজত ভাল আসন দিবলৈ অপাৰগ। মেতৰ, চমাৰ, মুছি আদি জাতিবিলাক তেখেতসকলৰ আগত সদায় হেয় আৰু ঘৃণনীয়। তেওঁবিলাকক আমাৰ নামঘৰ, গোসাঁইঘৰত প্ৰৱেশাধিকাৰ দিয়া মানে আমাৰ নামঘৰ, গোঁসাইঘৰ অপবিত্ৰ কৰা আৰু আমাৰ সনাতনী ধৰ্মৰ লোপ সাধন কৰা। তেখেতসকলে অস্পৃশ্যতাক দোষ বুলি নধৰে আৰু ইয়াক ধৰ্মৰ প্ৰধান আৱশ্যকীয় অৱলম্বন বুলি ভাবে। আমাৰ ঘৰত হৈ যোৱা নাম-কীৰ্তন তেখেতসকলৰ কাৰণে বিসদৃশ হৈ পৰিল। আনফালে আমাৰ কৈৱৰ্ত আৰু বণিয়া সমাজৰ আগৰণুৱাসকলেও এই সাৰ্বজনীন নাম-কীৰ্তন হোৱাটো সুবিধাজনক যেন নেদেখিলে। সনাতনীয়া আৰু হৰিজনীয়া ভাব তথাকথিত উচ্চ হিন্দুৰ মাজত যেনেকৈ আছে সেইদৰে সেই ভাব তথাকথিত হৰিজন সম্প্ৰদায়ৰ মাজতো আছে। তথাকথিত হৰিজন সম্প্ৰদায়ৰ লোকসকলক উচ্চ হিন্দুৰ নামঘৰ আৰু দৌল-দেৱালয়ত প্ৰৱেশাধিকাৰ লাগে; কিন্তু তেওঁবিলাকে তেওঁবিলাকতকৈ হীন আৰু তলত পৰি থকা জাতি-বিলাকক ওপৰলৈ আনিব নোখোজে। এতিয়া দেখা গ'ল—অস্পৃশ্যতা বৰ্জন কৰিবলৈ তথাকথিত উচ্চ হিন্দু আৰু তথাকথিত অস্পৃশ্য সম্প্ৰদায়ৰ ভিতৰৰ এদলেই বিৰোধী। এদলৰ নাম হ'ল—সনাতনীয়া, আনদল কাজেই হ'ল হৰিজনীয়া। আমাৰ নামঘৰত নাম-কীৰ্তন হোৱাৰ পিচদিনা মই কাছাৰীলৈ যাওঁতে মাছৰ হাটত মোক সেই গাৱঁৰ লোকসকলে বাটত আগ ভেটি প্ৰশ্ন কৰিছিল, "কালি ৰাতি আপোনাৰ নামঘৰত মেতৰৰ লগত বহুৱাই আমাক

কিয় আপুনি লেটি-পেটি কৰিলে ?” মই অবাক হ'লো। দুই-এজনে বৰ গৰম গৰম কথা কৈছিল। মই উত্তৰ দিলোঁ, "অস্পৃশ্যতা বৰ্জন কৰিবলৈ হ'লে আমি একেবাৰেই নিচেই তলত থকা জাতিবিলাককো মানুহ বুলি জ্ঞান কৰিব লাগিব। ব্ৰাহ্মণ আদি উচ্চ হিন্দুৰ মাজত যেনেকৈ আপোনা-সকল অস্পৃশ্য, সেইদৰে মেতৰ, মুচি, চিমাৰ আদিৰ আগত আপোনাসকল ব্ৰাহ্মণ আদি উচ্চ হিন্দুৰ দৰে। অস্পৃশ্যতা বৰ্জন আধা-আধিকৈ কৰিলে ন'হব। যদি আপোনাসকলে মেতৰ-মুচিক অস্পৃশ্য বুলি ভাবে আৰু সেই কাৰণে আপোনাসকলে তেওঁবিলাকক নামঘৰত সোমাবলৈ নিদিয়ে, তেনেহলে ব্ৰাহ্মণ আদি উচ্চ হিন্দুসকলে আপোনাসকলক অস্পৃশ্য বুলি ভাবি নামঘৰত সোমাবলৈ নিদিয়াত আপোনাসকলে কেনেকৈ আপত্তি কৰিব ?” এইদৰে কোৱাত সেইসকলৰ মাজত দুই-এজনে মোৰ প্ৰতি স্নেহ থকাৰ বশতঃ বাটত এইবোৰ কথা পতাৰ আৱশ্যক নাই বুলি কৈ কথাৰ শেষ কৰিলে। ময়ো কোনোমতে ৰক্ষা পালোঁ। অৱশ্যে এই কথাৰ বাবে সেইদিনা গধুলি মাছৰ হাটৰ ডেকা কেইজনমানে মোৰ ঘৰলৈ গৈ মোৰ আগত পুৱা হোৱা ঘটনাৰ বাবে ক্ষমা প্ৰাৰ্থনা খোজে। মই ঘৰত তেওঁবিলাকক অস্পৃশ্যতা বৰ্জনৰ বিৰুদ্ধে মোৰ শক্তি অনুসাৰে বুজাই দিওঁ: নামঘৰত প্ৰৱেশ বিচৰাসকলে নিজৰ নামঘৰত তেখেতসকলতকৈও নীহ আৰু তলত পৰি থকাসকলকো প্ৰৱেশাধিকাৰ দিবলৈ সাজু হ'ব লাগিব। হৰিজন সম্প্ৰদায়ৰ ভিতৰত কিছুমানৰ কাৰণে অস্পৃশ্যতা বৰ্জন হ'ব আৰু কিছুমানৰ কৰেণে ন'হব— এনে কথা নাই। ভাৰতৰ হিন্দুৰ মাজত থকা প্ৰায় ছয় কোটিৰ ওপৰ লোক অস্পৃশ্য বুলি জনা আছে। এই সমুদায় ছয় কোটি প্ৰজাক আমি অস্পৃশ্যতা দোষৰপৰা মুক্ত কৰিব লাগিব। কাজেই আপোনাসকলে মোৰ নাম-ঘৰত মেতৰ আদি অস্পৃশ্য সম্প্ৰদায়ৰ লোকক লগত লৈ নাম-কীৰ্ত্তন কৰি মাহ-প্ৰসাদ খোৱাত আপত্তি কৰা মানে কি বুজায় ? আপোনাসকলে সনাতন-সকলৰ লগত ভুক্ত হৈ অস্পৃশ্যতা বৰ্জনৰ বিৰোধিতা কৰি নিজৰ ভৰিত নিজেই কুঠাৰ মাৰিছে।” ডেকাসকলৰ মাজৰ কেইজনমানে এইটো ভালকৈ উপলব্ধি কৰিলে।

বাহিৰৰ মলি গা-ধুলে যায়, কিন্তু অন্তৰৰ অপবিত্ৰতা হৰিনামৰ দ্বাৰা গুচাব লাগিব। আমি প্ৰত্যেকেই এসময়ত নহয় এসময়ত অশুচি হওঁ। সেই অশুচি গাৰে আমি নামঘৰ আদিত নোসোমাওঁ। গা-ধুই ভাল কাপোৰ পিন্ধি শুচি হওঁ। সেইদৰে ভাবিলে আমি সকলোৱেই অস্পৃশ্য আৰু সকলোৱেই স্পৃশ্য। মেতৰ, চমাৰ, মুচি, আদিয়েও গা ধুই কাপোৰ-কানি সলাই কিয় শুচি নহ'ব ? অন্তৰ শুচি কৰিবলৈ ভগবানক ভজন কৰিবলৈ সুবিধা যদি আমালোকে নিদিও তেতিয়া তেওঁবিলাকে আন ধৰ্ম গ্ৰহণ কৰিবলৈ বাধ্য হ'ব। খৃষ্টিয়ান ধৰ্ম লৈ স্মিথ, জোছেফ আদি হৈ আহিলে আমি আহক

আহক বুলি সেই অস্পৃশ্য লোকক উচ্চ আসনত বহুৱাই সম্মান কৰোঁ-হঁক। বাহিৰৰ শুচিতা আৰু অন্তৰৰ শুচিতাৰ ভিতৰত স্বৰ্গ-মৰ্ত্য প্ৰভেদ। বাহিৰ শুচি, অন্তৰ ছল-কপট, ঠগ-প্ৰৱঞ্চনাৰূপী কালনেমী, ৰাৱণ, ৰাহু আদি হৈছে ভণ্ড-তপস্বী; বাহিৰ অশুচি অন্তৰ শুচি হৈছে হনুমান-জাম্বুবানৰ দৰে মহাভক্ত সিদ্ধ যোগীপুৰুষ। অস্পৃশ্যতা দোষত দোষী বুলি সাব্যস্ত কৰি থোৱা লোকৰ মাজত কত হনুমান, জাম্বুবান আছে কোনে ক'ব পাৰে? আৰু যিসকলক পবিত্ৰ আৰু উচ্চ হিন্দু বুলি প্ৰখ্যাত তেওঁবিলাকৰ ভিতৰত কিমান কালনেমী ৰাৱণ, ৰাহু ওলাব, কোনে জানে?

সনাতনী বন্ধুসকলে মোক সমাজচ্যুত কৰিবলৈ আয়োজন কৰিলে। ক্ৰমে ক্ৰমে মোৰ বিয়া, সভা, পূজা আদিলৈ নিমন্ত্ৰণ বন্ধ কৰিবলৈ তেখেত-সকলে যত্ন কৰিলে আৰু মোক যি উৎসৱলৈ নিমন্ত্ৰণ জনায় সেই উৎসৱলৈ সনাতনী বন্ধুসকল নোযোৱা হ'ল। বালিগাওঁ, তৰাজান, মেলেং আদি অঞ্চলৰ যিসকল কৰ্মীয়ে মোৰ নামঘৰত হোৱা নাম-কীৰ্তনত যোগদান কৰিছিল তেওঁবিলাককো সমাজে এৰিবলৈ যত্নৰ ক্ৰটী কৰা নাছিল। শৰাধ, বিয়া, নাম-কীৰ্তন আদি সকলো উৎসৱতে সনাতনী বন্ধুসকলে আমাক সমা-জৰ বাহিৰ কৰি দিবলৈ এখন বৰ ডাঙৰ জাল পাতিবলৈ ফন্দী কৰাৰ ফলত তেওঁবিলাকৰ প্ৰচাৰ-কাৰ্যৰ মুখিয়াল কেইজনমান ক্ৰমে ক্ৰমে সমাজৰ মাজত হেয়জ্ঞান হ'বলৈ ধৰিলে। এই দলৰ মাজত আছিল মুঠতে ছয়-সাতজনমান লোক। আমাৰ ঘৰৰ পুৰোহিতে আমাৰ ঘৰৰ পুৰোহিতালি কৰিবলৈ এৰি দিলে। আন পুৰোহিতো সনাতনী বন্ধুসকলৰ ভয়ত আহিব নোখোজে। শ্ৰীমান নাৰায়ণৰ ঘৰৰ কালীপূজাত মেলেঙৰপৰা এজন পুৰোহিত অনাইহে পূজা কৰিবলগীয়া হৈছিল। মোৰ ঘৰৰ কাম কৰিবলৈ চুঙীৰ শ্ৰীযুত অম্বুনাথ শৰ্মাই সাহ কৰি আহিছিল। এতিয়াও তেখেতেই মোৰ ঘৰৰ সকাম আদি কৰি আছে। প্ৰথমে সনাতনী বন্ধুসকলে আমাৰ ভিত-ৰৰ দহ-বাৰজনমানৰ বিৰুদ্ধে অভিযান চলাইছিল আৰু সংসৰ্গ দোষীৰতো লেখ-জোখেই নাই। এইদৰে প্ৰায় সংসৰ্গ দোষত দোষীৰ সংখ্যা বহুত বেছি হ'ল। সনাতনী বন্ধুসকলহে জাকত জিলিকি ওলাই পৰিল। বালি-গাওঁ মিলন-মন্দিৰত গোপিনী সভা পাতিছিল। তাতে শ্ৰীযুত কুলধৰ চলিহাদেৱৰ পৰিবাৰক নিমন্ত্ৰণ দিয়া হৈছিল। তেখেত মটৰেৰে অহা গম পাই তেখেতৰ লগত মেতৰণী লৈ আহিব বুলি ভয়তে গোপিনীসকল নাম এৰি গুচি যায়। এখন বিয়াত শ্ৰীযুত গঙ্গাধৰ বৰকটকীদেৱক নিমন্ত্ৰণ কৰা বাবে আৰু সেই নিমন্ত্ৰণ তেখেতে গ্ৰহণ কৰি অহাৰ পিচত দৰাৰ লগত অহা গোটেই পাৰ্টিয়ে কন্যাৰ ঘৰত জলগ্ৰহণ নকৰিলে। তাৰ পিচত আকৌ নবিয়া পৰি থকা লোকৰ পৰ-পালি দিয়া, শ্মশানলৈ যোৱা আৰু মৃতকৰ দাহকাৰ্য আদি কৰা সকলো ক্ষেত্ৰতে হৰিজনীয়াসকলৰ ওপৰত কঠোৰ সামাজিক বহিষ্কাৰৰ

ডাঙৰ জাল বিস্তাৰ কৰাৰ ফলত হৰিজনীয়াসকলক জালৰ ভিতৰত ৰখা অসম্ভৱ হ'ল। বৰঞ্চ সনাতনী বন্ধুসকলহে নিজে পতা জালৰ ভিতৰত পৰি নিজেই অকলশৰীয়া হৈ পৰিল। মোক ব্যক্তিগত হিচাপে সনাতনী বন্ধুসকলে কোনো সময়তে অসৎ ব্যৱহাৰ কৰা নাছিল। মই নিজে তেখেতসকলৰ আন্তৰিক স্নেহৰপৰা বঞ্চিত হোৱাও নাছিলোঁ।

## মোৰ অগ্নি-পৰীক্ষা

এই সময়তে আমাৰ গাৱঁৰ ওচৰ-চুবুৰীয়া ব্ৰাহ্মণসকলে মোক এঘৰীয়া কৰিব নোৱাৰি কিংকৰ্তব্যবিমূঢ় হয়। তথাপি আনপ্ৰকাৰে মই কিছুমান সামাজিক কুসংস্কাৰৰূপী আবৰ্জনাৰপৰা নিজৰ ঘৰতে মই বহুত আলৈ-আহুকাল ভুগিবলগীয়াত পৰিছিলোঁ। মোৰ আয়ে "নামঘৰ মুকলি কৰা"ৰ অৰ্থটো ভালকৈ বুজা নাছিল। মহাত্মাজীক আমাৰ ঘৰলৈ নিমন্ত্ৰণ কৰি আমাৰ নামঘৰ মুকলি কৰাৰ বিষয়ে মই আমাৰ ঘৰৰ কাৰো লগত পৰামৰ্শ কৰা নাছিলোঁ আৰু আমাৰ নামঘৰত নাম-কীৰ্তনলৈ মেতৰ আদি নিমন্ত্ৰণ কৰি নিয়াৰ বিষয়েও মই আই আৰু আন কোনো আপোন মানুহৰ লগত পৰামৰ্শ কৰা নাছিলোঁ। সনাতনী বন্ধুসকলে মোক সমাজৰ-পৰা বহিস্কাৰ কৰিবলৈ যত্ন কৰাত আমাৰ ঘৰৰ ককাই-ভাই সকলোৱে একপ্ৰকাৰ মোৰ লগত কষ্ট ভোগ কৰিবলগীয়া হোৱাত মই মৰ্মান্তিক দুখ পাইছিলোঁ। মোৰ দৰে তেখেতসকলে হৰিজন সমস্যাটো বুজা নাছিল। অস্পৃশ্যতা বৰ্জন মানে ছুই গা নোধোৱাটোকেহে ওপৰে ওপৰে বুজিছিল। নামঘৰত কৈবৰ্ত বণিয়া সোমোৱাটো এক কথা আৰু মেতৰ, মুছি আদি সোমোৱা একেবাৰে বেলেগ কথা বুলি তেওঁবিলাকৰ ধাৰণা আছিল। কাজেই মোৰ লগত মোৰ পৰিয়ালৰ সকলোবিলাকে যাব নোৱাৰিছিল। মোকো অকল-শৰীয়াকৈ এৰি নিদি সকলো অৱস্থাতে মোৰ মততে মত দি চলিছিল। মোৰ আয়ে সদায় কৈছিল, 'নামৰ মাহ-প্ৰসাদ খোৱাত একো দোষ হব নোৱাৰে।" মোৰ বিৰুদ্ধে প্ৰচাৰ কৰা লোকসকলক এইদৰে তেওঁ ভালকৈ উত্তৰ দি মুখ বন্ধ কৰি দিছিল; কিন্তু মোক হ'লে কৈছিল, "কৃষ্ণ বোপা, তুমি জানো কৰিছা? মহাত্মাজীয়ে মেতৰ-মুছি সোমাবলৈ কৈছিলনে?" মই কওঁ যে অস্পৃশ্য বুলি অসমত বা অসমৰ বাহিৰত যিবিলাক জাতি আছে, সকলোবিলাক অস্পৃশ্যৰ বাবে আমাৰ গোসাঁইঘৰ মুকলি আছে। পুৰাণ ভাগৱতৰ নানা কথা ক'লত মোৰ কথাত বিশ্বাস কৰি মোৰ মাতৃদেৱীয়ে মনে মনে থাকিল। মোৰ পৰিবাৰৰতো আপত্তি কৰিবলৈ একো নাই, কিন্তু ভাতৰ চৰু বা ৰান্ধনীঘৰৰ দুৱাৰত হলে সদায় তলা-চাবি মাৰি থয়।

এদিন সন্ধ্যা মাছৰ হাটৰ এজন কৈৱৰ্ত ডেকাই উধাতু খাই আহি মোক ক'লে, "আপুনি আদেশ দিয়ক, মই ঠিক্ কৰি দিওঁ। আপোনাক মাৰিবলৈ আমাক উচটাই দিছিল, এতিয়া দেখোন শুনিছোঁ কি? আপোনা-সকলৰ মানুহেই দেখোন বণিয়া ছোৱালীৰ লগত লেন-দেন কৰি ধৰা পৰি গ'ল। আমাৰ মাছৰ হাটৰ মাজেদি এতিয়া কোনখন মুখ দেখুৱাই অহা-যোৱা কৰিছে? মই দিনে দিনে সেইজন সনাতনীক ভাল জলপান দিছোঁ।" মই একো অৰ্থ বুজিব পৰা নাছিলোঁ। পিচত তেওঁ ঠাণ্ডা হ'লত সকলো কথা খোলোচা কৰি কোৱাতহে বুজিলোঁ। এজন সনাতনী ব্ৰাহ্মণৰ ডেকাই ওচৰৰ এজনী বণিয়া ছোৱালীৰ লগত অবৈধ প্ৰণয়ৰ ফলত বণিয়া সম্প্ৰদায়ৰ ছোৱালীজনীৰ এটা ল'ৰা জন্ম হয়। এই কথা চাৰিওফালে প্ৰচাৰ হয়।

মাছৰ হাটৰ ৰাইজক কোনো এজন সনাতনী বন্ধুৱে মোক মাৰ-পিট কৰিবলৈ উচটাই দিছিল হনো। এতিয়া এই ঘটনা হোৱাত সেই কৈৱত ডেকাজনে উভতি প্ৰতিশোধ লবৰ কাৰণে সনাতনী বন্ধুক অপমান কৰিবৰ কাৰণে মোৰ আদেশ বিচাৰিলে। মই তেওঁক বহুৱাই লৈ বহুত সান্ত্বনা দি পঠিয়ালো আৰু কোনো অৱস্থাতে এনে কথা নকৰিবলৈ অনুৰোধ কৰিলোঁ। যি কি নহওক, এই ঘটনা অতীতৰ গৰ্ভত লীন হ'ল। সনাতনী আন্দোলন অদৃশ্য হ'ল। ক'ৰবাত দুই-চাৰিঘৰ মানুহৰ ঘৰলৈ নিমন্ত্ৰণ আদি হোৱা নাছিল মাত্ৰ। মোৰ বিৰুদ্ধে প্ৰথমে আন্দোলন চলোৱা লোক-কিজনে কিন্তু মোৰ ঘৰলৈ অহা-যোৱা কৰি তামোল-পাণ, চাহ-ধপাত খাবলৈ ধৰিলে। ময়ো তেখেতসকলৰ ঘৰত খোৱা-বোৱা কৰিবলৈ ধৰিলোঁ। সমাজ বান্ধোন ক'ৰবালৈ গ'ল।

এই সময়তে চন্দ্ৰকমল বেজবৰুৱাদেৱে বিধবা-বিবাহ এখন পাতি সমাজৰ ভিতৰত পুনৰ নতুন সমস্যাৰ উদ্ভৱ কৰোৱায়। ছোৱালীজনী শ্ৰীযুত কেশৱ বেজবৰুৱাৰ জীয়েক, দৰাজন নগাৱৰ। তেওঁ শান্তি নোহোৱাৰ পূৰ্বতে বিধবা হৈছিল। মহাত্মাজীয়ে এই ছোৱালীজনী বিধবা হোৱাই নাই বুলি লেখিছিল আৰু দৰা-কন্যালৈ আশীৰ্বাদ দিছিল। বাতৰিয়েও মহাত্মাজীৰ আশীৰ্বাদৰ কথা উল্লেখ কৰি লেখিছিল। দুখৰ বিষয়—ল'ৰাটো শিলঙত কিবা বেমাৰৰ অপাৰেশ্যন কৰিবলৈ গৈ তাতে মৃত্যু বৰণ কৰে। ছোৱালীজনী পুনৰ বিধবা হয়। চন্দ্ৰকমল বেজবৰুৱাদেৱে কলিকতাত তেওঁক ধাত্ৰী স্কুলত ভৰ্তি কৰি দিলে। তাতে শিক্ষা পাই এতিয়া সেৱা-কাৰ্যতে লাগি আছে।

গাৱঁত এঘাৰদিনীয়া আৰু ত্ৰিশদিনীয়া অশৌচ খেদোৱা লৈ তেতিয়া হুলস্থুল লাগিছিল। শ্ৰীযুত গোপিকাবল্লভ গোস্বামীদেৱে গৰুড় পুৰাণৰ মত উলিয়াই শূদ্ৰসকলৰ অশৌচ ব্ৰাহ্মণৰ দৰে এঘাৰ দিনত যাব পাৰে বুলি কোৱাত গোলাঘাটৰ যোগেন্দ্ৰনাথ বৰুৱা এডিশ্যনেল জজে

তেখেতৰ পিতৃদেৱতাৰ শ্ৰাদ্ধ এঘাৰ দিনত কৰে। এই কথা লৈ অসমৰ চাৰিওফালে দলাদলিৰ সৃষ্টি হয়। হৰিজনীয়া, সনাতনীয়াৰ দৰে এঘাৰ দিনীয়া, ত্ৰিশদিনীয়া দলৰ সৃষ্টি হয়। সমাজৰ পুৰণিকলীয়া নিয়মবোৰ উঠি যাবলৈ আৰম্ভ হয়। সমাজত আগৰ দৰে হৰিজনৰ নামঘৰ মুকলি কৰা কথা লৈ বাদ-বিবাদ নাইকিয়া হ'ল। আমাৰ পুৰোহিতে পুনৰ মোৰ ঘৰত পুৰোহিতালি কৰিব খুজি মোক অনুৰোধ কৰিছিল। মই বৰ দুখেৰে ক'বলগীয়া হ'লোঁ, "যিজন পুৰোহিতে মোক নিজৰ পুৰোহিতৰ ঠাই পূৰালে, তেখেতে নেৰেমানে মই তোমাক ল'ব নোৱাৰোঁ। মই তোমাক এৰা নাছিলোঁ, তুমিহে মোক এৰিছিলা। মোৰ গাত দোষ নাই। মোৰ ভাইহঁতৰ কাম তুমি কৰিবা। তাত মোৰ আনন্দৰ বাহিৰে একো থাকিব নোৱাৰে।" ইয়াৰ লগে লগে নামঘৰ প্ৰৱেশাধিকাৰ আন্দোলনৰ চৰ্চাও নোহোৱা হ'ল। আমাৰ নামঘৰত সাৰ্বজনীন নাম-কীৰ্তন কৰাৰ কথা কেন্দ্ৰীয় চৰকাৰৰ সেই সময়ৰ বৰলাট চাহাব বাহাদুৰৰ সদস্য শ্ৰীযুত এন্ আৰ চৰকাৰেও উল্লেখ কৰি কৈছিল, "নামঘৰ প্ৰৱেশাধিকাৰ আন্দোলন হৰিজনসকলেও ভাল নাপাব।" প্ৰকৃততে কথা সঁচা নহয়। উভয় সমাজতে হৰিজনীয়া আৰু সনাতনীয়া লোক আছে। উচ্চ হিন্দুৰ ভিতৰত যেনেকৈ সনাতনী অৰ্থাৎ অস্পৃশ্যতা দোষক আঁকোৱালি ধৰা লোক আছে, সেইদৰে হৰিজনসকলৰ মাজতো সনাতন লোক আছে। সমাজ সংস্কাৰক লোকৰ সংখ্যা সদায় সকলো সময়তে নিচেই তাকৰ সংখ্যকহে ওলায় আৰু সমাজ সংস্কাৰকসকলে সমাজৰ সাতপুৰুষীয়া কুসংস্কাৰ বৰ্জন কৰা কামত লাগোঁতে সদায় খুবৰ সাঁকোত বগাবলগীয়া হয় আৰু প্ৰথম অৱস্থাত নানা বিপদ-আপদ মূৰ পাতি ল'বলগীয়াও হয়। মোৰ ভাগ্যত যি অলপ পৰিমাণে শাস্তিমূলক ব্যৱস্থা হৈছিল তাৰ বাবে মই অলপো দুখিত নহওঁ। যিসকলে মোৰ বিৰুদ্ধে আন্দোলন চলাইছিল তেখেতসকলৰ প্ৰতি মোৰ হৃদয়ত শ্ৰদ্ধাৰ বাহিৰে দ্বেষ ভাবে কোনো সময়তে স্থান পোৱা নাছিল।

## শ্ৰীমান কৃষ্ণ ৰাম দাস

এওঁ কৈৱৰ্ত সমাজৰ ট্ৰেইনিং স্কুলত পঢ়া ছাত্ৰ: ঘৰ দেৰগাৱঁত। থাকিবলৈ ঘৰ নথকাত এদিন মোৰ ওচৰলৈ আহি মোৰ ঘৰত থকাৰ প্ৰস্তাৱ কৰে। মই তেওঁক ক'লোঁ, "মইহে হৰিজন। মোৰ ঘৰৰ মাইকী মানুহবিলাক সনাতন হৈয়েই আছে। দেশৰ ৰীতি-নীতি যিমানেই বেয়া নহওক কিয় আটায়ে তৎক্ষণাৎ আগৰ ধৰণ এৰিব নোৱাৰে। মোৰপৰা তুমি একো অসুবিধা নোপোৱা। তুমি আনৰ দোষ নধৰোঁ বুলি ক'লে

মই তোমাক মোৰ ঘৰত থাকিবলৈ দিব পাৰোঁ।" ল'ৰাটো বৰ বুধিয়ক। সেই মতে মই তেওঁক মোৰ ঘৰত থাকিবলৈ দিলোঁ। মোৰ বৰ ল'ৰা-টোৱে য'ত শোৱে সেই কোঠালীতে তেওঁক থাকিবলৈ দিলোঁ। মোৰ ঘৰৰ পৰিয়ালৰ মাজত ভুক্ত কৰি লৈ মই তেওঁক থাকিবলৈ দিলোঁ। তেওঁৰ খোৱা-থকা সকলো সুবিধা কৰি দিলোঁ। মোক পৰিবাৰে মনে মনে ক'লে যে আমাৰ বন্ধু-বান্ধৱসকলে তেওঁলোকক সেই ল'ৰাটো ভিতৰত সোমাই থাকিলে চাহ-জলপান খোৱাৰ অসুবিধা হয় বুলি কবলৈ ধৰিছে। বহুতে আমাৰ ঘৰত চাহ জলপান খাবলৈ এৰিছে। আয়েও মোক এদিন টানি ক'লে, "কৃষ্ণ বোপা, তুমি এই ল'ৰাটোক ঘৰৰপৰা আন এঠাইলৈ পঠিওৱা, নহ'লে মই তোমাৰ ঘৰলৈ নাহোঁ আৰু তোমাৰ ঘৰত অন্ন-জল গ্ৰহণ নকৰোঁ।" মোৰ আয়ে সদায় আমাৰ নামঘৰত নাম-কীৰ্তন কৰে। আমাৰ ঘৰৰ মাজেদি গোসাঁই-ঘৰলৈ পানী আনিব লাগে। সমাজৰ ৰীতিমতে অস্পৃশ্য জাতি ঘৰত থাকিলে পানী অশুচি হয়। গোসাঁইঘৰলৈ নিয়া পানী এইদৰে আমাৰ ঘৰৰ মাজেদি নিয়াত আই মাতৃয়ে আপত্তি কৰাত মই বহুত বুজাই ক'লে বুজে; কিন্তু আন যেয়ে সেয়ে এই বিষয়ে বহুত আপত্তি কৰাত মোৰ মাতৃদেৱীয়ে পুনৰ নুবুজা হয়। মই ক'লোঁ, "মই এই ল'ৰাটো পঠিয়াই দিব নোৱাৰো। তুমি মোৰ ঘৰলৈ আহিবা। অন্ন-জল খাবও নালাগে। শ্ৰীমান শিৱৰ ঘৰতে থাকিবা।" প্ৰকৃততে মোৰ আয়ে প্ৰায় তিনিমাহমানলৈ নহাকৈ আছিল আৰু গোসাঁইঘৰত নাম-কীৰ্তন কৰিবলৈ এৰি দি শ্ৰীমান শিৱৰ ঘৰতে তেওঁ পূজা-পাতল কৰাৰ দিহা লগাই লৈছিল।

এদিন আমাৰ মাজু মোমাইদেউ পোনে পোনে মোৰ ঘৰলৈ আহি চ'ৰাঘৰত বহিছিল। ৰাতি হ'ল। চাকি লগাই শ্ৰীমান কৃষ্ণৰামে পঢ়ি আছে। মোমাইদেৱে মোক সুধিলে, "এই ল'ৰাটো ক'ৰ?" মই ক'লোঁ, দেৰগাওঁৰ বামুণৰ ল'ৰা। ট্ৰেইনিং স্কুলত পঢ়ে।" মোমাইদেৱে শ্ৰীমান কৃষ্ণৰামক ক'লে, "বোপা, বৰ ভাল হৈছে। ভালকৈ পঢ়া।" এইদৰে কথা-বতৰা পাতি শ্ৰীযুত মাজু মোমাইদেউ শ্ৰীমান শিৱ বোপাৰ ঘৰলৈ গৈ মোৰ মাতৃদেৱীৰ মুখে সকলো কথা গম পালে। পিচদিনা মোমাইদেৱে মোক ক'লে যে ল'ৰাটো সেইদৰে ভিতৰৰ কোঠাত থাকিবলৈ দিয়াটো ঠিক হোৱা নাই আৰু বিশেষকৈ মই মোৰ আই মাতৃৰ মনত আঘাত দিয়াটো উচিত হোৱা নাই। মই ক'লোঁ, "মোমাইদেউ, কালি আপুনি এওঁক বামুণৰ ল'ৰা বুলি কোৱাত শলাগিছিল, আজি কৈৱৰ্তৰ ল'ৰা বুলি জানি এওঁক ঘৰৰপৰা আন ঠাইলৈ পঠিয়াবলৈ মোক কৈছেহি। এই ল'ৰাটো মোৰ ল'ৰাতকৈ দেখিবলৈ শুৱনী। কথা-বাৰ্তাত কৈৱৰ্ত বুলি ধৰিব নোৱাৰি। মাত্ৰ সমাজৰ কিছুমান কুসংস্কাৰৰ বশৱৰ্ত্তী হৈ আমি

কিছুমান কাম কৰোঁ, য'ৰপৰা আন এটা জাতিৰ প্ৰতি ঘৃণাৰ ভাব দেখুওৱা হয়। মই নামঘৰ হৰিজনৰ কাৰণে মুকলি কৰিলোঁ। মোৰ ৰৰঘৰ নামঘৰতকৈতো পবিত্ৰ হ'ব নোৱাৰে।" কাজেই মোমাইদেৱে মোৰ লগত তৰ্ক নকৰি ক'লে, "তুমি যি ভাল দেখিছা, কৰা। মই তোমাৰ লগত এই বিষয়ে আলোচনা নকৰোঁ।" মোমাইদেউহঁতে নামঘৰত মেতৰ স্থমুৰাই নাম-কীৰ্ত্তন কৰি মাহ-প্ৰসাদ খোৱাত একো দোষ হ'ব নোৱাৰে বুলি মত দিছিল আৰু মোক সমাজে বহিস্কাৰ কৰিবলৈ কৰা আন্দোলনৰ বিৰুদ্ধে আছিল। মোৰ ঘৰত খোৱা বাবে মামতিতো তেখেতসকলৰ ঘৰত উৎসৱ আদিত যোগ নিদিয়া দল এটা ওলাইছিল। মোৰ আই মাতৃয়ে শ্ৰীযুত মোমাইদেউক ক'লে, "কৃষ্ণ বোপাই কৰোঁ বোলাটো কৰিবই, কাৰো কথা নুশুনে। মই তাৰ ঘৰলৈ যাম।" মোমাইদেৱেও বুজাই কোৱাত প্ৰায় তিনিমাহমানৰ পিচত আই মাতৃ মোৰ ঘৰলৈ আহি আগৰ দৰে চলিবলৈ আৰম্ভ কৰিলে। শ্ৰীমান কৃষ্ণৰামক একো নোকোৱা হ'ল। শ্ৰীমান কৃষ্ণৰামে ট্ৰেইনিং স্কুলৰ শিক্ষা শেষ কৰি আমাৰ সকলোৰে মৰম-চেনেহ লৈ ঘৰলৈ যায়। মোৰ মাতৃদেৱীয়ে শ্ৰীমান কৃষ্ণৰামক মৰম কৰি কয়, "মই কোৱা কথাত বেয়া নাপাবা আৰু মাজে মাজে আমাৰ ঘৰলৈ আহি থাকিবা।" দুই-এবাৰ শ্ৰীমান কৃষ্ণৰাম আমাৰ ঘৰলৈ আহিছিল। তেওঁ পণ্ডিত কাম কৰি জীৱিকা অৰ্জন কৰিছে।

এই সময়তে নলবাৰীৰ ফালৰ এজন ব্ৰাহ্মণ আমাৰ ঘৰত আলহী থাকিবলৈ আহি আমাৰ ঘৰতে থাকে। তেওঁৰ পুতেকৰ উপনয়নৰ কাৰণে কিছু টকা ভিক্ষা কৰিবলৈ আহিছে। মই আমাৰ ঘৰত থাকিলে থিবোৰ অসুবিধা হ'ব পাৰে সকলো বুজাই ক'লোঁ। তেওঁ আটাইবোৰ কথা শুনিও মোৰ ঘৰতে থকাটো স্থিৰ কৰিলে। তেখেতক আমাৰ গোসাঁইঘৰতে নিজে ভাত ৰান্ধি খাবলৈ দিয়া হ'ল। নিজে ভাত ৰান্ধি খাই দিনটো ঘূৰি আহি দুই-তিনি টকা ৰূপ পাই মোৰ হাতত জমা দিয়ে আৰু বজাৰৰপৰা মাছ, শাক-পাচলি আদি কিনি আনে। তাৰ হিচাপ মই লেখি থওঁ। এইদৰে প্ৰায় পোন্ধৰ-বিশদিনমান থাকি তেওঁ প্ৰায় পঞ্চাশ-ষাঠি টকা ৰূপ জমা কৰে। মই নথকাত এদিন তেওঁ গোসাঁইঘৰত ভাত খাই থাকোঁতে হেনো ক'লে, "মই ঘৰলৈ গৈ তোমালোকৰ ঘৰত খোৱা বাবে পৰাচিত হ'মগৈ। তোমালোকে কৈৱৰ্ত্ত ল'ৰাটোক ভিতৰত থাকিবলৈ দিছা আৰু মোক সেই ঘৰৰ মাজেদি চাহ-পানী আনি খুৱাইছা।" এই কথা মোৰ আই মাতৃয়ে শুনি খঙত জ্বলি উঠিল। মোৰ বিপক্ষে কোনো কথা ক'লে আই-মাতৃয়ে সহ্য কৰিব নোৱাৰে। বিশেষকৈ মই তেওঁক ইমান মৰম কৰি থাকিবলৈ ঠাই দি সকলো সুবিধা দিয়া সত্বেও এনে কথা কোৱাত মোৰ আয়ে ক'লে, "তুমি ইয়াত থাকিব নালাগে। আন ঠাইলৈ যোৱা। ঘৰত গৈ পৰাচিত হ'ব নালাগে।"

মই ঘৰলৈ অহাত ব্ৰাহ্মণে মোক ক'লে, "দেউতা, মই বৰ দোষ কৰিলোঁ। মোক ক্ষমা কৰিব লাগে।" মই একো বুজি নাপালোঁ। মোৰ পৰিবাৰৰ মুখে সকলো শুনিলোঁ। পিচত ব্ৰাহ্মণক ক'লো, "আইৰ কথাত নধৰিব। আপোনাৰ কথাতো মই একো বেয়া পোৱা নাই। আপুনি থাকক। যেতিয়া যাব লাগে, যাব।" এইদৰে তেওঁৰ যাবৰ দিন স্থিৰ কৰি ক'লে, "দেউতা, মই বজাৰ কৰি যি বস্তু আৰু তামোল-পাণ আনিছিলোঁ, সেই পইচা মোক দিব নালাগে।" মই ক'লোঁ, "সেইটো হ'ব নোৱাৰে।" ব্ৰাহ্মণে মোৰ ল'ৰা এটাৰ আগত কৈছিল, "ধন দিলে ধোবাই মেখেলাও কোবায়।" অৰ্থাৎ মোৰ ঘৰত ভাত খোৱা বাবে তেওঁৰ যি পাপ হৈছে টকা দি খালে সেই পাপ নষ্ট হ'ব। মই কথাটো শুনি বৰ কৌতুক অনুভৱ কৰিলোঁ আৰু কলোঁ, "দেউ, আপুনি ভয় নকৰিব। আপোনাৰ কোনো পাপ হোৱা নাই আৰু যদি কৈৱৰ্ত ল'ৰাটো ঘৰৰ ভিতৰত সোমাই থকাত সেইপিনেদি চাহ-পানী নি আপোনাক খুৱাইছে, সেইটো ভালহে হৈছে, কাৰণ এইবোৰ আত্মাৰ পুৰণি মামৰে ধৰা দস্তুৰ এৰিব লাগে। 'যত জীৱ, তত শিৱ'—কাকো কোনেও ঘিণ কৰিবলৈ নাপায়।"

ব্ৰাহ্মণে সেইদিনা পূজা কৰি গোসাঁই ঘৰৰপৰা ওলাই আহি আমাৰ চ'ৰাঘৰত বহিছে। ইফালে ল'ৰা এটাই তেখেতলৈ চাহ-পানী লৈ আহিল। এনেতে তেলীয়া এজন তেল লৈ আহি আমাৰ চ'ৰাঘৰত সোমাল। তেলীয়া ওলাই নগ'লে ব্ৰাহ্মণে চাহ-পানী নোখোৱা হ'ল। মই ক'লো, "এইটো হ'ব নোৱাৰে। তেলীয়াজন ইমান দূৰৈত আছে। সি পানী চুৱাই নাই। আপোনাৰ চাহ কেনেকৈ বেয়া হ'ল মোক বুজাই দিয়ক।" ব্ৰাহ্মণে ক'লে, "এইটো দেশ-দস্তুৰ।" মই ক'লোঁ, "বেয়া দেশ-দস্তুৰ এৰিব লাগে। ধৰি লওক, তেলীয়াজনে যদি কয় যে আপুনি ওলাই ন'গলে সি পানী নাখায়, তেতিয়া আপোনাৰ মনত কেনে লাগিব?" এইবুলি কোৱাত ব্ৰাহ্মণে ক'লে, "আপুনি খাবলৈ ক'লে খাওঁ।" মই ক'লোঁ, "আপুনি শঙ্কা কৰি নাখাব। কিন্তু এইটো কৰি আপুনি এজন নিৰ্দোষী মানুহৰ মনত আঘাত দিছে।" ব্ৰাহ্মণে চাহ-পানীৰ গিলাচটো মুখত লৈ এশোহা মাত্ৰ খালে। সেইদিনা তেওঁ ফুৰিবলৈ গৈ তাৰ পিচদিনা ঘৰলৈ যোৱাটো ঠিক কৰি তেওঁৰ পইচাৰে আমাক সকলোকে লুচি-পুৰি খুৱাব বুলি কৈ মোক উকীলখানাত তেওঁৰ কাৰণে অপেক্ষা কৰি থাকিবলৈ কৈ ফুৰিবলৈ ওলাই গ'ল। গধূলি সময় হ'লহি। ব্ৰাহ্মণ অহা নেদেখি মই বজাৰৰ ফালে কাছাৰীৰপৰা আহিছোঁ। এনেতে ব্ৰাহ্মণ দৌৰি আহি মোক লগ ধৰিলেহি আৰু মোক লগ পায়েই ক'লে, "দেউতা, আজি মই বৰ লাজ পালোঁ।" "কথাটো কি?" বুলি সোধাত ক'লে, "আঠু ভঙাত এঘৰত শ্ৰাদ্ধ হৈছিল। মোক এজন ব্ৰাহ্মণে তালৈ লগতে লৈ গ'ল। মোৰ লগতে আৰু এজন

বুঢ়া মানুহ বহিছিল। তেনেতে গিৰীহঁতে ক'লে, এইবাৰ এই দুজন বুঢ়াক ভিতৰলৈ নিবা।" বুঢ়াজনে ক'লে, "মই অচিন মানুহৰ লগত কিয় একে-লগে ভিতৰলৈ যাম ?" তেওঁ বা ক'ৰ মানুহ, জাত-কুল বা কি ?"—এইবুলি কোৱাত সিজন বুঢ়াক জলপান খুৱালে। মোক জলপান খাবলৈ নিনিলে। পিচত চাৰি অনা পইচা দক্ষিণা দি মোক বিদায় দিলে।" এইবুলি কোৱাত মই ক'লো, "ৰাতিপুৱা আপুনি তেলীয়াজন ভিতৰত সোমোৱাত যে চাহ নাখাইছিল, সেই মানুহটোৰ মনত আঘাত দিয়া হৈছিল। সেইবাবে আপুনি কষ্ট পালে।" বুঢ়াই খুব হাঁহিলে। সেইদিনা খাই-বৈ আনন্দ কৰি বুঢ়া ব্ৰাহ্মণৰ সকলো হিচাব কৰি দি ময়ো মোৰ বৰীয়াকৈ অলপ দক্ষিণা দি পিচদিনালৈ যাত্ৰাৰ দিন ঠিক কৰি দিলোঁ।

পিচদিনা বুঢ়াই গোসাঁইঘৰৰপৰা ওলাই আহিছে মাত্ৰ, এনেতে আমাৰ ঘৰৰ কুকুৰটোৱে ব্ৰাহ্মণৰ ভৰিত কামোৰ মাৰি দিলে। ব্ৰাহ্মণে ল'ৰাই কন্দা দি কান্দিবলৈ ধৰিলে। কুকুৰটো বলীয়া হৈছে বুলি সন্দেহ কৰি ব্ৰাহ্মণক বলেৰে ৰাখিলোঁ। তেওঁ কোনোমতেই নাথাকে। মই জোৰ কৰি ৰাখিলোঁ। মোৰ দ্বিতীয় পুত্ৰ শ্ৰীমান অকণকো দুই-এদিনৰ আগতে কামুৰিছিল বুলি কোৱাত দুইকো ডাক্তৰখানাত বেজী দিয়া হ'ল। বুঢ়াৰ জ্বৰ হ'ল। তেওঁ আমাৰ ঘৰতে ভাত খাব বুলি ক'লে। আনন্দ মনেৰে ভাত খাই বেজী দি শেষ হোৱাৰ পিচত মোৰ ওচৰত বহুত কৃতজ্ঞতা প্ৰকাশ কৰি ঘৰলৈ গ'ল। ব্ৰাহ্মণৰ মনত যি আশঙ্কা হৈছিল সেইবোৰ দূৰ হ'ল। নামঘৰ মুকলি কৰা আৰু সকলো সম্প্ৰদায়ৰ লোক গোট খাই হৰিনাম, কীৰ্তন কৰি মাহ-প্ৰসাদ খোৱাত একো দোষ নাই বুলি মোৰ আই-মাতৃৰ আগত কৈ সেৱা জনাই ব্ৰাহ্মণ অতি আনন্দেৰে আমাৰ ঘৰৰপৰা গ'ল।

## শ্ৰীমতী ক'লী

এইজনী কোঁচৰ ছোৱালীক মৰিয়া সম্প্ৰদায়ৰ কেইজনমান লোকে বলাৎকাৰ কৰিবৰ কাৰণে ঘৰৰপৰা পলুৱাই নিছিল। টিয়কৰ ভলণ্টিয়াৰ আৰু ৰাইজ গোট খাই এই ছোৱালীজনীক দুৰ্বৃত্তৰ হাতৰপৰা উদ্ধাৰ কৰে। পিচে এনে জাত-যোৱা ছোৱালীক থ'বলৈ ঠাই নাপাই ৰাতা-ৰাতি যোৰহাটলৈ লৈ আহে। যোৰহাটৰ টাউনৰ কোনো এঘৰত এৰাতি ৰাখি ৰাতিয়েই আকৌ তাইক মোৰ ঘৰলৈ লৈ আহে। ৰাতিপুৱা ছোৱালীজনীৰ বিষয়ে সকলো শুনি মই বৰ দুখিত হ'লোঁ। মোৰ ঘৰত বায়ন নামেৰে এজন কৈৱৰ্ত মানুহ আছিল। সি মোক ক'লে, "দেউতা, এইজনী ছোৱালী থাকিবলৈ নিদিব।" পিচে মই তাইক কেনেকৈ খেদি দিওঁ? তাই যাব

ক'লে ? ভাত খাবৰ সময়ত বায়নে ক'লে, "দেউতা, এই জাত যোৱা ছোৱালীজনীয়ে ভিতৰত ভাত খালে হ'লে মই ইয়াত থাকিব নোৱাৰিম।" মই বায়নক বহুত বুজাই কলোঁ, "তাইৰ গাত দোষ আছে যদিও উদ্ধাৰ পাব। বলাৎকাৰ কৰা লোক, তাতে তাই কোমল বয়সৰ ছোৱালী। ঘৰৰপৰা টানি নি দুৰ্দান্ত লোকে অত্যাচাৰ কৰাৰপৰা ৰাইজে উদ্ধাৰ কৰিছে।" বায়নে ক'লে, "ৰাইজে নিজৰ ঘৰত থাকিবলৈ নিদি কিয় আপোনাৰ ঘৰলৈ লৈ আহিছে ?" বায়নে বহুত ওজৰ-আপত্তি কৰি একো সুবিধা যেন নেদেখি মোৰ ঘৰৰপৰা মাছৰ হাটলৈ গুচি গ'ল। এনেস্তে চুতীৰ কংগ্ৰেছৰ একনিষ্ঠ সেৱক ৰত্নেশ্বৰ শৰ্মা আহিল। বিৰিণাসায়কৰ শ্ৰীযুত পূৰ্ণকান্ত সন্দিকৈদেৱে বাগানৰ বনুৱাৰ ল'ৰা এজনক সৰুৰেপৰা নিজৰ ল'ৰাৰ নিচিনাকৈ তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। তেখেতৰ নিজৰ ল'ৰা-ছোৱালী নাছিল। সেই ল'ৰাটোৰ কাৰণে এজনী অসমীয়া ছোৱালী বিয়া কৰাবৰ কাৰণে খবৰ কৰিছিল। মই শৰ্মাক এইজনী ছোৱালী সেই ল'ৰাটোলৈকে বিয়া কৰাবলৈ ক'লোঁ। তেওঁ গৈ সন্দিকৈৰ লগত কথা-বাৰ্তা পাতিলে। ছোৱালীজনীক পৰাচিত কৰাই উদ্ধাৰণী সভা পাতি দিব লাগিব বুলি ক'লে। মই মুকলমৰীয়া গোস্বামীৰপৰা সম্মত অনালোঁ। পৰাচিতৰ কাৰণে চাৰে বাইশ টকা ৰূপ লাগে। এই কাৰণে মাথোন কোনোমতে টিয়কৰ কেইজনমান ভলন্টিয়াৰে সাত-আঠ টকামান ৰূপ তুলি দিলে। আমাৰ পুৰোহিত শ্ৰীযুত অম্বুনাথ শৰ্মাদেৱৰ হতুৱাই সেই পইচাৰে তাইক পৰাচিত কৰোৱা হ'ল। টিয়কৰ ৰাইজে আমাৰ মুকলি কৰা নামঘৰতে উদ্ধাৰণী সভা পাতি নামঘৰত মাহ-প্ৰসাদ খালে। ইয়াৰ পিচত ছোৱালীজনীক ৰত্ন শৰ্মাই লৈ যায় আৰু তেওঁৰ ঘৰৰপৰা বিৰিণা-সায়ক সন্দিকৈদেৱৰ ঘৰত থকা ল'ৰাটোৰ লগত তাইৰ বিয়া হয়। কাছাৰীত তাই কৰা গোচৰ ছেছন আদালতত বিচাৰ হয় আৰু আচামীৰ ফাটেক হয়। এই ছোৱালীজনীৰ বিয়া হোৱাৰপৰা সন্দিকৈ ডাঙৰীয়াই মোক আৰু ৰত্ন শৰ্মাক 'বিয়ৈ' বুলি সম্বোধন কৰিবলৈ ধৰিলে।

## মগনীয়া বুঢ়া-বুঢ়ী

এদিন আমি ঘৰত বহি আছোঁ। সন্ধ্যা হৈ গ'ল। আন্ধাৰত দুজন মানুহ আহি মোৰ আগতে উপস্থিত হ'ল। মই চিনি পালোঁ—আমাৰ গাৱঁত কাম কৰি থকা বুঢ়া-বুঢ়ীহাল। সিহঁতে বাবুৰ আলিৰ কিনাৰত চালি এখন দি আছিল। বতাহ-বৰষুণত চালি উৰুৱাই লৈ গ'ল। কাপোৰ-কানি ভিতি-বুৰি জুৰুলি-জুপুৰি হৈ ভগা কলহ-টেকেলী কেইটামান লৈ তেওঁলোক

মোৰ আগত হাজিৰ হ'ল। সুধিলত মুখৰ মাত নোহোৱা হ'ল ; মাত্ৰ ক'লে, "আমি ক'ত থাকোঁ ?" বায়নক ক'লোঁ ভঁৰাল ঘৰৰ আগত একুৰা জুই ধৰি দিবলৈ। সি মোৰ কথা নুশুনি ভিতৰলৈ গৈ মোৰ পৰিবাৰৰ আগত ক'লেকৈ, "দেউতাই এতিয়া ক'ৰবাৰ বঙালী কুলী আনি মই কালি খোৱা খৰি নাইকিয়া কৰিব। বৌদেউ, মই আপোনাসকলৰ ঘৰত এনে লেটি-পেটি দেখি থাকিব নোৱাৰোঁ। মই গাৱঁলৈ যাওঁ।" এই বুলি বায়ন মাছৰ হাটলৈ গুচি গ'ল। পিচত মই নিজেই গৈ ভালকৈ জুই একুৰা ধৰি দিলোঁ। বুঢ়া-বুঢ়ী দুয়ো জুইকুৰা বুকুত সুমুৱাই লৈ প্ৰায় এঘণ্টামান জুইৰ ওচৰত বহিলতহে মুখৰ মাত ওলাল আৰু মোক সকলো কথা ক'লে। সিহঁতক আমাৰ ভিতৰৰপৰা ভাত খাবলৈ দিলোঁ। সেই নিশা সিহঁত ভঁৰালৰ আগতে শুই থাকিল। শ্ৰীমান শিৱৰ ঘৰটো খালী হৈ আছিল। পিচদিনা মই সিহঁতক তাতে থাকিবলৈ দিলোঁ। এইদৰে সিহঁত মোৰ ঘৰতে প্ৰায় চাৰি-পাঁচ দিনমান আছিল। বুঢ়া-বুঢ়ীয়ে যাৰে-তাৰে ঘৰত বন কৰে। বজাৰৰ পৰা বস্তু আনি দুয়ো ভাত খায়। এইদৰে থাকি বুঢ়া-বুঢ়ী আমৰ ঘৰৰপৰা গুচি গ'ল। ইয়াৰ পিচত এদিন বুঢ়ীজনী মাগিবলৈ আহি আমাক ক'লে যে বুঢ়া মৰিলত তাই অকলশৰীয়া হ'ল। আমাৰ গাৱঁতে তাই ঘৰে ঘৰে কাম কৰি চলি থাকিল।

এদিন গধূলি মই কাছাৰীৰপৰা ঘৰলৈ আহিছোঁ। আমাৰ পদূলি-মুখত সৰ্বাইবন্ধা আলিত এটা বগা টোপোলা পৰি থকা যেন দেখিলোঁ। আন্ধাৰ। বিজুলী মাৰিলত দেখিলোঁ।—এজন মানুহে লেপেটা কাঢ়ি মুৰটো আঠুৰ ভিতৰত সুমুৱাই আলিত পৰি আছে। ওচৰ পাই সুধিলোঁ, "কোন ?" মাত দিলে "মই" বুলি। "তই কোন ?" বোলাত ক'লে, "বাবু, মই, বুঢ়ী মগনীয়া।" তেতিয়া মই তাইক চিনি পালোঁ। ক'লোঁ, "তোৰ কি হৈছে ?" "বুখাৰ বাবু।" "আগেয়ে ক'ত আছিলি ?" "মণ্ডলৰ ঘৰত আছিলোঁ।" "ইয়ালৈ কেনেকৈ আহিলি ?" "জ্বৰ হ'লত মণ্ডলৰ ঘৰৰ মানুহে মোক ইয়াতে থৈ গ'লহি।" মই সুধিলোঁ, "তই আমাৰ ঘৰলৈ যাব পাৰিবিনে ?" "পাৰিম বাবু" বুলি ক'লত মই তাইক হাতত ধৰি লাহে লাহে আমাৰ ঘৰলৈ লৈ গ'লোঁ। তাইৰ গাত ভয়ানক জ্বৰ। কোনোমতে আমাৰ আগৰ ঘৰৰ খোটালীত সোমায়ে বহি পৰিল। মই মোৰ পৰিবাৰক মগনীয়াজনীলৈ বেগাই এটোপা চাহ দিবলৈ ক'লোঁ। তাইক চাহ খাবলৈ দিয়া হ'ল। খাব নোৱাৰিলে। জ্বৰত ভ্ৰম বকিবলৈ ধৰিলে। মাইকী মানুহৰ হৃদয় গলি গ'ল। মোৰ আই আৰু মোৰ পৰিবাৰ আহি বুঢ়ীক কথা-বাৰ্তা সুধিবলৈ ধৰিলে। তাইৰ হুচ্ নাই। আই মাতৃক ক'লোঁ যে বুঢ়ী মোৰ ঘৰৰ ভিতৰত মৰিলেও মৰিব। মই তাইক এনে অৱস্থাত আমাৰ ঘৰৰ পদূলিত আলৈ-আথানি হৈ মৰিবলৈ দিব নোৱাৰোঁ। বুঢ়ীৰ

অৱস্থা দেখি সেই ৰাতি যে তাই জীয়াই থাকিব সেইটো আমি ভবা নাছিলোঁ। ৰাতি বাৰ-এক যজমানলৈকে মই খবৰ কৰি আছিলোঁ। এখন খাটিয়াত কম্বল পাৰি বুঢ়ীক শুৱলৈ দিছিলোঁ। পুৱা দেখোঁ বুঢ়ীয়ে ঘৰ-কোঠালী বঙা মাটিৰে মচি বাহিৰত বহি আছে। গম পালোঁ—বুঢ়ীয়ে ৰাতি ঘৰৰ ভিতৰতে ক্ষুদ্ৰ শৌচ আৰু বমি কৰিছিল। ঘৰটো অপৰিস্কাৰ হোৱাত বুঢ়ীয়ে জান-প্ৰাণ দিও ঘৰটো পৰিষ্কাৰ কৰিলে। ভগবানে তাইক ৰক্ষা কৰিলে। মই ওচৰৰ গৰুগাড়ী এখন বিচাৰিলোঁ; কিন্তু কোনেও নিদিলে। ক'লে যে বঙালীজনী মৰিলে গাড়ী জ্বলাই দিব লাগিব। এই-দৰে বুঢ়ীয়ে দুই-তিনি দিনমান আমাৰ ঘৰতে থাকিল। তাৰ পিচত মটৰ কাৰ এখনত তাইক চৰকাৰী হাস্পতালত থৈ দিয়া হ'ল। তাতে তাই ভাল হৈ আকৌ বহুদিনৰ পিচতহে মৰিল।

হৰিজন সেৱক সঙ্ঘৰ কাম ভালদৰে চলিবলৈ ধৰিলে। কৈৱৰ্ত-বণিয়াসকলৰ বাবে দহ-বাৰখন পাঠশালা স্কুল আৰু দহ-বাৰজনমান ছাত্ৰ-ছাত্ৰীক স্কুলৰ মাচুল দি পঢ়োৱা হৈছিল। কলেজৰো বছৰি ছয়-সাতজন ছাত্ৰ-ছাত্ৰীক বৃত্তি দিয়া হৈছিল। অসম প্ৰাদেশিক হৰিজন সেৱক সঙ্ঘৰ হেড্ অফিচ যোৰহাটলৈ উঠি আহে। গোটেই অসমত হৰিজন সেৱক-সকলৰ শিক্ষাৰ্থে প্ৰায় পঁচিশ-ত্ৰিশ হাজাৰ টকাৰ বাজেট কৰা হয়। এই সঙ্ঘ হাৰজন সম্প্ৰদায়সকলৰ বৰ প্ৰিয় হৈ পৰিছিল। মাছৰ হাটৰ কিণাৰাম কৈৱৰ্তৰ নাতিনীয়েক শ্ৰীমতী ৰজনীপ্ৰভা দাসক হৰিজন সেৱক সঙ্ঘৰপৰা খৰচ দি পঢ়ুওৱা হৈছিল। স্থানীয় বালিকা স্কুলৰপৰা মেট্ৰিকুলেশ্যন পাছ কৰিলত হৰিজন সেৱক সঙ্ঘৰপৰা বৃত্তি দি কলেজত পঢ়ুওৱা হৈছিল। বুঢ়া এইবাবে মোৰ ওচৰত বৰ কৃতজ্ঞ। মই সদায় কাছাৰীলৈ আহোঁতে যাওঁতে ছোৱালীজনীক মতাই আনি কয়, "দেউতা, এইজনা ছোৱালী আপোনাৰ জীয়েক বুলি ধৰিব।" শ্ৰীমতী ৰজনীয়ে মোক প্ৰায়ে ঘৰলৈ মাতি নি তামোল-পাণ খুৱায়। মাজে মাজে চাহ খাবলৈ দিয়ে। তাই আমাৰ ঘৰলৈ অহা-যোৱা কৰি থাকে। কিণাৰাম কৈৱৰ্তই আমাৰ নাম-ঘৰত মেতৰৰ সৈতে নাম-কীৰ্তন কৰাত যোগদান কৰিছিল। পিচদিনা মোক এনেকৈ তেওঁবিলাকক মেতৰৰ লগত একেলগে মাহ-প্ৰসাদ খুৱাই দিয়াবলৈ যত্ন কৰাৰ বাবে মোৰ কৈফিয়ৎ খুজিছিল। এতিয়া সেই কিণাৰাম কৈৱৰ্ত মোৰ পৰম প্ৰিয় হৈ পৰিল। বুঢ়াৰ টান বেমাৰ হ'ল। শয্যাগত। মই মাজে মাজে ঘৰত সোমাই বুঢ়াৰ খবৰ কৰি থাকোঁ। এদিন ৰাতি ঘৰলৈ যাওঁতে বাটতে শ্ৰীমতী ৰজনীৰ মাকে মোক লগ পাই ক'লে, "দেউতা বুঢ়াৰ বৰ টান। আপোনাৰ কথা মাজো মাজে কয়।" মই ঘৰলৈ গ'লোঁ। বুঢ়া অন্তিম শয্যাত ছট্ফটাব লাগিছে। মোক বহিবলৈ চকী এখন দিলে। মই বঢ়াৰ কাষে চাই আছোঁ। জীয়েকে ক'লে, "সেয়া কোন, চিনি

পাইছানে ?" বুঢ়াই ক'লে, "হয়, পাইছোঁ। সেয়া কলিব কৃষ্ণ।" মই অলপপৰ থাকি ঘৰলৈ গুচি আহিছিলোঁ। পিচদিনা বুঢ়াৰ মৃত্যু হ'ল। বুঢ়াৰ মৃত্যুৰ খবৰ পাই বৰ দুখিত হ'লোঁ। বুঢ়াৰ মোৰ প্ৰতি থকা অগাধ মৰমৰ কথা মনত পৰি মোৰ চকুপানী ওলাইছিল। শ্ৰীমতী ৰজনীক শ্ৰীযুত ৰামনাথ দাসৰ লগত বিয়াৰ বন্দোবস্ত কৰিবৰ কাৰণে শ্ৰীমতী ৰজনীৰ মাকে মোক বৰকৈ খাটিছিল। পিচে হৈ নুঠিল। এতিয়া শ্ৰীমতী ৰজনীয়ে বালিকা স্কুলৰ শিক্ষয়িত্ৰী হিচাপে কাম কৰি আছে।

## লৰৰিমেন আও

শ্ৰীমান অৰুণৰ লগত বেজবৰুৱা স্কুলত লৰৰিমেন আও নামে এজন নগাৰ ল'ৰাই পঢ়িছিল। তাৰ ঘৰ মোককচাঙত। সি মিছনেৰী স্কুলৰ কম্পাউণ্ডত থাকে। মানুহৰ ঘৰত কাম কৰি পইচা উপাৰ্জন কৰি পঢ়ে আৰু খোৱাৰ খৰচ যোগাৰ কৰে। শ্ৰীমান অৰুণৰ লগত তাৰ বৰ বন্ধুত্ব হ'ল। প্ৰায়ে ঘৰলৈ অহা-যোৱা কৰি মোৰ আগত পঢ়াৰ অসুবিধা-বোৰৰ কথা কয়। আমাৰ ঘৰলৈ আহিলে শ্ৰীমান অৰুণে তাক আমাৰ খোৱা বাচনতে চাহ-জলপান আদি খুৱায়। কঁাহী-বাটি শ্ৰীমান অৰুণে নিজে মাজে। কিবা কথা ক'লে অৰুণৰ বৰ খং উঠে। মই হৰিজন সেৱক সঙ্ঘৰ-পৰা তাৰ স্কুলৰ মাচুল দিবলৈ গাত ল'লোঁ। লৰৰিমেনে সেইবাবে মোক আৰু বেছি ভাল পোৱা হ'ল আৰু মোক 'ফাদাৰ' বুলি সম্বোধন কৰিবলৈ ধৰিলে। মাজে মাজে কেতিয়াবা দুই-এখন কিতাপৰ দামো দিওঁ। এইদৰে লৰৰিমেনক আমাৰ নিজৰ ঘৰৰ ল'ৰা যেন লগা হ'ল। নগা ল'ৰা আহি আমাৰ ঘৰৰ কঁাহী-বাটিতে খায় বুলি জানি আমাৰ গাৱঁৰ বামুণ-শূদিৰ সকলোৱে আমাৰ ঘৰত চাহ-পানী, জা-জলপান খাবলৈ শঙ্কা কৰিবলৈ ধৰিলে। বন্ধত চাওঁলে গৈ লৰৰিমেনে মোলৈ কুকুৰা-কণী কেইটামান লৈ আহিছিল আৰু মোক কৈছিল, "এইকেইটা মোৰ মাই তোমালৈ দি পঠিয়াইছে।" মই কুকুৰা কণী নাখাওঁ বুলি কোৱাত লৰৰিমেনে কলে, "আমি খাওঁ, তুমিও খাব লাগিব।" মই কণীকেইটা তাকে খাবলৈ ক'লোঁ। মই নল'লোঁ। লৰৰিমেনে বৰ বেজাৰ পালে। পিচত আকৌ এবাৰ কুকুৰা-কণী লৈ আহি মোক দিলত মই ল'লোঁ আৰু মোৰ সক ল'ৰাকেইটাক খাবলৈ দিলোঁ। এদিন চক্ বজাবলৈ লৰৰিমেনৰ মাক আৰু মাহীয়েক আহি-ছিল। লৰৰিমেনে তেওঁবিলাকক আমাৰ ঘৰলৈ যাবলৈ কৈছিল। মোক বজাৰতে লগ পাই মাক আৰু মাহীয়েকক মোক চিনাকি কৰি দিয়ালে আৰু দুয়ো হোৱাৰপৰা মোক আদা, প্যাপ আৰু জলকীয়াৰ টোপোলা

কেইটামান দিলে। সেইকেইটা টোপোলা মোৰ কাৰণে চাওঁৰপৰা বান্ধি লৈ আহিছিল। লৰৰিমেনে এতিয়া মেট্ৰিকুলেশ্যন পাছ কৰি মোককচাওত স্কুল-মাষ্টৰ কাম কৰে। বিয়া কৰালে। এবাৰ নে দুবাৰ মোক দেখা কৰিবলৈ আহিছিল। মাজে মাজে মোলৈ চিঠি আদি দিছিল। তাৰ ডাক্তৰী পঢ়িবৰ বৰ ইচ্ছা আছিল। হৰিজন সেৱক সঙ্ঘৰপৰা বৃত্তি লৈ ডিব্ৰুগড় মেডিকেল স্কুলত পঢ়িবৰ মন আছিল। সি মোলৈ লিখিছিল যে, নগাবিলাকৰ মাজত বহুত বেমাৰ আদি হয়। নিজৰ মানুহৰ মাজত ডাক্তৰ নাই। সি ডাক্তৰ হৈ নগাৰ মাজত সেৱাৰ কাম কৰিবলৈ ভাল পায়। মেট্ৰিকুলেশ্যন পাছ কৰি বিয়া কৰাই মেডিকেল স্কুলত পঢ়াৰ ভাব বোধকৰোঁ তাৰ নাইকিয়া হ'ল।

## কিনাৰাম বেজ

বালিগাৱঁৰ স্বতকুলীয়া বেজ কিনাৰামক এদিন দুপৰীয়া কোনো-বাই গৰু-গাড়ী এখনত ভৰাই মোৰ ঘৰত থৈ গ'লহি। বুঢ়া একেবাৰেই অন্ধ। তাতে অনেকপ্ৰকাৰ ব্যাধিগ্ৰস্ত। পুতেক-বোৱাৰীয়েকৰ অত্যাচাৰত তং নাপাই কাৰ বুদ্ধিত বা পৰামৰ্শত ক'ব নোৱাৰোঁ, মোৰ ঘৰলৈ বুঢ়া গুচি আহিল। মই নিৰুপায়। কি কৰোঁ? ল'ৰাকেইটাই বুঢ়াক ভাত খাওঁতে কৈ থাকে, "এইখন ভাতৰ কাঁহী।" ভাত-আঞ্জা হাতেৰে ধৰাই দিয়ে। মুখ ধুবলৈ, গা ধুবলৈ, শৌচ কৰিবলৈ সকলোতে বুঢ়াক ধৰি ধৰি নিব লাগে। মোৰ ঘৰত এনেদৰে এসপ্তাহমান আছিল। তাৰ পিচত আকৌ বুঢ়াক গাড়ী এখন ধৰি লৈ গ'লহি। ডাকঘৰত বুঢ়াৰ অলপ টকা জমা আছিল। মাটি-বাৰীও অলপ আছিল। এদিন বুঢ়াই মোক ক'লে, "মোৰ মাটি-বাৰী আপোনাক দিম।" মই ক'লো, "মোক তোমাৰ মাটি-বাৰী নালাগে।" বুঢ়াক যিয়ে অলপ মৰম কৰা যেন দেখে বুঢ়াই তাকে মাটি-বাৰী দিম বুলি কয়। ইয়াৰ কিছুদিনৰ পিচত মই গৰখীয়া দ'লৰ ফালে গৈছিলোঁ। বুঢ়াৰ ঘৰলৈ গৈ দেখোঁ, বুঢ়াক পাছফালে ছাগলী ঘৰৰ দৰে এখন চালি সাজি থাকিবলৈ দিছে। বুঢ়াই সেই ঘৰৰপৰা শৌচ প্ৰস্ৰাব সকলোঁ কৰে। গাৰ কাপোৰত মল-মূত্ৰ লগাত মাখিয়ে এটা দ'ল কৰি আৱৰি আছে। মই বুঢ়াৰ অৱস্থা দেখি বৰ দুখ পালোঁ। বোৱাৰীয়েক আছিল। এনেতে পুতেক আহিল। মই তাক বৰ ধমকি দিলোঁ আৰু ক'লো, "গাড়ী এখন ভাৰা কৰি বঢ়াক ডাক্তৰখানাত থোৱা, গাড়ীৰ ভাৰা মই দিম।" গাৱঁৰ মানুহ কেইজনমানে মোৰ আগত শলাগি পিচত একো নকৰিলে। ইয়াৰ প্ৰায় কিছুদিনৰ পিচত বুঢ়া মৰিল বুলি খবৰ পালোঁ।

চন্দ্ৰকমল বেজবৰুৱাদেৱে এই সময়ত শিৱসাগৰত ন-পুখুৰী আৰু পুৰণি পুখুৰী মাছৰ কাৰবাৰ কৰিবৰ কাৰণে পাঁচ বছৰৰ বাবে চৰকাৰৰপৰা লৈ মাছ বেচা কামত লাগি যায়। ব্ৰাহ্মণে মাছ বেচাটো সনাতনী বন্ধু-সকলৰ প্ৰতি অসহ্য। চন্দ্ৰকমল বেজবৰুৱাৰ বিৰুদ্ধে বহুত প্ৰচাৰকাৰ্য সনা-তনী বন্ধুসকলে ভিতৰে ভিতৰে কৰিছিল; কিন্তু প্ৰকাশ্যে তেখেতক সমাজৰপৰা বহিষ্কাৰ কৰিবলৈ কোনো সভা-সমিতি পতা নাছিল। চন্দ্ৰকমল বেজবৰুৱা-দেৱে তেওঁ নিজকে "বিষয়া" বুলি কৈছিল। মাজে মাজে ব্ৰাহ্মণসকলক তেওঁৰ বিলত ধৰা মাছ দান দিছিল।

## দেশভক্ত আৰু কৰ্মবীৰৰ মাজত প্ৰতিদ্বন্দ্বিতা

আমাৰ দুৰ্ভাগ্য, অসমৰ তৰুণ-নবীনৰ মাজত নিৰ্বাচন যুদ্ধ হ'বলগীয়া হ'ল। ১৯২১ চনৰপৰা তৰুণৰাম ফুকন অসমৰ মুকুটবিহীন ৰজা বুলি জনাজাত। ১৯২১ চনত দেশভক্ত তৰুণৰাম ফুকনে অসাধাৰণ প্ৰতিভাৰ পৰিচয় দি অসমৰ ৰাজনৈতিক আকাশত ভোটা তৰাৰ দৰে জিলিকি অসমীয়া ৰাইজৰ অদ্বিতীয় নেতা হৈ বহিছিল। আন প্ৰদেশতো দেশভক্ত ফুকনৰ দৰে মন্ত্ৰমুগ্ধ কৰি দিব পৰা বাক্‌শক্তি থকা নেতা অতি বিৰল। পণ্ডিত মতিলাল নেহৰুৰ দৰে দেশভক্ত ফুকন অসমীয়াৰ প্ৰাণপ্ৰিয় আছিল।

কৰ্মবীৰ নবীন বৰদলৈৰ ওজস্বী ভাষণ আৰু স্বদেশপ্ৰেম দেশভক্ত ফুকনৰ নাম-নাচতে। অসমৰ এই দুজন অদ্বিতীয় নেতাই গোটেই অসম-বাসীক গন্তব্য স্থানলৈ নিনিয়া পৰ্যন্ত ৰাজনৈতিক পথৰ গুৰিয়াল হৈ থাকিব বুলি অসমীয়াই আশা ৰাখি আছিল। দেশভক্ত ফুকনে ১৯২৬ চনৰ গুৱাহাটী কংগ্ৰেছৰ পিচত কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য নিযুক্ত হৈ এবাৰো কোনো মিটিঙত যোগদান নকৰি অসমবাসীৰ মনত কষ্ট দিছিল। তাৰ পিচত তেখেঁতে কেন্দ্ৰীয় পৰিষদৰ সদস্য হৈও কোনো কাম কৰি অসমীয়াক দেখুওৱা নাছিল। দেশভক্ত ফুকনে ক্ৰমে অসমৰ নেতৃত্বৰ দায়িত্বৰপৰা আঁতৰি যাবলৈ ধৰিলে। ১৯২২ চনত দেশভক্ত ফুকনে গয়া কংগ্ৰেছত দেশবন্ধু চিত্তৰঞ্জন দাসদেৱৰ লগত স্বৰাজ্য পাৰ্টিভুক্ত হোৱাত তৰুণ অসমে ভাল পোৱা নাছিল। তাৰ পিচত গুৱাহাটীৰ কংগ্ৰেছৰ পিচত দেশভক্ত ফুকনে হেৰোৱা আসন পুনৰ লাভ কৰি নিজৰ দোষতে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্যপদ হেৰুৱালে। আনফালে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে লাহোৰ কংগ্ৰেছৰ সিদ্ধান্ত মানি লৈ অসম কাউন্সিলৰপৰা ইস্তফা দি পুনৰ নতুন স্বৰাজ্য পাৰ্টি গঠন কৰি মঙ্গলদৈৰপৰা কাউন্সিলৰ উপনিৰ্বাচনত বাচনি বিচাৰি নিজে সেই পৰিত্যাগ কৰা আসনৰ বাবে প্ৰাৰ্থী হৈছিল আৰু নিৰ্বাচনত ভোট নাপাই জাতো যোৱা পেটো নভৰা অৱস্থা হৈছিল।

এই দুজনা অসমৰ অদ্বিতীয় নেতাই ১৯৩০ আৰু ১৯৩২ চনৰ আন্দোলনত নেতৃত্ব গ্ৰহণ কৰা নাছিল। যদিওবা কৰ্মবীৰ বৰদলৈদেৱে জাতীয় পতাকা অভিবাদন কৰাত যোগদান কৰি ১৯৩২ চনত তিনিমাহ কাৰাদণ্ড ভোগ কৰিছিল তথাপি এই দুজনা নেতাৰ ওপৰত তেওঁলোকৰ অসমবাসীৰ অগাধ শ্ৰদ্ধা অটুট আছিল। যিকোনো সময়তে এখেতসকলে অসমৰ নেতৃত্ব ল'বলৈ কোনো বাধা পোৱা নাছিল। সদায় অসমে তেখেতসকলক নেতৃত্ব দিয়েই থৈছিল। সেই সময়লৈকে অসমৰ ৰাজনীতি ক্ষেত্ৰত এখেত দুজনৰ প্ৰতিদ্বন্দ্বী কোনো নাছিল। নিজে নিজেই ৰাজমুকুট খহাই দি এখেত দুজনে অসম ৰাষ্ট্ৰীয় আকাশৰপৰা অৱসৰ লোৱাদি লৈছিল। ১৯৩৪ চনত কংগ্ৰেছে কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ বাচনিত প্ৰতিযোগিতা কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰাত সেই সময়ত কৰ্মবীৰ বৰদলৈকে কংগ্ৰেছ প্ৰাৰ্থী মনোনীত কৰা হয়। কিন্তু দেশভক্ত ফুকনে বৰদলৈৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বী হিচাপে উঠি ভিতৰুৱা দনখন গোটেই অসমতে প্ৰকাশ কৰি দিয়ে। বৰদলৈ আৰু ফুকনৰ কাৰণে ভোট বিচাৰি গাৱঁলীয়া ৰাইজৰ আগত কংগ্ৰেছ কৰ্মীসকল বিমোৰত পৰিছিল। কংগ্ৰেছৰ নামত কৰ্মবীৰ বৰদলৈৰ জিত হ'ল। দেশভক্ত ফুকনৰ পৰাজয় হ'ল। লগে লগে অসমৰ দুজন অদ্বিতীয় নেতাৰ ভিতৰত এজনে অৱসৰ গ্ৰহণ কৰিলে। কৰ্মবীৰ বৰদলৈদেৱে নতুন এছেমন্নীত সময়োপযোগী বক্তৃতা দি দেশবাসীৰ মন আকৰ্ষণ কৰিছিল। কৰ্মবীৰ বৰদলৈৰ কিছুদিনৰ পিচত সামান্য মটৰ দুৰ্ঘটনাত ভৰিত অলপ ঘা হয়। সেই দোষতে তেখেতৰ বহুমূত্ৰ ৰোগ হয়। তেখেত ক্ৰমে শয্যাগত হৈ পৰে আৰু সেই ঘা নুশুকায়। কৰ্মবীৰ বৰদলৈক অসমে কংগ্ৰেছৰ অদ্বিতীয় নেতা হিচাপেই তেখেতৰ কৰ্মজীৱনৰ শেষ সন্মান জনাই ইহ সংসাৰৰপৰা বিদায় দি ম্ৰিয়মান হয়।

## অসম প্ৰাদেশিক ৰাষ্ট্ৰ সন্মিলনীৰ তৃতীয় অধিবেশন

### ঢেকীয়াখোৱা অধিবেশন

১৯৩৫ চনৰ মাৰ্চ মাহত এই অধিবেশন ঢেকীয়াখোৱাত বহে। শ্ৰীযুত শশীধৰ মলীয়াবৰুৱাদেৱ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। প্ৰবীণ যুৱক নেতা শ্ৰীযুত অমিয় কুমাৰ দাস আছিল মূল ৰাষ্ট্ৰসভাৰ সভাপতি। শ্ৰীযুত মহাদেৱ শৰ্মাদেৱ আন কোনো এক সভাৰ সভাপতি আছিল। শ্ৰীল শ্ৰীশ্ৰীযুক্ত গড়মুৰীয়া সত্ৰাধিকাৰ প্ৰভুই হাতীৰকৰা নগৰ উদ্বোধন কৰিছিল। খাদী সভাৰ প্ৰদৰ্শনী হৈছিল। শ্ৰীযুত মহেশ্বৰ বৰকটকী, শ্ৰীযুত পদ্মেশ্বৰ গোস্বামী, শ্ৰীমান সৰ্বেশ্বৰ বৰদলৈ আদিয়ে বিশেষ যত্ন লৈ কাম চলাইছিল।

ভৰ গাৱঁৰ মাজত এনে বিৰাট অনুষ্ঠানৰ আয়োজন কৰা এয়ে প্ৰথম। শ্ৰীযুত শশীধৰ মলীয়াবৰুৱাদেৱৰ ঘৰতে বেছি ভীৰ পৰিছিল। যোৰহাটৰ চাৰিওফালৰ অসংখ্য কৰ্মীয়ে এই অধিবেশনত যোগদান কৰিছিল। এই অধিবেশনতে অসম প্ৰাদেশিক ৰাষ্ট্ৰভাষা সমিতি এখন গঠন কৰা হৈছিল। সভাপতি আছিল শ্ৰীশ্ৰীযুক্ত গড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভু আৰু সম্পাদকৰ বাব মোৰ ওপৰত দিছিল। অসমত ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি ৰাধাৰপৰা প্ৰথমে বাবা ৰাঘৱদাস তাৰ পিচত কাকা কালেলকাৰজীৰ তত্বাৱধানত বিশেষৰূপে গঠন হৈ গ'ল।

## অসমত খাদী সঙ্ঘ স্থাপন

মহাত্মাজীয়ে অসম ভ্ৰমণ শেষ কৰি যোৱাৰ পিচত মই মহাত্মাজীলৈ এখন চিঠি দিছিলোঁ আৰু সেই চিঠিত মহাত্মাজীয়ে যোৰহাটত দিয়া প্ৰতিশ্ৰুতি অনুসৰি অসমত খাদী সঙ্ঘ স্থাপনৰ অৰ্থে টানি অনুৰোধ জনাই-ছিলোঁ। মোৰ চিঠিখন মহাত্মাজীয়ে শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰলৈ পঠিয়ালে। শ্ৰীযুত শঙ্কৰলাল বেঙ্কাৰজীয়ে মোলৈ লিখালিখি কৰি শেহত শ্ৰীযুত অন্নদা প্ৰসাদ চৌধুৰীক পঠিয়ায়। শ্ৰীযুত অন্নদা প্ৰসাদ চৌধুৰীয়েও মোৰ ঘৰত থাকি কথা-বাৰ্তা পাতি যোৰহাটৰ ঢেকীয়াখোৱা আৰু ককিলামুখৰ দেউৰী গাৱঁলৈ গৈ যোৰহাটত দুই-তিনিটা খাদী কেন্দ্ৰ স্থাপন কৰিবলৈ এটা আঁচনি কৰি যায়। মই ঢেকীয়াখোৱা, দেউৰীগাওঁ আৰু বৰহোলাত তিনিটা কেন্দ্ৰ খুলিবলৈ দিহা কৰোঁ। শ্ৰীযুত শশীধৰ মলীয়াবৰুৱা, দেউৰী গাৱঁৰ এটা ল'ৰা আৰু শ্ৰীযুত পদ্মেশ্বৰ গোস্বামীক খাদী কামত শিক্ষা দিবলৈ শিৱ-সাগৰৰ প্ৰধান খাদী কৰ্মী শ্ৰীযুত বিমলাপ্ৰসাদ চলিহাদেৱে শ্ৰীযুত পদ্মকান্ত গোস্বামী নামেৰে এজন ট্ৰেইনাৰ পঠিয়াই মধ্যম পিঞ্জনৰ শিক্ষা দিয়ে। যথা-সময়ত তিনিটা খাদী কেন্দ্ৰ যোৰহাটত স্থাপন হয়। শ্ৰীযুত অন্নদা প্ৰসাদ চৌধুৰী গৈ শ্ৰীযুত বিমলাপ্ৰসাদ চলিহাদেৱৰ সহায়ত শিৱসাগৰতো দুই-তিনিটা খাদী কেন্দ্ৰ খোলে। তাৰ পিচত শ্ৰীযুত মহেন্দ্ৰ হাজৰিকা আদিক লৈ নগাওঁ জিলাৰ বহাত খাদী কেন্দ্ৰ খোলে। শ্ৰীযুত শশীধৰ মলীয়াবৰুৱাৰ কেন্দ্ৰ ভাল ৰকমে চলে। মই নিজে পৰিদৰ্শন কৰি দুই-তিনিবাৰ ঢেকীয়া-খোৱাত প্ৰদৰ্শনী আদি পাতি গাৱঁত সূতা কটা কামত উৎসাহ দিছিলোঁ। শ্ৰীযুত ঠক্কৰ বাপা আহি ট্ৰাইবেলসকলৰ গাৱঁত স্কুল পাতিবৰ কাৰণে দেউৰী গাৱঁলৈ গৈছিল। শ্ৰীযুত ঠক্কৰ বাপাই এই দেউৰী গাৱঁৰ ভিতৰত থকা গৃহশিল্প আদি কামবোৰ দেখি বৰ আনন্দিত হৈছিল। নাম দেউৰী গাৱঁত এখন স্কুল পতা হৈছিল। আমাৰ খাদী কৰ্মীজনেই এই স্কুলৰ মাষ্টৰ হ'ল। তাৰ পিচত সেই স্কুলখন লোকেল বোৰ্ডে ল'লে। তেওঁ খাদী কাম এৰি

দিলে। আমিও আৰু যত্ন কৰিব পৰা নাছিলোঁ। বৰহোলা কেন্দ্ৰৰ কৰ্মী শ্ৰীযুত কেশধৰ ফুকনক নিযুক্ত কৰা হৈছিল। তাতো কিছুদিন কাম চলিল। শেহত আওহতীয়া হোৱা বাবে এৰি দিবলগীয়া হ'ল। শ্ৰীযুত অন্নদা প্ৰসাদ চৌধুৰীদেৱ যোৰহাটলৈ কেবাবাৰো আহিছিল। বৰ্তমান নিখিল ভাৰত শিপিনী সঙ্ঘৰ অসম শাখাৰ প্ৰধান সাম্পদক শ্ৰীযুত বিমলাপ্ৰসাদ চলিহাৰ তত্ত্বাৱধানত অসমত খাদী প্ৰচাৰ কাৰ্য সুন্দৰ ৰূপে চলিছে। নগাওঁ জিলাত ১৯২৬ চনৰ কংগ্ৰেছৰ তম্বুঘৰৰ বাবে কৰা কামৰ বাবে যি উদ্গনি হৈছিল সেই খাদী তৈয়াৰ কৰাৰ ফলত এতিয়া স্থায়ীভাৱে খদ্দৰ উৎপন্ন হৈ আছে। এই জিলাত খাদী উৎপন্ন কৰাৰ ভাৰ উপযুক্ত লোকৰ হাতত অৰ্পণ কৰা হৈছে।

## মীনকান্ত গোস্বামী

মোৰ নামঘৰ মুকলি কৰাৰ পিচত, বিশেষকৈ হৰিজনসকলক একেলগ কৰি নাম-কীৰ্তন আৰু মাহ-প্ৰসাদ খোৱাৰ পিচত কেইজনমান সনাতনী নামধাৰী ব্ৰাহ্মণে সমাজচ্যুত কৰিবলৈ চেষ্টা কৰাৰ প্ৰবল সোঁতৰ মাজত স্বৰ্গীয় গোস্বামীদেৱে মোক কাছাৰীৰপৰা ঘৰলৈ যাওঁতে বাটত লগ ধৰে আৰু কয় যে তেখেতে মোৰ ঘৰত আলহী হ'বলৈ আহিছে। মই তেখেতক বুজাই ক'লোঁ। মোৰ ঘৰ ওচৰ-চুবুৰীয়া ব্ৰাহ্মণসকলে এৰিছে, তাতে তেখেত গোস্বামী। মোৰ আলহীক ভাত পাগ কৰিবলৈ সেই মুকলি কৰা নামঘৰতে দিব লাগিব। তেখেতে সকলো কথা বুজি মোৰ ঘৰত থাকিবলৈ মান্তি হ'ল। দুয়ো বজাৰ কৰি খোৱা বস্তু কিনি আমি ঘৰলৈ গ'লোঁ। তেখেত বৰ কথাচহকী আছিল আৰু বহুত খুহুটীয়া কথা ক'ব জানিছিল। মোৰ ঘৰত তেখেতে তিনি কি চাৰিদিন আলহী আছিল। এইকেইদিনত তেখেতক সনাতন বন্ধুসকলে হেনো কৈছিল, "সেই নাম-ঘৰত মেতৰ আদি সুমুৱাই মাহ-প্ৰসাদ খাই শ্ৰীযুত কৃষ্ণ শৰ্মাই সকলো হিন্দুকে একাকাৰ কৰিব খুজিছে। আপুনি গোসাঁই হৈ কিয় তেওঁৰ ঘৰত আলহী হৈ আছে?" ইত্যাদি। গোস্বামীদেৱে হেনো উত্তৰ দিলে, "নাম-কীৰ্তনত দোষ কেনেকৈ হয়? একে ধৰ্মৰ মানুহে একে ঠাইতে নাম-কীৰ্তন কৰি মাহ-প্ৰসাদ খোৱাটোহে আচল ধৰ্ম। লেই-লেই ছেই-ছেই কৰাটো অধৰ্ম। শ্ৰীযুত শৰ্মাই ধৰ্মহে কৰিছে।" মোৰ আইৰ মনৰ আশঙ্কা তেওঁ বহুত পুৰাণ-ভাগৱতৰ কথা কৈ দূৰ কৰিলে আৰু আমাৰ ঘৰত থকা কেইদিন গোস্বামীদেৱে বহুত পুৰণি কথা কৈ মোক মোহিত কৰিছিল। মহাত্মাজীয়ে মোৰ ঘৰত পদাৰ্পণ কৰি এনে এটা সৎ কৰ্মৰ আৰ্হি দি থৈ যোৱাত তেখেতে মোক বৰ ধন্যবাদ জনাই ঘৰলৈ যায়। তেখেতৰ ঘৰ

উত্তৰ লক্ষীমপুৰ পানীগাঁৱৰ ওচৰত। উত্তৰ লক্ষীমপুৰত সাহিত্য সভাত তেখেতৰ লগত মোৰ পৰিচয় হৈছিল। তেখেত এজন সাহিত্যিক আছিল। সেই সময়ত গোস্বামীদেৱে মোৰ সমৰ্থক হৈ মোক সমাজচ্যুত কৰিব খোজা বন্ধুসকলক মোৰ হৈ উত্তৰ দিছিল।

## জাঁজী হাইস্কুলৰ ছাত্ৰসভাৰ সভাপতি

মই মোমাইদেউৰ ঘৰত থকা দিনৰপৰা জাঁজী জামুগুৰি অঞ্চলটোৰ প্ৰতি মোৰ বিশেষ শ্ৰদ্ধা আছিল। আমাৰ সৰু জেঠাইৰ ঘৰ তাতে। সৰু জেঠাইৰ ধুতি-নীতি, চাফ্-চিকুণৰ কথা দেখি-শুনি আমি সকতে অবাক হৈছিলোঁ। তেওঁৰ শঙ্কা কথাই কথাই। কুকুৰৰ ছাঁটো গচকিলেও গা ধুইছিল। দিনত কেইবাৰ গা ধোৱে হিচাপ নাই। চিৰাৰ জলপান গা ধুই খাব লাগে। বিধুতি গাৰে ৰান্ধনী ঘৰলৈ সোমাবলৈ নিদিয়ে। গা ধুই তিতা তিয়নিৰে চুৰীয়া পিন্ধিব লাগে। গা ধুই ভাত নোখোৱা পৰ্যন্ত ক'তো বিধুতি জাগাত বহিব নালাগে। সৰু জেঠাইৰ শঙ্কা মাৰি কাম কৰিব পৰা মানুহ সেই গাৱঁত বহুত কমহে আছিল। সেই ঠাইত বিখ্যাত পণ্ডিত কাশীনাথ ভট্টাচাৰ্যৰ মতামত সৰু জেঠায়ে মানিছিল। বৰ মোমাইদেউ আৰু মাজু মোমাইদেউৰ কথা শুনিছিল। সৰু জেঠাইৰ চকুৰ আগতে বৰ্তমান প্ৰচলিত শিক্ষাই সেই পুৰণিকলীয়া ধুতি-নীতি চাফ-চিকুণৰ ভেটি উভালি পেলালে। আমি যিমানেই নিজৰ ৰান্ধনী ঘৰৰ তলা-চাবি মাৰি চলোঁ সিমানেই বাহিৰত স্কুল-কলেজত, ৰেল-জাহাজত, হোটেল-চাহৰ দোকানত আমাৰ ধুতি-নীতি, চাফ-চিকুণতা উৰি যায়। বাহিৰত একৰকমে চলি ঘৰলৈ আহি নমো নমো হৈ পৰোঁ। সেই সময়ত গা মুধুই খোৱা, শৌচ কৰি গা নোধোৱা, বাহী গাই চাহ খোৱা আদি কামবোৰ গাৱঁত নচলিছিল। এতিয়া আৰু সেই দিন নাই। স্কুল-কলেজত পঢ়া ল'ৰাই এইবোৰ অভ্যাস বুঢ়াসকলৰ কাৰণে এৰি দিলে।

সৰু জেঠাই বৰ আজলী আছিল। তেখেতৰ বহুত কথা শুনি হাঁহি উঠে। সৰু জেঠাই তেতিয়া ন-বোৱাৰী। এবাৰ আলহী আহিব বুলি শাহুৱেকে সৰু জেঠাইক কোমল চাউল দুটামান পানীত পেলাই থ'বলৈ কোৱাত সৰু জেঠায়ে পুখুৰীত কেইটামান কোমল চাউল পেলাই দিলে। আলহী আহিলত কোমল চাউলৰ কথা সোধাত সৰু জেঠায়ে কৰা কাম শুনি শাহুৱেক অবাক হ'ল। এইদৰে সৰু জেঠাইৰ কিছুমান কথা শুনি আমি হাঁহি ৰখাব পৰা নাছিলোঁ। মুঠতে সৰু জেঠাইৰ ঘৰখন আন সৰ্ব-সাধাৰণতকৈ বেছি ৰক্ষণশীল আছিল।

মোৰ বিৰুদ্ধে হোৱা আন্দোলনৰ ঢৌৱে জাঁজী পাৰ হৈ গ'লহি। পুৰোহিতে পুৰোহিতালি এৰিব, বিয়া-সবাহ আদিলৈ মানুহ নহা হ'ব, ৰবিয়া-পৰীয়াত মানুহে সহানুভূতি নেদেখুৱাব, মৰাৰ লগত কোনো শ্মশানলৈ নাযাব— এনেকৈ এঘৰীয়া হৈ থকাটো বাস্তৱিকতে বৰ টান কথা। সমাজ সংস্কাৰক-সকলে এই অগ্নি-পৰীক্ষাৰ মাজেদি যাবই লাগিব। যি যিটো দৃঢ়বিশ্বাস কৰি সমাজৰ বাট উলিয়ায়, তেওঁৰ পক্ষে পুৰণিকলীয়া হ'লেও ভুল পথটো পৰিত্যাগ কৰিবলৈ অলপো কষ্ট নহয়, বৰঞ্চ আনন্দহে হয়। মোৰ যিটো কাম কৰিলে আনন্দ হয়, মুবুজা লোকৰ পক্ষে সেয়ে অতি কষ্টদায়ক হৈ পৰে। গৈ থকা বাট হাবি হয়, আৰু নতুন বাট সদায় ওলাই থাকে। নতুন বাট ভঙাত প্ৰথমে যিকেইজন আগৰণুৱা হয় তেওঁবিলাকে কঠিন পৰিশ্ৰম কৰিবলগীয়া হয়। পাছৰবিলাকে সহজে পুৰণি বাট এৰি নতুন বাটে যাবলৈ ধৰে। মোৰ মনত এইবোৰ বাহ্যিক পৰিষ্কাৰ-পৰিচ্ছন্নতা যদিওবা বেয়া লগা নাছিল, যদিওবা এইবোৰ আমাৰ অতি আৱশ্যক বুলিও বিবেচনা কৰোঁ, তথাপি আমি এইবোৰৰ দ্বাৰাই ধৰ্ম ৰক্ষা হোৱা বুলি ভাবিলে ভুল হ'ব। অভ্যন্তৰত থকা অশুচি, অপৱিত্ৰতা দূৰ কৰিবৰ কাৰণে নিজৰ হৃদয় বহল কৰি ল'ব লাগে। বাহ্যিক শুচিৰ ফালে আমাৰ মন ইমান মগ্ন হ'ল যে ক্ৰমে সেই বাহ্যিক পৰিষ্কাৰ-পৰিচ্ছন্নতাটোৱেই মল ৰূপে আমাৰ মনৰূপী দৰ্পণ ঢাকি পেলালে। অন্তৰ শুদ্ধি এনেস্থলততো দূৰৰ কথা।

শ্ৰীযুত মোহনচন্দ্ৰ মহন্ত আৰু মই আগদিনাই জাঁজীলৈ যাত্ৰা কৰিলোঁ। দুয়ো জাঁজী হাইস্কুলৰ হেড্ মাষ্টাৰ আৰু হাইস্কুল প্ৰতিষ্ঠাতা শ্ৰীযুত হেমনাথ ককাইদেউৰ ঘৰতে আলহী হ'ম বুলি মনতে ভাবিছিলোঁ। শ্ৰীযুত মোহন মহন্তই তেখেতৰ মিতিৰৰ ঘৰত থাকিল। মই গৈ শ্ৰীযুত হেম ককাইদেউৰ ঘৰ পালোঁগৈ। তাতে কথা-বাৰ্তা পাতি সভাপতিৰ অভিভাষণ আদি লেখি আগৰ দৰে মই সকলো প্ৰকাৰে স্নেহ-সম্ভাষণৰ মাজত ৰাতিটো কটাই পিচদিনা সভাত মোৰ সভাপতিৰ অভিভাষণ পাঠ কৰিলোঁ। মোৰ অভিভাষণত হৰিজনৰ আন্দোলনৰ সম্পৰ্কে নামঘৰ মুকলি কৰা প্ৰসঙ্গ আৰু বাল্যবিবাহ বন্ধ আৰু আৱশ্যক মতে বিধবা বিবাহৰ প্ৰচলনৰ বিষয়ে খোলাখুলিভাৱে কোৱা হৈছিল। মোৰ অভিভাষণত লিখা কথাবোৰ ৰক্ষণশীল সনাতনী ভাবাপন্ন শ্ৰীযুত হেম ককাইদেউ আৰু শ্ৰীযুত ডম্বৰুধৰ ধাউণ্ড আদিৰ বৰ টান হৈ উঠিলত তেখেতসকলে প্ৰকাশ্যে মোৰ বক্তব্যৰ বিৰুদ্ধে ক'বলৈ বাধ্য হ'ল। মই উত্তৰ দিলোঁ। মোৰ হৈ শ্ৰীযুত মোহন মহন্তয়ো ক'লে। ছাত্ৰসকলৰ পক্ষৰপৰা মই পুৰা সমৰ্থন পালোঁ। তথাপি মই ক'লোঁ, মোৰ অভিভাষণত যিবোৰ কথা কোৱা হৈছে সেইবোৰ তেওঁবিলাকে মানি ল'বলৈ বাধ্য নহয়।" ইমানতে শেষ হ'ল। পুনৰ শ্ৰীযুত হেম ককাইদেউৰ ঘৰত আলহী হৈ থাকি পিচদিনা ঘৰলৈ উভতি আহিলোঁ। পিচত এই বিষয়

লৈ খবৰ কাগজত লিখালিখি হৈছিল। শ্ৰীযুত হেম ককাইদেৱে মোৰ খোৱাৰ বন্দোৱস্ত আন ঠাইত কৰিছিল হেনো ; কিন্তু যেতিয়া তেখেতৰ ঘৰ আগেয়ে পালোঁগৈ পিচত সেই প্ৰস্তাৱ কৰিবলৈ ভাল নাপালে। মই য'তে ত'তে সম্মান আৰু আদৰ পাবলৈ ধৰিলোঁ। সনাতনী বন্ধুসকলৰ মাজতো অনেকে মোক শ্ৰদ্ধা কৰিছিল সমাজচ্যুত আন্দোলন ক্ৰমে নাইকিয়া হ'ল। হৰি-মন্দিৰত তথাকথিত হৰিজনসকলক প্ৰৱেশাধিকাৰ দিয়াটো আমাৰ তথাকথিত উচ্চ হিন্দুসকলৰ পক্ষে অস্পৃশ্যতা বৰ্জনৰ প্ৰথম সোপান মাত্ৰ। আমাৰ হৃদয়-মন্দিৰ মুকলি হ'বই লাগিব।

## দেৰগাঁৱত অসম ৰায়ত সভাৰ দ্বিতীয় অধিবেশন

ভূতপূৰ্ব চিভিল চাৰ্জন শ্ৰীহৰিকৃষ্ণ দাসদেৱৰ সভাপতিত্বত অসম ৰায়ত সভাৰ দ্বিতীয় অধিবেশন মহা সমাৰোহেৰে দেৰগাৱঁত হয়। অভ্যৰ্থনা সভাৰ সভাপতি আছিল দেৰগাৱঁৰ একনিষ্ঠ দেশসেৱক গঙ্গাৰাম বৰমেধি। তেখেতৰ যত্নত এই সভা সুচাৰুৰূপে হৈ যায়। দেৰগাওঁ ইন্সপেকচন বঙলাৰ সমুখৰ মৈদানত এই সভাৰ বৃহৎ ৰভাঘৰ সজা হৈছিল। সদৌ অসমৰ গণ্যমান্য কংগ্ৰেছ সেৱকসকলে এই সভাত যোগদান কৰিছিল। সভাত প্ৰায় দুই-তিনি হাজাৰ লোকৰ সমাবেশ হৈছিল। টিলিকিয়াম ৰায়ত সভাৰ পিচত অসমৰ ৰায়ত সভা অসংখ্য হৈ উঠে। জিলা ৰায়ত সভা, মৌজা ৰায়ত সভা সকলো জিলাতে হৈ উঠিছিল। এই ৰায়ত সভাবোৰ সকলোৰে প্ৰিয় বস্তু হৈ উঠে। ৰায়তৰ দাবীবোৰ এই সভাবোৰৰ জৰিয়তে প্ৰকাশ পায়। ৰায়তৰ প্ৰধান দাবী হিচাপে গোটেই অসমত মাটিৰ খাজনা টকাত আঠ অনাকৈ কমোৱাৰ দাবী দাঙি ধৰা হৈছিল। তাৰ পিচত ৰায়তৰ যাৱতীয় অভাৱ-অভিযোগবোৰ এই ৰায়ত সভাবোৰৰ জৰিয়তে স্পষ্টকৈ চৰকাৰক জনোৱা হয়।

অসমৰ ৰায়তৰ মাটিৰ খাজনা বৃদ্ধি কৰাৰ নীতি অতি কঠোৰ আৰু হৃদয়হীন। দহচনীয়া, বিশচনীয়া আৰু ত্ৰিশচনীয়া পট্টাৰ লগে লগে প্ৰতি জৰীপতে মাটিৰ খাজনা বৃদ্ধি হৈ যায়। যিমানেই মাটিৰ উৰ্বৰা শক্তি কমি আহে সিমানেই মাটি ওপৰ শ্ৰেণীলৈ উঠে আৰু খাজনা সেই পৰিমাণে বৃদ্ধি হয়। ধানৰ দাম বৃদ্ধি হৈছে বুলি মাটিৰ খাজনা বৃদ্ধি হয় আৰু ধানৰ দাম কমি গ'লেও যি খাজনা বৃদ্ধি হয় সি আৰু নকমে। জলাতক মাটি দ আলতীয়া হৈ যায়। এইদৰে মাটিৰ উৰ্বৰা শক্তিলৈ ভ্ৰূক্ষেপ নকৰি প্ৰত্যেক নতুন জৰীপত খাজনা বৃদ্ধি হোৱাৰ ফলত ৰায়তৰ মাটি খাজনাৰ নিলামত যাবলৈ ধৰিলে আৰু একোখৰ মানুহৰ গড় হিচাপে

দহ-বাৰ বিঘাতকৈ বেছি মাটি নোহোৰাত পৰিল আৰু অসংখ্য ৰায়তৰ মাটি-ভেটি পৰ্যন্ত নোহোৰা হ'ল। তাৰ উপৰি ৰায়তবিলাক ধাৰত পোত খালে। প্ৰতি বছৰে গৰু কিনাত, চৰকাৰী খাজনা শোধোৱাত, ৰায়তৰ বিয়া-সবাহ, শ্ৰাধ-বিধি আদিত নানা প্ৰকাৰে খৰচ কৰিবলগীয়া হোৱাত অসমৰ ৰায়তবিলাক মহাজনৰ ধাৰত টেটুলৈকে ডুব গ'ল। তাৰ উপৰি অসম বেঙ্কিং এনকোৱাৰি কমিটি মতে ১৯২৮ চনত অসমৰ ৰায়তৰ মুঠ ধাৰ বাইশ কোটিৰ ওপৰ হ'ল।

প্ৰত্যেক ৰায়তৰ সন্তানে ধাৰৰ বোজা মূৰত লৈ জন্মগ্ৰহণ কৰে। মামলা-মোকৰ্দ্দমাত ৰায়তৰ বহু টকা যায়। ৰায়তৰ যাবতীয় বস্তুবোৰ মাত্ৰ ধান মুঠি বিক্ৰী কৰিয়েই আনিবলগীয়া হয়। ধানবো উচিত মূল্য ৰায়তে নাপায়। যি সময়ত ধানৰ মূল্য কম থাকে, টকাৰ অভাৱত সেই সময়তে ৰায়তে ধান বিক্ৰী কৰিবলগীয়া হয়। বহুত ৰায়তৰ উৎপন্ন শস্য পথাৰতে বিক্ৰী হয়। মহাজনসকলে টেটু্ত চেপা দি ধৰে। দেৱানী আইনত ৰায়তৰ ঘৰৰ ভেটি, হালৰ গৰু, খোৱা কাঁহী-বাটি, মাইকী মানুহৰ গহনা, পিন্ধা কাপোৰ-কানি আদি ক্ৰোক কৰা নিষিদ্ধ; কিন্তু খাজনাৰ বাবে কোনো বস্তুৱেই বাদ নপৰে। এইদৰে খাজনা আৰু আন আন প্ৰকাৰ হেঁচাত অভাৱ-অভিযোগত পৰি ৰায়তবিলাকৰ শতকৰা পঞ্চাশ ঘৰ নিঠকুৱা হ'ল। তদুপৰি যি দুই-চাৰিঘৰ অৱস্থাপন্ন বুলি জনাজাত তেওঁবিলাকবো এবাৰ-দুবাৰ খেতি নষ্ট হ'লেই বিপদ। তাৰ উপৰি সদায় বানপানী, গৰু-ম'হৰ বেমাৰ, ঘৰ-ঘৰোৱাৰ বেমাৰ, আলি-পদূলিৰ অভাৱ, খোৱা পানীৰ কষ্ট, শিক্ষাৰ অভাৱ, গৰু-ম'হৰ চৰণীয়া পথাৰৰ অভাৱ ইত্যাদিৰ তালিকা কৰি চালে দেখা যায় যে আমাৰ চৰকাৰৰ এটা মূৰ-গধুৰ শাসনযন্ত্ৰই ৰায়তৰ পৰা কৰ-কাটল আদায় কৰি ৰায়তক চেপি নিৰস কৰি দিয়াৰ বাহিৰে আন উপকাৰ বিশেষ একো কৰিব পৰা নাই। চৰকাৰৰ অনুষ্ঠানবোৰ প্ৰত্যেকটোৱেই মূৰ-গধুৰ। সকলো অনুষ্ঠানৰ খৰচ বহন কৰে—গৰীব ৰায়ত আৰু অসংখ্য বনুৱাবিলাকে। তেওঁবিলাকে হাড়ক মাটি, তেজক পানী কৰি কৰা পৰিশ্ৰমৰ সুফল ভোগ কৰে আনে।

এই সভাবোৰৰ জৰিয়তে খেতিয়ক সমাজে নিজৰ অভাৱ-অভিযোগবোৰ প্ৰচাৰ কৰিবলৈ বহুত সুবিধা লাভ কৰিছিল। এই ৰায়ত সভাবোৰে কংগ্ৰেছৰ বাণী তেওঁবিলাকৰ অনুকূল বুলি জানি কংগ্ৰেছৰ ওচৰত কৃতজ্ঞ হৈছিল। অসম ৰায়ত সভাৰ নিয়মাৱলী ৰচনা কৰি সেই নিয়মানুবৰ্ত্তিতাৰ তলত অসংখ্য ৰায়ত সভাই একমনে কাৰ্য কৰি নিজৰ অভাৱ-অভিযোগবোৰ নিজ মুখেৰে ব্যক্ত কৰি অনেক সান্ত্বনা পাইছিল। ৰায়ত সভাবোৰে কংগ্ৰেছৰ গঠনমূলক কামবোৰ কাৰ্যত পৰিণত কৰিবলৈ যত্ন কৰিছিল।

১৯৩৩ চনৰপৰা ১৯৩৬-৩৭ চন পৰ্যন্ত অবিৰাম অসম ৰায়ত সভাৰ কাৰ্য্যাৱলী চালে দেখা যায় যে এই সভাবোৰে চৰকাৰক খাজনাৰ হাৰ কমাই দিয়াৰলৈ বাধ্য কৰালে। অসমত কংগ্ৰেছ চৰকাৰ হোৱাত কংগ্ৰেছৰ নীতি মতেই ৰায়ত সভাবোৰৰ মাটিৰ খাজনা টকাত আঠ অনা কমোৱাৰ প্ৰধান দাবী মানি লৈ গাৱঁলীয়া ৰায়তৰ খাজনা টকাত আঠ অনা কমাই দিছিল। ৰায়ত সভাবোৰে মাদকতা বৰ্জনো সৰ্বান্তঃকৰণে সমৰ্থন কৰিছিল! অসমত কানি বৰ বিহৰ প্ৰচলনৰ বিৰুদ্ধে তীব্ৰ নিন্দা কৰিছিল। এইদৰে ৰায়ত সভাবোৰে তিনি-চাৰিবছৰ অবিৰাম প্ৰচাৰ-কাৰ্য কৰি নিজৰ নিজত্ব উপলব্ধি কৰিব পাৰিছিল।

গঙ্গাৰাম বৰমেধিৰ ঘৰখন এখন আদৰ্শ গাৱঁলীয়া পৰিয়াল আছিল। সূতা-কটা, তাঁত বোৱা আদিত বৰমেধিৰ ঘৰ একপ্ৰকাৰ স্বাৱলম্বী আছিল। খেতি-বাতিও ভালদৰে হৈছিল। প্ৰকৃত ৰায়তৰ মুখিয়াল হিচাপে বৰমেধিদেৱ আদৰ্শ কৰ্মী আছিল। তেখেতৰ সৰলতা আৰু একাগ্ৰতা শলাগিবলগীয়া। শ্ৰীযুত দাস ডাঙৰীয়াই ৰায়তৰ পক্ষে সময়োপযোগী উদগনি দিছিল। কংগ্ৰেছৰ বিশিষ্ট কৰ্মীসকলেও ৰায়তৰ দাবীবোৰ সমৰ্থন কৰি ৰায়তসকলক উৎসাহ দিছিল। শ্ৰীযুত মোহন মহন্তই ৰায়ত সভাবোৰৰ সভাৰ বিৱৰণী, প্ৰস্তাৱ আদি খবৰ কাগজত প্ৰকাশ কৰি বিশেষ সহায় কৰিছিল। তেখেতে সদায় ৰায়ত সভাবোৰৰ উন্নতিকল্পে মাজে-সময়ে প্ৰচাৰ-কাৰ্য কৰি আছিল। ১৯৩৩ চনৰপৰা ১৯৩৭-৩৮ চন পৰ্যন্ত ৰায়ত সভাবোৰ সঘনে বহিছিল। যোৰহাট জিলা ৰায়ত সভা শ্ৰীযুত ত্ৰাহিৰাম বৈৰাগীদেৱৰ সভাপতিত্বত মহা সমাৰোহেৰে যোৰহাটৰ কাটনি মৌজাৰ ঢেকীয়াজুলিৰ ওচৰত বহিছিল। শিৱসাগৰৰ বানপানীয়ে ভঙা কোৱঁৰপুৰৰ ব্ৰহ্মপুত্ৰৰ মথাউৰি বন্ধা কামত শ্ৰীযুত ত্ৰাহিৰাম বৈৰাগীদেৱ ৰায়তৰ মুখিয়াল হিচাপে গণ্য হৈছিল। এই ৰায়ত সভাবোৰৰ উদগনিত গাৱঁলীয়া বাট-পদূলি, নতুন বাট বন্ধা আৰু পুৰণি বাট মেৰামতি কৰা কামবোৰ কিছু পৰিমাণে হৈ উঠিছিল। ৰায়তৰ ভিতৰত এটা সজ্ঞবদ্ধতাৰপৰা উদ্ভৱ হোৱা শক্তি উপলব্ধি কৰিব পৰা হৈছিল। এই ৰায়ত সভাবোৰৰ মূলমন্ত্ৰ হিচাপে "ৰাইজেই ৰজা" শ্লোগান সদায় ব্যৱহৃত হৈছিল। শিৱসাগৰৰ সাপেখাতী ৰায়ত সভাত মই নিজে সভাপতিত্ব গ্ৰহণ কৰিবলগীয়া হৈছিল। শ্ৰীযুত মোহন মহন্তদেৱো মোৰ লগত গৈছিল। এই সভা মহা সমাৰোহেৰে সম্পাদন হৈছিল। শ্ৰীযুত ধৰ্মকান্ত গোস্বামীদেৱ এই সভাৰ উদ্যোক্তা আছিল। তেজপুৰত নদুৱাৰ, ছয়দুৱাৰ আদি ৰায়ত সভাৰ নাম প্ৰচাৰ হৈছিল।

গোৱালপাৰাত ৰায়ত সভা বিশেষকৈ কাৰ্যকৰী হৈ উঠিছিল। যোৰহাটলৈ পণ্ডিত শ্ৰীযুত জৱাহৰলাল নেহৰুজী আহোঁতে আমি ৰায়ত সভাৰ

বিষয়ে কোনোত পণ্ডিতজীয়ে কৈছিল, "Is your Riot Sabha like Goalpara Kishan Sabha ?" ৰায়ত সভাৰ বহুবেকীয়া ৰৰঙণি আছিল এক অনা। অসম ৰায়ত সভাৰ নিয়মাৱলী ছপা কৰি প্ৰকাশ কৰা হৈছিল। গোটেই অসমত প্ৰায় দুই-তিনিশখনমান ৰায়ত সভা গঠন হৈছিল। এই আটাইবোৰ ৰায়ত সভা 'অসম ৰায়ত সভা'ৰ অন্তৰ্ভুক্ত কৰি লোৱা হৈছিল। মুঠতে ৰায়ত সভাৰ জৰিয়তে যাতে ৰাইজ স্বাৱলম্বী হ'ব পাৰে, দহজন গোট খালে যে একো একোটা ৰাজহুৱা কাম সহজে কৰিব পৰা শক্তি ওলায়—এইটো উপলব্ধি ৰায়তে কৰিব পাৰিছিল। ৰায়তৰ অভাব-অভিযোগবোৰ সভা-সমিতি কৰি কাগজত প্ৰচাৰ কৰা আৰু চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰাত সহায় কৰিবলৈ উক্ত উপায়-বোৰ লোৱা ৰায়তৰ আগত দাঙি ধৰা হৈছিল। কংগ্ৰেছ কমিটিবোৰৰ লগত এই ৰায়ত সভাবোৰ কংগ্ৰেছ সমৰ্থিত অনুষ্ঠান হৈ পৰিছিল। বিশেষকৈ কংগ্ৰেছৰ গঠনমূলক কামবোৰত ৰায়তৰ অগাধ শ্ৰদ্ধা আছিল। অসমত কংগ্ৰেছ মন্ত্ৰীসভা গঠন হোৱাৰ লগে লগে কংগ্ৰেছ কমিটিবোৰে ৰায়ত সভা-বোৰ আঁকোৱালি ধৰিলে। ৰায়ত সভাৰ অনুষ্ঠানবোৰে কংগ্ৰেছৰ কাৰ্য-ক্ৰমণিকাত বিশ্বাস কৰি তেওঁলোকৰ দাবী কংগ্ৰেছ চৰকাৰে পূৰ্ণ কৰিব বুলি বিশ্বাস কৰিছিল। শ্ৰীযুত মোহন মহন্তদেৱে ৰায়ত সভাবোৰৰ কাৰ্য বৰ্তমান স্থগিত ৰখা উচিত বুলি জাননী দিয়াত ৰায়ত সভাৰ অনুষ্ঠানবোৰ নবহা হ'ল। অসম ৰায়ত সভাৰ কাৰ্য একৰকম বন্ধ হোৱাৰ দৰে হ'ল। এই ৰায়ত সভাবোৰৰ দ্বাৰা আমাৰ লোকা ৰায়তৰ শিক্ষাৰ প্ৰতি আগ্ৰহ, খাজনা টকাত আঠ অনা মাফৰ দাবী, চৰণীয়া ঠাই, ৰায়তৰ কাৰণে বিনামূল্যে ঘৰ সাজিবৰ কাৰণে কাঠ-বাঁহ-খেৰ আদি পাবলৈ, ৰায়তৰ পাঁচ পূৰা মাটি নথকা পৰ্যন্ত খাজনাৰ দায়ত নিলাম বিক্ৰী নহ'বলৈ, ৰায়তৰ ঘৰ-দুৱাৰ খেতি কৰা হালৰ গৰু, গাখীৰ দিয়া গাই, তিৰোতাৰ অলঙ্কাৰ খোৱা বাচন বৰ্তন আদি খাজনাৰ দায়ত নিলাম বিক্ৰী নকৰিবলৈ প্ৰস্তাৱ গৃহীত হৈছিল। ৰায়ত সভাবোৰত গৃহীত হোৱা প্ৰস্তাৱবোৰ কিতাপ আকাৰে প্ৰকাশ হোৱা হলে অসমৰ ৰায়তৰ অভাব-অভিযোগৰ এটা হুবহু ধাৰণা হ'লহেঁতেন। কংগ্ৰেছ চৰকাৰে ৰায়তৰ প্ৰধান দাবী অনুসৰি টকাত প্ৰায় আঠ অনা খাজনা কমাই দিছিল।

## অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি

ঢেকীয়াখোৱাত যি অসম ৰাষ্ট্ৰীয় সভা গঠন হৈছিল সেই ৰাষ্ট্ৰভাষা সমিতিৰ কাম একো নহ'ল। মাত্ৰ মই নিজে ৰাষ্ট্ৰভাষা শিকিবলৈ ধৰিলোঁ আৰু লগে লগে 'দৈনিক বিশ্বামিত্ৰ' আৰু 'মাসিক বিশ্বামিত্ৰ" লৈ ৰাষ্ট্ৰভাষা

শিকিবলৈ ধৰিলোঁ। হিন্দীৰ ব্যাকৰণ আদি পঢ়িছিলোঁ। এনেতে যোৰহাটলৈ কানপুৰৰপৰা শ্ৰীযুত অম্বিকা প্ৰসাদ ত্ৰিপাঠীজীক মহাত্মাজীয়ে যোৰহাটত হিন্দী প্ৰচাৰক হিচাপে পঠিয়ায়। মই এই সময়তে মোৰ 'হিন্দী অসমীয়া শিক্ষক' কিতাপখন অসমীয়া ল'ৰাক হিন্দীৰ প্ৰতি মন বহুৱাবৰ কাৰণে অসমীয়া বৰ্ণমালাৰে ছপা কৰি উলিয়াওঁ। মহাত্মাজীয়ে হৰিজন সেৱক সঙ্ঘৰ হৈ অসমত ভ্ৰমণ কৰি যোৱাৰ পিচত গোৰক্ষপুৰৰ বাবা শ্ৰীযুত ৰাঘৱদাস অসমলৈ আহে। তেখেতে অসমত হিন্দী প্ৰচাৰ কৰিবলৈ যত্ন কৰিছিল। ডিব্ৰুগড়ত অসম হিন্দী প্ৰচাৰ সম্মিলনী হয়। তালৈ মই শ্ৰীযুত অম্বিকা প্ৰসাদ ত্ৰিপাঠীজী আৰু বাবা ৰাঘৱদাসৰ লগত গৈছিলোঁ। ডিব্ৰুগড়ত এখনি হিন্দী বিদ্যালয় আছিল। শ্ৰীযুত সিংহাসন মিশ্ৰ বুলি এজন হিন্দী শিক্ষকেও এখন অসমীয়া হিন্দী কিতাপ প্ৰকাশ কৰিছিল। আমি আটাই বিলাক মাৰোৱাৰী সম্প্ৰদায়ৰ ধৰ্মশালাত আছিলোঁ। হিন্দী প্ৰচাৰ সম্পৰ্কে বক্তৃতা আদি হৈছিল। ডিব্ৰুগড়ৰ গণ্যমান্য অসমীয়া হিন্দুস্থানী আদিয়ে সভাত যোগ দিছিল। অসমৰ কেবাখন জিলালৈ হিন্দী প্ৰচাৰৰ কাম অলপ আগ বাঢ়িছিল। তাৰ পিচত কাকা কালেলকাৰজী অসমত হিন্দী প্ৰচাৰৰ ভাৰ লৈ অসমলৈ কেবাবাৰো আহি হিন্দী প্ৰচাৰৰ কাৰণে টকা তুলি অসমত এটা স্থায়ী হিন্দী প্ৰচাৰ সমিতি গঠন কৰি হিন্দীৰ পৰীক্ষাৰ কাৰণে ছাত্ৰ-ছাত্ৰীক হিন্দী পঢ়ুৱাবলৈ আৰম্ভ কৰে আৰু বহুত নতুন আৰু সহজ হিন্দী কিতাপ প্ৰকাশ কৰি দি অসমত হিন্দী প্ৰচাৰ কাৰ্যত কৃতকাৰ্য হয়।

অসমত কংগ্ৰেছ চৰকাৰৰ দিনত হাইস্কুলবিলাকৰ তলৰ শ্ৰেণী-বোৰত হিন্দী ভাষা পঢ়ুওৱাৰ ব্যৱস্থা কৰে। অতএব, এতিয়া অসমত হিন্দী পঢ়ুৱাটো বাহুল্যভাৱে প্ৰচাৰ হৈ আছে। কাকা কালেলকাৰজীয়ে মোলৈ লেখিছিল, "আপুনি অসমত প্ৰথমে হিন্দী প্ৰচাৰ কৰিছিল। এতিয়া আপুনি মোলৈ কিয় ইংৰাজীতে চিঠি লিখে।" মই তেতিয়াৰেপৰা কাকাজীলৈ হিন্দীৰে চিঠি লিখিবলৈ ধৰিলোঁ। মই হিন্দী ভাষা ঘৰতে শিকা; কোনো পৰীক্ষা পাছ কৰা নাই। হিন্দী ভাষাৰে কথা কোৱা, বক্তৃতা দিয়াত মোৰ ভাল অভ্যাস হোৱা নাই। হিন্দী কিতাপ পঢ়িব পাৰোঁ, হিন্দীৰ বক্তৃতা বুজোঁ—ইমানেই। ইয়াৰ পিচত মই পুনৰ হিন্দীৰ দ্বিতীয় ভাগ কিতাপ এখনো প্ৰকাশ কৰিছিলোঁ। এই দুখন কিতাপ বিক্ৰী হৈ গ'ল। এনেয়েও বহুত বিলালোঁ। মোৰ কিতাপ দুখনৰপৰা ক'ৰবাত কাৰোবাৰ উপকাৰ হ'লে মই কৃতজ্ঞ হ'ম। আমাৰ দেশত এটা ৰাষ্ট্ৰভাষা লাগে। হিন্দী-য়েই একমাত্ৰ ৰাষ্ট্ৰভাষা হ'বৰ উপযুক্ত। হিন্দী শিক্ষা দিলে যে মাতৃভাষাৰ উন্নতি কৰিব নালাগে, এনে নহয়। মহাত্মাজীয়ে কৈছিল, মৈঁ অসমীয়া ভাষাকী দিন প্ৰতিদিন বৃদ্ধি চাহতা হুঁ। সাথ সাথ মৈঁ অসমীয়া ভাই-বহনকো ৰাষ্ট্ৰভাষা শিখনেকো অনুৰোধ কৰতা হুঁ।"

## যোৰহাট খেতিয়ক তদন্ত কমিটি

যোৰহাট জিলা কংগ্ৰেছ কমিটিয়ে যোৰহাটৰ সকলো মৌজাৰ ৰায়তৰ আৰ্থিক অৱস্থা, ৰায়তৰ খেতিৰ উৎপন্ন শস্যৰপৰা হোৱা লাভ-লোকচান, মাটিৰ খাজনা বৃদ্ধি, মাটিৰ শ্ৰেণীবিভাগ কৰা প্ৰণালী, ধাৰৰ বোজা, স্বাস্থ্য, খাজনাৰ দায়ত মাটি-ভেটী নিলাম হোৱা, ঘৰমুৰি মাটিৰ পৰিমাণ আদি বিষয়ে তদন্ত কৰিবলৈ এখন কমিটি গঠন কৰিছিল। সেই কমিটিৰ মোৰ লগত শ্ৰীযুত মোহনচন্দ্ৰ গোস্বামী, শ্ৰীযুত দেবেশ্বৰ শৰ্মা এম্. এল্. এ. শ্ৰীযুত সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁই আদি আৰু কেইবাজন সদস্য আছিল। এই কমিটিয়ে কেবাখনো মৌজাৰ ৰায়তৰ জবানবন্দী লৈছিল। প্ৰায় দুই-তিনিশ সাক্ষ্য গ্ৰহণ কৰা হৈছিল।

অসমত খেতিয়কবিলাকৰ বিষয়ে চৰকাৰৰ তৰফৰপৰা একো বিশেষ উন্নতিমূলক কাম হাতত লোৱা দেখা পোৱা নাযায়। অসমত কিয়, সদৌ ভাৰতবৰ্ষত খেতিয়ক-বন্ধুৱাইহে ৰাইজ, যাক বোলা হয় নিৰ্বাক কোটি, ইংৰাজীত যাক "ডাম্ব মিলিয়নছ" বুলি কোৱা হয়। লিখিব-পঢ়িব নজনা নিজৰ অভাৱ-অভিযোগৰ কথা ফুটাই কব নোৱাৰা ভাৰতৰ অসীম জনতা। ভাৰতত প্ৰায় সাত লক্ষ গাওঁ আছে। অসমতো অৰ্থাৎ শ্ৰীহট্ট বাদ কৰি আৰু পৰ্বতীয়া জিলাকেইখন বাদ দি ব্ৰহ্মপুত্ৰ নৈৰ পূব আৰু পশ্চিম সীমা বৰ্তমান ধুবুৰীৰপৰা শদীয়া পৰ্যন্ত খাছ অসমীয়া জাতিৰ বসতি। নগা পাহাৰ খাছীয়া-জয়ন্তীয়া পাহাৰ, লুচাই পাহাৰ, গাৰো পাহাৰ, মিকিৰ পাহাৰ আদি পৰ্বতীয়া অঞ্চলক বৃটিছ চৰকাৰ হ'বৰ দিনাৰপৰা অসমীয়া জাতিৰপৰা ফালি লৈ পৰ্বতীয়া আৰু ভৈয়ামৰ লোকসকলৰ মাজত এখন অলঙ্ঘ্য প্ৰাচীৰ কৰি ৰখা হৈছে। সেই জিলাবোৰত প্ৰয়োগ হ'ল হিল্ ৰেগুলেশ্যনৰ নিয়ম। ফলত সেইবোৰ পৰ্বতীয়া অঞ্চললৈ অসমীয়া মানুহ আন জিলাৰ পৰা অহা-যোৱা কৰা বা বসতি কৰা সেই কঠোৰ আইনৰ অধীন হ'ল। যি অসম এসময়ত এখন বিৰাট অসম ৰাজ্য আছিল "কৰতোৱা সমাকীৰ্ণ যাবৎ দিক্কৰবাসিন" অৰ্থাৎ পূবে ডিক্ৰং, পশ্চিমে কৰতোৱা নৈ, ৰংপুৰ, দিনাজপুৰ, জলপাইগুৰি, কোচবিহাৰ আদি জিলাবোৰ অসমৰ অন্তৰ্ভুক্ত, আছিল এতিয়া সেই অসম বুলিলে ধুবুৰীৰপৰা শদীয়া পৰ্যন্ত, লগতে পৰ্বতীয়া জিলাকেইখন কাছাৰ আৰু শ্ৰীহট্ট জিলাহে মাত্ৰ হ'ল।

---

## পৰিশিষ্ট—ক

### কৃষ্ণনাথ শৰ্মাই গোপীনাথ বৰদলৈলৈ দিয়া চিঠি

9 Balwant Ashram
Law College Road
Poona-4

শ্ৰদ্ধাস্পদ বৰদলৈ ডাঙৰীয়া,

মই ১১ তাৰিখে প্ৰায় ৪ বজাত গুৱাহাটীৰ উজান বজাৰৰ শ্ৰীযুত সিদ্ধিনাথ শৰ্মাৰ ঘৰৰপৰা কলিকতালৈ যাত্ৰা কৰিলো। পিচদিনা পুৱা কলিকতাত শ্ৰীহেমচন্দ্ৰ বৰুৱা-দেৱৰ আকস্মিক মৃত্যুৰ বাতৰি পাই মৰ্মাহত হলোঁ। ৱাৰ্দ্ধালৈ আহিলো ১৫ তাৰিখে। ১৬ তাৰিখৰপৰা ২৪ তাৰিখ পৰ্যন্ত সেৱাগ্ৰামত আছিলো। ১৯।৮।৪৫ তাৰিখে পুৱা বাপুজীক অসমৰ বৰ্তমান পৰিস্থিতিৰ বিষয়ে বহলাই ক'লো, বিশেষকৈ চাদুল্লা গভৰ্ণ-মেন্টৰ মাটি বন্দবস্তৰ নীতিৰ বিষয়ে। তাৰ পিচত মই বাপুজীক সুধিছিলো এইদৰে : "আপোনাক পুৱা অসমৰ পৰিস্থিতি সম্পৰ্কে জনাইছিলো, সম্ভব মোৰ লগত কথা হ'বলৈ আপুনি সময় উলিয়াব নোৱাৰিলে। মই বোম্বাই বা পুণালৈ যোৱাটো আপুনি বিচাৰেনে?"

বাপুজীয়ে উত্তৰ এইবুলি দিলে : "আপুনি মোৰ সৈতে অথবা মোক লগ পাবলৈ কেনিও যাব নালাগে। আপোনালোকৰ পৰিস্থিতিৰ বিষয়ে মই জানিব পাৰিছো। বিষয়টো কাৰ্যনিৰ্বাহক কমিটিত উত্থাপন কৰিবই লাগিব।"

তাৰ পিচত মই বোম্বাইলৈ আহিলো। বি. জি. খেৰ, নগেন্দ্ৰ দাস, এছ্. কে. পেটেলক এইবিলাক কথা ক'লো। তাৰপৰা আহমদাবাদ হৈ সবৰমতী আশ্ৰমত কেইদিন-মান থাকিলো। তাৰপৰা শ্ৰীযুত কৃপালনীজীলৈ অসমৰ সমস্যাৰ বিষয়ে লিখি এখন চিঠি দিলো। আহমদাবাদত শ্ৰীগুলজাৰিলাল নন্দ, শ্ৰীশঙ্কৰলাল বেঙ্কাৰ আদিক লগ ধৰি তেওঁবিলাকৰ লেবাৰ ইউনিয়নৰ বিষয়ে কথা হ'লো আৰু লেবাৰ চেন্টাৰ দুই-এটা চালো। ইয়ালৈ ৯।৯।৪৫ তাৰিখে আহিলো। থাকিবলৈ ক'তো ঠাই নাই। হঠাৎ কলেজৰ ছাত্ৰ এজনৰ লগত পৰিচয় হোৱাৰ কাৰণে ইয়াত থাকিবলৈ সুবিধা পালো। মোৰ ভৰিত খহু এটা 'ছেপ্টিক' ৰ দৰে হৈ খোজ কাঢ়িব নোৱাৰা হৈছো। তাৰেই ১০।৯।৪৫ তাৰিখে ভাৰ্যুবিলাসত শ্ৰীযুত কৃপালনীজীক দেখা কৰিলো। মোৰ চিঠিখন পাইছো বুলি ক'লে। সবৰমতী আশ্ৰমত থাকোতে 'গুজৰাট সমাচাৰ'ৰ প্ৰতিনিধিয়ে মোক দেখা কৰি প্ৰশ্ন কৰিছিল। মই উত্তৰ দিছিলো। ৭ তাৰিখৰ কাগজত অলপ বহ-লাই তেওঁবিলাকে অসমৰ বিষয়ে কথাবিলাক প্ৰকাশ কৰিছে। আজি পুৱা বৰ কষ্ট কৰি লেঙেৰা ভৰিৰে বাপুজী আৰু চৰ্দাৰজীক দেখা কৰিবলৈ গৈছিলো। শ্ৰীযুতা অমৃত-

কুমাৰীয়ে মাতি নি মোক সকলো বিষয়ে সুধিলে আৰু বাপুজীৰ নিজ হাতৰ লিখা দেখি মোক পুনৰ বাপুজীক দেখা কৰাৰ একো প্ৰয়োজন নাই বুলি বাহিৰে বাহিৰে লেঠা মাৰি সকলো বিষয়ে কৃপালনীক ক'বলৈ ক'লে। চৰ্দাৰজীয়ে ২ বজাত ১০ মিনিট সময় দি আহিবলৈ ক'লে। উপায় নাপাই ওচৰৰ হোটেল এটাত ভাত খাই, ২ বজাত চৰ্দাৰজীক দেখা কৰি সকলো কথা ক'লো। কৃপালনীজীলৈ দিয়া চিঠি আৰু reportৰ এক কপি, 'গুজৰাট সমাচাৰ'ত ওলোৱা অসমৰ খাদ্য ও বস্ত্ৰ পৰিস্থিতি, মাটি বন্দোবস্তৰ পৰিস্থিতি, অসমৰ প্ৰতিনিধি এজন ৱৰ্কিং কমিটিত লোৱাৰ বিষয়ে আদি চমুকৈ ক'লো। তেখেতে ক'লে—"ঠিক হ্যায়।" অসমৰ সকলোবিলাক বিষয় আলোচনা কৰিবলৈ বৰদলৈ আহিব। মই আহি শয্যাগত হৈ পৰিলোহি। ভৰিটো উখহি পৰিল। শ্ৰীকৃপালনীজীক দেখা কৰিবলৈ যাব নোৱাৰিম। আপুনি কাইলৈ পুণা পাবহি বুলি খবৰ কাগজত দেখিলো। শ্ৰীযুত কিৰণশঙ্কৰ ৰায়, শ্ৰীযুত প্ৰফুল্ল ঘোষৰ লগত আপুনি আহিব। মোৰ হাতত খৰচ নাইকিয়া হ'ল। ঘৰলৈ চিঠি লিখিছো টকা বঢ়েলৈ শ্ৰীমান ৰবীন্দ্ৰৰাম খাউণ্ডৰ পুতেক শ্ৰীমান ফণীন্দ্ৰৰাম খাউণ্ডৰ নামে পঠাবলৈ। ইয়াত প্ৰায় ৩০/৩৫ টকা খৰচ হ'ল অথচ এতিয়ালৈকে কাম একো কৰিব পৰা নাই। মোৰ মনেৰে অসমৰপৰা এজন ৱৰ্কিং কমিটিৰ মেম্বৰ লোৱাটো প্ৰধান কাম। মই আপোনাৰ নামকে কৈছো। আনবোৰ পিচৰ কথা। অসমৰ বিষয়ে আমি সদায় আনৰ হতুৱাই কোৱাটো ভুল। কোনোৱে কাৰোবাৰ হৈ ওকালতি কৰিব নোৱাৰে। অসমৰ ১৯৪২ চনৰ ঘটনাৱলী আন প্ৰদেশতকৈ প্ৰথম স্থান পাইছে যেন মোৰ অনুমান হৈছে। আমাৰ দেশৰ কথাৰ প্ৰচাৰ নাই। আমি সদায় silently suffer কৰি আহিছো। আমাৰ বিষয়ে কোনেও নাভাবে, কোনেও স্বপ্নতো অসমৰ সমস্যা লৈ মূৰ নুঘূৰায়। এনে স্থলত প্ৰধানতঃ ৱৰ্কিং কমিটিৰ সভ্য এজন অসমৰপৰা এইবাৰ ল'ব লাগে বুলি তাকে আঁকোৰ-গোজালি দি ধৰিব আৰু আপুনিয়েই সেই পদ পূৰণ কৰিব। তাৰ পিচত বাকীবিলাক কথা লৈ যুঁজিম। ......মোৰ শক্তি অনুসাৰে যিমান পাৰো বাপুজী আৰু চৰ্দাৰজীক ক'লো। আপুনি মই কোৱা কথাবিলাক একেবাৰে অমূলক বুলি দলিয়াই নেপেলাব। চৰ্দাৰজী আৰু কৃপালনীজীৰপৰা সকলো বুজি ল'ব আৰু যি যি প্ৰশ্ন অসমৰ বিষয়ে ওলায় আপুনি সকলো সমস্যাৰ উপযুক্ত বিধান ল'বলৈ ৱৰ্কিং কমিটিৰ আগত দাঙি ধৰিব। আৱশ্যক বুজি মোক মাতিব। মই আপোনাক দেখা কৰিম। এই চিঠি পোৱা মাত্ৰে আপুনি মোলৈ ওপৰৰ ঠিকনাত খবৰ দিব। মোক ১৫ টকা ৰূপ লাগে। পিচত সেই টকা মই ঘূৰাই দিম। কোনো এজনৰ হতুৱাই মোক খবৰ দিব। মই তৎক্ষণাৎ যাম। মোৰ শ্ৰদ্ধা গ্ৰহণ কৰিব।

ইতি

কৃষ্ণনাথ শৰ্মা

Bapuji

I told you in the morning the situation in Assam. Perhaps you have no time to talk. Would you wish me to go to Bombay or Poona with you or will you give me some other advice which I can convey to Shree Gopinath Bordoloi.

Sincerely Yours
K.N. Sarma

19th August
1945

কৃষ্ণনাথ শৰ্মাই গান্ধীজীলৈ লিখা চিঠি

you need not come with me or to me anywhere else. I have understood your position. It must be placed before the working committee.

M K Gandhi
19/8/45

কৃষ্ণনাথ শৰ্মাৰ চিঠিৰ উত্তৰত গান্ধীজীয়ে লিখা চিঠি

बापूजी

असमकी प्रधान समस्या ये हैं उनको आपके सामने बतलानेके लिये आज मुझको कृपाकर २५/२० मिनट दीजियेगा

मैं असम प्रान्तसे आया हूं

वर्तमान असमकी परिस्थिति बहुत बुरा हैं

आपका

कृष्णनाथ शर्मा

सेवाग्राम
२७-८-४५

असामकी सब हालत जानता हूं आजकल मेरे पास बहुत काम पडा है। मैं आपको कहता हूं कि श्री काका साहेबको मिलकर लें

बापुके आशीर्वाद

কৃষ্ণনাথ শৰ্মা আৰু গান্ধীজীৰ চিঠি

৩

## গোপীনাথ বৰদলৈয়ে কৃষ্ণনাথ শৰ্মালৈ দিয়া চিঠি

গুৱাহাটী
২৪।১১।৪৫

শ্ৰীযুত শৰ্মা ডাঙৰীয়া,

আপোনাৰ চিঠি পালোঁ। শ্ৰীযুত হিমৎসিংকা ইয়ালৈ আহিছিল আৰু কালিদাসৰ বিষয়ে সুধিছিলোঁ। তেখেতে ক'লে যে স্কলাৰশ্বিপ বন্ধ হোৱাৰ কোনো কথা নাই। অফিচ পূজাৰ কাৰণে বন্ধ থকা বাবে বন্ধ টকা পঠিওৱা হোৱা নাই, খুলিলেই পঠিয়াব— standing order আছে, তাৰ ব্যতিক্ৰম হ'বৰ কোনো কাৰণ নাই বুলি ক'লে।

নিৰ্বাচন সম্বন্ধে মোৰ কথা কত মানুহে যে কত ৰকমে কৈছে মই শুনি শুনি আচৰিত হ'ব লাগিছোঁ। আপুনি অপোনাৰ seat এৰি দিব লাগে, এনে মত মই কেতিয়াও প্ৰকাশ কৰা নাই। এইটো কোৱা সঁচা যে আহোমসকলক এইবাৰ পাৰিলে তেওঁলোকৰ সংখ্যা অনুপাতে আসন দিয়া ভাল। কিন্তু সেই আসন ক'ত দিয়া হ'ব, কেনেকৈ দিয়া হ'ব, তাক কোৱা নাছিলোঁ আৰু আলোচ্য বিষয় নাছিল। আপোনাৰ seat সম্বন্ধে মোৰ স্পষ্ট মত থকা হ'লে মই আপোনাক পুণা বা বোম্বাইত ক'ব পাৰিলোঁহেতেন। গতিকে কোনোবাই যদি এনেকৈ কৈ থাকে যে মই শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক seat টো এৰি দিবলৈ কৈছো, সেইটো আচল কথা নহয়। আৰু সেইটো বোধকৰো কাৰোবাৰ উদ্দেশ্য সাধন কৰিবৰ কাৰণেই কৈছে। সি যিয়ে হওক, বোধকৰো আপুনি সাময়িক অসুবিধা পাইছে। ইয়াৰপৰা আপোনাৰ অন্যায় নহ'ব বুলি মোৰ বিশ্বাস। আপুনি এই সংকল্প ল'ব পৰাত মোৰ অন্তৰত আপুনি অনুকৰণীয় হৈ থাকিল। মই নিজে এই লেঠা এৰিবলৈ চেষ্টাত আছিলোঁ; কিন্তু তাৰ কাৰণে চাৰিওফালে এনে হুলস্থূল এটা লাগি গ'ল যে বন্ধুসকলে মোক এই কামলৈ আগবাঢ়িবলৈ বাধ্য কৰিলে। মই এতিয়াও মনোনীত হৈছো নে নাই খবৰ পোৱা নাই, কিন্তু নিশ্চিত যে মনোনয়ন কৰিবই আৰু লগে লগে মোৰ স্বাস্থ্য আৰু মানসিক আৰু আধ্যাত্মিক সম্পদ যি আছিল তাৰ ওৰ পৰিব। অথচ তথাপিও যে এনে কামলৈ আগ বাঢ়িব লাগে ই মনুষ্য জীৱনৰ বিপত্তি। সঁচাকৈয়ে মই আজি বলিশাললৈ আগবঢ়াই নিয়া পঠাৰ দৰে নিজকে ভাবি লৈছোঁ।

এই মনোনয়নৰ উদ্দেশ্য নিশ্চয় কিছুলোকৰ মনত অন্ততঃ মই নেতৃত্ব কৰা। আপুনিও মোৰ নেতৃত্বৰ সফলতা কামনা কৰিছে। কিন্তু ভিতৰুৱাকৈ ক'বলৈ হ'লে, এই কামটো কিমান টান হ'ব বুজিবই পাৰিছে। আমি আচল কংগ্ৰেছীসকলেই clean men হ'ব পৰা নাই, তাতে majority কৰিবলৈ গৈ স্বাভাৱিকতেই বাহিৰৰপৰা অনেক অকংগ্ৰেছী লোক ল'বই লাগিব—কাৰণ general seat মাত্ৰ ৪৭ টা। এনে অৱস্থাত ভৱিষ্যতত কি আছে পৰমেশ্বৰেহে জানে। এনে এটা

দায়িত্ব ল'বৰ সম্ভাৱনা পৰ্যন্ত নাথাকিব বুলিয়েই ইয়ালৈ আগ বাঢ়িবলৈ ইচ্ছা কৰা নাছিলোঁ।

যি হওক, ৺ৰ কাম তেওঁ কৰি লৈ যাব, ইয়াকে ভাবিছোঁ। ইয়াত মানুহেহে কৃতিত্বৰ গৌৰব বা অকৃতকাৰ্যৰ বদনাম ৰোপণ কৰে। আমি কেৱল কৰ্তব্য সাধনৰ গৰাকী। ইয়াকে ভাবি মনৰপৰা সকলো আসোঁৱাহ দূৰ কৰিবলৈ চেষ্টা কৰিছোঁ, কিন্তু শান্তি পোৱা নাই।

আশাকৰো সপৰিয়ালে ভাল। মোৰ দেখোতে ভাল হ'লেও ডাক্তৰৰ মতে অসুখ, এইবাৰ আগোঁতে বাটত influenzaৰ দৰে হৈ আহি cardiac asthmaৰ দৰে হ'বলৈ বিচাৰিছে। হৃৎপিণ্ডৰ দোষত ফুৰা-চকাত দুৰ্বলতা অনুভৱ কৰি আছোঁ।

ইতি
আপোনাৰ
শ্ৰীগোপীনাথ বৰদলৈ

## কৃষ্ণনাথ শৰ্মাই গোপীনাথ বৰদলৈলৈ দিয়া চিঠি

শ্ৰদ্ধাস্পদ বৰদলৈদেৱ,

আপোনাৰ ২৪।১১।৪৫ তাৰিখৰ চিঠি পাই অন্তৰত বহুত সান্ত্বনা লাভ কৰিলোঁ আৰু আপুনি নমিনেচন দিয়া সম্বাদ পাই আন্তৰিক আনন্দ লাভ কৰিলোঁ। বৰ্তমান মই এইবাৰ নিৰ্বাচনত নেতৃত্ব লৈ খোৱা-কামোৰা ভিতৰি ভিতৰি চলা যেন অনুভৱ কৰিছোঁ আৰু আমাৰ নিচিনা, বিশেষকৈ মই এনে নিৰ্বাচনত misfit যেন অনুভৱ কৰিছোঁ। কংগ্ৰেছৰ অনুষ্ঠানবিলাক আজিৰ এই দিনত power politicsত পৰিণত হৈছে। নিজৰ ভিতৰত দলাদলিৰ সৃষ্টি, কাউন্সিলৰ seat দিয়াটো লৈ সকলো প্ৰকাৰৰ সাম্প্ৰদায়িক মনোভাৱ এজনৰ বিৰুদ্ধে আন এজনৰ, গাৱঁলীয়া নাগৰিক, নেতা, স্বয়ং সেৱক............. আৰু অশিক্ষিত আদিৰ ভিতৰত কাউন্সিলৰ seat ভাগবটোৱা কৰিবৰ চেষ্টা কৰোতে top most leadersৰ ভাগ থাকে ক'ত? এজন নেতাৰ অলপ ছিদ্ৰ পালেই বহলাই নিয়া ইত্যাদি এনেবিলাক কথা ইমান প্ৰকাশ্য ভাৱে সমালোচনা কৰা বোধকৰো আমাৰ হতভাগা দেশৰ নাগৰিক যেন পাইছোঁ। আপোনাৰ বিৰুদ্ধে যে অনেকে অনেক কথা কৈছে সেইটো সঁচা; কিন্তু সেইবুলি সেইবিলাক থকা সত্ত্বেও নিজৰ ব্যক্তিত্ব আৰু নিঃস্বাৰ্থ ত্যাগৰ দ্বাৰা আপুনি অগ্নি পৰীক্ষাত উত্তীৰ্ণ হ'ব। বৰ্তমান আমাৰ দেশত parliamentary politicsত আপোনাৰ বাহিৰে মই আন তেনে নেতাৰ অভাৱ অনুভৱ কৰিছোঁ। আপুনি নমিনেচন নিদিয়া সম্বাদ পাই হতাশ হৈছিলোঁ। অসমৰপৰা ৱৰ্কিং কমিটিত মেম্বৰ নোলোৱাত মই বিশেষকৈ দুখ পাইছোঁ। প্ৰকাশ কৰিবলৈ অসমৰ্থ।

মোৰ বিষয়ে মতামত দিয়া লৈ দুখ পাইছিলোঁ। যদিও আপোনাৰ চিঠি পাই মোৰ সেই দুখ দূৰ হ'ল। তথাপি এটা কথাই মোৰ মনত সংশয়ৰ সৃষ্টি কৰিছে। মোৰ ভুল হ'ব পাৰে। কিয় আপুনি কংগ্ৰেছৰ ভিতৰত এটা সম্প্ৰদায়ৰ কাৰণে কাউন্সিলৰ seat ভাগ-বটোৰা কৰিবৰ কাৰণে বিশেষ বিবেচনা কৰিবলৈ মান্তি হ'ল। Assemblyলৈ জানো top most leaders যোৱাৰ আৱশ্যক নাই? যদি কংগ্ৰেছৰ ভিতৰত এটা সম্প্ৰদায়ৰ কাৰণে বিশেষ বন্দোৱস্ত কৰা হয় তেনে আন সম্প্ৰদায়বিলাকে কিয় তেনে বিশেষ বিবেচনাৰ বাবে আগ নাবাঢ়িব? ইয়াৰ দ্বাৰা আমি নিজেই নিজক কংগ্ৰেছৰ সভ্য হৈয়ো কংগ্ৰেছ অনুষ্ঠানত সাম্প্ৰদায়িক ঠেক মনোভাৱৰ বীজ ৰোপণ কৰি দিয়া নাইনে?

এইদৰে বিশেষ বিবেচনাৰ ফলত আপুনি আপোনাৰ নেতৃত্ব চম্ভালি ৰাখিবলৈ টান পাব যেন পাইছো। আমাৰ মাজত এনে মনোভাৱ হ'ব লাগিছিল যে কংগ্ৰেছ সভ্য যেইকোনো সম্প্ৰদায়ৰে হওক, তেওঁ সকলোৰে প্ৰতিনিধি। তেওঁৰ হাতত সকলো সম্প্ৰদায়ৰ স্বাৰ্থ ৰক্ষা হ'ব আৰু তেওঁ প্ৰতিজন কংগ্ৰেছ সভ্যৰ বিশ্বাস আৰু শ্ৰদ্ধাৰ পাত্ৰ— যেনেকৈ পণ্ডিত জৱাহৰলাল হিন্দু হৈয়ো মুছলমানৰ আৰু মুছলমান হৈয়ো এজনে হিন্দুৰ প্ৰতিনিধি হবৰ দাবী কৰি আহিছে। আমাৰ মূলমন্ত্ৰ হৈছে ভাৰতৰ স্বাধীনতা। তেনে অনুষ্ঠানৰ সৰ্বসন্মত নেতা হৈ যদি আপুনি নিজে কোনো এটা সম্প্ৰদায়ৰ বিশ্বাসভাজন হ'ব নোৱাৰে বা সেই সম্প্ৰদায়ৰ কাৰণে বিশেষ বন্দোৱস্ত কৰিবলগীয়া হয় তেতিয়া বোধকৰো কংগ্ৰেছ অনুষ্ঠানৰ ভিতৰত থকা কংগ্ৰেছ সভ্যসকলে নিজৰ সম্প্ৰদায়ৰ প্ৰতিনিধিত্বৰ বাহিৰে আন সম্প্ৰদায়ৰ প্ৰতিনিধিত্ব কৰিবৰ অধিকাৰৰপৰা ক্ৰমে বঞ্চিত হৈ নাযাবনে? আমি কিয় কংগ্ৰেছে ভাৰতৰ ৪০ কোটি প্ৰজাৰ প্ৰতিনিধিত্ব কৰিছো বুলি কওঁ?

অসমত এইবাৰ নিৰ্বাচন ক্ষেত্ৰত সাম্প্ৰদায়িক মনোভাৱৰ সৃষ্টি হৈছে। আমাৰ নেতা-সকলে যিমানেই নিৰ্যাতন সহ্য কৰক, যিমানেই নিঃস্বাৰ্থ হওক নিৰ্বাচনীৰ সময়ত তেনে নিঃস্বাৰ্থ নেতাৰ ওপৰত সন্দেহ কৰি ক্ষুদ্ৰ ক্ষুদ্ৰ ছিদ্ৰকে বহলাই তেনে নেতাক আঁতৰাবলৈ চেষ্টা কৰা হয়। নিঃস্বাৰ্থভাৱে দেশসেৱা কৰা ক্ষেত্ৰ এছেমব্লী নহয়, এইটো মোৰ দৃঢ় ধাৰণা হ'ল। দেশসেৱকে কোনো স্বাৰ্থ লৈ ধন-মান-যশস্যা লাভৰ বাবে মন মেলিলেই সকলো ফালে নিজৰ নৈতিক অৱনতি ঘটে। এছেমব্লীত আছে দৰমহা, মন্ত্ৰী হোৱাৰ আশা, বিলাস-বিলাসিতাৰ ঠাই, সকলো ফালৰপৰা প্ৰলোভন, ক্ষমতা আৰু ধন লাভৰ কাৰণে নিজৰ ভিতৰত খোৱা-কামোৰা। ৰাজনীতিৰ ঘোৰ মায়াজালৰপৰা আত্মৰক্ষা কৰা ইত্যাদিৰ কাৰণে যে বাছকবনীয়া নিঃস্বাৰ্থ ত্যাগী, ধীৰ, তীক্ষ্ণ বুদ্ধিৰ নেতাৰ প্ৰয়োজন, মই আগৰবাৰৰ নিৰ্বাচনত এইবিলাক কথা মৰ্মে মৰ্মে অনুভৱ কৰিছিলোঁ। মোৰ দৃঢ় বিশ্বাস আছিল যে মই সকলো সম্প্ৰদায়ৰ হৈ কাম কৰিম আৰু প্ৰমাণ কৰিম যে মই সকলোৰে বিশ্বাসৰ পাত্ৰ। যেতিয়া আমি কানি-নিবাৰণী সমস্যা সম্পৰ্কে তিনি বছৰীয়া পুৰণি মহলদাৰবিলাক গুচাই নতুন মহলদাৰ লোৱাৰ প্ৰস্তাৱ লৈছিলোঁ তেতিয়া মই সেই প্ৰস্তাৱ গৃহীত কৰাই অহাৰ পাচত এজন মহলদাৰে মোক সাত হেজাৰ টকাৰ প্ৰলোভন দেখুৱাইছিল আৰু মন্ত্ৰীকো যি দিব লাগে দিম বুলি কৈছিল। মই ক'লো যে মোৰ জিভা

দুখন নহয়। টকাৰ প্ৰলোভন মোক দেখুৱাব নালাগে। মই M. L. A. হৈ এখন জিভা আৰু উকীল হৈ আন এখন জিভা লোৱা নাই। সেই টকা লোৱা হ'লে আৰু অনেক টকা আহিলহেতেন। কিন্তু সেই rule টকাৰ প্ৰলোভনত আমাৰ party ৰ মেম্বৰেই উৰাই দিলে। মোৰ ৯ বছৰৰ অভিজ্ঞতাৰপৰা বুজিলোঁ Assembly মোৰ কাৰণে নহয় আৰু মোৰ বিশ্বাস আছিল যে মই মোৰ কাৰ্যকলাপৰ দ্বাৰা সকলোৰে বিশ্বাসৰ পাত্ৰ হ'ব পাৰিম, সেই আশাও পূৰ্ণ নহ'ল। এছেম্বলীলৈ উঠাৰ কাৰণে যেতিয়া মই ৰাৰ্ধাৰ পৰা চিঠি দিওঁ মোৰ সকলো স্বাৰ্থ ত্যাগ আৰু নিৰ্যাতন উৰি গ'ল। ১৯৩৭ চনত প্ৰথমতে শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাই নমিনেচন দিছিল। তাৰ পিচত কি কাৰণত মই ক'ব নোৱাৰোঁ, তেওঁ নমিনেচন উঠাই ল'লে। ইতিমধ্যে মোক গুচাই শ্ৰীযুত সুৰেন্দ্ৰনাথ বুঢ়াগোহাইদেৱক দিয়াৰ চেষ্টা চলিছিল। সেই সময়ত শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক মই কৈছিলোঁ যে এমাহৰ ভিতৰত যদি তেখেতে নমিনেচন দিয়ে মই মোৰ নমিনেচন উঠাই ল'ম। সেইটো তেওঁ নকৰিলে আৰু সেই কথাকে লৈ তেওঁ মামাৰ লগত তেখেতৰ কথা আছে বুলি প্ৰচাৰ কৰি দিলে। মই ভাবি চালোঁ truth is God। তেওঁক Assemblyৰ seat এৰি দিবলৈ মই তেতিয়া ইচ্ছা কৰিছিলোঁ; এতিয়ানো ৯ বছৰৰ পিচত মই সেইটো কিয় কৰিব নোৱাৰোঁ? এই ৯ বছৰত মই ৯ টকা কপো জমা কৰিব নোৱাৰিলোঁ। এই ভাৱ অহা মাত্ৰেই ২০।১১।৪৫ তাৰিখৰ দিনা পুৱা বাহি মুখেৰেই গৈ মই শ্ৰীযুত দেৱেশ্বৰ শৰ্মাৰ ঘৰত মোঃ তৈয়বুল্লা আৰু শ্ৰীযুত বিষ্ণু মেধিৰ আগত প্ৰকাশ কৰি Assemblyৰ seat এৰি দিওঁ।

মৌলানা তৈয়বুল্লা চাহাবে কয় যিটো অলপ আলোচনাত পোৱা হ'লহেতেন সেইটো আদায় কৰা হ'ল এতিয়া by threat। দুই-এদিনৰ কাৰণে মই শ্ৰীযুত ৰাজেন্দ্ৰ প্ৰসাদ আৰু শ্ৰীযুত প্ৰফুল্ল ঘোষ হৈ পৰিলোঁ। আপুনি লিখিছে—"আপুনি এই সংকল্প ল'ৰ পৰাত মোৰ অন্তৰত আপুনি অনুকৰণীয় হৈ থাকিল।" যিদিনাই মোৰ seat টো শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক দিবলৈ আগ বাঢ়িব পাৰিলোঁ সেইদিনাই মোৰ মনলৈ শান্তি আহিল। সেইবাবে আপুনি কোৱা বুলি যি কথা মোক কৈছিল সেই সময়ত তাক শুনি দুখ পাইছিলোঁ যদিও এতিয়া সেই সম্বাদ মোৰ কাৰণে ভালেই হ'ল। যোৰহাট D.C.C. য়ে সেই কথাটো পৰ্যন্ত উল্লেখ নকৰিলে। এতিয়া কোনো কোনোৱে প্ৰচাৰ কৰিছে, মই বাধ্য হৈ এৰি দিলোঁ ইত্যাদি। এতিয়া মই বুজিছোঁ, আমি নিজে ৰোৱা গছ ডাঙৰ-দীঘল হ'লে কিয় নিজেই কাটি দিওঁ। এইবিলাক কথা ভাবি এই বছৰৰপৰা মই মাত্ৰ চাৰিঅনীয়া কংগ্ৰেছ সভ্য হৈ থাকিম। যদি আমালোকে party politicsৰ বাবে কংগ্ৰেছ বিৰোধী বা অকংগ্ৰেছী লোকে কংগ্ৰেছৰ pledge চহী কৰিলেই আঁকোৱাল মাৰি ধৰোঁ আৰু খবৰ কাগজত গুণগান কৰোঁ, যদি আপোনাৰ নিচিনা সৰ্বসন্মত নিঃস্বাৰ্থ দেশৰ একমাত্ৰ নেতাক আঁতৰি থাকিবলৈ বাধ্য কৰা চেষ্টা হয় তেন্তে বাকী থাকিল কি? পুণাত মোক চৌধুৰীয়ে কৈছিল যে যোৰহাটৰ যেই সেই seat এটা শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক দিব লাগিব, গুৱাহাটীত শ্ৰীযুত সিদ্ধিনাথ শৰ্মাদেৱে কৈছিল যে শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাই আহোম বুলি এটা seat claim কৰিছে, ডাক্তৰ

বৰুৱাই মোক কৈছিল, এইবাৰ স্বাৰ্থ ত্যাগ কৰিব লাগিব। যোৰহাটলৈ আহোঁতে ডাক্তৰ বৰুৱাই দুই-এজনৰ আগত মোৰ seat টো শ্ৰীযুত হৰিনাৰায়ণ বৰুৱাক দিব লাগিব বুলি কৈছিল। আমি leader ভাঙিব পাৰিম, পাতিব নোৱাৰোঁ। কংগ্ৰেছৰপৰা মানুহ বাহিৰ কৰিব পৰাটো সহজ, কিন্তু সেইদৰে অলপ দোষত কংগ্ৰেছ নেতাক বাহিৰ কৰি গৈ থাকিলে ক'ত ৰ'বগৈ ভাবি চাব। ......আপোনাৰ চিঠিৰপৰা আপোনাৰ আন্তৰিক মনোভাৱ বুজি মোৰ আপোনাৰ ওপৰত শ্ৰদ্ধা বৃদ্ধিহে হৈছে। আশাকৰোঁ সকলো বাধা-বিঘিনি অঁতৰি যাব। আশা কৰিছোঁ এইবাৰ আপুনি মনত দৃঢ়ভাৱ লৈ এছেমব্লীত গৌৰৱেৰে নেতৃত্ব ল'ব পাৰিব। ঈশ্বৰক প্ৰাৰ্থনা কৰিছো, আপোনাক মনোবল দিব। শ্ৰীমান কালিদাসৰ বৃত্তিৰ কথা শুনি নিশ্চিন্ত হলোঁ।

কৃষ্ণনাথ শৰ্মা

## কৃষ্ণনাথ শৰ্মালৈ কাকা কালেলকাৰৰ চিঠি

31.10.45

My Dear Krishnanathji,

Your detailed letter of 23rd inst. reached me today, I had a talk with Sarojini. She says that she will take a year and five months to finish the Venita Course and then she will be ready for the Basic Course or for the Kasturba Memorial Work. I have ceased to interest myself in the work of Mahila Ashram. (This is due to lack of time.) The Mahila Ashram always took a very big slice of my time which I could ill spare. I have no clear idea, therefore, of the Venita Course. I have always felt that in the matter of education, and the choice of careers, young people must be left to themselves. Pet children especially do not thrive when dictatea to. Sarojini can best be guided by Amalprabha because, after all, they have to work together in the service of Ashram. It would be wise, therefore, to ask Amalprabha to guide Sarojini. I am asking Sarojini to be in con-

stant correspondence with Amalprabha. We can discuss this matter further when we meet in Gauhati. This will be in about the first week of December.

My son will be returning from England during the first week of November. I shall see him in Bombay and then proceed to Poona for a meeting of the Hindustani Prachar Sabha on the 8th.

From the 15th to the 25th November, I shall be in Benares. I expect to spend the last week of November in Calcutta after which I proceed to Gauhati.

I finish my 60 years on the 29th of November. I shall spena that day in fasting and prayer at Calcutta. 1st of December is the English date of my birthday. I shall not like to travel on that day. I may, therefore, leave Calcutta for Gauhati on the 2nd of December.

This time I shall not be able to devote much time to Assam, because your people will all be busy with your Parliamentary elections. I may go to Jorhat for a day. Barpeta I have never seen. I may drop in there for a few hours on my way back.

It was wise of you to make place for a young man at the elections.

I am very sorry you misunderstood my remark. It was the utterance of desperation coming from a bleeding heart. I am pained to find that the Assamia people are not realising the gravity of the situation. Do they expect the Government do anything for them ? The Congress also can do precious little. What is wanted is solid social service which alone can bring about social solidarity. The 'Ahoms', the 'Kaivertas', the hill people, and all the aborigins cf Assam must be welded together into one homogenious political unit. The Mussalmans of Assam must also be included in the nation-building work. The masses can never become politically conscious unless Congiesmen die by inches in serving them. We are sure to be wiped out of existence if we do not concentrate all our energies towards this nation-building work.

I want you to realise that I have no status in the Congress. I have never cared to be anybody there. I am interested in working

for national solidarity in my own quiet way.

If ever any bitter word escapes my lips, it is because I love Assam so intensely. I would not have hesitated to go and settle in Assam, if I had no other preoccupations, and if I was young enough. I could pick up your language only by living in your midst. To me the Assamiya language has the sweetness of lisping childhood.

I think I have a fair idea of your land problem and immigration difficulties. But have the thinking people of Assam any correct idea of the solution of these difficulties ? Social and political solidarity of all the people of Assam is the only solution. What will whinning before a foreign Government do ?

But I must not be bitter. We are all sailing in the same boat. Please keep writing to me from time to time about the state of affairs is Assam.

Yours Sincerely
**KAKA**

# পৰিশিষ্ট—খ

যোৰহাটৰ মহা গান্ধীভক্ত সাধু, জনাজাত কানি নিবাৰণী সমিতি আৰু শিপিনী সংঘৰ নেতা মোৰ হৰিহৰ বন্ধু আৰু সহকৰ্মী কৃষ্ণনাথ শৰ্মাৰ (তোমালোকৰ আৰু অসমৰ সকলোৰে ৰাজহুৱা 'মামা'ৰ) এদিন ঘৰত নাছিল চাউল, পইচাও ; আছিল মাথোন দাইল। ৰাতি হৈ আহিছে ইফালে। মামাই ল'ৰা-ছোৱালীবোৰক খুব স্ফূৰ্ত্তি আৰু আমোদেৰে হাঁহি হাঁহি কলে : আৰে, আজি চাউল নাইৰে, দাইলকে খাম বাপেকে, দেইবা! খালে দাইল, পাওৰুটি 'বাপেপকে'। ...সেই একেদিনাই ৰাতিপুৱাই তেখেতে কানিৰ মহলদাৰৰ পক্ষে উকীল হিচাপে আপীল মোকৰ্দমা এটাত হাজিৰ হ'বলৈ অস্বীকাৰ কৰি পাঁচশ টকা বায়না গ্ৰহণ নকৰি মোকৰ্দমাটো ওভতাই দিলে। নীতিৰ কথা। আচৰিত হ'বা, যোৰহাটৰে কংগ্ৰেছ নেতা আন এজন কংগ্ৰেছ উকীলে এক হাজাৰ টকা বায়না হাঁহি লৈ গ'ল শ্বিলঙলৈ। কানি মহলদাৰৰ পক্ষে! মামাৰ 'নীতি'; আনজনৰ 'ওকালতি'।

কাৰাগাৰৰ চিঠি
(মহম্মদ তৈয়বউল্লা); পৃঃ ২৬৬

গাভৰু সত্যাগ্ৰহীসকলো আহি পালে টীয়ক থানাৰ মুখৰ দলং; নায়ক কৃষ্ণ শৰ্মা * (মামা)। দলংখনত পুলিচে বাঁহ বান্ধি বেৰিছে (barricade)। মামাৰ হুকুমত গাভৰুসকলে বাঁহবোৰৰ তলে তলে গৈ দলং হৈছে পাৰ; এনেতে এক লৰী মিলিটেৰী উপস্থিত; গুৰ্খা হাবিলদাৰটোৱে মামাক ক'লে দাঁত খিচিয়াই: "স্বৰাজ লেগা"—এইবুলি সংগান লগোৱা বন্দুক টোঁৱালে। মামাৰ হাতত ঝাণ্ডা, পুতিব টীয়ক থানাত; গাভৰুসকল আগ বাঢ়িবলৈ উদ্যত হ'ল। মিলিটেৰীয়ে লৰীখন কিন্তু ঘূৰালে আৰু হঠাতে কৰিলে বেগে প্ৰস্থান। আল্লাৰ মহিমা অপাৰ! থানাৰ পুলিচে আহি মামা আৰু প্ৰধান গাভৰু দুগৰাকীক গ্ৰেপ্তাৰ কৰি নিলে থানালৈ। গাভৰুদ্বয়ক দিলে খালাচ আৰু মামাক কৰিলে চালান বৰভেটালৈ।

কাৰাগাৰৰ চিঠি
(মহম্মদ তৈয়বউল্লা) পৃঃ ৩৩৯-৪০

...সামৰণি মৰাৰ আগতে স্বদেশী প্ৰদৰ্শনীৰ বিষয়ে একেষাৰ মই ক'ব লাগিব। ইয়াৰ বাবে আটাইখিনি ধন্যবাদ প্ৰদৰ্শনী কমিটিৰ উৎসাহী সম্পাদক আৰু তেওঁৰ লগতে সহযোগ কৰা নিঃস্বাৰ্থ কৰ্মীদলৰেই প্ৰাপ্য। এই প্ৰসঙ্গত মই নিখিল শিপিনী সংঘৰ অসম শাখাৰ সম্পাদক শ্ৰীযুত কৃষ্ণনাথ শৰ্মাৰ নাম উল্লেখ কৰিব লাগিব। তেওঁ মণ্ডপৰ

---

* মোৰ অতি চেনেহৰ বাল্যবন্ধু বীৰবো বীৰ নীৰৱ কৰ্মী কৃষ্ণনাথ শৰ্মা, মহা সাধক আৰু অসমৰ এজন প্ৰসিদ্ধ গান্ধীভক্ত প্ৰকৃত অহিংসবাদী নেতা স্বৰ্গী হ'ল।

কাৰণে খদ্দৰ যোগাৰ দিবলৈ একেবাৰে পৰিশ্ৰম কৰিছিল আৰু তেওঁৰ প্ৰচেষ্টাৰ ফলতেই অসমৰ খাদী দোকান আন আন খাদী দোকানৰ সমপৰ্য়ায়ৰ হৈছিল। বিৰাট উৎসাহ-উদ্দীপনাৰ মাজত মহাত্মা গান্ধীয়ে প্ৰদৰ্শনী উদ্বোধন কৰিছিল। কেন্দ্ৰীয় সভা-মণ্ডপত প্ৰদৰ্শন কৰা সামগ্ৰীৰ কলা-কৌশল আযোজন কৰাত শ্ৰীশংকৰলাল বেঙ্কাৰে সহায় কৰিছিল। ভাৰতৰ বিভিন্ন অংশৰপৰা অহা সকলো প্ৰকাৰৰ নিভাঁজ স্বদেশী বয়-বস্তুৱে প্ৰদৰ্শনীখন বাস্তবিকতে আকৰ্ষণীয় কৰি তুলিছিল।

**শ্ৰীনবীন চন্দ্ৰ বৰদলৈ**
প্ৰধান সম্পাদক, অভ্যৰ্থনা সমিতি,
৪১ তম কংগ্ৰেছ অধিবেশন
পাণ্ডু, ১৯২৬ চন

ঐশ্বৰ্য-বিভৱ 'কৃষ্ণ-মামা'ৰ নাছিল। অৱশ্যে এইবিলাক তেখেতৰ হাবিয়াসৰ বস্তুও নাছিল। 'কৃষ্ণ-মামা'ই সকলোৰে অন্তৰত প্ৰভাৱ বিস্তাৰ কৰি গৈছে সঁচা; কিন্তু সেই প্ৰভাৱ ক্ষমতা বা বিষয়-বাবৰ প্ৰভাৱ নহয়। সেই প্ৰভাৱ প্ৰাণৰ, সেই প্ৰভাৱ আত্মদানৰ। ...যিহৰ কাৰণে 'কৃষ্ণ-মামা' মৃত্যুৰ পিচতো জীয়াই থাকিব সি কৃষ্ণ-মামা এম্-এল-এ, এম-এল-চি পদবী নহয়। ...'কৃষ্ণ-মামা'ৰ সেই প্ৰভাৱ হৈছে ধন-ঐশ্বৰ্য, ক্ষমতা-বিষয় একো নোহোৱাকৈ মানুহৰ অন্তৰ জয় কৰিব পৰা এটি আপুৰুগীয়া শক্তিৰ। এই শক্তিয়েই হাজাৰৰ মাজত এজনৰ থকা ব্যক্তিত্ব। সেই ব্যক্তিত্বৰ কাৰণেই কৃষ্ণ শৰ্মাই দেশবাসীৰ হৃদয় জয় কৰাৰ এখন ৰাজ্য বিস্তাৰ কৰি থৈ গৈছে। সেই ৰাজ্যত তেখেতৰ কোনো শত্ৰু নাই, সেই ৰাজ্যত তেখেতৰ মৰণ নাই। ৰাজনৈতিক মতবাদ যাৰে যিয়েই নহওক 'কৃষ্ণ-মামা'ৰ সাধুতা, অমায়িকতা, নৈতিকতা, নিৰ্ভিকতা, একনিষ্ঠতা, কৰ্ম-কুশলতা আৰু সবাতোপৰি তেখেতৰ অকপট ভাবৰ কাৰণে সকলোৰে ওচৰত 'কৃষ্ণ-মামা' প্ৰিয়জন আছিল। 'কৃষ্ণ-মামা' নামটো কেৱল তেখেতৰ ব্যক্তিগত কথাৰ উল্লেখ কৰিবৰ কাৰণেই মানুহে নলয়। বহুতৰে মুখত সাধুতা আৰু সততাৰ জীৱন্ত উদাহৰণ হিচাবেও এই নাম উচ্চাৰণ কৰা শুনা যায়। এয়ে উকীল কৃষ্ণ শৰ্মাৰ ধন-দৌলত, এয়ে দেশ-প্ৰাণ কৃষ্ণ-মামাৰ মৃত্যু-বিজয়ী চিনাকি।

**কৃষ্ণ মামা**
(যোৰহাট জিলা ছাত্ৰ সন্মিলন)

## MENACE OF MUSLIM IMMIGRATION

### Assamese plight

Wardhaganj, Aug. 30 : After studying 'Hindustani Talimi Sangha' Basic School working with a view to introduce it in Assam, Mr.

Krishna Nath Sarma, Assam Congress M. L. A. proceeded to Bombay for acquainting Mr. Bhulabhai Desai, Sardar Patel and Acharya Kripalani with the political situation in Assam and especially land settlement policy of the Saadulla Ministry.

It is understood he saw Gandhiji before he left for Poona, and appraised him with the Assam situation, when the latter is reported to have said: "I understood your position and it must be placed before the Working Committee."

"Even scanty grazing reserves have been encroached upon by a systematic plan whereby new Muslim immigrants have been favoured. If this is not opposed in time, there is a danger of the Assamese people being wiped out from the glorious Kamrupa or Pragjyotishpura of the old", concluded Mr. Sarma.*

—Free Press Journal· 31-8-45

## PLIGHT OF ASSAM

The possibility of one member being nominated to the Congress Working Committee from Assam in the present vacancy was hinted by Sardar Vallabhbhai Patel this afternoon.

Mr. Krishna nath Sarma, member of the Assam Congress Assembly Party, called on Sardar Patel this afternoon and appraised him of the political situation in Assam during the Japanese aggression, the repressive measures adopted by the Government during the August disturbances, conditions of the political prisoners in the Assam jails and the amount of suffering of the Assamese at present due to the shortage of food, cloth, as well as agricultural difficulties in the absence of ploughing implements.

Sardar Patel, in his reply, assured Mr. Krishna nath Sarma that Assam affairs would be taken up by the Working Committee and

* কৃষ্ণনাথ শৰ্মাই মহাত্মা গান্ধীকে ধৰি অন্যান্য ভাৰতীয় নেতৃবৰ্গক অসমৰ ঘটনাসমূহৰ বিষয়ে অৱগত কৰোৱা এই বাতৰি 'বোম্বে ক্ৰণিকল'তো একেদৰে একে আৰিখত প্ৰকাশ পাইছিল।

that Mr. Gopinath Bardoloi had been invited to Poona specially for the purpose.

Mr. Sarma also urged for Assam's representation in the Working Committee, to which Sardar Patal is reported to have said that it was quite likely that the presence of a member from Assam in the Working Committee might be found necessary.

—Bombay Chronicle—12·9·45

## SHRI KRISHNA NATH SARMA

Late Krishna Nath Sarma, the eldest son of the reputed lawyer, late Gangadhar Sharma, was born in 1887. He took the B. Sc. degree from Cotton College, Gauhati, and the B. L. degree from the Earle Law College, Gauhati, in the year 1917. He joined the Bar in 1917 and within a very short period he made a flourishing practice and ranked as one of the best lawyers during his days.

He was the Secretary of the Jorhat Congress Committee and was elected a member of the Assam Provincial Congress Committee in 1921. He joined the non-co-operation movement and worked Sincerely and selflessly for the freedom of the country. In December, 1921, he was sentenced to one year's simple imprisonment at Jorhat. He served the people in the capacity of the General Secretary of the Assam Provincial Khadi Board in 1924, Secretary of the Assam spinning Society in 1928, and Member of the Assam Provincial Congress in 1930.

On the 8th May, 1930, he organised a meeting at Jorhat in which resolutions condemning the arrest of Mahatma Gandhi and urging the boycott of foreign goods were passed. He was also Assistant Secretary of the A. P. C. C. in 1931 and took active part in the deliberations of the Assam Provincial Conference and the Political Sufferers Conference held at Jorhat in 1931.

He was arrested during April, 1932, while he was on his way to attend the Delhi Congress. He presided over the Ryot Sanmilani and deli-

vered speeches exhorting the people to boycott foreign and excisable articles. He was also Secretary of the Assam Ryot Sabha in 1935.

He was an ardent social reformer and one of the organisers of the All-Assam Harijan Sebak Sangha.

He was elected to the Provincial Assembly in the year 1937. His untiring and selfless work with his colleague, late R. K. Hatibarua, for the opium prohibition work in Assam, was highly acclaimed by all sections of people throughout the country. He was the authority of the Prohibition Scheme which was sponsored by the Congress Coalition Government during 1940. He was also the founder President of the Brotherhood League which was supported and appreciated by Pacifists of the world.

In 1945, he made a successful trip to Wardha, Savarmati, Bombay and Poona. He took active interest in Basic Education in order to aquire first hand information about the same. He interviewed Bapuji and placed before him correct informations of the immigration problem and the economic situation of Assam after the aggression of the Japanese during the last Great War.

At Poona he interviewed all the leading members of the Congress Cabinet. He explained to Sardar Vallabbhai Patel the delicate position of Assam, and pressed him to include one member from Assam in the Working Committee, which was done accordingly.

He was nominated a Congress candidate for membership of the Upper Chamber, and was duly elected in the year 1946. But unfortunately he died before joining the Upper House.

**—Some Architects of Present Assam**
(Assembly Secretariat, Assam, Shillong)